# অসম ফুটবল

(অসম ফুটবলৰ ইতিহাস আৰু ক্ৰমবিকাশ)

লোকেশ্বৰ গগৈ



নতুন অসম

ভাষা-সাহিত্যৰ বিশিষ্ট প্ৰকাশক

উদ্যোগপাম, বামুণীমৈদাম

গুৱাহাটী-২১

**ASOM FOOTBALL : ASAM FOOTBALLAR ETIHAS ARU CRAMABIKASH** : A critical analysis of the History & Development of Asom Football in Assamese by ***Sri Lokeswar Gogoi,*** Dispur, Guwahati-6, & Published by Sri Jyotipada Dev Choudhury, **Natun Asam**, Industrial Estate, Bamunimaidam, Guwahati- 781021
2nd Edition-Nov 2008 ***Price Rs**: 500.00 only*

---

প্ৰকাশক ঃ শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী এম. এ., এল. এল. বি
**নতুন অসম,**
C/o বাণীপ্ৰকাশ মুদ্ৰণী প্ৰাঃ লিঃ
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী-২১

প্ৰথম প্ৰকাশ ঃ আগষ্ট, ২০০৫
দ্বিতীয় প্ৰকাশ ঃ নবেম্বৰ, ২০০৮

বেটুপাত ঃ শ্ৰীচন্দন চুতীয়া

মূল্য ঃ পাঁচশ (৫০০.০০) টকা মাথোন

ছপা ঃ কম্পটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া
উদ্যোগপাম, বামুণীমৈদাম
গুৱাহাটী - ২১

# উচৰ্গা

"অসম ফুটবল" ক্ৰীড়া পুথিখন

নিখিলৰঞ্জন গুহ (অসম ৰেলৱে)

ইয়ংমাচু চাইজা (মণিপুৰ)

কৈলাশ বড়ো (শান্তিপুৰ এ. চি.)

অভিজিৎ বেনাৰ্জী (ডায়নামো)

গজেন কুমাই (এছ. এ. আই., গোলাঘাট)

ক্ষীৰোদ বৰুৱা (সম্পাদক, এ. এফ. এ.)

আৰু

ৰাধে ৰবগয়াৰী (এ. এছ. ই. বি.)ৰ

পৱিত্ৰ স্মৃতিত —

* অসম ৰেলবেৰ পেক্লাৰ্ক **নিখিলৰঞ্জন গুহই** পাণ্ডুৰ পৰা ডিব্ৰুগড়লৈ ৫৮,০০০ টকা ৰেল কৰ্মচাৰীৰ দৰমহা দিবলৈ নিওঁতে আমগুৰিত ১৯৪৯ চনৰ ১১ আগষ্ট নিশা ১০.২৫ বজাত ট্ৰেইনতে ডকাইতে গুলীয়াই হত্যা কৰে। নিখিলৰঞ্জন গুহ ১৯৪৯ চনৰ ৰাজ্যিক খেলুৱৈ আছিল।

* ১৯৪৭ আন্তঃ জিলা ফুটবল খিতাপ বিজয়ী মণিপুৰ দলৰ **ইয়ংমাচু চাইজা** পিচলৈ মণিপুৰৰ মুখ্যমন্ত্ৰী হয়। তেওঁকো গুলীয়াই হত্যা কৰিছিল (১৯৭৯)।

* তাং ২৩ জুন, ১৯৬৪ চন। গুৱাহাটী দ্বিতীয় ডিভিজন লীগ, শান্তিপুৰ বনাম ষ্টাৰ স্পৰ্টিং। শান্তিপুৰ ক্লাৱৰ চেণ্টাৰ-ফৰোৱাৰ্ড **কৈলাশ বড়োয়ে** প্ৰতিপক্ষৰ গ'ল-ৰক্ষক সুভাষ দাসৰ সৈতে খুন্দা খাই গুবাহাটী মেডিকেল কলেজ হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে। ফলত পিচদিনা কাকতৰ পৃষ্ঠাত লিখিছিল, ""Footballer dies of head injury Gloom sweeps over Gauhati Sports "

* ১৯৮৪ গুবাহাটী প্ৰথম ডিভিজন লীগৰ ডায়নামো বনাম মহাৰাণা খেলত ডায়নামোৰ পক্ষে খেলি থকা কালীঘাটৰ গ'লৰক্ষক **অভিজিৎ বেনাৰ্জীয়ে** প্ৰতিপক্ষৰ খেলুৱৈ সুমন গয়াৰীৰ সৈতে খুন্দা খাই আঘাত পায় আৰু হস্পিতালত মৃত্যু মুখত পৰে।

* গোলাঘাট বেজবৰুৱা চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত এছ্. এ. আই.-ৰ নিৰ্বাচন পাই পঢ়ি থকা সোণাপুৰ(কামৰূপ জিলা)ৰ ১৫-বছৰ বয়স্ক ফুটবল খেলুৱৈ **গজেন কুমাইয়ে** দিল্লীত অনুষ্ঠিত "ভাৰতীয় ক্ৰীড়া প্ৰাধিকৰণৰ প্ৰতিভা অন্বেষণ"ৰ শিবিৰত থাকোতে ১৯৮৮ চনৰ ২৩ মে'ত নেহৰু ষ্টেডিয়ামৰ লোহাৰ বেৰ পাৰ হওঁতে আঘাত পাই অসুস্থ হৈ পৰে ফলত ২৬ মে'ত এপেন্দিক্সৰ অষ্ট্ৰোপচাৰ হয়। ইয়াৰ পিচতো শাৰীৰিক অৱস্থা বেয়াৰ ফালে ঢাল খায় আৰু ৩০ মে'ত শেষ নিঃশ্বাস ত্যাগ কৰে।

* মৰিগাঁও ২৭ নবেম্বৰ ১৯৯৩ চন। অসম ফুটবল সন্থাৰ সম্পাদক **ক্ষীৰোদ বৰুৱাই** প্ৰাতঃ ভ্ৰমণ কৰোঁতে অচিনাক্ত ব্যক্তিয়ে গুলী কৰে। চিকিৎসাৰ বাবে তেওঁক গুৱাহাটী মেডিকেল কলেজ হস্পিতাললৈ আনে কিন্তু নিশালৈ মৃত্যুক আঁকোৱালি লয়। ক্ষীৰোদ বৰুৱা ১৯৭৩ ৰাজ্যিক জুনিয়ৰ ফুটবল দলৰ অধিনায়ক আছিল।

* গুবাহাটী চুপাৰ ডিভিজন এ. এছ্. ই. বি. দলত খেলি থকা **ৰাধে বৰগয়াৰীক** ২০০০ চনৰ ২৯ ডিচেম্বৰত অচিনাক্ত ব্যক্তিয়ে গুলী কৰোঁতে চিকিৎসাৰ বাবে কোকৰাঝাৰৰ পৰা গুৱাহাটীলৈ অনা হয় আৰু ৩১ ডিচেম্বৰত ইহলীলা সম্বৰণ কৰে।

# ASSAM FOOTBALL ASSOCIATION

NEHRU STADIUM, GUWAHATI - 781007
Regd. No. RS/KAM/240/D/2
Affiliated with All India Football Federation
Affiliated with Assam Olympic Association
Fax : 0361-527990




বিংশ শতিকাৰ পাতনিৰে পৰা অসমত ফুটবলৰ প্ৰচলন থাকিলেও আজি পৰ্য্যন্ত "অসম ফুটবল"ৰ ওপৰত কোনো ক্ৰীড়া পুথি প্ৰকাশ হোৱা নাই। এই ক্ষেত্ৰত ক্ৰীড়া নিবন্ধকাৰ শ্ৰীলোকেশ্বৰ গগৈৰ পদক্ষেপ প্ৰশংসনীয়। অসম ফুটবল সন্দৰ্ভত লিখিত বিৱৰণী আৰু তথ্যপাতিৰ অভাৱ স্বত্বেও তেওঁৰ দীৰ্ঘদিনীয়া প্ৰচেষ্টাত অসম ফুটবলৰ ইতিহাস আৰু ক্ৰমবিকাশৰ ওপৰত যুগুতোৱা **অসম ফুটবল** ক্ৰীডা গ্ৰন্থই বাস্তৱৰূপ পাবলৈ সক্ষম হৈছে। এই ক্ৰীড়া গ্ৰন্থখনে অসমৰ ক্ৰীড়া সাহিত্যৰ ভঁড়াল চহকী কৰাৰ লগতে কেৱল অসমৰেই নহয় সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিলে। যাৰ ফলত অসমৰ ঐতিহ্যমণ্ডিত ক্ৰীডা ইতিহাসক লুপ্তপ্ৰায় অৱস্থাৰ পৰা পুনৰ্জীবিত কৰি অসমৰ উঠি অহা নতুন প্ৰজন্মৰ ক্ৰীড়াবিদসকলক এক নতুন পোহৰৰ সন্ধান দিয়াত কৃতকাৰ্য্যতা লাভ কৰিছে। আজিৰ অসমত ফুটবলৰ সৈতে জড়িত ৰাজ্যিক ক্ৰীড়া সন্থা, জিলা পৰ্য্যায়ৰ ক্ৰীড়া সন্থা, প্ৰথম শ্ৰেণীৰ ক্লাব, শিক্ষা বিভাগ, ক্ৰীডা বিভাগ, বিশ্ববিদ্যালয়, কলেজ আৰু স্কুলসমূহত ফুটবল সন্দৰ্ভত কোনো তথ্যপাতিৰ সংৰক্ষণ পৰিলক্ষিত হোৱা নাই। সেয়ে এই "অসম ফুটবল" ক্ৰীডা পুথিখনে অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ ক্ৰীড়া প্ৰেমী ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰাই নহয় সমাদৰ লাভ কৰিব বুলি আশা ৰাখিলোঁ। বিশেষকৈ ক্ৰীড়া সংবাদ ও সাংবাদিক জগতৰ বাবে এখন মূল্যবান **স্পৰ্টছ ৰেফাৰেন্স বুকৰ** ভূমিকা গ্ৰহণ কৰিব তাত সন্দেহ নাই।

নগেন্দ্ৰ নাৰায়ণ সিংহ

গুৱাহাটী
উপ সভাপতি, অসম ফুটবল সন্থা

১ জুলাই, ২০০৫
সভাপতি, ৰেফাৰী বৰ্ড, অসম ফুটবল সন্থা




১৯৮৬ চনত "বিশ্ব ক্রীড়াত এভুমুকি" প্ৰকাশ হোৱাৰ পিচতে বহুজনে মোক খেদকৈ কলে যে ঐতিহ্যমণ্ডিত অসম ফুটবল সন্দৰ্ভত কোনো ক্রীড়া পুথি প্ৰকাশিত নোহোৱাটো আমাৰ বাবে দুখৰ কথা। সেয়ে ১৯৮৭ চনৰ পৰা "অসম ফুটবল"ক বাস্তৱৰূপ দিয়াত আত্ম-নিয়োগ কৰোঁ। এই উদ্যোগটো হাতত লোৱা পৰলৈকে অসম ফুটবল সন্দৰ্ভত মোৰ তেনে কোনো সম্যক জ্ঞান নাছিল কাৰণে এই আঁচনিৰ বিষয়ে অসমৰ দুই চাৰিজন খ্যাতনামা ক্রীড়া নিবন্ধকাৰ, সাংবাদিক, খেলুৱৈ আৰু উদ্যোক্তাৰ কাষ চাপোতে সৰহ সংখ্যকে বিষয়টোৰ ওপৰত গুৰুত্ব আৰোপ কৰে আৰু তেখেতসকলৰ অনুপ্ৰেৰণাই মোক "অসম ফুটবল" লিখিবলৈ ইন্ধন যোগায়। অসম ফুটবল সন্দৰ্ভত লিখিত বিৱৰণী আৰু তথ্যপাতিৰ যথেষ্ট অভাৱ কাৰণে পুথিখন পূৰ্ণাঙ্গৰূপ দিয়াত কিছু সৰহ সময়ৰ প্ৰয়োজন হল। কাৰণ তথ্যপাতি সংগ্ৰহৰ বাবে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতিখন জিলাৰ বিভিন্ন ঠাইলৈ যাব লগাৰ উপৰিও অৰুণাচল, মেঘালয়, নাগালেণ্ড, মণিপুৰ, ত্ৰিপুৰা আৰু পশ্চিমবঙ্গলৈও যাবলগীয়া হৈছিল। এই সন্দৰ্ভত প্ৰায় সাত-আঠশতকৈও অধিক লোক(খেলুৱৈ, প্ৰশিক্ষক, ক্রীড়া সংগঠক, দৰ্শক, উদ্যোক্তা, ক্রীড়া নিবন্ধকাৰ, ক্রীড়া সাংবাদিক)ৰ সাক্ষাৎ লৈছিলো। বিশেষকৈ এই উদ্যোগটোৰ চূড়ান্তৰূপ দিবলৈ ভালে সংখ্যক পুথিভঁড়াল আৰু প্ৰতিষ্ঠানৰ পৰা তথ্যপাতিৰে সহায় সহযোগ পাইছিলো। উপৰি প্ৰায় ৫০০ খন পত্ৰৰে বিভিন্ন ক্রীড়া সংগঠন, ব্যক্তি ও প্ৰতিষ্ঠানৰ সৈতে যোগসূত্ৰ স্থাপন কৰা হৈছিল। এই প্ৰতিষ্ঠানসমূহ আৰু ব্যক্তিসকলক যথাস্থানত নাম প্ৰকাশ কৰি কৃতজ্ঞতা জনাইছোঁ। নাম উল্লেখ নকৰা অগণন ব্যক্তিৰ দিহা-পৰামৰ্শ সহযোগ ও সঁহাৰি নোপোৱা হ'লে এই উদ্যোগটোৰ বহুত কথাই অসম্পূৰ্ণ হ'লহেতেন। যাৰ কাৰণে "অসম ফুটবল" বাস্তৱায়নত তেখেতসকলৰ অৰিহণা যুগ-যুগান্তৰ জড়িত থাকিব আৰু সেইসকলৰ ওচৰত মই চিৰকৃতজ্ঞ হৈ থাকিম।

এইখিনিতে উল্লেখ্য প্ৰাক্তন ৰাজ্যিক খেলুৱৈ (ডেপুটি মেনেজাৰ, গুৱাহাটী

**তেল শোধনাগাৰ) ৰেব পোদ্দাৰ ডাঙৰীয়াৰ সৌজন্যত গুৱাহাটী তেল শোধনাগাৰে এই পুথিখন লিখিবলৈ ১৯৯১ চনত ৫০০০ টকা , দিছপুৰৰ ৰাজ ব্যায়ামাগাৰে ১০০০ টকা আৰু নুমলিগড় শোধনাগাৰে পুথিখন প্ৰকাশ কৰিবলৈ ১৫,০০০ টকা অনুদান আগবঢ়াই ছিল। এই তিনিওটি অনুষ্ঠানলৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।** পুথিখনত অসম ফুটবলৰ চমু ইতিহাস , অসম ফুটবল সন্থাৰ বিতৰ্কিত অধ্যায়, মণিপুৰ , চিলঙৰ উপৰিও অসমৰ প্ৰতিখন জিলাৰ ফুটবল ইতিহাস, অবিভক্ত অসম আৰু আজিৰ অসমৰ জাতীয় আৰু ৰাজ্যিক খেলুৱৈৰ উপৰিও ভালে সংখ্যক প্ৰতিভাশালী জিলা পৰ্য্যায়ৰ খেলুৱৈৰ জীৱন বুৰঞ্জী, অসমৰ মুখ্য দলসমূহ (১৯৪৭-২০০৪)ৰ বিৱৰণ আৰু অসংখ্য আপুৰুগীয়া ছবি সন্নিৱিষ্ট কৰা হৈছে। এইখিনিতে পাঠকসকলৰ মনত নিশ্চয় এটা প্ৰশ্নৰ উদয় হ'ব, এই অসম ফুটবলত লিপিবদ্ধ কৰা খেলুৱৈসকলৰ তালিকা কি ভিত্তিত প্ৰস্তুত কৰা হৈছে। অসমৰ খ্যাতনামা ক্ৰীড়া সংগঠক নুৰুল আমিন, প্ৰাক্তন ক্ৰীড়া সাংবাদিক পুলিন দাস, ৰাজ্যিক খেলুৱৈ অজয় মোহন গুপ্ত আৰু আব্দুল হামিদ, ক্ৰীড়া লেখক ও সমালোচক অৰুণ চন্দ্ৰ বৰুৱা, জাতীয় খেলুৱৈ টচেন বড়া আৰু ক্ৰীড়া সাংবাদিক পৱিত্ৰ গগৈ আদিৰ পৰা অসমৰ চকুত পৰা খেলুৱৈৰ একোখন পৃথক পৃথক তালিকা সংগ্ৰহ কৰি অসম ফুটবল ক্ৰীড়া গ্ৰন্থৰ বাবে এখন চূড়ান্ত তালিকা প্ৰস্তুত কৰা হৈছে। এই পুথিখন সম্পাদনা কৰোঁতে হয়তো অজানিতে কোনোবা খেলুৱৈৰ নাম বাদ পৰি যাব পাৰে, পাঠকে এই সন্দৰ্ভত আমাক জনালে নথৈ সুখী হ'ম আৰু পৰৱৰ্ত্তী সংস্কৰণত সন্নিৱিষ্ট কৰিবলৈ সুযোগ পাম লগতে পুথিখনত ৰৈ যোৱা ভুল-ভ্ৰান্তিসমূহ আঙুলিয়াই দিলে ধন্যবাদেৰে গ্ৰহণ কৰিম।

সদৌ শেষত পুথিখন প্ৰকাশ কৰি ৰাইজৰ হাতত তুলি দিয়া বাবে **নতুন অসমৰ** স্বত্বাধিকাৰ শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী ডাঙৰীয়াক কি বুলি শলাগ জনাম ভাবি পোৱা নাই। ইতিমধ্যে নতুন অসমে খেল বিষয়ৰ দুখন পুথি **'বিশ্ব ক্ৰীড়াত এভুমুকি'** আৰু **'বিশ্ব ফুটবল'** প্ৰকাশ কৰিছে। প্ৰকাশকলৈ মোৰ কৃতজ্ঞতাৰ শেষ নাই।

দিছপুৰ

জুলাই, ২০০৫

(স্বাক্ষৰ)



- Directorate Information & Public Relation, Assam, Guwahati
- Deptt of Historical & Antiquarian Studies, Guwahati.
- Assam Dist. Gazetters, Guwahati.
- Office of the Director General of Police, Assam, Guwahati
- Police Reserve Office, Jorhat.
- Directorate of Youth Resources & sports, Nagaland
- Directorate Sports, Dibrugarh University.
- State Sports Council, Assam, Guwahati
- অসম ফুটবল সন্থা
- All Manipur Football Association
- মহাৰাণা এথলেটিক ক্লাব
- অইল ইণ্ডিয়া(কল্যাণ বিভাগ), দুলীয়াজান
- জিলা পুথিভঁড়াল, গুৱাহাটী
- নবীন বৰদলৈ পুথিভঁড়াল, গুৱাহাটী
- কৃষ্ণকান্ত সন্ধিকৈ পুথিভঁড়াল, গুৱাহাটী বিশ্ববিদ্যালয়
- কটন কলেজ লাইব্ৰেৰী
- আৰ্য্য বিদ্যাপীঠ কলেজ লাইব্ৰেৰী
- প্ৰাগজ্যোতিষ কলেজ লাইব্ৰেৰী
- বি. বৰুৱা কলেজ লাইব্ৰেৰী
- জে. বি. কলেজ লাইব্ৰেৰী
- তিনিচুকীয়া কলেজ লাইব্ৰেৰী
- ডন বস্কো স্কুল লাইব্ৰেৰী, গুৱাহাটী
- পি. এণ্ড ডি. লাইব্ৰেৰী, দিছপুৰ
- এন. ই. ফাউণ্ডেচন, গুৱাহাটী

- শৰৎ দাস (মহাৰাণা / মোহনবাগান)
- প্ৰভাত হাজৰিকা (গুৱাহাটী টাউন ক্লাব / মহাৰাণা)
- বিনয় বল (মহাৰাণা / কালীঘাট)
- যুগল কুমাৰ দাস (প্ৰাক্তন সম্পাদক, অসম ফুটবল সন্থা)
- দুলাল হাজৰিকা (প্ৰাক্তন সম্পাদক, অসম ফুটবল সন্থা)
- নৃপেন্দ্ৰ নাৰায়ণ সিংহ (যুটীয়া সম্পাদক, ষ্টেট স্পৰ্টছ কাউন্সিল, অসম)
- নুৰুল আমিন (প্ৰাক্তন সম্পাদক, অসম ফুটবল সন্থা)
- **ই. বিজয় সিং (সভাপতি, অল মণিপুৰ ফুটবল এছ'চিয়েচন)**
- পুলিন দাস (প্ৰাক্তন ক্ৰীড়া সাংবাদিক / ক্ৰীড়া সংগঠক)
- অৰুণ চন্দ্ৰ বৰুৱা (ক্ৰীড়া লেখক/ক্ৰীড়া সংগঠক, যোৰহাট)
- ভৱানী চৰণ বৰুৱা (সম্পাদক, অসম ফুটবল সন্থা)
- তপন চন্দ্ৰ হাজৰিকা (যুটীয়া সম্পাদক, অসম ফুটবল সন্থা)
- হেম দাস (সম্পাদক, সদৌ অসম ফুটবল খেলুৱৈ সন্থা)
- দি. পি. চক্ৰৱৰ্ত্তী (প্ৰাক্তন সম্পাদক, চিলং জিলা ক্ৰীড়া সন্থা)
- নৃপেন বৰুৱা (প্ৰাক্তন সম্পাদক, তেজপুৰ জিলা ক্ৰীড়া সন্থা)
- সন্তোষ কুমাৰ ৰায় (সভাপতি, হাইলাকান্দি জিলা ক্ৰীড়া সন্থা)
- পুৰ্ণানন্দ গগৈ (সম্পাদক, গোলাঘাট জিলা ক্ৰীড়া সন্থা)
- শম্ভু কৰ্মকাৰ (সম্পাদক, নাহৰকটিয়া ক্ৰীড়া সন্থা)
- আইবৰ বি. লিংডু (সচিব, মেঘালয় স্পৰ্টছ কাউন্সিল)
- আতাউৰ ৰহমান (প্ৰাক্তন ক্ৰীড়া সংগঠক/লোকসভা সদস্য)
- লিখনেশ্বৰ বৰুৱা (ক্ৰীড়া সংগঠক, শিৱসাগৰ)
- শৰৎ ডেকা (ক্ৰীড়া সংগঠক, ডিফু)
- ফটিক চন্দ্ৰ গগৈ (প্ৰাক্তন শিক্ষক / ক্ৰীড়া সংগঠক, নাহৰকটিয়া)
- এল. ফিলবাৰ্ট চোলাই (ক্ৰীড়া সংগঠক, চিলং)
- সমৰেন্দ্ৰ ভট্টাচাৰ্য্য (ক্ৰীড়া লেখক/ক্ৰীড়া সংগঠক, শিলচৰ)
- আশ্ৰাফুৰ ৰহিম (ক্ৰীড়া সংগঠক, গুৱাহাটী)
- কুমুদেশ্বৰ হাজৰিকা (প্ৰাক্তন শিক্ষক, গুৱাহাটী)
- পবিত্ৰ গগৈ (ক্ৰীড়া সাংবাদিক/এন. আই. এছ প্ৰশিক্ষক/প্ৰথম শ্ৰেণী ৰেফাৰী)
- জয়ন্ত দাস (ক্ৰীড়া সাংবাদিক, গুৱাহাটী)
- দিব্যজ্যোতি ভাগৱতী (এন. আই. এছ প্ৰশিক্ষক, তেজপুৰ)
- দেৱাশীষ পুৰকায়স্থ (সম্পাদক, ব্লু হেভেন ক্লাব, হাফলং)

- দোয়েল চোলাই / দিলীপ গোপ (অসম সচিবালয়, দিছপুৰ)
- পি. চি. নাথ (আৰক্ষী সঞ্চালকালয়, অসম)
- ঘন বৰা (অসম ৰাজ্যিক পৰিবহন নিগম, যোৰহাট)
- সজল চৌধুৰী (১০ম অসম পুলিচ বাহিনী)
- হেমন্ত ফুকন (ষ্টেট বেঙ্ক, ডিমাপুৰ)
- প্ৰদীপ গঁগৈ (থাৰ্মেল, নামৰূপ)
- দীপকজ্যোতি বিশ্বাস (হস্পিতাল ৰোড্, কৰিমগঞ্জ)
- গকুল গঁগৈ (এ. এছ. ই. বি., যোৰহাট)
- বিনোদ প্ৰসাদ শীল (যোৰহাট)
- লাচিত ফুকন (গদৰেজ, গুৱাহাটী)
- প্ৰমোদ কুমাৰ মহন্তি (এ. এফ. এ./ষ্টেট স্পৰ্টছ কাউন্সিল, অসম)
- শ্ৰীমতী যোগ দুৱৰা (উত্তৰ লক্ষীমপুৰ)
- শ্ৰীমতী অসীমা মুখাৰ্জী (অসম ৰাজ্যিক পৰিবহন নিগম, তেজপুৰ)
- শ্ৰীমতী প্ৰণতি ফুকন (গুৱাহাটী)
- শ্ৰীমতী বীণা ৰায়চৌধুৰী (এ. এছ. ই. বি., গুৱাহাটী)
- শ্ৰীমতী তৰুলতা গঁগৈ (ক্ৰীড়া সঞ্চালকালয়, অসম)
- শ্ৰীমতী মীনু গঁগৈ (দিছপুৰ)
- **ৰাজ্যিক খেলুৱৈ —**

  আব্দুল হামিদ, আমানুল্লা, তোষেশ্বৰ দত্ত, ভবেশ ৰায়, টচেন বড়া, অক্ষয় ডেকা, ৰেব পোদ্দাৰ, সুনীল দাস, মহম্মদ চেৰিফ, দীপক কুমাৰ লিম্বু, নাৰায়ণ বৰা, সন্তোষ গোস্বামী, ৰিয়াজ আলি, অজয় দাস, বিলাস বৰুৱা, দধী বৰ্মণ, অধীৰ ৰায়, অভিজিৎ দেৱ, জাষ্টিচ লিংডু, নিকুঞ্জ ব্ৰহ্ম, ৰঞ্জন ব্ৰহ্ম চৌধুৰী, প্ৰফুল্ল হাজৰিকা, ডাঃ দাসগুপ্ত(সৰু), বিজয় কোৱা, অনিল বৰুৱা, প্ৰসন্ন বৰ্মণ, ডম্বৰু খনিকৰ, ৰমেশ ফুকন, অৰুণ বৰঠাকুৰ, বিমল বৰুৱা, অমল ফুকন, দোলেন চেতিয়া, নবাব পাটৰ, ৰবীন নেওগ আদি।
- **জিলা খেলুৱৈ —**

  দুৰ্গা চৌধুৰী (গুৱাহাটী), খনিন গয়াৰী (গোলাঘাট / চিলং), প্ৰদীপ ফুকন (গোলাঘাট), পোনা আও (গোলাঘাট), ৰিয়াচত আলি (ডিব্ৰুগড়), নৰুনটিভা আও (যোৰহাট), লোকনাথ হাজৰিকা (যোৰহাট), বিনোদ দত্ত (শিৱসাগৰ) আদি।

# অসম ফুটবলৰ খতিয়ান

বিংশ শতিকাৰ আৰম্ভণিৰে পৰা অসমত ফুটবল খেলৰ প্ৰচলন হয়। সেই সময়ত আজিৰ দৰে সুপৰিকল্পিত ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত নহ'লেও বিভিন্ন ঠাইত নানান শ্বিল্ড-কাপ আদিৰ খেলে ফুটবল চৰ্চা অব্যাহত ৰাখিছিল। বিশেষকৈ চহৰ (পুলিচ ৰিজাৰ্ভ) আৰু চাহ বাগিচাবিলাকত এই খেলৰ প্ৰচলন হৈ ক্ৰমে গাওঁ অঞ্চলতো বিয়পি পৰে আৰু অতি কম সময়ৰ ভিতৰতে অসমৰ ক্ৰীড়া ক্ষেত্ৰত ফুটবলে এটা বিশেষ স্থান অধিকাৰ কৰি লয়।

নানান ঘাত প্ৰতিঘাতৰ মাজেৰে অগ্ৰসৰ হোৱা অসম ফুটবলৰ এটা গৌৰৱময় অধ্যায় আছে। এই অধ্যায়ৰ পাত লুটিয়ালে দেখা যায় — যি সময়ত ভাৰতীয় ফুটবলত কলিকতাৰ মহমেডান স্পৰ্টিং সবাতোকৈ শক্তিশালী দল আছিল সেই সময়ত তেওঁলোকে ভাৰতৰ উপৰি বিশ্বৰ যিকোনো দলৰ বিৰুদ্ধে থিয় দিব পৰা ক্ষমতা আছিল। তেতিয়া মহমেডান স্পৰ্টিং দল আছিল ওচমান, জুম্মা খান, চিৰাজ, মাচুম, ৰচিদ খান, বাচ্চি খান, নুৰ মহম্মদ, ৰহিম, ৰহমত, হাফেজ ৰচিদ, আব্বাচ আদি যশস্যাসম্পন্ন খেলুৱৈৰে পুষ্ট। অসমৰ মহাৰাণাৰ সৈতে অনুষ্ঠিত খেলৰ এদিন পূৰ্বে ভাৰতৰ বছা বছা খেলুৱৈৰে গঠিত অৱশিষ্ট একাদশক মহমেডান স্পৰ্টিঙে ৪-০ ব্যৱধানত ধৰাশায়ী কৰিছিল। গতিকে এনে এটা শক্তিশালী দলৰ বিৰুদ্ধে অসমৰ মহাৰাণাই প্ৰতিদ্বন্দ্বিতা কৰাটো মুখৰ কথা নাছিল ! কিন্তু মহাৰাণা দলে যি মহাপৰাক্ৰমেৰে এই খেলত অৱতীৰ্ণ হল তাৰ বাবে আমি আজিও গৌৰৱান্বিত। এয়া হ'ল ১৯৪০ চনৰ আই এফ এ শ্বিল্ডৰ কথা। খেলখনত মহাৰাণাই প্ৰথমে স্কৰ কৰি ১-০ গ'লত অগ্ৰসৰ হোৱাৰ পিচত শেষ মুহূৰ্তত মহমেডানে এটা গ'ল দিয়াত খেলখন ১-১ ভাৱে অন্ত পৰে। এই খেলত মহাৰাণাৰ লেফট্-হাফ্ টি. আৱে ভাৰতৰ দ্ৰুতগামী ৰাইট-আউট নুৰ



**মহাৰাণা ক্লাব ১৯৪০**

ঠিয় হৈ বাঁও পিনৰ পৰা - কমল ঘোষ, কামাখ্যা সেন, ভাস্কৰ চৌধুৰী, পুটু চৌধুৰী, টি.আও, দ্বিজেন সেনগুপ্ত, শৰৎ দাস। বহি -অনিমেষ গাঙ্গুলী, ৰজনী বৰুৱা, বিনয় বল (অধিনায়ক), জ্ঞান চক্ৰৱৰ্ত্তী, সুৰঞ্জন চক্ৰৱৰ্ত্তী। ফটোত সত্যব্ৰত মজুমদাৰ আৰু হেমন্ত গুহ নাই।

মহম্মদক সম্পূর্ণৰূপে পৰাভূত কৰে। পিচদিনা পুনৰ অনুষ্ঠিত খেলৰ বাবে বেঙ্গল এছেম্বলী ছুটী দিয়াৰ উপৰি প্ৰিমিয়াৰ ফজলুল হক নিজে খেলপথাৰত উপস্থিত আছিল। এই খেলখনতো মহাৰাণাই মহাপৰাক্ৰমৰে যুঁজি ১-০ গ'লত পৰাভূত হয় যদিও ই আছিল অসম ফুটবলৰ শুভাৰম্ভ। দুইখন খেলতে গ'লৰক্ষক বিনয় বল আৰু বেক্ দ্বয় শৰৎ দাস আৰু পুটু চৌধুৰীয়ে সুন্দৰ খেল প্ৰদৰ্শন কৰে। তেতিয়া মহাৰাণা দলত আছিল – বিনয় বল (অধিনায়ক), শৰৎ দাস, জিতেন 'পুটু' চৌধুৰী, বিপুল ঘোষ, বিনোদ বোস, টালিমেৰাণ আও, সুবোধ সেন, সুশীল দাস, শৰৎ শৰ্মা, সত্যব্ৰত 'ছুটকু' মজুমদাৰ, যুগল দাস, হেমন্ত গুহ, কামাখ্যা সেন, অনিমেষ গাঙ্গুলী, প্ৰভাত হাজৰিকা, কমল ঘোষ, হৰিদাস চক্ৰবৰ্তী, ৰজনী বৰুৱা, ভাস্কৰ চৌধুৰী, সুৰঞ্জন চক্ৰবৰ্তী, জ্ঞান চক্ৰবৰ্তী আদি। এইখিনিতে উল্লেখ্য মহাৰাণা ক্লাৱে ১৯৩৯ চনতে পোন প্ৰথম আই এফ এ শ্বিল্ডত যোগদান কৰি সম্পূৰ্ণ শ্বেতাঙ্গ খেলুৱৈৰে পুষ্ট কলিকতা পুলিচৰ হাতত ১-০ গ'লত পৰাভূত হয় যদিও "দি ষ্টেটছ্‌মেন" বাতৰি কাকতে মন্তব্য কৰিছিল, "It seemed the police players left their boots at Lalbazar Police Station Calcutta will always welcome Maharana " অৱশ্যে শিলচৰৰ ইণ্ডিয়া ক্লাৱে ১৯১৭ চনতে আই এফ এ শ্বিল্ড খেলাৰ গৌৰৱ অৰ্জন কৰিছিল। চিলং টাউন ক্লাৱ ১৮৯১ চনত স্থাপিত অবিভক্ত অসমৰ পুৰণি ক্লাৱ। ১৯৭২ চনত মেঘালয় ৰাজ্য গঠন হোৱাৰ পিচত শিলচৰৰ ইণ্ডিয়া ক্লাৱক অসমৰ পুৰণি ক্লাৱৰূপে স্বীকৃতি দিয়া হয়। ইণ্ডিয়া ক্লাৱ স্থাপিত হৈছিল ১৯০০ চনত। অবিভক্ত অসমৰ প্ৰথম ফুটবল সন্থা চিলং ফুটবল এছ'চিয়েচনৰ জন্ম ১৯১৬ চনত। তেতিয়াই অসম ফুটবলত সূচনা হয় এক নতুন অধ্যায়। অৱশ্যে ১৯১৮ চনত প্ৰতিষ্ঠা হোৱা ডিব্ৰুগড় স্পৰ্টছ্ এছ'চিয়েচনক বৰ্তমানে অসমৰ পুৰণি সন্থাৰূপে গণ্য কৰা হয়। কিন্তু অসম ফুটবল সন্থাৰ জন্ম – ১৯৪৬ চনত। অসম ফুটবল সন্থা জন্মৰ পিচৰে পৰা গুৱাহাটী আৰু শিলচৰৰ মাজত সৃষ্টি হোৱা বিবাদ ১৯৫১ চনত অন্ত পৰে আৰু অসম ফুটবল সন্থাই প্ৰকৃতৰূপ পাবলৈ সক্ষম হয় (এ. এফ. এ. সন্দৰ্ভত ১৯ পৃষ্ঠাত)।



ফটো আগষ্টাচ বিচাৰ্ডছৰ সৌজন্যত

খৃষ্টান মিছন স্কুল ১৯৪৯

চল্লিশৰ দশকত মহাৰাণাৰ ত্ৰাস সৃষ্টিকাৰী ফুটবলে কলিকতাৰ ক্লাবসমূহক শঙ্কিত কৰি তোলোতে কেইবা গৰাকী খেলুৱৈয়ে কলিকতাৰ ফুটবলত যোগদান কৰে। ইয়াৰ ভিতৰত শৰৎ দাস আৰু টি. আও মোহনবাগানলৈ যায়। উল্লেখ্য যে মোহনবাগানৰ আশুতোষ দত্ত(১৯২০-২৪)ক কলিকতাৰ প্ৰথম ডিভিজনত খেলা অসমৰ প্ৰথম খেলুৱৈৰূপে স্বীকৃতি দিয়া হলেও, স্কটিছ চাৰ্চ কলেজত পঢ়া শিৱসাগৰৰ ফুটবলাৰ ভূবন গগৈয়ে দুবছৰ(১৯১৩ আৰু ১৯১৪) মোহনবাগানত খেলি ইতিপূৰ্বেই এই কৃতিত্বৰ অধিকাৰী হৈছিল। তদুপৰি এই কলেজৰে আন এগৰাকী ছাত্ৰ তথা চিলঙৰ হিলছ ইউনাইটেড ক্লাবৰ খেলুৱৈ হেমুৱেল লালুয়ে দুবছৰ (১৯১৫ আৰু ১৯১৬) মোহনবাগান দলত খেলে। বিশেষকৈ উল্লেখ্য শিলচৰৰ কেপ্টেইন এন. এম. গুপ্ত – কাৰণ তেওঁ ১৯০৯-১৯১১ লৈকে কলিকতা টাউন ক্লাবত খেলিছিল।

১৯৪৭ চনটো অসম ফুটবলৰ বাবে তাৎপৰ্য্যপূৰ্ণ। সেই বছৰৰ পৰাই আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা সূচনাৰ লগে লগে অসম দলেও নিয়মীয়াকৈ সন্তোষ ট্ৰফীত প্ৰতিদ্বন্দ্বিতা কৰি আহিছে। অসমৰ বিভিন্ন চহৰত ক্ৰমান্বয়ে স্বাধীনতা দিৱস কাপ (১৯৪৯), এ টি পি এ শ্বিল্ড(১৯৫৫), বৰদলৈ ট্ৰফী (১৯৫২), শ্যামলা সুন্দৰী শ্বিল্ড (১৯৫২), ডুগৰ শ্বিল্ড(১৯৫৬) আৰু কেপ্টেইন এন এম গুপ্ত ট্ৰফী (১৯৬২) আদিৰ আৰম্ভ হয়। ১৯৪৯ চনৰ পৰা দেউকণ শ্বিল্ড ফুটবল প্ৰতিযোগিতা আৰম্ভ হওঁতে যোৰহাটৰ খৃষ্টান মিছন স্কুলে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। সেই সময়ত অসমৰ একমাত্ৰ ইউনিভাৰ্চিটি গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৫০ চনত আলিগড়ত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত যোগদান কৰাৰ পিচৰে পৰা অসমত আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টৰ সূচনা হয়। যোৰহাটত অনুষ্ঠিত ফাইনেলত অসম মেডিকেল কলেজে শিৱসাগৰ কলেজক পৰাভূত কৰে(১৯৫২)। অৱশ্যে গুৱাহাটী বিশ্ববিদ্যালয়ে এতিয়ালৈকে দুবাৰ (১৯৫১ আৰু ১৯৭১) সদৌ ভাৰত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ খিতাপ পাইছে। আনহাতে সন্তোষ ট্ৰফীত অসমে ১৯৫৩ চনত উৰিষ্যাক ১-০

গ'লত পৰাভূত কৰি জয়ৰ ঃ খ দেখে। সেই খেলৰ স্কৰ আছিল নিপ বৰুৱাৰ। ইতিপূৰ্বে ১৯৫০ চনত অসমে বঙ্গ দলৰ বিৰুদ্ধে ৩-২ ব্যৱধানত পৰাভূত হলেও অসমৰ ক্ৰীড়া বীৰত্বৰ পৰিচয় বঙ্গ দলে ভালদৰে পাইছিল। বিশেষকৈ গ'লৰক্ষক ডাঃ শৈলেন্দু দাসগুপ্তই জীৱনৰ শ্ৰেষ্ঠতম খেল প্ৰদৰ্শন কৰে। ফলত পিচৰ বছৰত ইষ্টবেঙ্গল ক্লাৱত যোগদান কৰাৰ সুযোগ পায় আৰু ১৯৫৪ চনত দলৰ অধিনায়কত্বও কৰে।

পৰৱৰ্ত্তীকালত অসম ফুটবলত তেনে উল্লেখযোগ্য ঘটনা দেখা নগলেও ১৯৫৫ চনৰ আই এফ এ শ্বিল্ড খেলিবলৈ যোৱা শিৱসাগৰ এমেচাৰ ক্লাৱৰ কৃতিত্ব স্মৰণীয়। বোধকৰো এই দলটোক অসমৰ বাহিৰত খেলিবলৈ যোৱা সৰ্বকালৰ শ্ৰেষ্ঠ দল বুলি কলেও ভুল নহব। অসমৰ বিভিন্ন অঞ্চলৰ খেলুৱৈৰে এই দল গঠন কৰা হৈছিল। তেওঁলোকে প্ৰথমে জামছেদপুৰ এছ এ-ক ১-০ গ'লত পৰাভূত কৰে। দ্বিতীয় ৰাউণ্ডত পূব পাকিস্তানৰ ঢাকা ৱাণ্ডাৰাৰ্ছক সেই একে ব্যৱধানত পৰাভূত কৰি কোৱাৰ্টাৰ-ফাইনেলত ইষ্টবেঙ্গলৰ মুখামুখি হয়। নিৰ্দ্ধাৰিত সময়ত খেলখন ১-১ গ'লত ড্ৰ থকাত অতিৰিক্ত সময় খেলোৱা হয়। তথাপি কোনো গ'ল নোহোৱাত সেইদৰেই খেলৰ অন্ত পৰে। এইখিনিতে উল্লেখ্য যে অতিৰিক্ত সময়ছোৱাত শিৱসাগৰ এমেচাৰ দলে দুটা গ'ল দিছিল কিন্তু ৰেফাৰীয়ে দুয়োটা গ'ল নাকচ কৰে। ৰি প্লে খেলত শিৱসাগৰ এমেচাৰ ক্লাৱ ১-০ গ'লত হাৰে। পৰাভূত হলেও গ'লৰক্ষক প্ৰফুল্ল হাজৰিকা, বেক দ্বয় তোষেশ্বৰ দত্ত আৰু পৱন গোহাঁইৰ খেলে ভূয়সী প্ৰশংসা লাভ কৰে। তেতিয়া শিৱসাগৰ এমেচাৰ দলত আছিল প্ৰফুল্ল হাজৰিকা, পৱন গোহাঁই, তোষেশ্বৰ দত্ত (অধিনায়ক), জীৱন শৰ্মা, পৰেশ মজুমদাৰ, জীৱন বৰঠাকুৰ, মৃনাল 'চিবুল' সেন, বিলাস বৰুৱা, হেমন্ত বৰঠাকুৰ, পি. অধিকাৰী, আৰ. শৰ্মা, পিলিক চৌধুৰী আৰু ডাঃ শৰৎ দত্ত আদি।

আই. এফ. এ. শ্বিল্ডৰ পিচতে সেই বছৰৰ সন্তোষ ট্ৰফী খেলিবলৈ ডিব্ৰুগড় টাউন ক্লাৱৰ খেলুৱৈ ডাঃ শৰৎ দত্তৰ অধিনায়কত্বত অসম দলক পঠোৱা হৈছিল। প্ৰথমবাৰৰ বাবে দলটো ছেমি-ফাইনেলত উপনীত হয়।

ছেমি-ফাইনেলত অসম দল মহীশূৰৰ হাতত পৰাভূত হোৱাৰ পিচত তৃতীয়স্থান নিৰ্ণায়ক খেলত ছাৰ্ভিচেজৰ বিৰুদ্ধে পৰাজয় বৰণ কৰি চতুৰ্থস্থান দখল কৰে। বিশেষকৈ ১৯৫৯ সন্তোষ ট্ৰফীৰ পূব মাণ্ডলিক খেলত অসমে শক্তিশালী বঙ্গ দলক ১-০ গ'লত পৰাভূত কৰি মাণ্ডলিক চেম্পিয়ন হৈছিল (তাং ২ অক্টোবৰ, স্থান বাৰ্ণপুৰ)। ১৯৬০ চনৰ সন্তোষ ট্ৰফীত অসমে চাম্পাংগী কাপ জয় কৰোঁতে ছেমি ফাইনেলত ছাভিচেজৰ হাতত ১-০ গ'লত পৰাভূত হৈ তৃতীয়স্থান নিৰ্ণায়ক খেল উদ্যোক্তা কেৰালাৰ বিৰুদ্ধে ১-১ গ'লত অমীমাংসিতভাৱে অন্ত পৰে আৰু অসমে তৃতীয়স্থান পায়।

বৃটিছ ৰাজত্বকালতে গঢ় লোৱা ডিব্ৰুগড় চহৰে "উত্তৰ পূব ভাৰতৰ ফুটবল মক্কা" নাম পাইছিল। আনকি স্বাধীনতাৰ '? '.' ডিব্ৰুগড়ৰ ফুটবল আধিপত্য মনকৰিবলগীয়া। ১৯৫২ আৰু ১৯৫৩-ৰ আন্তঃ জিলা খিতাপ বিজয়ী ডিব্ৰুগড় জিলা দল সন্দৰ্ভত ভাৰতীয় অলিম্পিক ফুটবল দলৰ অধিনায়ক ডাঃ টি. আওৰ মন্তব্য এনেধৰণৰ, "ডিব্ৰুগড় একাদশক লৈ মই ভাৰতৰ যি কোনো দলৰ বিৰুদ্ধে খেলিব পাৰিম।" বিশেষকৈ ১৯৫৪ চনত ডিগবৈত অনুষ্ঠিত ইষ্টবেঙ্গল বনাম ডিব্ৰুগড় একাদশ তীব্ৰ প্ৰতিদ্বন্দ্বিতামূলক খেলখনত ৪-৩ ব্যৱধানত পৰাভূত হলেও বাতৰি কাকতে লিখিছিল, "Best exhibition match played in the region so far Byron and Sarat Dutta played brilliant football "

অসমত অনুষ্ঠিত বিভিন্ন প্ৰতিযোগিতাসমূহৰ ভিতৰত আন্তঃ জিলা ফুটবল অতি উচ্চ স্তৰৰ আছিল। কাৰণ সেই সময়ত সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল এ এফ এ-ৰ অন্তৰ্গত থকা হেতুকে এই বৃহৎ অঞ্চলৰ বছা বছা খেলুৱৈৰে জিলা দল সমূহ পুষ্ট আছিল। এইখিনিতে উল্লেখ্য প্ৰথম আন্তঃ জিলা (১৯৪৭) খিতাপ মণিপুৰে জয়লাভ কৰে। মণিপুৰ ফুটবল সন্থা ১৯৭২ লৈকে এ এফ এ-ৰ অন্তৰ্ভুক্ত আছিল। পূৰ্ণাঙ্গ ৰাজ্যৰ মৰ্য্যদা পোৱা মণিপুৰে ইতিমধ্যে আই এফ এ-ৰ স্বীকৃতি লাভ কৰি পৃথক হৈ যায়। বিংশ শতাব্দীৰ মধ্যভাগত যোৰহাট নগৰ উজনি অসমৰ প্ৰাণকেন্দ্ৰ স্বৰূপ আছিল। এই যোৰহাটতে পি ডি ষ্ট্ৰেচী-ৰ প্ৰচেষ্টাত অসমৰ প্ৰথমখন ষ্টেডিয়াম নিৰ্মাণ হয় (১৯৫২)।

১৯৫০-ৰ ভূঁইকঁপৰ পিচতে ডিব্ৰুগড় চহৰৰ স্বকীয় ক্ৰীড়া জ্যোতি ক্ৰমান্বয়ে ম্লান পৰে আৰু নগাওঁ চহৰে "Mecca of sports in Assam" ৰূপে আখ্যায়িত হয়। নগাঁৱত অনুষ্ঠিত হোৱা স্বাধীনতা দিৱস কাপ ফুটবল প্ৰতিযোগিতা অসমৰ সবাতোকৈ চকুত পৰা প্ৰতিযোগিতাত পৰিণত হয়। আনহাতে সাংস্কৃতিক দিশত অসমৰ প্ৰাণকেন্দ্ৰ স্বৰূপ তেজপুৰত বিকাশ লাভ কৰা কৃতী খেলুৱৈসকলৰ ভিতৰত – হৰ কুমাৰ শইকীয়া, প্ৰফুল্ল মেচ আৰু অমু মুখাৰ্জী অন্যতম। তেজপুৰৰ তৰুণ অসম সংঘৰ অগ্ৰণী ভূমিকাও মনকৰিবলগীয়া। অৱশ্যে অসম ফুটবলত সফল ক্লাৱৰূপে কেৱল দুটা নাম সদায় জিলিকি থাকিব– গুৱাহাটী টাউন ক্লাৱ আৰু মহাৰাণা এ চি (বিৱৰণ ক্ৰমে ৪৮০ আৰু ৪৮৪ পৃষ্ঠাত)।

বৃটিছ ৰাজত্বকালৰ বেঙ্গল এণ্ড আসাম ৰেলৱে স্বাধীনতাৰ পিচতে দুভাগ হৈ অসমত অসম ৰেলৱে নামেৰে জনাজাত হয়। ১৯৫০ চনত অসম ৰেলৱে দলে আন্তঃ জিলা খিতাপ জয় কৰে। ১৯৫৮ চনত অসম ৰেলৱেৰ নাম এন এফ ৰেলৱে নামেৰে নামাকৰণ কৰে আৰু ১৯৬৯ চনত দ্বিতীয়বাৰৰ বাবে এই খিতাপ পায়। অৱশ্যে আন্তঃ জিলা ফুটবলত এন এফ ৰেলৱে দলে সদায়ে বলিষ্ঠ প্ৰতিদ্বন্দ্বিতা আগবঢ়াই অসম ফুটবলৰ মানদণ্ড উৰ্দ্ধগামী কৰি ৰাখিছিল। ৰেল দলত খেলা কৃতী খেলুৱৈ সকল হিৰেন মুখাৰ্জী, বিমল কৰ, অমল কৰ,পৰেশ মজুমদাৰ, অমু ঘোষ,বিশু ঘোষ, অজয় দাস, মণি ঘোষ, ভবেশ ৰায়, অমলেন্দু ধৰ আদি অন্যতম। ২০০০ চনত এন এফ ৰেলৱেৰ জনক বসুমতাৰীয়ে ভাৰতীয় ৰেল দলতো স্থান লাভ কৰে। বিশেষকৈ উল্লেখ্য ১৯৯৮ চনত জি এছ্ এ লীগত আত্মা-প্ৰকাশ কৰি ১৯৯৯ চনত প্ৰথম ডিভিজনৰ খিতাপ অৰ্জন কৰে।

অসমৰ প্ৰতিভাৱান খেলুৱৈসকলৰ ভিতৰত সবাতোকৈ জনপ্ৰিয় আছিল পিলিক চৌধুৰী। অৱশ্যে নিপ বৰুৱা, ৰেব পোদ্দাৰ, চল্লৰ নংৱ্ৰী, জেদ ৰমিঅ আদি উচ্চ স্তৰৰ খেলুৱৈ। গুৱাহাটীৰ ক্ৰীড়াঙ্গনত দপদপাই থকা আন কেইজনমান খেলুৱৈ যেনে কনক বৰদলৈ, নাৰায়ণ দাস, উমেশ দাস(চিনিয়ৰ), পদ্মধৰ চৌধুৰী অন্যতম। গুৱাহাটী বিশ্ববিদ্যালয়ৰ জেদ ৰমিঅই

আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত "টেনজিং" নামেৰে সবাতোকৈ জনপ্ৰিয় খেলুৱৈৰূপে পৰিগণিত হৈছিল। চিলঙত বিকাশ লাভ কৰা তাৰকাসকলৰ ভিতৰত ডেনিচ ডান, জৰ্জ লিংডু, জাষ্টিচ লিংডু, সুনীল দাস, চল্লৰ নংব্ৰী, টমলিন লামাৰে অন্যতম। ইয়াৰ ভিতৰত অসম দলৰ ইনচাইড-ৰাইট পজিচনত খেলা চল্লৰ নংব্ৰী আছিল বিৰল প্ৰতিভাৰ অধিকাৰী। নগা ফুটবলাৰ, ষ্টেট ট্ৰেন্সপৰ্টৰ লেফট-আউট নুং চাং আওৰ দৰে বাঁও-ভৰিৰে তীব্ৰ শ্বট্ মাৰিব পৰা খেলুৱৈ আজিলৈকে দ্বিতীয়জন ওলোৱা নাই বুলিব পাৰি। এইখিনিতে তেজপুৰত অভ্যুদয় হোৱা কোবাল শ্বট্ৰ অধিকাৰী দুৰ্দ্ধৰ্ষ চেণ্টাৰ-হাফ্ তথা ইনচাইড-ফৰোৱাৰ্দ প্ৰফুল্ল মেচক উনুকিয়াতো উচিত হ'ব। কাৰণ এওঁৰ তীব্ৰ শ্বটেও অসম ফুটবলত কল্লোলৰ সৃষ্টি কৰি থৈ গৈছে। অসমৰ অন্যান্য ঠাইত জন্মলাভ কৰা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত – কোকৰাঝাৰৰ বিনোদ ব্ৰহ্ম ; মঙ্গলদৈৰ আব্দুল জেলিল ; নেফা(অৰুণাচল)ৰ চৌ জিত গোহাঁই আৰু ইন্দ্ৰজিৎ নামচুম (দুয়ো গুৱাহাটী ক্ৰীড়া সন্থাৰ খেলুৱৈ) অন্যতম।

অসমৰ ৰক্ষণ বিভাগত খেলা তোষেশ্বৰ দত্ত আৰু সুনীল দাসে কলিকতাত "চাইনীজ ৱাল" আখ্যা পাইছিল। অৱশ্যে তোষেশ্বৰ দত্তক "অসমৰ মান্না" বুলিও কোৱা হয়। ডিফেন্সৰ খেলুৱৈসকলৰ ভিতৰত পুটু চৌধুৰীক শীৰ্ষস্থানত বহুৱাব পাৰি। ১৯৪৮-ৰ লণ্ডন অলিম্পিক ক্ৰীড়াত ভাৰতীয় ফুটবল দলৰ অধিনায়ক আছিল টি. আও তথা জাতীয় দলত স্থান পোৱা অসমৰ প্ৰথম খেলুৱৈ। এইখিনিতে উল্লেখ্য জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পোৱা প্ৰথম খেলুৱৈ গৰাকী হ'ল মহাৰাণা ক্লাৱৰ মনোৰঞ্জন বেনাৰ্জী (১৯৪৮)।





ফটো সুনীল দাসৰ সৌজন্যত

**অসম ৰাজ্যিক দল ঃ ১৯৫৫**

ঠিয় হৈ বাঁও পিনৰ পৰা - আৰ. শৰ্ম্মা, অমল ৰিচার্ডছ, তোষেশ্বৰ দত্ত, অৱনি কুমাৰ বৰুৱা (মেনেজাৰ), ইন্দু হাজৰিকা, ডাঃ শৰৎ দত্ত (অধিনায়ক), সুনীল দাস।
বহি - হাদু গাঙ্গুলী, চন্দ্ৰৰ নংৱী, ডাঃ দাসগুপ্ত (সৰু), বিলাস বৰুৱা, ছফিকুল হুছেইন।

## জাতীয় দলত অসমৰ খেলুৱৈ

১। ডাঃ টালিমেৰাণ আও (১৯৪৮ আৰু ১৯৫১)

২। টচেন বড়া (১৯৭২)

৩। গিলবাৰ্টচন চাংমা (১৯৭৫)

স্বাধীন ডেকাৰজা (১৯৭৫ আৰু ১৯৭৬)

৪। কে. কাউলা মিজো (১৯৭৬ আৰু ১৯৭৭)

সুধীৰ চৌধুৰী (১৯৭৬ আৰু ১৯৭৭)

৫। দেৱাশীষ ৰায় (১৯৭৭ আৰু ১৯৭৯)

৬। অৰূপ দাস (১৯৮১ আৰু ১৯৮২)

৭। বাবুল ফুকন (১৯৮৫)

৮। চৈয়দ আবিদ ইমাম (১৯৮৫)

৯। জুৰেল বে (১৯৮৯-১৯৯৩)

## জাতীয় জুনিয়ৰ দলত অসমৰ খেলুৱৈ

১। ইন্দ্ৰজিৎ নামচুম (১৯৬৪)

বসন্ত কুমাৰ কাবুই (১৯৬৪)

২। দেৱাশীষ ৰায় (১৯৭৬ আৰু ১৯৭৭)

৩। অসিত দাস (১৯৭৮)

৪। অনুপ ভট্টাচাৰ্য্য (১৯৮০)

৫। অৰূপ দাস (১৯৮১)

৬। সুশান্ত মুছাহাৰী (১৯৮২)

৭। ফ্ৰান্সিচ বৰুৱা (১৯৮৫)

৮। চৈয়দ আবিদ ইমাম (১৯৮৬)

বাবুল ফুকন (১৯৮৬ আৰু ১৯৮৭)

৯। জুৱেল বে (১৯৮৯/ অধিনায়ক)

নকুল বড়ো (১৯৮৯)

১০। বিজয় কুমাৰ বসুমতাৰী (১৯৯০)

১১। গুস্ফে ৰীমে (১৯৯৪ আৰু ১৯৯৫)

১২। জনক বসুমতাৰী (১৯৯৮ আৰু ১৯৯৯)

১৩। কুশল ৰাজকোঁৱৰ (১৯৯৯)

ক্রিচপিন ছেত্রী (১৯৯৯)

জিতেন ৰায় (১৯৯৯)

১৪। বীৰ্জব মুছাহাৰী (২০০২)

## জাতীয় স্কুল দলত অসমৰ খেলুৱৈ

১। বীৰেন বড়ো ১৯৬৯

সুবোধ চৌধুৰী ১৯৬৯

লুঙ্গানি কাবুই ১৯৬৯

সূৰ্য্য বাহাদুৰ ছেত্রী ১৯৬৯

২। প্রদীপ ব্রহ্ম ১৯৭৭ আৰু ১৯৮০(অধিনায়ক)

৩। আব্দুল আজিম লস্কৰ ১৯৮০

৪। ইমদাদ খান ১৯৮১

৫। সুশান্ত মুছাহাৰী ১৯৮৩ (অধিনায়ক)

সুব্রত সিংহ ১৯৮৩

হেৰল্ড চাংমা ১৯৮৩

ৰমীন চাংমা ১৯৮৩

কুমুদ বৰ্মণ ১৯৮৩

৬। যাদৱ পাল ১৯৮৪

মৃনাল কান্তি ৰায় ১৯৮৪

হেমন্ত বসুমতাৰী ১৯৮৪(সহ-অধিনায়ক)

জগদীশ ইচুৱাৰী ১৯৮৪

ৰঞ্জনাভা দত্ত ১৯৮৪ আৰু ১৯৮৫(অধিনায়ক)

৭। অসীম চক্রৱর্তী ১৯৮৫

ৰঞ্জন দে ১৯৮৫

চামুৱেল বাগলাৰী ১৯৮৫ আৰু ১৯৮৬

৮। ফ্রান্সিচ বৰুৱা ১৯৮৬

কামাখ্যা বসুমতাৰী ১৯৮৬

৯। মুন্না ছেত্রী ১৯৯১

প্রণয় ব্রহ্ম ১৯৯১

হৃদয় ব্রহ্ম ১৯৯১

শাৱন থাপ্পা ১৯৯১ আৰু ১৯৯২

১০। অশোক নার্জাৰী ১৯৯২

চৰণ টাই নার্জাৰী ১৯৯২

১১। প্রাণজিৎ প্রতিম নেওগ ১৯৯৩

এল নাথন চোলাই ১৯৯৩

দুর্জয় ব্রহ্ম নার্জাৰী ১৯৯৩

অসীম স্বৰ্গীয়াৰী ১৯৯৩

কিশোৰ বৰপাত্রগোহাঁই ১৯৯৩

১২। শঙ্কৰ বৰ্মণ ১৯৯৪

১৩। বিজয় সোণোৱাল ১৯৯৫

খোকন চৰকাৰ ১৯৯৫



অসম ৰাজ্যিক দল ১৯৬০

ঠিয় হৈ বাঁও পিনৰ পৰা - নব কুমাৰ সিং, লুবে ছেত্ৰী, চামচুল হুছেইন, আব্দুল জেলিল, বিজয় কোৱা, প্ৰসন্ন বৰ্মণ, চেবিং সিং, ৰিচাৰ্ড হে'ৰ, জাষ্টিচ লিংডু, চৌ জিত গোহাঁই।
মাজৰ শাৰী- মনো দত্ত, হৰেন বৰুৱা (সহকাৰী মেনেজাৰ), নুৰুল আমিন (মেনেজাৰ), প্ৰফুল্ল হাজৰিকা (অধিনায়ক), ৰঘুনন্দন ৰায়।
বহি - মাখন ভট্টাচাৰ্য্য, জৰ্জ লিংডু, নিহাৰ নাগ, পাৰ্শ্বনাথ দাস,।

১৪। গুম বাহাদুৰ ছেত্ৰী ১৯৯৬

১৫। জনক বসুমতাৰী ১৯৯৭

দুলেশ্বব ৰাভা ১৯৯৭ আৰু ১৯৯৮

১৬। ৰাজু বসুমতাৰী ১৯৯৮

সিং ৰহাং ১৯৯৮

জোচেফ্ লালমুনজিৰা ১৯৯৮

ত্ৰিদিপ খাউণ্ড ১৯৯৮

পদুম ৰাভা ১৯৯৮

লক্ষেশ্বৰ কাকতি ১৯৯৮ আৰু ২০০০ (অধিনায়ক)

১৭। থগিত সোণোৱাল ২০০০

ভীমকান্ত সোণোৱাল ২০০০

ডেভিদ মাৰ্শ্ব গয়াৰী ২০০০

কমল ছেত্ৰী ২০০০ আৰু ২০০১

সঞ্জীৱা ৰংপী ২০০০

১৮। ভাস্কৰ গগৈ ২০০১

বিজু গগৈ ২০০১

ৰাজীৱ মেধি ২০০১

ৰাতুল সোণোৱাল ২০০১

## জাতীয় ছাব-জুনিয়ৰ দলত অসমৰ খেলুৱৈ

১। অনুপ ভট্টাচাৰ্য্য (১৯৭৯)

২। ফ্ৰান্সিচ বৰুৱা (১৯৮৪)

৩। অখিল গগৈ (১৯৮৬)

৪। দুল্লেশ্বৰ ৰাভা (১৯৯৬)

৫। কুশল ৰাজকোঁৱৰ (১৯৯৮)

৬। সঙ্গীৰা বংপী (১৯৯৯)  গুলীদাং ৰংমাই (১৯৯৯)

৭। বীৰ্জব মুছাহাৰা (২০০০)

## জাতীয় দলত অসমৰ খেলুৱৈ(১৪-বছৰ অনুৰ্দ্ধ)

১। সঞ্জীৱ নাৰায়ণ ৰেড্ডি (২০০৪)  ২। সঞ্জয় বড়ো (২০০৪)

অসমৰ ফুটবল প্ৰাঙ্গনত অসম পুলিচ দলৰ এটা সুকীয়া মৰ্য্যাদা আছে (অসম পুলিচ ফুটবল সন্দৰ্ভত ৪৮৯ পৃষ্ঠাত)। পুলিচ দলৰ লগে লগে অসম ফুটবলত দুলীয়াজান অইল ইণ্ডিয়া একাদশৰ কৃতিত্বও মনকৰিবলগীয়া। ষাঠি দশকৰ পাতনিতে তেল নগৰী দুলীয়াজানত অইল ইণ্ডিয়া দল গঠন হয়। এই দলে অসমৰ বিভিন্ন প্ৰতিযোগিতাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰাৰ উপৰি ১৯৭৭ চনৰ ডি চি এম ট্ৰফীত ইষ্টবেঙ্গল ক্লাৱক ১-০ গ'লত পৰাভূত কৰিছিল। এই খেলখনত অমল ফুকনৰ ক্ৰীড়া দুৰ্দ্ধৰ্ষতা আৰু ইষ্টবেঙ্গল গ'লৈলে তেওঁ মৰা কেইটামান শ্বট্ পাহৰিব নোৱাৰা ধৰণৰ। কাৰণ ভাস্কৰ গাঙ্গুলীৰ দৰে গ'লৰক্ষকক হতভম্ভ কৰি দিছিল (এই খেলখনত অমল ফুকনৰ ক্ৰীড়া সক্ৰিয়তাৰ এটা নমুনা ১৫৪ পৃষ্ঠাত)। খেলৰ অন্তত ইষ্টবেঙ্গলৰ প্ৰশিক্ষক অমল দত্তই অইল ইণ্ডিয়া খেলুৱৈসকলৰ গাত হাত বুলাই কৈছিল, "তোমালোকৰ টিমটো এদিন ভাৰতৰ ভিতৰতে নামী টিম হ'ব।" ইয়াৰ পিচৰে পৰা অসমৰ ফুটবলত তেনে চকুত পৰা ঘটনা দেখা নগলেও আশী দশকৰ পৰা অসমৰ চিনিয়ৰ ফুটবল নিম্নগামী হয়। আনহাতে অসম স্কুল দলে দহবাৰ জাতীয় স্কুল ফুটবল প্ৰতিযোগিতাত চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰাৰ উপৰি চাৰিবাৰ ৰাণাৰ্ছ-আপ আৰু ছয় বাৰ তৃতীয় স্থান দখল কৰে। তদুপৰি জুনিয়ৰ নেচনেল ফুটবলতো অসমৰ এটা সুনাম আছে—চাৰিবাৰ ৰাণাৰ্ছ-আপ খিতাপ পায়।

## জাতীয় স্কুল ফুটবল চেম্পিয়নশ্বিপ্ (১৯-বছৰ অনুৰ্দ্ধ)

| বছৰ | স্থান | চেম্পিয়ন | ৰাণাৰ্ছ-আপ | ফলাফল |
|---|---|---|---|---|
| ১৯৬৯ | পুণা | অসম | বঙ্গ | ৫-১ |
| ১৯৭১ | গান্ধীনগৰ | (অসমে তৃতীয়স্থান পায়) | | |

| | | | | |
|---|---|---|---|---|
| ১৯৭২ | ইম্ফল | বঙ্গ | অসম | ১-০ |
| ১৯৭৯ | গুৱাহাটী | অসম | মধ্যপ্রদেশ | ২-২(৪-৩) |
| ১৯৮১ | পাটনা | অসম | উত্তৰ প্রদেশ | ২-০ |
| ১৯৮২ | আকলুজ | মণিপুৰ | অসম | ০-০(৩-২) |
| ১৯৮৩ | কলিকতা | অসম | বঙ্গ | ২-০ |
| ১৯৮৬ | আগৰতলা | (অসমে তৃতীয়স্থান পায়) | | |
| ১৯৯২ | গুৱাহাটী | অসম | মণিপুৰ | ০-০(৪-৩) |
| ১৯৯৬ | ৰিৱা | (অসমে তৃতীয়স্থান পায়) | | |
| ১৯৯৭ | মাহিলপুৰ | অসম | দিল্লী | ১-০ |
| ১৯৯৯ | শ্রীনগৰ | পঞ্জাৱ | অসম | ৩-১ |
| ২০০০ | কোলহাপুৰ | অসম | পঞ্জাৱ | ১-০ |
| ২০০১ | জম্মু | পঞ্জাৱ | অসম | ১ - ০ |
| ২০০২ | চিধি | (অসমে তৃতীয় স্থান পায়) | | |

## জাতীয় স্কুল ফুটবল চেম্পিয়নশ্বিপ

(১৭-বছৰ অনুৰ্দ্ধ)

| | | | | |
|---|---|---|---|---|
| ১৯৯৩ | পূর্ণিয়া | অসম | বিহাৰ | ১-০ |
| ১৯৯৯ | ত্রিবান্দ্রম | (অসমে তৃতীয়স্থান পায়) | | |
| ২০০০ | জম্মু | অসম | উত্তৰ প্রদেশ | ১-০ |
| ২০০১ | অশোক নগৰ | (অসমে তৃতীয় স্থান পায়) | | |
| ২০০২ | চিধি | উত্তৰ প্রদেশ | অসম | ০-০ (৪-৩) |
| **২০০৩** | **বাঙ্গালোৰ** | **( অসমে তৃতীয়স্থান পায়)** | | |

বিঃদ্রঃ অসম স্কুল সন্দৰ্ভত ৫৫০-৫৫৮ পৃষ্ঠাত।

## জাতীয় স্কুল ফুটবল চেম্পিয়নশ্বিপ

(১৪-বছৰ অনুৰ্দ্ধ)

২০০০ চাকদাহা (অসমে তৃতীয় স্থান পায়)

২০০২ গুৱাহাটী অসম বঙ্গ ০-০ (৪-২)

## জুনিয়ৰ নেচনেল ফুটবল চেম্পিয়নচিপ

| বছৰ | স্থান | চেম্পিয়ন | ৰাণাৰ্ছ-আপ | ফলাফল |
|---|---|---|---|---|
| ১৯৬৪ | আজমীৰ | ৰাজস্থান | অসম | ৩-১ |
| ১৯৭০ | যোৰহাট | বঙ্গ | অসম | ২-০ |
| ১৯৮৫ | আগৰতলা | বঙ্গ | অসম | ৩-১ |
| ১৯৯৭ | মাণ্ডি | বিহাৰ | অসম | ০-০(৫-৪) |

১৯৯৪ চনত ২১-বছৰ অনুৰ্দ্ধ জাতীয় ফুটবল চেম্পিয়নশ্বিপত অসম ৰাণাৰ্ছ-আপ হয়। উদ্যোক্তা মণিপুৰৰ হাতত ১-০ গ'লত অসমে পৰাজয় বৰণ কৰে। ১৯৭৬-৭৭ চনৰ সৰ্বভাৰতীয় গ্ৰাম্য ক্ৰীড়াত অসমে ফুটবলৰ স্বৰ্ণপদক জয় কৰাৰ উপৰি ১৯৭৮ আৰু ১৯৮৫ চনত দুবাৰ ৰূপৰ পদক পায়। বিশেষকৈ উল্লেখ্য জাতীয় ছাব-জুনিয়ৰ ফুটবল চেম্পিয়নশ্বিপত অসমে একাদিক্ৰমে তিনিবাৰ চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। শেষ বছৰ(১৯৮১) কেৰালাৰ সৈতে যুগ্ম বিজয়ী আছিল। তদুপৰি কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুল (১৯৮৬) আৰু গুৱাহাটীৰ আৰ্য্য বিদ্যাপীঠ স্কুলে (১৯৯২) সুব্ৰত কাপ জয় কৰি অসমৰ ক্ৰীড়া ঐতিহ্য বাহাল ৰাখে। পঞ্চম জাতীয় ক্ৰীড়া ১৯৯৯-ত অসমে ফুটবলৰ ৰূপৰ পদক জয় কৰে। চূড়ান্ত খেলত মহাৰাষ্ট্ৰৰ হাতত ৩-১ ব্যৱধানত পৰাভূত হয়। চিনিয়ৰ ফুটবলত এয়া অসমৰ সৰ্বোচ্চ সন্মান। গতিকে আগন্তুককালে অসমৰ উঠি অহা ক্ৰীড়া ভৱিষ্যত সমূহক আকোৱালি ললে অসমৰ ক্ৰীড়া ঐতিহ্যই পুনৰ মূৰ দাঙি উঠিবলে সুযোগ পাব। □□

# অসম ফুটবল সন্থা




১৯৪৬ চনত মহাৰাণা ক্লাবে আই. এফ. এ. শ্বিল্ডত অংশ গ্রহণ কৰাৰ পথত হেঙাৰ সৃষ্টি হওঁতে অসমত কোনো ৰাজ্যিক সন্থা নাছিল। ভাৰতীয় ফুটবল সন্থাৰ নিয়মানুযায়ী আই. এফ. এ শ্বিল্ডত যোগ দিয়া দলসমূহ কোনো ৰাজ্যিক ফুটবল সন্থাৰ অন্তর্ভুক্ত হোৱাৰ উপৰি ৰাজ্যিক সন্থাই প্রমাণপত্র দিলেহে প্রতিযোগিতাত যোগদানৰ যোগ্যতা অর্জনৰ নিয়ম প্রবর্ত্তন কৰে। মহাৰাণা ক্লাবৰ জৰিয়তে সৃষ্টি হোৱা এই নতুন পৰিস্থিতিয়ে অসম ফুটবলতো ৰাজ্যিক সন্থা এখনৰ প্রয়োজনীয়তা সম্বন্ধে সচেতন কৰি তুলে আৰু কেইদিনমানৰ পিচতে গুৱাহাটীত থকা বিভিন্ন জিলাৰ ক্রীড়ামোদীক লৈ এখন জৰুৰী সভা আহবান কৰে। এড্‌ভোকেট পি. কে. লাহিড়ীৰ সভাপতিত্বত তেওঁৰ গৃহতে অনুষ্ঠিত সভাত **"অসম ফুটবল সন্থা"** গঠন কৰে। **ফকৰুদ্দিন আলি আহমেদ** সভাপতি আৰু **অন্নৰাম বৰুৱা** প্রধান সম্পাদক নির্বাচিত হয়। অসম ফুটবল সন্থা প্রতিষ্ঠাৰ গুৰিতে জড়িত অন্যান্য ব্যক্তিসকল অনিমেষ গাঙ্গুলী, বিনয় বল আৰু কে. ডি. হাজৰিকা।

অসম ফুটবল সন্থা গঠন হোৱাৰ কিছুদিন পিচতে শিলচৰতো আন এখন অসম ফুটবল সন্থা গঠন কৰে। চেণ্ট্রেল ৰোডৰ শিলচৰ প্রেছত অনুষ্ঠিত সভাত বি. ৰায়চৌধুৰী সম্পাদক আৰু সুনীল মোহন এন্দ' কোষাধ্যক্ষ নির্বাচিত হয়। অৱশ্যে এইখন সন্থাৰো সভাপতি আছিল – ফকৰুদ্দিন আলি আহমেদ। এখন ৰাজ্যতে দুটা ৰাজ্যিক সন্থা হোৱাৰ ফলত সংঘর্ষ সৃষ্টি হবলৈ বেছি দিন নেলাগিল। অৱশ্যে গুৱাহাটীত গঠিত অসম ফুটবল সন্থাই দুয়োখন সন্থাৰ এখন সম্মিলিত সভা কটন কলেজিয়েট হোষ্টেল প্রাঙ্গনত অনুষ্ঠিত কৰে। উভয় পক্ষৰ আলাপ আলোচনাৰ অন্তত সিদ্ধান্ত হয় অসমত মাথোন এটাহে ফুটবল সন্থা থাকিব। এই নৱ গঠিত অসম ফুটবল সন্থাৰ সম্পাদক নির্বাচিত

হয় – শিলচৰৰ বি. ৰায়চৌধুৰী, সহকাৰী সম্পাদক কে. ডি. হাজৰিকা আৰু কোষাধ্যক্ষ সুনীল মোহন এন্দ'। ফকৰুদ্দিন আলি আহমেদ পুনৰ সভাপতি পদত থাকে। ১৯৪৭ চনত চিলঙত অনুষ্ঠিত প্ৰথম আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা(২৬ আগষ্ট - ২ ছেপ্তেম্বৰ)ৰ ওপৰত ভিত্তি কৰি সন্তোষ ট্ৰফী খেলিবলৈ যোৱা অসমৰ প্ৰথম ৰাজ্যিক দল বাছনি কৰে আৰু নিৰ্বাচিত ৰাজ্যিক দলে জি. এফ. এ. একাদশ, এন. এফ. এ. একাদশ আৰু অসম ৰেলৱে(৫, ৬ আৰু ৭ অক্টোবৰ)ৰ বিৰুদ্ধে তিনিখন অনুশীলনমূলক মেচ খেলি ৮ অক্টোবৰত কলিকতা অভিমুখে ৰাওনা হয়। দলৰ মেনেজাৰ আছিল – খগেশ চন্দ্ৰ সেন। ১০ অক্টোবৰত অসমে জাতীয় চেম্পিয়ন(১৯৪৬) মহীশূৰৰ বিৰুদ্ধে বীৰোচিত খেল প্ৰদৰ্শন কৰি ২-১ গ'লত পৰাভূত হয়। এইখিনিতে উল্লেখ্য বি. ৰায়চৌধুৰীক অসম ফুটবল সন্থাৰ সম্পাদক পাতিলে যদিও তেওঁ শিলচৰকে লৈ ব্যস্ত থাকে। ফলত বাধ্য হৈ সন্থাৰ বছেৰেকীয়া সভা আদি সম্পাদকৰ অনুপস্থিতে হবলৈ ধৰে (চিলং/গুৱাহাটী/নগাওঁ) আৰু অসম ফুটবল সন্থাটো ক্ৰমান্বয়ে ফাট মেলাৰ উপক্ৰম হয়।

১৯৪৮ চনত শিলচৰত অনুষ্ঠিত আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাক অসম ফুটবল সন্থাই স্বীকৃতি নিদিলে। কাৰণ উদ্যোক্তা শিলচৰে যথাবিধি নিয়ম অনুকৰণ কৰা নাছিল। আনকি গুৱাহাটীয়ে প্ৰতিদ্বন্দ্বিতাৰ পৰা নিলগত থাকে যদিও মহাৰাণা ক্লাবে গুৱাহাটী ফুটবল সন্থাৰ নামত অংশ গ্ৰহণ কৰে। ১৯৪৯ চনৰ ২৬ জুনত চিলঙত অনুষ্ঠিত দ্বিতীয় বাৰ্ষিক সভাত গুৱাহাটী, তেজপুৰ, নগাওঁ, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, ধুবুৰী, শিলচৰ, অসম ৰেলৱে, শদিয়া আৰু চিলং জিলা সন্থাৰ সদস্য উপস্থিত আছিল। এই সভাই যুগল দাসক সম্পাদক নিৰ্বাচিত কৰাৰ পিচৰে পৰা গণ্ডগোল তীব্ৰতৰ হৈ উঠে। ইতিমধ্যে নগাঁৱত আন্তঃ জিলা ফুটবল পতাৰ যো-যা কৰোঁতে বি. ৰায়চৌধুৰীৰ ফৈদে এই ক্ৰীড়া সমাৰোহৰ বিৰুদ্ধে গোচৰ তৰাৰ ফলত শিলচৰ আদালতে প্ৰতিযোগিতা অনিৰ্দ্দিষ্ট কাললৈ বন্ধ ৰখাৰ নিৰ্দ্দেশ দিয়ে। অৱশেষত নগাঁৱৰ উপায়ুক্ত এ. এন. কিডৱাই-ৰ সহায় সহযোগত দ্বিতীয় আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্ট সুকলমে হৈ যায় (১২-২০ জুলাই)। এই

প্ৰতিযোগিতাত উদ্যোক্তা নগাঁৱৰ উপৰি গুৱাহাটী, চিলং, শিৱসাগৰ, তেজপুৰ, ডিব্ৰুগড়, শদিয়া, মণিপুৰ, অসম ৰেলৱে আৰু যোৰহাটে যোগদান কৰে। ইয়াৰ লগে লগে অসম ৰাজ্যিক দল নিৰ্বাচন কৰি সন্তোষ ট্ৰফী খেলিবলৈ যোৱাৰ প্ৰাক্ মুহূৰ্তত গুৱাহাটীত জি. এফ. এ. একাদশ, সম্মিলিত একাদশ আৰু অসম ৰেলৱেৰ বিৰুদ্ধে তিনিখন অনুশীলনমূলক মেচ খেলে (২৫, ২৬ আৰু ২৭ জুলাই)। আনহাতে বি. ৰায়চৌধুৰীও ক্ষান্ত হৈ নেথাকিল। তেওঁ শিলচৰৰ পৰা এটা অসম দল গঠন কৰি সন্তোষ ট্ৰফীত যোগদানৰ বাবে কলিকতাত হাজিৰ হোৱাৰ উপৰি অল ইণ্ডিয়া ফুটবল ফেডাৰেচনৰ ওচৰত আপত্তি দৰ্শায় যে – যুগল দাসক সম্পাদকৰূপে লৈ গঠিত অসম ফুটবল সন্থাৰ কাৰ্য্যনিৰ্বাহক কমিটিখন আইন সন্মত নোহোৱাৰ উপৰি ৰাজ্যিক দল(গুৱাহাটী)ৰ বাছনি ঠিক হোৱা নাই। পৰিস্থিতিয়ে ক্ৰমান্বয়ে জটিল ৰূপ লয় যদিও এ. আই. এফ. এফ.-ৰ সম্পাদক পঙ্কজ গুপ্তৰ পৰা আমন্ত্ৰণমূলক টেলিগ্ৰাম পাইহে ২৮ জুলাইত গুৱাহাটীৰ পৰা অসম দল কলিকতা অভিমুখে ৰাওনা হয়। এ এফ এ-ৰ ভূতপূৰ্ব সম্পাদক বি. ৰায়চৌধুৰীৰ শিলচৰৰ পৰা যোৱা অসম দলে সন্তোষ ট্ৰফীত যোগ দিবলৈ বিফল হোৱাত গুৱাহাটীৰ পৰা যোৱা অসমৰ প্ৰতিনিধিত্বমূলক দলটোৰ সৈতে আপোচ মীমাংসাত আহিবলৈ বাধ্য হয়। ভাৰতীয় ফুটবল সন্থাৰ সভাপতি পঙ্কজ গুপ্তই শিলচৰ টিমৰ দুই এজনক অসম টিমত অন্তৰ্ভুক্ত কৰি লোৱাৰ কাৰণে অনুৰোধ জনায় কিন্তু শিলচৰৰ কোন দুগৰাকী খেলুৱৈক ললে জানিব পৰা নগল। ৩০ জুলাইত এই অসম দলে বিহাৰৰ বিৰুদ্ধে খেলে। সন্তোষ ট্ৰফীত অসম দলক ভাগ লবলৈ দিলে যদিও এ. এফ.এ. বুলি নহয় "এ. এফ. এ.-ৰ সভাপতি একাদশ" নামেৰে কিয়নো দুয়োখন এছ'চিয়েচনৰ সভাপতি এজন – ফকৰুদ্দিন আলি আহমেদ। এইদৰেই অসম ফুটবল সন্থা অচলাৱস্থা হৈ পৰে।

অসম ফুটবল সন্থাৰ অচলাৱস্থা দূৰীভূত কৰিবলৈ অল ইণ্ডিয়া ফুটবল ফেডাৰেচনে এ এফ এ-ৰ সম্পাদক যুগল দাস আৰু বি. ৰায়চৌধুৰীক সকলো কাগজ পত্ৰৰে সৈতে দিল্লীত ১৯৫০ চনৰ ২১ মাৰ্চত বহিব লগা জাতীয়

ফুটবল সন্থাৰ বাৰ্ষিক অধিবেশনত উপস্থিত থাকি নিজৰ মতামত দাখিল কৰিবলৈ আমন্ত্ৰণ জনায়। যুগল দাস যাব নোৱাৰাত অনিমেষ গাঙ্গুলীক সম্পূৰ্ণ দায়িত্ব দি পঠিয়ায়। অৱশ্যে কোনো ফলপ্ৰসূ ফলাফল পোৱা নগল। ১৯৫০ চনৰ ২৪ এপ্ৰিলত গুৱাহাটীত অনুষ্ঠিত সভাই অন্নৰাম বৰুৱাক পুনৰ এ এফ এ-ৰ সম্পাদক, গৌৰী হিমট্টসিংকা আৰু ফেদ্ৰু সিঙক যুটীয়া সম্পাদক পাতে। তদুপৰি এ এফ এ-ৰ অচলাৱস্থা ওৰ পেলোৱাৰ অৰ্থে অল ইণ্ডিয়া ফুটবল ফেডাৰেচনত অসমক প্ৰতিনিধিত্ব কৰিবলৈ এ এফ এ গভৰ্নিং বডিৰ সদস্য কৰুণা ভট্টাচাৰ্য্যক মনোনীত কৰে। তাৰ পিচতে মে' মাহত যোৰহাটৰ উদ্যোগত গুৱাহাটীত স্থাপিত অসম ফুটবল সন্থাই আন্তঃ জিলা ফুটবল সুকলমে সম্পন্ন কৰে আৰু ক্ৰমান্বয়ে সন্তোষ ট্ৰফীৰ দিন চমু চাপি অহাত বি. ৰায়চৌধুৰীৰ পক্ষই পুনৰ যোগদানৰ উক দিয়ে যদিও গুৱাহাটীয়ে শিলচৰৰ বাহিৰে সকলো জিলা সন্থাৰ সমৰ্থন পোৱাত বি. ৰায়চৌধুৰী নিশকতীয়া হৈ পৰে। ফলত গুৱাহাটীত স্থাপিত এ এফ এ-ই সন্তোষ ট্ৰফীত অংশ গ্ৰহণৰ অনুমতি পায়। অৱশ্যে বি. ৰায়চৌধুৰীৰ শিলচৰ শিবিৰৰ দুজন খেলুৱৈ অসম দলত সন্নিৱিষ্ট কৰিব লগা হয়। কলিকতালৈ যোৱাৰ পূৰ্বে ৯ আগষ্টত অসম দলে জি. এফ. এ. একাদশৰ বিৰুদ্ধে খেলি ১০ আগষ্টত ৰাওনা হয় আৰু ১২ আগষ্টত বঙ্গৰ বিৰুদ্ধে দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি ৩-২ গ'লত পৰাজয় বৰণ কৰে। সন্তোষ ট্ৰফীৰ পিচতে (৩০ ছেপ্টেম্বৰ, ১৯৫০ চন) কৰুণা ভট্টাচাৰ্য্যৰ মধ্যস্থতাত হাফলঙত দুয়ো পক্ষ পুনৰ মিলিত হয়। কিন্তু মতানৈক্য আতৰ নহ'ল। কৰুণা ভট্টাচাৰ্য্যই এ এফ এ-ৰ প্ৰতিনিধিৰূপে দাখিল কৰা প্ৰতিবেদনৰ প্ৰতি অল ইণ্ডিয়া ফুটবল ফেডাৰেচনে তেনে সহানুভূতি প্ৰদৰ্শন নকৰিলে। ফলস্বৰূপে অসম ফুটবল সন্থাৰ অচলাৱস্থা অব্যাহত থাকে।

১৯৫১ চনৰ সন্তোষ ট্ৰফী বোম্বাইত পাতিবলৈ যো-যা কৰাৰ পূৰ্বে অল ইণ্ডিয়া ফুটবল ফেডাৰেচনৰ সভাপতি পঙ্কজ গুপ্তই দুইখন এ. এফ. এ-লৈ পঠোৱা টেলিগ্ৰাম এনেধৰণৰ, "শ্ৰীযুত বি. ৰায়চৌধুৰীয়ে গুৱাহাটীৰ এজন, শিলচৰৰ এজন সদস্য আৰু শ্ৰীযুত কৰুণা ভট্টাচাৰ্য্যক সভাপতিৰূপে লৈ যদি প্ৰকৃত অসম দল এটা গঠন কৰে তেন্তে সেই দলক এইবাৰৰ সন্তোষ

ট্ৰফীত যোগদান দিবঁলৈ অনুমতি দিব আৰু যদি তাকে নকৰে তেন্তে অসমৰ নামত এই বেলি কোনো দলে সন্তোষ ট্ৰফী খেলিবঁলৈ নাপাব।" দেখা গল বি. ৰায়চৌধুৰীৰ পৃষ্ঠপোষকতাত ধুবুৰীত আন্তঃ জিলা পাতি অসম দল গঠন কৰে আৰু ১১ ছেপ্টেম্বৰত মেনেজাৰ সুনীল মোহন এন্দ'ৰ নেতৃত্বত অসম দলে বোম্বাই অভিমুখে ৰাওনা হয়। আনহাতে অসম ফুটবল সন্থাই নগাঁৱত ৯ ছেপ্টেম্বৰত অনুষ্ঠিত জৰুৰী সভাত এ এফ এ-ৰ এই ঘটনাসমূহ এ.আই.এফ.এফ.-ৰ আগত দাঙি ধৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। উপৰি বি. ৰায়চৌধুৰীৰ দ্বাৰা গঠিত অসম দলক বোম্বাই সন্তোষ ট্ৰফীত খেলাৰ অনুমতি নিদিবঁলৈ অনুৰোধ জনাবৰ কাৰণে এ এফ এ-ৰ পক্ষৰ পৰা শশীপ্ৰসাদ বৰুৱা, সুধা সিন্ধু ৰায় আৰু নুৰুল আমিনক মকৰল কৰে। কিন্তু ১৬ ছেপ্টেম্বৰত বি. ৰায়চৌধুৰীৰ অসম দলে হায়দৰাবাদৰ বিৰুদ্ধে খেলি ৩-০ গ'লত পৰাভূত হয়। অসম দল ঘূৰি অহাৰ পিচতে গুৱাহাটীত স্থাপিত অসম ফুটবল সন্থাই বি. ৰায়চৌধুৰীৰ অসম দলত সন্তোষ ট্ৰফী খেলিবঁলৈ যোৱা গুৱাহাটীৰ খেলুৱৈ কেইজন(পি. চৌধুৰী, উমেশ দাস(ডাঙৰ), অমু ঘোষ, হাদু গাঙ্গুলী, আব্দুল ৰাজাক, কনক বৰদলৈ, নিপ বৰুৱা আৰু পিলিক চৌধুৰী)ৰ বিৰুদ্ধে বিহিত ব্যৱস্থা লোৱাৰ থিৰাং কৰে, যদিও খেলুৱৈ কেইজনে ক্ষমা প্ৰাৰ্থনা খোজাৰ ফলত কোনো ধৰণৰ ব্যৱস্থা গ্ৰহণ নকৰিলে(গুৱাহাটী ৩০ ছেপ্টেম্বৰ, ১৯৫১ চন)। অৱশ্যে এ এফ এ-ৰ সভাপতি ফকৰুদ্দিন আলি আহমেদও উভয় পক্ষ(গুৱাহাটী আৰু শিলচৰ)ৰ মাজত এটা বুজাপৰা সৃষ্টি কৰিবঁলৈ অহো-পুৰুষাৰ্থ কৰি আহিছিল। এই সভাতে কে. ডি. হাজৰিকা এ এফ এ-ৰ সম্পাদক আৰু অন্নৰাম বৰুৱাক কোষাধ্যক্ষ নিৰ্বাচিত কৰে। সেই সময়তে (২৫ ছেপ্তেম্বৰ—৪ অক্টোবৰ) গুৱাহাটীত আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ সুকলমে অন্ত পৰে আৰু উদ্যোক্তাদলে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে।

১৯৫১ চনৰ ১৮ নৱেম্বৰত চিলঙত অল ইণ্ডিয়া ফুটবল ফেডাৰেচনৰ সভাপতি পঙ্কজ গুপ্ত-ৰ মধ্যস্থতাত এ এফ এ-ৰ উভয় পক্ষই ঐক্যমতত উপনীত হয় আৰু ১১ জনীয়া সদস্যৰে এখন তদৰ্থ কমিটী গঠন কৰোঁতে

ফকৰুদ্দিন আলি আহমেদ সভাপতি আৰু কে. ডি. হাজৰিকাক সম্পাদক নিৰ্বাচিত  কৰি দীৰ্ঘ দিন ধৰি অসম ফুটবলত চলি অহা অচলাৱস্থাৰ অন্ত পেলায় । পিচদিনা কাকতত এই সম্পৰ্কে প্ৰকাশিত বাতৰিৰ শীৰ্ষক আছিল ঃ"ASSAM FOOTBALL DEADLOCK ENDS AGREEMENT REACHED BETWEEN TWO GROUPS" পঙ্কজ গুপ্তই  কলিকতালৈ উভতি যোৱাৰ পূৰ্বে ২০ নৱেম্বৰ তাৰিখে  গুৱাহাটীত অনুষ্ঠিত সাংবাদিক  মেলত তেওঁৰ মন্তব্য এনে ধৰণৰ, "I wish the newly constituted Assam Football Association all success  I came to Assam with full scope and my mission proved  successfull  I know Assam Football Association would live up to their great and I thank everybody for the courtesy and affection shown to me in settling the unfortunate football deadlock

We have many conflicts and disputes in other direction but let sport  remain clean and healthy and help in maintaining peace and good will "

**অসম ফুটবল সন্থাৰ – সভাপতি**

| | |
|---|---|
| ফকৰুদ্দিন আলি আহমেদ | ১৯৪৬-৬৪ |
| প্ৰতাপ শৰ্মা | ১৯৬৫-৬৬ |
| ৰাধা গোবিন্দ বৰুৱা | ১৯৬৭-৭৪ |
| নবীন চন্দ্ৰ বৰুৱা | ১৯৭৫-৮১ |
| ফণী শৰ্মা | ১৯৮২-৮৬ |
| প্ৰবীণ কুমাৰ গঁগৈ | ১৯৮৭-৯২ |
| শৰৎ বৰকটকী | ১৯৯৩-৯৫ |
| প্ৰবীণ কুমাৰ গঁগৈ | ১৯৯৬-০৪ |
| হেমেন্দ্ৰনাথ ব্ৰহ্ম | ২০০৪ |


ফকৰুদ্দিন আলি আহমেদ

## অসম ফুটবল সন্থাৰ — সাধাৰণ সম্পাদক

| | |
|---|---|
| অন্নৰাম বৰুৱা | ১৯৪৬ |
| বি. ৰায়চৌধুৰী | ১৯৪৭ |
| যুগল কুমাৰ দাস | ১৯৪৯ |
| অন্নৰাম বৰুৱা | ১৯৫০ |
| কে. ডি. হাজৰিকা | ১৯৫১-৫৫ |
| দুলাল হাজৰিকা | ১৯৫৫-৫৮ |
| নুৰুল আমিন | ১৯৫৯-৭৮ |
| নৃপেন্দ্ৰ নাৰায়ণ সিংহ | ১৯৭৯-৮৪ |
| ভৱানী ৰণ বৰুৱা | ১৯৮৫-৮৮ |
| যতীন্দ্ৰ নাথ গোস্বামী | ১৯৮৯-৯২ |
| ক্ষীৰোদ বৰুৱা | ১৯৯৩ |
| কেদাৰনাথ মৌৰ | ১৯৯৪-০৪ |
| অঙ্কুৰ দত্ত | ২০০৪ |

**অন্নৰাম বৰুৱা**

*জন্ম ২৩ নৱেম্বৰ ১৮৯৪ চন। স্থান উত্তৰ গুৱাহাটী। আউনীআটি কমলদেৱ ইনষ্টিটিউচনৰ পৰা মেট্ৰিক আৰু কটন কলেজৰ পৰা বিজ্ঞানৰ স্নাতক ডিগ্ৰী লোৱাৰ পিচত চিলং হাইস্কুল, ধুবুৰী হাইস্কুল আৰু কটন কলেজিয়েটত শিক্ষকতা কৰি ১৯৫২ চনত অৱসৰ লয়। অন্নৰাম বৰুৱা অসম ফুটবল সন্থাৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। বিভিন্ন ক্ৰীড়া সংগঠনৰ সৈতে জড়িত এই ব্যক্তিগৰাকীৰ ১৯৮৪ চনৰ ১৫ জুলাইত পৰলোক প্ৰাপ্তি ঘটে।*

পৰৱৰ্ত্তীকালত অসম ফুটবল সন্থাত তেনে উল্লেখযোগ্য ঘটনা চকুত নপৰিলেও ১৯৫৭ চনত আইজলে অসম ফুটবল সন্থাৰ স্বীকৃতি বিচাৰে আৰু পিচলৈ মিজোৰাম নামেৰে আশী দশকলৈকে এ এফ এ-ত সংযুক্ত থাকে। ১৯৭৩ ৰাজ্যিক জুনিয়ৰ দলৰ অধিনায়ক তথা এ এফ এ-ৰ সম্পাদক ক্ষীৰোদ বৰুৱা ১৯৯৩ চনৰ ২৭ নৱেম্বৰত আততায়ীৰ গুলীত নিহত হয়। এই ঘটনাৰ পিচতে সম্পাদক গৰাকীৰ স্মৃতিত এ এফ এ শ্বিল্ডৰ নাম ক্ষীৰোদ বৰুৱা শ্বিল্ড ৰখা হয়। সেই বছৰ অসমে সন্তোষ ট্ৰফীতো যোগদান নকৰিলে। ১৯৬২ চনতো চীনা যুদ্ধৰ বাবে অসমে সন্তোষ ট্ৰফীত অংশ গ্ৰহণ কৰা নাছিল। তদুপৰি ১৯৭২ সন্তোষ ট্ৰফীৰ পিচতে মণিপুৰে এ. আই. এফ. এফ.-ৰ স্বীকৃতি লাভ কৰে আৰু এ এফ এ-ৰ পৰা ফাটি ওলাই যায়। ১৯৭৬ চনত মেঘালয় ফুটবল এছ'চিয়েচন গঠন হয়। ফলত চিলং আৰু জয়ন্তীয়া জিলা ক্ৰীড়া সন্থাই ১৯৮০ চনৰ পিচতে এ এফ এ ত্যাগ কৰি মেঘালয় ক্ৰীড়া জগতত চামিল হয়। অসম ফুটবলৰ পৰা মণিপুৰ /মেঘালয় ফাটি গলেও পৰৱৰ্ত্তীকালত অসমৰ ভালে সংখ্যক মহকুমাই জিলাৰ মৰ্য্যদা লাভ কৰে। কুৰি শতিকাৰ শেষ ভাগত অসম ফুটবল সন্থাৰ অন্তৰ্গত জিলা ক্ৰীড়া সন্থাৰ সংখ্যা হয়গৈ —৪০খন। 

# গুৱাহাটীৰ ফুটবল ইতিহাস



গুৱাহাটীক "অসমৰ ফুটবল মক্কা" বুলি অভিহিত কৰিব পাৰি। কাৰণ অসমৰ বিভিন্ন প্ৰান্তৰ ক্ৰীড়া প্ৰতিভাৰে গুৱাহাটীৰ ক্লাবসমূহ জাতিষ্কাৰ হৈ আহিছে। ফলত খেলুৱৈসকলে স্বকীয় প্ৰতিভাৰাজিক প্ৰস্ফুটিত কৰাৰ লগতে নিজকে অসমৰ ক্ৰীড়ামঞ্চত প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হয়। ইংৰাজসকলে অসমত খোপনি পোতাৰ পিচৰ পৰাই গুৱাহাটীত ফুটবল খেলৰ শুভাৰম্ভ ঘটে। বিশেষ সূত্ৰৰ পৰা জানিব পৰা যায় গুৱাহাটী মেডিকেল কলেজৰ সন্মুখৰ 'বৰপুল'ত ইংৰাজসকলে খেলা-ধূলা (ফুটবল আৰু ঘোৰা দৌৰ) কৰিছিল। ১৮৯৭ চনৰ বৰভূঁইকঁপত ভগাগড়ৰ এই বৰপুল খেলপথাৰখন বহি গৈ পিতনিত পৰিণত হয়। পিচত জৰ্জ কমিচনাৰ ফিল্ড (জজ ফিল্ড) নিৰ্মাণ কৰি তেওঁলোকৰ ক্ৰীড়া চৰ্চা অব্যাহত ৰাখে। তদুপৰি পল্টন বজাৰৰ "হাতী শাল" খন খেলপথাৰলৈ ৰূপান্তৰ কৰি নিউ ফিল্ড নামেৰে অঙ্কিত কৰে। প্ৰথমতে ইংৰাজ বিষয়া আৰু গোড়া চিপাহীসকলৰ মাজত আবদ্ধ ফুটবল খেলৰ প্ৰতি পিছলৈ স্থানীয় যুৱ সমাজো আকৃষ্ট হ'বলৈ ধৰে। ১৯১৭ চনত "মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড"ৰ শুভাৰম্ভ ঘটিলেও ইতিপূৰ্বে "ৰায়চাহাব শ্বিল্ড" প্ৰতিযোগিতা আৰম্ভ হৈছিল। অৱশ্যে মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথম আমন্ত্ৰণমূলক ফুটবল প্ৰতিযোগিতা। ৰায়চাহাব শ্বিল্ডৰ পূৰ্বে ১৯০৭ চনত প্ৰসেনজিৎ কাপৰ সূচনা হয়। এইখিনিতে এটা কথা উল্লেখ কৰিবলগীয়া যে প্ৰফেচাৰ পি. চি. ৰায়-ক, "Pioneer of Competitive football in Guwahati through Prasenjit Cup" বুলি কব পাৰি। অৱশ্যে মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড অসমৰ জনপ্ৰিয় ফুটবল টুৰ্ণামেন্টৰূপে দ্বিতীয় মহাসমৰলৈকে নিয়মিতৰূপে অনুষ্ঠিত হয়। স্বৰাজোত্তৰ কালতো এই প্ৰতিযোগিতা কেইবছৰমান(১৯৬০)লৈ অব্যাহত থাকি পিছত সম্পূৰ্ণৰূপে বন্ধ হৈ যায়।



ফ্ৰেণ্ডছ ইউনিয়ন ১৯৪৬

ফটো দুৰ্গা চৌধুৰীৰ সৌজন্যত

মাটিত বহি বাঁওপিনৰ পৰা - এইছ. দাস, এ. দাস, আৰ.দাস, বি. মেধি। চকীত বহি - ডি. চৌধুৰী, মিঃ ৰয়, কে কে. গোস্বামী (সভাপতি), আৰ. চি. চৌধুৰী (উপ-সভাপতি), কে. এন. শৰ্মা। ঠিয় হৈ - এন দাস, এইছ. দাস। শেষৰ শাৰী - পি. বৰুৱা, এ বৰুৱা, জি. দাস, নিপ বৰুৱা, এছ. দাস, কে. মজুমদাৰ (অধিনায়ক), পি. দাস। পি. চৌধুৰী (ফটোত নাই)।

বিশেষ সূত্ৰৰ পৰা জানিব পৰা যায় ১৯৩৩ চনত পি. চি ৰায়, হৰ্ষ সেন, কামাখ্যা ঠাকুৰ, অন্নৰাম বৰুৱা, গোলাপ চন্দ্ৰ চৌধুৰী, গৌৰমোহন দাস, প্ৰবোধ কুমাৰ লাহিড়ী, ৰমেশ চন্দ্ৰ সৰস্বতী আদিৰ প্ৰচেষ্টাত গুৱাহাটী ফুটবল সন্থা গঠন হয়। সন্থাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল জিলাৰ বৰ চাহাব এ. এইচ. ডব্লিউ. বেণ্টিং, আই চি এছ আৰু সম্পাদক জয়কান্ত বৰুৱা। আন এক সূত্ৰৰ পৰা জানিব পৰা যায় ১৯১১ চনত গুৱাহাটী টাউন ক্লাবৰ আমন্ত্ৰণ ক্ৰমে চিলং একাদশে গুৱাহাটীত এখন প্ৰদৰ্শনী ফুটবল খেলে, এই খেলখনক অসমৰ প্ৰথম প্ৰদৰ্শনী খেল বুলি অভিহিত কৰিব পাৰি। এইখিনিতে উল্লেখ্য যে গুৱাহাটী টাউন ক্লাবৰ জন্ম ১৯০৬ চনত। ১৯০৭ চনত প্ৰতিষ্ঠা হোৱা মহাৰাণা ক্লাবে পিছলৈ অসম ফুটবলত ক্ৰীড়া বিপ্লৱৰ সূচনা কৰে। মহাৰাণাৰ সাফল্যলানিত প্ৰাক্তন টাউন ক্লাবৰ খেলুৱৈ অনিমেষ গাঙ্গুলীৰ নামটো খেলুৱৈ তথা সংগঠকৰূপে যুগ-যুগান্তৰ জড়িত থাকিব। গুৱাহাটী টাউন ক্লাব আৰু মহাৰাণা এ চি "অসমৰ দুই ফুটবল মিনাৰ" বুলি কব পাৰি। তদুপৰি ফ্ৰেণ্ডছ ইউনিয়ন, স্পৰ্টিং ইউনিয়ন, কেলনাৰ এ চি, ইয়ং ইউনিয়ন, কহিনুৰ ক্লাব, ইউনাইটেড এ চি, পশ্চিম গুৱাহাটী, ৰাণীবাৰী ক্লাব (চিটি ক্লাব), বয়জ ইউনিয়ন, ইয়ং ব্লু, হিন্দু মুছলিম ক্লাব, ছাউথ ক্লাব, কামৰূপ পুলিচ, চিটি পুলিচ, ৰাইজিং ইলেভেন, ষ্টাৰ স্পৰ্টিং, ইয়ং এমেচাৰ, নৱজ্যোতি, ডায়নামো (পূৰ্বৰ নাম ষ্টুডেণ্টচ ইউনিয়ন), এমেচাৰ ইউনাইটেড, চান ৰাইজ এ চি, ৰাজবাৰী, জুৱেল ষ্টাৰ, ৱেষ্টাৰ্ণ ইলেভেন (উত্তৰ গুৱাহাটী), শান্তিপুৰ এ চি, অসম ৰাজ্যিক পৰিবহন নিগম, অসম ৰাজ্যিক বিদ্যুৎ পৰিষদ আদি। দ্বিতীয় মহাসমৰৰ সময়ত খেলা-ধুলা প্ৰায় বন্ধ হৈছিল যদিও পুলিচ ৰিজাৰ্ভ খেলপথাৰত ফুটবল অব্যাহত আছিল।


জয়কান্ত বৰুৱা



আন্তঃ জিলা ফাইনেলত খেলুৱৈসকলৰ সৈতে পৰিচয় কৰি দিছে অসমৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাক

গুৱাহাটী জিলা দল ১৯৫৯

ফটো মদন সোণোৱালৰ সৌজন্যত

মহাযুদ্ধৰ অন্তত (১৯৪৪) গুৱাহাটী ফুটবল সন্থা পুনৰ গঠন হয়। হৰিপদ চন্দ' (এছ. পি.) সভাপতি আৰু কে. ডি. হাজৰিকা সম্পাদক আছিল। এইখিনিতে উল্লেখ্য ১৯৪৪ চনত গুৱাহাটী ফুটবল লীগৰ সূচনা হয় যদিও বৃটিছ টিম ৰয়েল চিগনেল বনাম ফ্ৰেণ্ডছ ইউনিয়ন খেলখনত কন্দলৰ সৃষ্টি হৈ লীগ আধৰুৱা হয়। ১৯৪৫ চনত লীগ অনুষ্ঠিত নহ'ল; ফলত ১৯৪৬ চনত ফ্ৰেণ্ডছ ইউনিয়নে প্ৰথম লীগ খিতাপ জয় কৰাৰ গৌৰৱ অৰ্জন কৰে। ফ্ৰেণ্ডছ ইউনিয়নৰ খেলুৱৈসকল আছিল– হেমন্ত দাস, অৱনি দাস, ৰামেশ্বৰ দাস, বসন্ত মেধি, দুৰ্গা চৌধুৰী, মিষ্টাৰ ৰয়, কালীনাথ শৰ্মা, নৱ কুমাৰ দাস, হৰকান্ত দাস, গঙ্গা দাস, নিপ বৰুৱা, সৰস্বতী দাস, কমল মজুমদাৰ (অধিনায়ক), প্ৰসন্ন দাস, পদ্মধৰ চৌধুৰী আদি। অৱশ্যে মহাৰাণা ক্লাৱে সৰ্বাধিক (১৭বাৰ) এই লীগ জয়ী হৈছে।

## কে. ডি. হাজৰিকা

*ক্ৰীড়া সংগঠক কে. ডি. হাজৰিকাৰ সম্পূৰ্ণ নাম কৃষ্ণ দত্ত হাজৰিকা। তাৰোপৰি তেওঁ কাৰ্ত্তিক হাজৰিকা নামেৰেও জনাজাত। কিন্তু অসমৰ খেল জগতত কে. ডি. হাজৰিকা নামেৰে অধিক পৰিচিত ব্যক্তি। জন্ম ১৯০১ চন। স্থান গুৱাহাটী। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক আৰু কটন কলেজৰ পৰা বি. এছচি. পাছ কৰি ১৯৩৭ চনত চিলঙত বি. টি. ডিগ্ৰী লয়। তেওঁ শিক্ষকতাৰ জীৱন আৰম্ভ কৰি তেজপুৰ একাডেমী, পাণবজাৰ ছোৱালী হাইস্কুল আৰু কটন কলেজিয়েটত এই অধ্যায় সামৰে আৰু ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত কেৰাণীৰূপে যোগদান কৰে। অৱশ্যে শিক্ষকতা কৰি থকাৰে পৰা ক্ৰীড়া সংগঠনত জড়িত কে. ডি. হাজৰিকাই গুৱাহাটী ফুটবল সন্থা আৰু অসম ফুটবল সন্থাৰ নিষ্ঠাবান কৰ্মী আছিল। ১৯৪৬ চনত অসম ফুটবল সন্থা গঠন কৰোঁতা প্ৰতিষ্ঠাপক সদস্যসকলৰ অন্যতম আৰু ১৯৫১-৫৫ লৈকে সাধাৰণ সম্পাদক আছিল। ইয়াৰ অন্তৰ্গত ১৯৫২ আৰু ১৯৫৩ চনত অসম ৰাজ্যিক ফুটবল দলৰ মেনেজাৰ হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা চুপাৰিণটেণ্ডেণ্টৰূপে অৱসৰ লোৱাৰ পিচত গুৱাহাটী মিউনিচিপালটিৰ কমিচনাৰ হয়। কে. ডি. হাজৰিকাই ১৯৭০ চনৰ ২৪ মে' তাৰিখে গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে।*

## গুৱাহাটী প্ৰথম ডিভিজন লীগ

| | |
|---|---|
| ১৯৪৪ | লীগ অসম্পূৰ্ণ |
| ১৯৪৫ | অনুষ্ঠিত নহল |



**আন্তঃ কলেজ ফুটবল বিজয়ী কটন কলেজ দল ১৯৫৬** ফটো এ বি দেৱ লস্কৰৰ সৌজন্যত

ঠিয় হৈ বাঁওফালৰ পৰা - দেৱানন্দ দাস, দিলীপ দত্ত, ৰহমান, হেমেন বৰুৱা, দীন গগৈ, জি. ৰয়, শম্ভু তামুলী, জ্যোতিষ মৰাল, অখিল ডেকা, ৰাতিৰাম ব্ৰহ্ম, সুৰঞ্জন চেতাৰ্জী। বহি - পি. বুঢ়াগোহাঁই (অধিনায়ক), এ বি. দেৱ লস্কৰ (ফুটবল সম্পাদক), ৰায়েন শ্বাহ (উপাধ্যক্ষ), ইউ. দত্ত (অধ্যক্ষ), প্ৰবক্তা ইচলাম, খগেন দাস, গদাধৰ ফাটোৱালী।

| | |
|---|---|
| ১৯৪৬ | ফ্রেণ্ডছ ইউনিয়ন |
| ১৯৪৭ | মহাৰাণা এ চি |
| ১৯৪৮ | মহাৰাণা এ চি |
| ১৯৪৯ | মহাৰাণা এ চি |
| ১৯৫০ | গুৱাহাটী টাউন ক্লাব |
| ১৯৫১ | স্পৰ্টিং ইউনিয়ন |
| ১৯৫২ | মহাৰাণা এ চি |
| ১৯৫৩ | মহাৰাণা এ চি |
| ১৯৫৪ | গুৱাহাটী টাউন ক্লাব |
| ১৯৫৫ | গুৱাহাটী টাউন ক্লাব |
| ১৯৫৬ | লীগ অসম্পূৰ্ণ |
| ১৯৫৭ | মহাৰাণা এ চি |
| ১৯৫৮ | স্পৰ্টিং ইউনিয়ন |
| ১৯৫৯ | মহাৰাণা এ চি |
| ১৯৬০ | লীগ অসম্পূৰ্ণ |
| ১৯৬১ | মহাৰাণা এ চি |
| ১৯৬২ | মহাৰাণা এ চি |
| ১৯৬৩ | মহাৰাণা এ চি |
| ১৯৬৪ | গুৱাহাটী টাউন ক্লাব |
| ১৯৬৫ | স্পৰ্টিং ইউনিয়ন |
| ১৯৬৬ | মহাৰাণা এ চি |
| ১৯৬৭ | গুৱাহাটী টাউন ক্লাব |
| ১৯৬৮ | মহাৰাণা এ চি |
| ১৯৬৯ | মহাৰাণা এ চি |

## ৰধা গোবিন্দ বৰুৱা

*"আৰ জি" নামেৰে জনপ্ৰিয় ৰাধা গোবিন্দ বৰুৱাই উত্তৰ পূব ভাৰতৰ প্ৰথম ইংৰাজী দৈনিক "The Assam Tribune" প্ৰকাশ কৰাৰ (৩০ ছেপ্তেম্বৰ ১৯৪৬ চন)ৰ উপৰি অসমৰ সংবাদ তথা সাংবাদিক জগতৰ ভেটি প্ৰতিষ্ঠা কৰে। তেওঁ অসমৰ ক্ৰীড়াৰ দিশত উন্নতিৰ হকে যি বৰঙণি আগবঢ়াই থৈ গ'ল এয়া আমাৰ বাবে এক নজিৰ হৈ ৰব। বিশেষকৈ ১৯৬২ চনৰ ১৬ জুলাইত নেচনেল স্পৰ্টছ ক্লাব অব্ আসামৰ সৌজন্যত উত্তৰ পূব ভাৰতৰ সৰ্ব বৃহৎ ক্ৰীড়া প্ৰকল্প গুৱাহাটী নেহৰু ষ্টেডিয়াম মুকলি কৰে। তেওঁ গুৱাহাটী টাউন ক্লাবৰ মুখ্য সংগঠক হোৱাৰ উপৰি দীৰ্ঘকাল ধৰি গুৱাহাটী ক্ৰীড়া সন্থাৰ সভাপতি পদত থাকে। ১৯৬৭-১৯৭৪ লৈকে অসম ফুটবল সন্থাৰো সভাপতি আছিল। ৰাধা গোবিন্দ বৰুৱা ১৯০০ চনত শিৱসাগৰৰ এক মধ্য বিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ গুণ গোবিন্দ বৰুৱা চৰকাৰী চাকৰিয়াল আছিল। খুড়ীয়েক হেমাৱতী বৰুৱাৰ তত্বাৱধানত ডাঙৰ দীঘল হোৱা ৰাধা গোবিন্দ বৰুৱাই সমগ্ৰ জীৱন অসমৰ উন্নতিৰ হকে কাম কৰি ১৯৭৭ চনৰ ১৫ জুলাইত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে। আৰ. জি. বৰুৱাৰ কৰ্মৰাজিয়ে সদাই অসমক পথ প্ৰদৰ্শকৰূপে প্ৰেৰণা যোগাই থাকিব।*

| | |
|---|---|
| ১৯৭০ | গুৱাহাটী টাউন ক্লাব |
| ১৯৭১ | মহাৰাণা এ চি |
| ১৯৭২ | লীগ অসম্পূৰ্ণ |
| ১৯৭৩ | গুৱাহাটী টাউন ক্লাব |
| ১৯৭৪ | মহাৰাণা এ চি |
| ১৯৭৫ | শান্তিপুৰ এ চি |
| ১৯৭৬ | ডায়নামো ক্লাব |
| ১৯৭৭ | শান্তিপুৰ এ চি |
| ১৯৭৮ | নৱজ্যোতি ক্লাব |
| ১৯৭৯ | গুৱাহাটী টাউন ক্লাব |
| ১৯৮০ | অনুষ্ঠিত নহল |
| ১৯৮১ | নৱজ্যোতি ক্লাব |
| ১৯৮২ | এ এছ ই বি |
| ১৯৮৩ | অনুষ্ঠিত নহল |
| ১৯৮৪ | মহাৰাণা এ চি |
| ১৯৮৫ | জুবেল ষ্টাৰ ক্লাব |
| ১৯৮৬ | এ এছ ই বি |
| ১৯৮৭ | মহাৰাণা এ চি |
| ১৯৮৮ | এ এছ ই বি |
| ১৯৮৯ | নৱজ্যোতি ক্লাব |
| ১৯৯০ | জুবেল ষ্টাৰ ক্লাব |
| ১৯৯১ | এ এছ ই বি |
| ১৯৯২ | এ এছ ই বি |
| ১৯৯৩ | এ এছ ই বি |

## পুলিন দাস

অসমৰ বিশিষ্ঠ ক্ৰীড়া সংগঠকসকলৰ ভিতৰত দীৰ্ঘ দিন ধৰি সংগঠনৰ কামত জড়িত ব্যক্তি গৰাকী হল - পুলিন দাস। এওঁক ক্ৰীড়া সাংবাদিকতাৰ ক্ষেত্ৰত অসমৰ বাটকটিয়া বুলিব পাৰি। অসমৰ প্ৰথম তিনি গৰাকী প্ৰথম শ্ৰেণীৰ ৰেফাৰীৰ ভিতৰত এওঁ অন্যতম আছিল। জন্ম ১৯১৮ চন। স্থান গুৱাহাটী। স্কুলীয়া শিক্ষা কামৰূপ একাডেমীত। কটন কলেজৰ পৰা ১৯৪০ চনত আই. এ. পাছ কৰি শিক্ষা সামৰে। পুলিন দাসে ১৯৫৬ চনত "দি আসাম ট্ৰিবুন "ত যোগদান কৰাৰ পূৰ্বে "দৈনিক অসমীয়া" আৰু "নতুন অসমীয়া" কাকতৰ যোগেদি ক্ৰীড়া সাংবাদিকতা আৰম্ভ কৰে। তেওঁ ১৯৪১-৫৬ লৈকে গুৱাহাটী বেঙ্ক আৰু গুৱাহাটী মিউনিচিপালিটি অফিচৰ কৰ্মচাৰী আছিল। তদুপৰি অল ইণ্ডিয়া ৰেডিঅ (গুৱাহাটী/ চিলং)ৰ ক্ৰীড়া সমালোচক আৰু ফুটবলৰ চলন্ত বিৱৰণী পৰিবেষক আছিল (১৯৫৬-৭৮)। পুলিন দাস অসম ফুটবল সন্থা (১৯৪৬)ৰ প্ৰতিস্থাপক সদস্য আছিল। তদুপৰি গুৱাহাটী ক্ৰীড়া সন্থাৰ সৈতে নিবিড়ভাবে জড়িত সংগঠক। তেওঁ অসম ৰেফাৰী বৰ্ডৰ সহকাৰী সম্পাদক আৰু চেয়াৰমেন পদত থকাৰ উপৰি অসমৰ প্ৰায়বোৰ ৰাজ্যিক ক্ৰীড়া সন্থাৰ মুধা-ফুটা সংগঠক আছিল। পুলিন দাসে দীৰ্ঘ চল্লিশ বছৰ কাল ক্ৰীড়া সাংবাদিকতাৰ সৈতে জড়িত থাকি ১৯৮২ চনৰ ১১ মাৰ্চত অৱসৰ লয়। চৌৰাশী বছৰৰ ডেওঁনা অতিক্ৰম কৰিছে যদিও নিয়মিত লন টেনিছ খেলা এই গৰাকী আদৰ্শৱান ক্ৰীড়া সংগঠকৰ আৰ্হি উঠি অহা যুৱ সমাজৰ বাবে অনুকৰণীয়।




বীৰেন বড়ো


সূৰ্য্য বাহাদুৰ ছেত্ৰী


মুন্না ছেত্ৰী


এল নাথন চোলাই


শুম বাহাদুৰ ছেত্ৰী


লক্ষেশ্বৰ কাকতি

| | |
|---|---|
| ১৯৯৪ | ডায়নামো ক্লাব |
| ১৯৯৫ | লীগ অসম্পূৰ্ণ |
| ১৯৯৬ | নবজ্যোতি ক্লাব |
| ১৯৯৭ | ইয়ং এমেচাৰ |
| ১৯৯৮ | জুবেল ষ্টাৰ |
| ১৯৯৯ | এন. এফ ৰেলৱে |
| ২০০০ | চিটি পুলিচ |
| ২০০১ | ইয়ং এমেচাৰ |
| ২০০২ | অসম পুলিচ ব্লু |
| ২০০৩ | জুবেল ষ্টাৰ ক্লাব |
| ২০০৪ | ছ্যাই |

## গুৱাহাটী চুপাৰ ডিভিজন লীগ

| | |
|---|---|
| ১৯৯৮ | ডায়নামো ক্লাব |
| ১৯৯৯ | ডায়নামো ক্লাব |
| ২০০০ | ডায়নামো ক্লাব |
| ২০০১ | এ. এছ. ই. বি. |
| ২০০২ | গুৱাহাটী টাউন ক্লাব |
| ২০০৩ | এ এছ ই বি |
| ২০০৪ | অসম পুলিচ ব্লু |

গুৱাহাটীৰ ফুটবল খেলসমূহ জজ ফিল্ড, নিউ ফিল্ড আৰু পুলিচ ৰিজাৰ্ভ ফিল্ডত অনুষ্ঠিত হৈ আহিলেও ৰাধা গোবিন্দ বৰুৱাৰ প্ৰচেষ্টাত

### নৃপেন্দ্ৰ নাৰায়ণ সিংহ

অসমৰ মুধা-ফুটা ক্ৰীড়া সংগঠক নৃপেন্দ্ৰ নাৰায়ণ সিংহ এক অনন্য ব্যক্তিত্বৰ অধিকাৰী। ফুটবলাৰৰূপে আত্ম-প্ৰকাশ কৰি পৰৱৰ্তীকালত অসমৰ নামজ্বলা ৰেফাৰীৰূপে জিলিকি উঠিছিল আৰু ক্ৰীড়া সংগঠকৰূপে জড়িত থাকি দীৰ্ঘদিন ক্ৰীড়া সেৱা কৰা ব্যক্তি অতি বিৰল। নৃপেন্দ্ৰ নাৰায়ণ সিংহ ১৯২৫ চনত যোৰহাটৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। যোৰহাট গভৰ্ণমেণ্ট স্কুলৰ পৰা মেট্ৰিক (১৯৪৪), চেণ্ট এন্থনি কলেজৰ পৰা আই. এ. (১৯৪৬) আৰু জে. বি. কলেজত পঢ়ি ১৯৪৯ চনত বি. এ. পাছ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ত আইন পঢ়োতে ক্ৰীড়া সম্পাদক আছিল। যোৰহাটৰ কহিনুৰ ক্লাব আৰু যোৰহাট ক্লাবৰ ৰাইট-ইন পজিচনত খেলিছিল। ১৯৫০ চনৰ স্বাধীনতা দিৱস কাপত যোৰহাট ক্লাবে ৰাণাৰ্ছ-আপ পায়। বিশেষকৈ ১৯৫৬ চনত অসমৰ তিনি গৰাকীক পোন প্ৰথম ৰেফাৰীগুৰ প্ৰথম শ্ৰেণী চাৰ্টিফিকেট প্ৰদান কৰে। ইয়াৰ ভিতৰত নৃপেন্দ্ৰ নাৰায়ণ সিংহও আছিল। ১৯৫৯ সন্তোষ ট্ৰফীত তেওঁ কেইবাখনো খেল পৰিচালনা কৰে আৰু ফাইনেলত লাইন ৰেফাৰী আছিল। ১৯৬৪ চনৰ সন্তোষ ট্ৰফী ফাইনেল, বঙ্গ বনাম ৰেলৱে তেৱে পৰিচালনা কৰে। সন্তোষ ট্ৰফী ফাইনেল পৰিচালনা কৰা তেওঁ অসমৰ প্ৰথমজন ৰেফাৰীৰূপে পৰিগণিত হয়। সত্তৰ দশকৰ প্ৰথমভাগত প্ৰথম শ্ৰেণী ৰেফাৰীগুৰ পৰা অৱসৰ লয়। ১৯৫৬ চনৰ পৰা অসম ৰেফাৰী বৰ্ডৰ সৈতে চল্লিশ বছৰ জড়িত নৃপেন্দ্ৰ নাৰায়ণ সিংহই ১৯৭৯-১৯৮৪ লৈকে অসম ফুটবল সন্থাৰ চেক্ৰেটাৰী আছিল। ১৯৬০-৯০ লৈকে ষ্টেট স্পৰ্টছ কাউন্সিলৰ যুটীয়া সচিব আৰু ১৯৯০-৯৮ লৈকে এডভাইচাৰ পদত কাৰ্য্য-নিৰ্বাহ কৰি অৱসৰ লয়।

১৯৬২ চনত নেহৰু ষ্টেডিয়ামে বাস্তৱৰূপ ধাৰণ কৰে। এই ক্ষেত্ৰত নেচনেল স্পৰ্টছ ক্লাব অব আসামৰ ভূমিকাও গুৰুত্বপূৰ্ণ। ৫৮ বিঘা মাটি আগুৰি থকা ৩০,০০০ হেজাৰ ধাৰণ ক্ষমতাৰ এই ষ্টেডিয়ামখনৰ প্ৰৱেশ পথ ১২ টা। ফলত ১৯৫২ চনৰ পৰা জজ ফিল্ডত অনুষ্ঠিত হৈ অহা বৰদলৈ ট্ৰফী ফুটবল প্ৰতিযোগিতা ১৯৬২ চনত নেহৰু ষ্টেডিয়ামলৈ স্থানান্তৰ কৰে। এইখিনিতে উল্লেখ্য ১৯৪৯ চনৰ ২৬ ছেপ্টেম্বৰত মোহনবাগান বনাম জি এফ এ-ৰ মাজত অনুষ্ঠিত খেলখনত প্ৰথম ৰেডিঅ চলন্ত বিৱৰণী প্ৰচাৰ কৰা হয়। এই প্ৰদৰ্শনী খেলখন নিউ ফিল্ডত অনুষ্ঠিত হৈছিল। চলন্ত বিৱৰণী প্ৰচাৰ কৰে কৰুণা ভট্টাচাৰ্য্যই।

আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত গুৱাহাটীয়ে সদায় শক্তিশালী প্ৰতিদ্বন্দ্বীৰূপেই থিয় দি আহিছে। প্ৰথম আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত গুৱাহাটী জিলা দল(১৯৪৭)ৰ খেলুৱৈসকল – চৌকত আলি, পুটু চৌধুৰী (অধিনায়ক), উমেশ দাস (ডাঙৰ), নাৰায়ণ দাস, মনোৰঞ্জন বেনাৰ্জী, যতীন পাল, কনক বৰদলৈ, বি. ৰায়চৌধুৰী, নৃপেন বৰুৱা, পিলিক চৌধুৰী, ভাৰত চৌধুৰী, এ. দাস, জামাল হুছেইন, টি. শৰ্মা, সহস্ৰদল সেনাপতি, পদ্মধৰ চৌধুৰী আদি আৰু মেনেজাৰ আছিল অন্নৰাম বৰুৱা। অসমৰ বিভিন্ন ঠাইৰ খেলুৱৈৰে গুৱাহাটীৰ ক্লাবসমূহ পুষ্ট হৈ থাকিলেও সেই সময়ত কোনো ধৰা বন্ধা নিয়ম নথকাত খেলুৱৈসৱে গৃহ জিলা দলৰ পক্ষে আন্তঃ জিলা ফুটবলত প্ৰতিদ্বন্দ্বিতা কৰাৰ সুবিধা আছিল। কিন্তু ১৯৫৬ চনৰ পিচত খেলুৱৈৰ জিলা নিবন্ধীকৰণে গুৱাহাটী জিলা দল শক্তিশালী হৈ পৰে আৰু ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯ চনত একেৰাহে তিনিবাৰ আন্তঃ জিলা খিতাপ জয় কৰিবলে সক্ষম হয়। গুৱাহাটী জিলা দলে মুঠ ১৭ বাৰ এই খিতাপ জয় কৰিছে। এইখিনিতে উল্লেখ্য ১৯৫৮ চনৰ ৪ এপ্ৰিলত জি এছ এ গঠন হয় আৰু ১৯৫৯ চনত জি এফ এ গুৱাহাটী ক্ৰীড়া সন্থাত চামিল হয়। গুৱাহাটী জিলাৰ পৰা ৰাজ্যিক দলত স্থান লাভ কৰা প্ৰথম খেলুৱৈ কেইগৰাকী হল – জিতেন 'পুটু' চৌধুৰী, মনোৰঞ্জন বেনাৰ্জী, পিলিক চৌধুৰী আৰু ভাৰত চৌধুৰী (১৯৪৭)। পুটু চৌধুৰী দলৰ অধিনায়ক আছিল।



জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা ১৯৬৪ চনৰ পৰা আৰম্ভ হয় আৰু গুৱাহাটীয়ে সৰ্বাধিক ১৪ বাৰ খিতাপ জয় কৰাৰ কৃতিত্ব আৰ্জে। কিন্তু ১৯৭৭-ৰ পৰা আৰম্ভ হোৱা বাবে ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা মাত্ৰ ২বাৰ জয় কৰিছে। এইখিনিতে উল্লেখ্য গুৱাহাটীত এতিয়ালৈকে তিনিবাৰ (১৯৬৪, ১৯৮৮ আৰু ১৯৯৮) জাতীয় ফুটবল প্ৰতিযোগিতা (সন্তোষ ট্ৰফী) অনুষ্ঠিত হৈছে। ইয়াৰ অন্তৰ্গত ১৯৯৮ চনৰ ২১ এপ্ৰিলত কোৱাৰ্টাৰ-ফাইনেল ৰাউণ্ডৰ লীগ বঙ্গ বনাম ৰেলৱে খেলখনৰ জৰিয়তে অসম ফুটবলত এক ক্ৰীড়া বিপ্লৱৰ সূচনা হয়। এই খেলখন ফ্লাড লাইটৰ পোহৰত অনুষ্ঠিত হৈছিল। এয়া আছিল উত্তৰ পূব ভাৰতৰ প্ৰথম দিবা-নৈশ খেল।

দেখা যায় গুৱাহাটী টাউন ক্লাব আৰু মহাৰাণা এ. চি.-ৰ পিচত অসম ফুটবলত আধিপত্য বিস্তাৰ কৰা জি এছ এ লীগৰ তৃতীয় দলটো হল এ. এছ. ই. বি.। অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ দ্বাৰা পৰিচালিত এ এছ ই বি দলে অসমৰ সংখ্যাধিক খেলুৱৈক এই দলত সন্নিৱিষ্ট কৰি তেওঁলোকৰ ক্ৰীড়া প্ৰতিভাক স্বীকৃতি প্ৰদান কৰি আহিছে। আশী দশকৰ পাতনিতে গঠন কৰা এ. এছ. ই. বি. দলে গুৱাহাটী লীগ খিতাপ ৬ বাৰ আৰু চুপাৰ লীগ দুবাৰ জয় কৰাৰ উপৰিও এ টি পি এ শ্বিল্ড (১৯৯১, ২০০০ আৰু ২০০১), স্বাধীনতা দিৱস কাপ (১৯৮৬ আৰু ১৯৯৫), বৰদলৈ ট্ৰফী (১৯৮৮), ডুগৰ শ্বিল্ড(২০০০) আৰু কেপ্টেইন এন এম গুপ্ত ট্ৰফী (১৯৮৫ আৰু ১৯৮৭) জয় কৰে।

### গৌৰী হিমট্টসিংকা

জন্ম ১৯২২ চন। স্থান জুমকা, বিহাৰ। গুৱাহাটীৰ কামৰূপ একাডেমী আৰু বেঙ্গলী হাইস্কুলত পঢ়ি ১৯৩৯ চনত মেট্ৰিক পাছ কৰে। ব্যৱসায়ী পৰিয়ালৰ সন্তান গৌৰী হিমট্টসিংকা মহাৰাণা ক্লাবৰ আজীৱন সদস্য আছিল। গৌৰী হিমট্টসিংকাই মহাৰাণা ক্লাবত জড়িত হৈ অৰ্থ সাহাৰ্য্যৰ যি নজিৰ এৰি থৈ গৈছে এয়া অসম ফুটবলত বিৰল। এ এফ এ-ৰ কোষাধ্যক্ষৰূপে কাৰ্য্যনিৰ্বাহ কৰা গৌৰী হিমট্টসিংকাই ১৯৫০ চনত সন্তোষ ট্ৰফী খেলিব যোৱা অসম দলৰ মেনেজাৰ আছিল। গৌৰী হিমট্টসিংকা ২০০২ চনৰ ২৪ মে'ত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে।

এ. এছ. ই. বি. দলৰ জাৰ্চি পৰিধান কৰা খেলুৱৈসকল – অৱনি বুঢ়াগোহাঁই, কুমুদ বৰ্মণ, শঙ্কৰ বৰ্মণ, অনিল বৰুৱা, বাহাৰুল ইছলাম, গণেশ ৰায়, আব্দুল আজিম লস্কৰ, সুশান্ত মুছাহাৰী, হেৰম্ভ চাংমা, হেমন্ত বসুমতাৰী, জনক বসুমতাৰী, হৃদয় ব্ৰহ্ম, খনিন ব্ৰহ্ম, জুৱেল বে, গৌৰী ৰাভা, নকুল বড়ো, ৰজনী ফুকন, নৱজ্যোতি তালুকদাৰ, বিবেকা বৰগয়াৰী আদি। বিশেষকৈ দলটোৰ সংগঠকৰূপে যতীন বৰাৰ নাম উল্লেখনীয়।

গুৱাহাটী ফুটবল সন্থাত সংগঠকৰূপে জিলিকি থকা ব্যক্তিসকল জয়কান্ত বৰুৱা, ডাঃ জ্যোতিষ চন্দ্ৰ দাস, ৰাধাকান্ত দাস, হৰিপদ চন্দ', অনিমেষ গাঙ্গুলী, অন্নৰাম বৰুৱা, যুগল কুমাৰ দাস, কে. ডি. হাজৰিকা, ফণী দত্ত, নৰেন শৰ্মা, গোলাপ চন্দ্ৰ চৌধুৰী, ৰাধা গোবিন্দ বৰুৱা, পুলিন দাস, নৃপেন ভট্টাচাৰ্য্য, শশীধৰ শৰ্মা, বিনয় বল, গৌৰী হিমট্টসিংকা, ডঃ যতীন্দ্ৰ নাথ গোস্বামী, ফণী শৰ্মা, ভবানী চৰণ বৰুৱা, ৰাণা গোস্বামী, যতীন বৰা আদি উল্লেখযোগ্য। ১৯৭৯ চনত ফিফা বেজ পোৱা ৰেফাৰী **কেদাৰনাথ মৌৰ**-এ ১৯৯৭-২০০০ লৈকে সদৌ ভাৰত ফুটবল ফেডাৰেচনৰ সম্পাদক পদত আছিল। বিশেষকৈ ১৯৭৯ চনত আব্দুল লতিফ আৰু হেম দাসৰ প্ৰচেষ্টাত প্ৰতিষ্ঠা হোৱা ইয়ং ষ্টাৰ ফুটবল কোচিং চেণ্টাৰে ভালে সংখ্যক খেলুৱৈক অসম ফুটবললৈ উপহাৰ দিছে।



কমল ছেত্ৰী



বিনয় বল



জোচেফ লালমুনজিৰা

# অনিমেষ গাঙ্গুলী

অসমৰ ফুটবলক যিসকল ক্ৰীড়া বিপ্লৱীয়ে এক পূৰ্ণাঙ্গ ৰূপ দিয়াত অৰিহণা যোগালে ইয়াৰ অৰ্ন্তগত অনিমেষ গাঙ্গুলীৰ অৱদান অধিক। সমগ্ৰ জীৱন ফুটবল্ লৈ ব্যস্ত থাকোতে খেলুৱৈৰূপে পাৰদৰ্শিতাৰ স্বাক্ষৰ এৰি থৈ যোৱাৰ উপৰি পৰৱৰ্ত্তী কালৰ ক্ৰীড়া প্ৰাঙ্গনত নিস্বাৰ্থভাৱে হাতে কামে লাগি এজন মহান ক্ৰীড়া সংগঠকৰূপে নিজৰ নাম খোদিত কৰি গ'ল। সেই সময়ৰ প্ৰখ্যাত ফুটবলাৰ **ৰবীন নবিচৰ** ভাষাত "We may call him Pioneer of football in Assam" গুৱাহাটী টাউন ক্লাৱত ফুটবলৰ পাতনি মেলি পিচত মহাৰাণালৈ আহে আৰু আজীৱন এই দলতে কটায়। কলা বৰণৰ চুটি-চাপৰ ক্ৰীড়া ব্যক্তিত্ব অনিমেষ গাঙ্গুলীৰে আৱিষ্কাৰ পুটু চৌধুৰী আৰু শৰৎ দাস। ইয়াৰ পিচতো মহাৰাণা দললৈ আনিছিল বহুসংখ্যক প্ৰতিভাসম্পন্ন খেলুৱৈ। যাৰ ফলত অসমৰ এটা আগৰুৱা দলৰূপে জিলিকি উঠাৰ উপৰি অসম ফুটবলেও নৰূপ লবলৈ সক্ষম হৈছিল। তেওঁ খেলুৱৈ বিচাৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ চলাথ কৰিছিল। হয়তো সেইবাবেই চিৰকুমাৰ অনিমেষ গাঙ্গুলী সকলোৰে প্ৰিয়ভাজন **"অনিমেষ দা"**। কাৰণ "Sports was religion with Animesh Ganguli and the football field his Alma mater".

অনিমেষ গাঙ্গুলী গুৱাহাটীৰ এক শিক্ষিত পৰিয়ালত ১৯০৪ চনত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী ললিত চন্দ্ৰ গাঙ্গুলী (ছয়জন ল'ৰা আৰু এজনী ছোৱালী)ৰ তৃতীয় সন্তান। কামৰূপ একাডেমীত প্ৰৱেশিকা মহলালৈকে পঢ়ি শিক্ষা সামৰে; কিন্তু কুৰি বছৰ বয়সতে এগৰাকী চকুতপৰা ফৰোৱাৰ্ডৰূপে গুৱাহাটী টাউন ক্লাৱত খেলে। ১৯২৬ চনত কটন কলেজিয়েট স্কুলৰ ছেক্ৰেটৰী তথা শিক্ষক কামাখ্যা নাথ ঠাকুৰে তেওঁক চিলং টাউন ক্লাৱৰ পক্ষে চিলঙৰ আৰ্লি ফুটবল ট্ৰফী ফাইনেল খেলিবলৈ নিয়ে। প্ৰতিপক্ষত ১/৮ তম গুৰ্খা ৰেজিমেণ্ট দল। অনিমেষ গাঙ্গুলীয়ে ৰাইট-ইন পজিচনত দুৰ্দ্ধৰ্ষ ফুটবল খেলি বিজয়ীৰ সন্মান কঢ়িয়াই অনাত সহায় কৰে।১৯২৯ চনত মহাৰাণাই ৰংপুৰ(বৰ্ত্তমান বাংলাদেশ)ৰ গোবিন্দলাল শ্বিল্ড খেলিবলৈ যায় আৰু বহিঃ অসমত খেলিবলৈ যোৱা এয়া অসমৰ প্ৰথম ফুটবল দল। শক্তিশালী ৰাজাচাহী দলৰ হাতত ১-০ গ'লত পৰাভূত হলেও দৰ্শকৰ পৰা অকুণ্ঠ সমৰ্থন আদায় কৰিবলৈ সক্ষম হয়। ইয়াৰ পিচত প্ৰতি বছৰে (১৯৩০-৩৩) গোবিন্দলাল শ্বিল্ডত অংশ লয়। বিশেষকৈ ১৯৩৭ চনত উত্তৰ বঙ্গৰ সবাতোকৈ

বৃহৎ ফুটবল টুৰ্ণামেণ্ট নৰনাৰায়ণ শ্বিল্ডত ৰাণাৰ্ছ-আপ প্ৰাপ্ত মহাৰাণাৰ ফুটবল চিৰসঙ্গীৰ হৈ ৰব। এই অভিজ্ঞতাসমূহ বুকুত বান্ধি মহাৰাণাই ১৯৩৯ চনত আই. এফ: এ. শ্বিল্ড খেলিবলৈ যায় আৰু দলটো এই প্ৰতিযোগিতাত যোগদান কৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথম ফুটবল দল। সম্পূৰ্ণ ইউৰোপীয় খেলুৱৈৰে পুষ্ট শক্তিশালী কলিকতা পুলিচৰ হাতত মহাৰাণা ক্লাব ১-০ গ'লত হাৰে। সেই বছৰ অনিমেষ গাঙ্গুলী দলৰ অধিনায়ক আছিল। পিচৰ বছৰ আই. এফ. এ. খেলিবলৈ যাওঁতে মহাৰাণাই একেলেথাৰিয়ে পাঁচবাৰ লীগ বিজয়ী মহমেডান স্পৰ্টিঙৰ বিৰুদ্ধে ১-১ গ'লত ড্ৰ খেলি কলিকতাৰ ক্ৰীড়াঙ্গনত আলোড়ন সৃষ্টি কৰে। দ্বিতীয় দিনাও বীৰোচিত খেলৰে শেষ মুহূৰ্ত্তত ১-০ গ'লত পৰাভূত হয়, যদিও ই আছিল অসম ফুটবলৰ সুপ্ৰতিষ্ঠিত ভেটিৰ আধাৰশিলা। এই খেলতে দুৰ্দ্ধৰ্ষ জুম্মা খাৰ কিলাকুটি লাগি অনিমেষ গাঙ্গুলীৰ তিনিটা দাত সৰে। এইখিনিতে উল্লেখ্য সেই সময়ত ক্লাবৰ শকত পুঁজি নাছিল। গতিকে ফুটবল চৰ্চ্চাৰ উপৰি ক্লাব জীয়াই ৰখাৰ সংগ্ৰামত তেওঁ লিপ্ত থাকিব লগা হৈছিল। কিয়নো তেওঁৰ মনপ্ৰাণ মহাৰাণাক লৈয়ে ব্যস্ত আছিল। ইয়াৰ মাজত কৰবাত ভাল খেলুৱৈৰ সম্ভেদ পালে তাতো গৈ উপস্থিত হৈছিল। মুঠতে তেওঁৰ আত্মা আৰু জীৱন মহাৰাণা আৰু ফুটবল লৈয়ে ব্যস্ত আছিল। ১৯৪৪ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়, যদিও ক্লাবৰ সংগঠনত নিবিড়ভাৱে জড়িত হৈ পৰে। অসম ফুটবল সন্থা জন্মৰ (১৯৪৬) দিনৰে পৰা তেখেত সন্থাৰ বাছনি সমিতিৰ সভাপতি আছিল। তদুপৰি গুৱাহাটী ক্ৰীড়া সন্থাৰ তেওঁ অন্যতম প্ৰতিষ্ঠাতা তথা আমৃত্যু সদস্য আছিল। তেওঁৰ ঐকান্তিক প্ৰচেষ্টাৰ বাবে অসমে ভাৰতৰ ফুটবল মানচিত্ৰত এটা গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল।

অসমৰ এইগৰাকী ফুটবল পূজাৰীয়ে ১৯৭৫ চনৰ ৬ এপ্ৰিলত শেষ নিঃশ্বাস ত্যাগ কৰে। অসমে এজন সুযোগ্য ক্ৰীড়া সন্তান হেৰুৱালে। তেখেতৰ মৃত্যুত এ. এফ. এ. ৰ সভাপতি **আৰ. জি. বৰুৱাৰ** মন্তব্য, Sport in Assam in general and Guwahati is particular will be poorer by his death." সেইদৰে এ.এফ এ.ৰ ছেক্ৰেটৰী **নুৰুল আমিনৰ** মতে, "Shree Ganguli who was associated with the AFA since its birth has made incomparable contribution towards the growth of development not only of footbal but of all other competitive sports in Assam." তদুপৰি প্ৰবীণ ক্ৰীড়া সাংবাদিক **পুলিন দাসৰ** ভাষাত, "Animeshda's death has removed from Assam sports a selfless and lifelong worker. Such devotion to sports was rare not only in Assam, but in the whole country."



# জিতেন চৌধুৰী(পুটু)

ত্ৰিশৰ দশকত বাৰিষাৰ ব্ৰহ্মপুত্ৰত নাও বাই আহি গুৱাহাটীত ফুটবল খেলা শৰৎ দাসৰ অন্য এজন সহযোগী পুটু চৌধুৰী। উভয়ে উত্তৰ গুৱাহাটীৰ আউনীআটি কমলদেৱ হাইস্কুলৰ ছাত্ৰ আছিল। স্কুল টুৰ্ণামেণ্টৰ পিচতে (১৯৩৫) তেওঁলোকে মহাৰাণা ক্লাবত যোগদান কৰে। ১৯৪০ চনৰ আই এফ এ শ্বিল্ডত মহাৰাণা বনাম মহমেডান স্পৰ্টিং ঐতিহাসিক খেল দুখনত (প্ৰথম দিনা ১-১; দ্বিতীয় দিনা ০-১ গ'লত পৰাজিত) পুটু চৌধুৰীৰ ক্ৰীড়া বৰগুণিয়ে অসমক এক উচ্চস্থান দিলে। এই ঘটনাৰ পশ্চাৎ শৰৎ দাসে কলিকতাৰ মোহনবাগানত যোগ দি সৰ্বভাৰতীয় খ্যাতি আৰ্জে কিন্তু পুটু চৌধুৰীয়ে আমন্ত্ৰণ পায়ো অসম ত্যাগ নকৰিলে। এইখিনিতে পুটু চৌধুৰী কেনেকুৱা স্তৰৰ খেলুৱৈ বুলি কবলে গলে এই কথাষাৰ সদায়ে পৰিষ্কাৰ সাক্ষী হৈ ৰব— "পুটু চৌধুৰী নাথাকিলে শৰৎ দাসৰ সৃষ্টি নহলেহেঁতেন, আৰু শৰৎ দাস নাথাকিলে শৈলেন মান্নাৰ অভ্যুদয় নহলহেঁতেন।" জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পোৱা অসমৰ প্ৰথম ফুটবলাৰ মহাৰাণাৰ লেফট-হাফ্ মনোৰঞ্জন বেনাৰ্জীৰ মতে, "সেইসময়ত শৰৎ দাস আৰু পুটু চৌধুৰীক ড্ৰিবল কৰি অতিক্ৰম কৰা কোনো খেলুৱৈৰ পক্ষে সম্ভৱ নাছিল, বিশেষকৈ পুটু চৌধুৰী শৰৎ দাসতকৈও উচ্চ স্তৰৰ খেলুৱৈ।" এই গৰাকী ক্ষীণ চেহেৰাৰ দীৰ্ঘ দেহী জন্মগত খেলুৱৈৰ ফুটবল জ্ঞান আছিল অতি প্ৰখৰ। বিশেষকৈ এণ্টিচিপেচন অতি সাংঘাতিক আৰু তেওঁৰ খেল তুলনাহীন। মুঠতে ডিফেন্সলৈ বল আহিলে বল য'ত তাতেই পুটু চৌধুৰীৰ আৱিৰ্ভাৱ। তেওঁৰ এটা ডাঙৰ গুণ আছিল বল পালে এটা ষ্টেপ্‌ৰ পৰাই মাৰিব পাৰিছিল। মুঠতে যিকোনো ফৰোৱাৰ্ডে তেওঁক অতিক্ৰম কৰা অসম্ভৱ আছিল।

পুটু চৌধুৰীৰ প্ৰকৃত নাম জিতেন চৌধুৰী। কিন্তু পুটু চৌধুৰী নামেৰেহে অধিক খ্যাত। জন্ম ৭ আগষ্ট,১৯১৩ চন। পিতৃ জীৱনৰাম ডেকা উত্তৰ গুৱাহাটীৰ বাসিন্দা তেওঁ তথা জেইলাৰ আছিল। তিনিজন সন্তানৰ পুটু চৌধুৰী সবাতোকৈ কনিষ্ঠ। লৰালি জীৱন শিৱসাগৰ, তেজপুৰ আৰু মঙ্গলদৈত অতিবাহিত কৰে। অৱশ্যে পঢ়া-শুনাৰ পাতনি তেজপুৰত; কিন্তু হাইস্কুল জীৱন উত্তৰ গুৱাহাটীত অতিবাহিত কৰি কামৰূপ একাডেমীৰ পৰা মেট্ৰিক পাছ কৰে। পিছত কটন কলেজত আই.এ. পঢ়িছিল, সম্পূৰ্ণ নহ'ল। আউনীআটি কমলদেৱ হাইস্কুলত পঢ়ি থাকোতে অনিমেষ গাঙ্গুলীৰ চকুত পৰে আৰু ১৯৩৭ চনত তেওঁক মহাৰাণালৈ

আনে। অৱশ্যে পুটু চৌধুৰীৰ জীৱনত প্ৰথম ডাঙৰ খেল ১৯৩২ চনত আমিনগাৱঁৰ গ্ৰেগু ইন্সটিটিউটৰ হৈ লালমণিহাটত ই. বি. ৰেলৱেৰ বিৰুদ্ধে খেলে। ১৯৩৫ চনত চিলেট চহৰত সুৰমা ভেলি স্কুল দলৰ বিৰুদ্ধে অসম ভেলি স্কুল দলত খেলে। তেওঁৰ ফুটবল জীৱনত প্ৰেৰণাদাতা আন এজন ব্যক্তি হ'ল অন্নৰাম বৰুৱা। ১৯৪০ চনৰ আই. এফ. এ. শ্বিল্ডত তেওঁ কলিকতা ক্লাবসমূহৰ দৃষ্টি আকৰ্ষণ কৰে আৰু পিচৰ বছৰ কালীঘাট দলত স্থান লাভ কৰে, যদিও কিছুদিন থাকিয়ে গুৱাহাটীলৈ প্ৰত্যাৱৰ্ত্তন কৰে। ১৯৪৭ চনত সন্তোষ ট্ৰফী খেলিবলৈ যোৱা প্ৰথম অসম দলটোৰ অধিনায়ক নিৰ্বাচিত হয় মহাৰাণাৰ লেফট্-বেক্ পুটু চৌধুৰী। অৱশ্যে অসমে মহীশূৰৰ হাতত ২-১ গ'লত পৰাভূত হৈ বিদায় লব লগা হয়। পিচৰ বছৰ ভাৰতীয় অলিম্পিক দলৰ শিক্ষা শিবিৰ চিলঙত অনুষ্ঠিত হওঁতে অসম আৰু নিৰ্বাচিত ভাৰতীয় একাদশৰ মাজত দুখন প্ৰদৰ্শনী খেল আয়োজন কৰিছিল। অসমৰ ৰক্ষণত প্ৰাক্তন যুটী পুটু চৌধুৰী আৰু শৰৎ দাস(অধিনায়ক)ৰ খেলে চিলং আৰু গুৱাহাটীৰ দৰ্শকক আকৃষ্ট কৰে। ১৯৪৯ চনত পুটু চৌধুৰীৰ অধিনায়কত্বতে গুৱাহাটী দলে উদ্যোক্তা নগাৱঁক পৰাভূত কৰি আন্তঃ জিলা ফুটবলত চূড়ান্ত বিজয়ী হয় আৰু সেইবছৰ সন্তোষ ট্ৰফী খেলিবলৈ যোৱা অসম দলৰ অধিনায়কৰ দায়িত্বও ৩৬-বছৰ বয়স্ক ফুটবল অভিজ্ঞ পুটু চৌধুৰীক দিয়ে। এইবাৰ অসম দল বিহাৰৰ হাতত পৰাভূত হয়। ইয়াৰ পিচত তেওঁ ৰাজ্যিক দলত খেলা নাই। ১৯৫০ চনত তেওঁ কেৰাণীৰূপে চেল টেক্স অফিচত যোগদান কৰে। ইতিপূৰ্বে ভেটেৰিণেৰী ফিল্ড এছিচ্টেণ্টৰূপে কিছুদিন কাম কৰাৰ পিচত কামৰূপ বেংক আৰু এম ই এছ-ত চাকৰি কৰিছিল। এম ই এছ-ত চাকৰি কৰি থাকোতে, ১৯৪৩ চনৰ ১১ মাৰ্চত বিয়া পাতে।

১৯৫২ চনৰ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত গুৱাহাটী দল পুটু চৌধুৰীৰ অধিনায়কত্বত ৰাওনা হয়। ছেমি-ফাইনেলত উদ্যোক্তা ডিব্ৰুগড়ৰ হাতত পৰাভূত হয় যদিও প্ৰতিপক্ষৰ ফৰোৱাৰ্ড-লাইনক পুটু চৌধুৰীক সুদক্ষ খেলে সহজে জয়ী হবলৈ দিয়া নাছিল। বোধকৰো এয়াই তেওঁৰ শেষ স্মৰণীয় ফুটবল। ইয়াৰ পিচত তেওঁ ১৯৫৪ লৈকে খেল অব্যাহত ৰাখি অৱসৰ গ্ৰহণ কৰে। যি কি নহওঁক এওঁৰ দৰে প্ৰতিভ্ৰসম্পন্ন লেফট্-বেক্ অসমত দ্বিতীয় এজনৰ আবিৰ্ভাৱ হোৱা নাই। বহু প্ৰত্যক্ষদৰ্শীৰ মতে তেওঁ কলিকতাত খেলা হলে জাতীয় একাদশৰ নিগাজী খেলুৱৈ হব পাৰিলেহেঁতেন তাত সন্দেহ নাই। ১৯৬৯ চনত চেল টেক্স হেড্ এছিষ্টেণ্টৰূপে চাকৰিৰ পৰা অৱসৰ লয় আৰু ১৯৮৩ চনত অসম চৰকাৰৰ দ্বাৰা প্ৰবৰ্ত্তিত ক্ৰীড়া পেঞ্চন পায়। পুটু চৌধুৰীয়ে ১৯৮৫ চনৰ ৩০ মাৰ্চত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে। ❑❑

# শৰৎ দাস(গোবৰ)

চল্লিশৰ দশকৰ অন্যতম ৰাইট-বেক্ শৰৎ দাস। তদুপৰি "**গোবৰ**" নামেৰে অধিক পৰিচিত এই গৰাকী মাত্ৰ ৫ ফুট ৪ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ ফুটবল কুশলীয়ে অসম তথা ভাৰতীয় ফুটবলত যি ক্ৰীড়া স্বাক্ষৰ এৰি থৈ গ'ল এয়া আমাৰ বাবে সঁচাকৈয়ে গৌৰৱৰ বিষয়। শৰৎ দাস ভাৰতীয় ফুটবলত সৰ্বকালৰ শ্ৰেষ্ঠসকলৰ তালিকাভুক্ত হোৱাৰ মূলতে এই চুটি চাপৰ ফুটবলাৰৰ এণ্টিচিপেচন, ইণ্টাৰচেপচন, ক্লিয়েৰেন্স, একুৰেট পাছিং আৰু হেডিঙত আছিল অপৰিসীম দক্ষতা। বিশেষকৈ তেওঁৰ গ্ৰীপ আছিল সাংঘাতিক তদুপৰি যি কোনো দুৰ্দ্দান্ত খেলুৱৈয়ে তেওঁৰ মূৰৰ ওপৰেদি বল নিয়া তথা ড্ৰিবলিং কৰি তেওঁক অতিক্ৰম কৰাটো একেবাৰে অসম্ভৱ। সেই সময়ৰ ফুটবলত তেওঁৰ বিজ্ঞানসন্মত ক্ৰীড়া পদ্ধতিত মুগ্ধ হৈ ভাৰতৰ ক্ৰীড়া সমালোচক, সাংবাদিক, খেলুৱৈ তথা বাতৰি কাকত আদিয়ে পঞ্চমুখে স্বীকৃতি দিবলৈ বাধ্য হৈছিল। "**দি ষ্টেটচ্‌মেন**" বাতৰিৰ ভাষাত "Sarat Das the spare built back of Mohan Bagan...................................... was keen sense of anticipation which helped him a lot to nip the military attacking movement in the bud. His interceptions were also brainy and the finish of his clearance were spectacular & graceful"

জন্ম ২ জুন, ১৯১৬ চন। স্থান নগাওঁ। গুৱাহাটীৰ বাসিন্দা তথা ছাব-পোষ্ট মাষ্টৰ প্ৰবোধ চন্দ্ৰ দাস (দুজন লৰা অৰু চাৰি গৰাকী ছোৱালী) ৰ জেষ্ঠ সন্তান। দৰং জিলাত পঢ়া-শুনাৰ পাতনি মেলি গুৱাহাটীৰ মাণিক চন্দ্ৰ বৰুৱা স্কুলৰ পৰা এম. ই. পাছ কৰে (১৯৩৩-৩৪)। উত্তৰ গুৱাহাটীৰ আউনীআটি হাইস্কুলত পঢ়ি থাকোতেই এই ফুটবল আকৰৰ ওপৰত অনিমেষ গাঙ্গুলীৰ চকু পৰে। তেতিয়া আউনীআটি স্কুলে নামনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হওঁতে উত্তৰ গুৱাহাটীৰ পৰা নাও বাই ব্ৰহ্মপুত্ৰ অতিক্ৰম কৰি গুৱাহাটীত ফুটবল খেলি পুনৰ ঘূৰি গৈছিল। ১৯৩৫ চনত স্কুলীয়া ছাত্ৰ শৰৎ দাসে মহাৰাণাত যোগদান কৰে। স্কুলৰ শেষ দুটা বছৰ কটন কলেজিয়েটত পঢ়োতে তেওঁৰ অধিনায়কত্বত নামনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হয় আৰু "বেষ্টমেন"ৰ পদক পায় শৰৎ দাসে। তদুপৰি ব্ৰহ্মপুত্ৰ ভেলি স্কুল দলত খেলোতে সুৰমা ভেলিক ২-০ গ'লত পৰাভূত কৰি সদৌ অসম স্কুল চেম্পিয়ন হয়। স্কুলত পঢ়ি থাকোতেই মহাৰাণাৰ হৈ অসমৰ উপৰি বৃহৎ বঙ্গৰ বিভিন্ন ঠাইত ফুটবল

খেলে। ইয়াৰ অন্তৰ্গত দিনাজপুৰত অনুষ্ঠিত উত্তৰ বঙ্গৰ সবাতোকৈ বৃহৎ ফুটবল প্ৰতিযোগিতা নৰনাৰায়ণ শ্বিল্ড— য'ত কলিকতাৰ খ্যাতনামা খেলুৱৈৰ সমাবেশ। ১৯৩৭ চনৰ ফাইনেলত ইষ্টাৰ্ন বেঙ্গল ৰেলৱেৰ হাতত ১-০ গ'লত হাৰিলেও শৰৎ দাসে"শ্ৰেষ্ঠ খেলুৱৈ"ৰ পদক পায়। পিচৰ বছৰ গুৱাহাটী একাদশৰ হৈ মৈমনচিং ফ্ৰেণ্ডছ ইলেভেনৰ বিৰুদ্ধে তেওঁৰ খেলত মুগ্ধ হৈ মৈমনচিং দলে শৰৎ দাস (লগত প্ৰভাত হাজৰিকা)ক লক্ষ্ণৌলৈ আই. এফ. চি শ্বিল্ড খেলিবলৈ নিয়ে আৰু জয়ী হয়। ইয়াৰ পিচতে মেট্ৰিক পাছ কৰি কটন কলেজত ভৰ্ত্তি হয় (১৯৩৮-৩৯)। কটন কলেজত খেলোতে (১৯৩৯ আৰু ১৯৪০) এবাৰ কলিকতাৰ বঙ্গবাসী বিদ্যাসাগৰ কলেজক হৰুৱাই মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড জয় কৰে আৰু কলেজৰ হৈ কঢ়িয়াই অনা সন্মানৰ বাবে "কলেজ ব্লু" পায়।

মহাৰাণাই বিভিন্ন ঠাইত খেলি অৰ্জন কৰা অভিজ্ঞতাৰ জৰিয়তে ১৯৩৯ চনৰ আই.এফ.এ. শ্বিল্ডত প্ৰথম বাৰৰ বাবে যোগদান কৰোঁতে ইংৰাজ খেলুৱৈৰে পুষ্ট কলিকতা পুলিচৰ বিৰুদ্ধে তীব্ৰ প্ৰতিদ্বন্দ্বিতা আগবঢ়াই অতিৰিক্ত সময়ৰ খেলত ১-০ গ'লত পৰাভূত হয়। পিচৰ বছৰ আই.এফ.এ. শ্বিল্ডত পাঁচ বাৰ অপৰাজিত লীগ চেম্পিয়ন মহমেডান স্পৰ্টিং দলৰ বিৰুদ্ধে ১-১ গ'লত ড্ৰ থাকোঁতে মহাৰাণাই প্ৰথম স্কৰ কৰে। দ্বিতীয় দিনাও বীৰ দৰ্পে খেলি মাত্ৰ ১-০ গ'লত পৰাভূত হলেও সমগ্ৰ ভাৰতবৰ্ষে অসমৰ ক্ৰীড়া চিনাকি ভালদৰে পায়। শৰৎ দাসলৈ কালীঘাট, ইষ্টবেঙ্গল আৰু মোহনবাগানৰ পৰা যোগদানৰ আমন্ত্ৰণ আহে; কিন্তু তেওঁ মোহনবাগান দলত চুক্তিবদ্ধ হয় (১৯৪১ চনত)। তদুপৰি ৰিপন কলেজ (বৰ্ত্তমান সুৰেন্দ্ৰ নাথ কলেজ) ৰ বি. এ. মহলাতো নাম লগায়। কলেজৰ হৈ ইলিয়ট শ্বিল্ডত আৰু হাৰ্দিং শ্বিল্ড জয়লাভ কৰে। তদুপৰি কলিকতা বিশ্ববিদ্যালয়ৰ পক্ষে প্ৰতিনিধিত্ব কৰি ১৯৪১-৪২ অল ইণ্ডিয়া ইউনিভাৰ্চিটি চেম্পিয়ন হয়। ১৯৪৩ চনত স্নাতক ডিগ্ৰী লাভ কৰি বঙ্গ চৰকাৰৰ অধীনত ইন্সপেক্টৰ চিভিল ছাপ্লাইৰূপে যোগদান কৰে। ১৯৪৬ চনত মোহনবাগানে অপৰাজিত লীগ ৰাণাৰ্ছ-আপ হয়। ১৯৪৭ চনত আই. এফ. এ. শ্বিল্ড জয় কৰোঁতে শৰৎ দাস দলৰ অধিনায়ক আছিল। মোহনবাগানে দীৰ্ঘ ছয়ত্ৰিশ বছৰৰ পিচত দ্বিতীয়বাৰৰ বাবে এই শ্বিল্ড জয় কৰে। তদুপৰি জাতীয় দলৰ হৈ ইণ্ডিয়ান ইউৰোপীয়ান, চীন একাদশ আৰু ছাৰ্ভিচেজ একাদশৰ বিৰুদ্ধে মুঠ পাঁচখন আন্তৰ্জাতিক খেলে ইয়াৰ ২ খনত ড্ৰ আৰু ৩ খনত জয়ী হয়। বিশেষকৈ বঙ্গ দলৰ হৈ তিনিবাৰ (১৯৪১, ১৯৪৫ আৰু ১৯৪৭) ইণ্টাৰ প্ৰভিনচিয়েল চেম্পিয়নশ্বিপত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে।

চৰম ফৰ্মত থাকোতে ১৯৪৮ চনত হঠাৎ বাঁও-আঁঠুত আঘাত পায় আৰু ছখন লীগ মেচ খেলিয়ে প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। আনকি অলিম্পিক বাছনি শিবিৰৰ পৰাও নাম প্ৰত্যাহাৰ কৰিবলৈ বাধ্য হয়। কিন্তু এ. এফ. এ. ৰ আমন্ত্ৰণ ক্ৰমে অলিম্পিক গামী ভাৰতীয় দলৰ বিৰুদ্ধে অসম একাদশৰ অধিনায়কত্বৰ দায়িত্ব দিয়ে। চিলঙত ১-১ গ'লত অমীমাংসিত আৰু গুৱাহাটীত অসম ২-১ গ'লত পৰাভূত হয়, যদিও ৰক্ষণত প্ৰাক্তন যুটী শৰৎ দাস আৰু পুটু চৌধুৰীৰ খেলে অলিম্পিক দলৰ আক্ৰমণক নাস্তাভূত কৰিছিল।

শৰৎ দাসে প্ৰথম শ্ৰেণীৰ ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচতো অফিচ দল (মুভমেণ্ট ক্লাৱ ফুড ডিপাৰ্টমেণ্ট)ৰ হৈ ১৯৫৫ লৈকে খেলে। ইয়াৰ অন্তৰ্গত মোহনবাগানৰ দুৰ্দ্দিনত (১৯৫২)তেওঁক পুনৰ খেলিবলৈ বাধ্য কৰোঁতে ছখন খেলত অংশ লয়। ১৯৮০ চনত ডিচট্ৰিক্ট কণ্ট্ৰলাৰ ফুড এণ্ড ছাপ্লাইছ ৰূপে কৰ্মময় জীৱনৰ অন্ত পেলায়। শৰৎ-দাস কিমান উচ্চ স্তৰৰ খেলুৱৈ এয়া মহান ফুটবল কুশলীসবৰ মন্তব্যই প্ৰমাণ কৰে। ইষ্টবেঙ্গলৰ মহান বেক্ ৰাখাল মজুমদাৰৰ মতে, "গোষ্ঠ পালৰ পিচত ইমান উচ্চমানৰ বেক্ মই আৰু দেখা নাই।" আনকি স্বয়ং গোষ্ঠ পালেও স্বীকাৰ কৰি গৈছে—"মোৰ পিচত মই দেখা আটাইতকৈ ভাল আৰু ডাঙৰ বেক্ আছিল অসমৰ পৰা অহা সেই শৰৎ দাস। তাৰ পিচত অৱশ্যে মান্নাৰ স্থান।" সেইদৰে ইউ কুমাৰৰ মতে, "the best and selected backs for Mohan Bagan since 1922 are as follows– G.Pal, S. Das, S Manna, S. Dutta."

শৰৎ দাসে ১৯৮৯ চনৰ ৯ অক্টোবৰত কলিকতাৰ নিজা বাসভৱনত শেষ নিঃশ্বাস ত্যাগ কৰে।


জিতেন চৌধুৰী(পুটু)


অনিমেষ গাঙ্গুলী

# ডাঃ টালিমেৰাণ আও



ফুটবল ভাৰতবৰ্ষৰ সবাতোকৈ অধিক জনপ্ৰিয় আৰু সৰ্বজনবিদিত খেল। আন্তৰ্জাতিক ফুটবল মানচিত্ৰত ভাৰতে তেনে কোনো উল্লেখযোগ্য স্থান অধিকাৰ কৰিব নোৱাৰিলেও মেলবোৰ্ণ অলিম্পিক ক্ৰীড়াৰ ফুটবল প্ৰতিযোগিতাত চতুৰ্থ স্থান দখল কৰিবলৈ সক্ষম হয়। যি কি নহওঁক আন্তৰ্জাতিক ক্ষেত্ৰত ভাৰতৰ এইটোৱেই সৰ্বোচ্চ সন্মান তথা ভাৰতীয় ফুটবলৰ স্বৰ্ণময় যুগ বুলি কলেও ভুল কোৱা নহব। এই ঘটনাৰ ঠিক ছয় বছৰৰ পিছত যাকাৰ্তা এচিয়া ক্ৰীড়া(১৯৬২)ত ভাৰতে ফুটবলৰ স্বৰ্ণপদক জয় কৰি এক অবিস্মৰণীয় কৃতিত্ব আৰ্জে। কিন্তু ভাৰতৰ ঐতিহাসিক ফুটবলত এই চৰম জয়যাত্ৰাৰ সুদৃঢ় ভেটিত আধাৰশিলা স্থাপন কৰোঁতা খেলুৱৈ গৰাকী হল টালিমেৰাণ আও, অৱশ্যে টি. আও নামেৰে সৰ্বজনবিদিত। টি. আও লণ্ডন অলিম্পিক গামী ভাৰতীয় ফুটবল দলৰ অধিনায়ক আছিল। উল্লেখযোগ্য যে অলিম্পিক ক্ৰীড়াৰ ফুটবলত ভাৰতৰ প্ৰথম যোগদান আৰু এই ঐতিহাসিক ফুটবল দলৰ অধিনায়ক আছিল ত্ৰিশ বছৰ বয়স্ক দুৰ্দ্ধৰ্ষ নগা যুবক টি. আও। এই ক্ৰীড়া ঘটনা নগাপাহাৰ জিলা (বৰ্ত্তমান নাগালেণ্ড) তথা অসমৰ বাবে কম গৌৰৱৰ বিষয় নহয়।। যাৰ বাবে অসমৰ ফুটবল প্ৰাঙ্গনসমূহো গৌৰৱান্বিত। কিন্তু কিয় আজিৰ নাগালেণ্ড, অসম, অৰুণাচল, মেঘালয়, ত্ৰিপুৰা, মিজোৰাম আদিয়ে এই মহান টি. আওৰ দৰে সৰ্বভাৰতীয় খেলুৱৈ সৃষ্টি কৰিব পৰা নাই? একাধিক টি. আওৰ পুনৰ অৱতাৰণা নহয় কিয়?

টালিমেৰাণ আও ১৯১৮ চনৰ ২৮ জানুৱাৰীত নগাপাহাৰ জিলাৰ ছাংগ'কী গাৱঁৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃদেৱৰ নাম ৰেভু চুবংগ'টি। নগাপাহাৰত পোন প্ৰথম খৃষ্ট ধৰ্মৰ বাণী প্ৰচাৰকসকলৰ অন্যতম ব্যক্তি। শৈশৱৰ দিনবোৰ নগা পাহাৰৰ বুকুতে অতিবাহিত কৰে। নগা পাহাৰৰ ইম্পুৰত শিক্ষা জীৱনৰ পাতনি মেলোতে খৃষ্টান এম. ই. মিছন স্কুলত ভৰ্ত্তি হয়; কিন্তু হাইস্কুলৰ ডেওনাসমূহ অতিক্ৰম কৰে যোৰহাট খৃষ্টান মিছন স্কুলত। খৃষ্টান মিছন স্কুলত পঢ়ি থকাকালতে

(১৯৩৩-১৯৩৭) তেওঁৰ ক্ৰীড়া জীৱনেও পাতনি মেলে। ইয়াত তেওঁ এথলেটিক্স আৰু ফুটবলৰ উপৰি অন্যান্য খেলতো দক্ষ হৈ উঠে। ১৯৩৭ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ অসমৰ প্ৰাণকেন্দ্ৰ গুৱাহাটীলৈ ঢাপলি মেলে। গুৱাহাটীৰ মহিমান্বিত কটন কলেজত ভৰ্ত্তি হৈ স্বকীয় দক্ষতাৰে সেই বছৰতে কলেজৰ জেনেৰেল ছেক্ৰেটৰী (এথলেটিক্স/স্পৰ্টছ) ৰূপে নিৰ্বাচিত হয়। কটন কলেজত একেৰাহে তিনি বছৰ শ্ৰেষ্ঠ এথলীটৰ ট্ৰফী লাভ কৰিছিল। ইয়াত এথলেটিক্সৰ উপৰি ফুটবলতো অভ্যস্ত হৈ পৰে। তেওঁ কটন কলেজ ফুটবল দলত খেলাৰ উপৰি খ্যাতিসম্পন্ন মহাৰাণা ক্লাবৰ হৈ তেওঁৰ দুৰ্দ্ধৰ্ষ ফুটবল কলা পৰিবেশন কৰি থৈ গৈছে। ইয়াৰ অন্তৰ্গত ১৯৪০ চনৰ আই. এফ. এ. শ্বিল্ডত মহমেডান স্পৰ্টিঙৰ বিৰুদ্ধে তেওঁৰ ক্ৰীড়া দক্ষতা মনকৰিবলগীয়া। একেৰাহে পাঁচবাৰ লীগ বিজয়ী মহমেডানৰ বিৰুদ্ধে ১-১ গ'লত ড্ৰ থাকোতে লেফট-হাফ টি. আওৱে সেইসময়ৰ ভাৰতৰ দ্ৰুতগামী ৰাইট-আউট নুৰ মহম্মদক একেবাৰে শূন্য কৰি পেলায়। পিছদিনা খেল আৰম্ভৰ কিছু পিছতে বাচ্চি খানে ফাউল কৰি টি. আওক আহত কৰে আৰু তেওঁ খেলপথাৰ ত্যাগ কৰিব লগা হয়। ফলত মহাৰাণাৰ দহজন খেলুৱৈয়ে খেল অব্যাহত ৰাখি (সেই সময়ত ছাবষ্টিটিউট নাছিল) শেষ মুহূৰ্ত্তত ১-০ গ'লত পৰাভূত হয়। আচল কথা কব গলে মহাৰাণাতে তেওঁৰ প্ৰকৃত ফুটবল ভেটি প্ৰতিষ্ঠা হয়। সেইসময়ত তেওঁৰ বিশেষত্ব হল দীঘল দীঘল শ্বটৰে ৰক্ষণ বিভাগৰ পৰা বল মাৰি আক্ৰমণৰ যোগান ধৰাৰ উপৰি আক্ৰমণ বিভাগে বল লৈ গলে সেই বল বিপক্ষৰ হাফ্ লাইনত এৰি থৈ যায় আৰু পিচত অহা টি. আওৱে সেই বল বিপক্ষৰ গ'ললৈ তীব্ৰ শ্বট লয়। তেওঁৰ এটা ডাঙৰ গুণ ভৰিৰে হেচা মাৰি ধৰা বল যি কোনো খেলুৱৈৰ পক্ষে নিয়া অসম্ভৱ আছিল।

১৯৪০ চনত টি. আওৱে কটন কলেজৰ পৰা আই. এছচি. পাছ কৰে আৰু স্নাতক ডিগ্ৰী সম্পূৰ্ণ নকৰাকৈ ১৯৪২ চনত চিকিৎসা বিজ্ঞান পঢ়িবলৈ কলিকতালৈ ৰাওনা হয়। তেওঁ কলিকতাৰ কাৰ্মাইকেল মেডিকেল কলেজ (বৰ্ত্তমান আৰ. জি. কাৰ মেডিকেল কলেজ)ত ভৰ্ত্তি হয়। ইয়াত তেওঁ অধ্যয়নৰ লগতে স্বকীয় সুদৃঢ় ফুটবলৰ ভেটি স্থাপন কৰে। তেওঁ দুৰ্দ্ধৰ্ষ আৰু দক্ষতাপূৰ্ণ অসমীয়া ফুটবল প্ৰতিভাৰ সৌজন্যত কলিকতাৰ ফুটবলত প্ৰতিষ্ঠা লভিবলৈ সৰহ সময়ৰ প্ৰয়োজন হোৱা নাছিল। ভাৰতৰ খ্যাতনামা মোহনবাগান ক্লাবত যোগদান কৰি ক্লাবৰ হৈ প্ৰথম খেল মহমেডান স্পৰ্টিং ক্লাবৰ বিৰুদ্ধে অৱতীৰ্ণ হোৱাৰ পিছত ১৯৪২-১৯৫১ পৰ্য্যন্ত সুদীৰ্ঘ নবছৰ চেন্টাৰ-হাফ্‌পজিচনত স্বকীয় প্ৰাধান্য ৰাখে আৰু দলৰ হৈ ১৯৪৭ আৰু ১৯৪৮ চনত আই. এফ. এ. শ্বিল্ড জয় কৰে। ইয়াৰ অন্তৰ্গত ১৯৪৮-৪৯ বতৰতমোহনবাগান দলৰ

অধিনায়ক আছিল। ইয়াত খেলাকালত ভাৰতৰ বিভিন্ন ফুটবল টুৰ্ণামেন্টত অৱতীৰ্ণ হয়।

টি. আওয়ে নিজকে প্ৰতিষ্ঠিত ফুটবলাৰৰূপে ব্যক্ত কৰোঁতে জাতীয় দলতো স্থান গঢ়ি লয়। আনকি লণ্ডন অলিম্পিকগামী ভাৰতীয় ফুটবল দলৰ তেওঁ অধিনায়ক মনোনীত হয়। এয়া বোধকৰো টি. আওৰ গৌৰৱোজ্জ্বল ফুটবল জীৱনৰ চৰম মুহূৰ্ত্ত। ভাৰতীয় ফুটবলে তেওঁক দিয়া গুৰুত্বপূৰ্ণ দায়িত্বৰ বাবে অসমে গৌৰৱবোধ কৰে। সেই সময়ত তেওঁ খালী ভৰিৰে খেলত অংশ লৈছিল। অলিম্পিক গেমছৰ ভাৰতীয় দলে সফলতা অৰ্জন কৰিব নোৱাৰিলে। প্ৰথম ৰাউণ্ডতে ফ্ৰান্সৰ বিৰুদ্ধে ২-১ গ'লত পৰাভূত হৈ বিদায় লব লগা হয়। বিফল হলেও আন্তৰ্জাতিক ফুটবলত ভাৰতৰ প্ৰতি সদ্ মনোভাব যোগোৱাৰ উপৰি তেওঁ ভাৰতীয় ফুটবলক সন্মানৰ শাৰীত উপস্থাপন কৰে। তদুপৰি তেওঁ ১৯৪৩, ১৯৪৪, ১৯৪৫ আৰু ১৯৪৬ চনত ইউৰোপীয় একাদশৰ বিৰুদ্ধে ভাৰতীয় একাদশত খেলে আৰু ১৯৫১চনত সুদূৰ পূৰ্বলৈ (চিঙ্গাপুৰ, পেনাং আৰু মালয়চিয়া) ভ্ৰমণ কৰিবলৈ যোৱা জাতীয় দলৰ অধিনায়ক হয়। এইখিনিতে উল্লেখ্য ১৯৫২ চনৰ হেলছিংকি অলিম্পিক ক্ৰীড়া গামী ফুটবল দলত স্থান নেপালেও নজন ষ্টেণ্ড-বাই খেলুৱৈৰ তালিকাত তেওঁ আছিল।

লণ্ডন অলিম্পিক ক্ৰীড়া(১৯৪৮)ত ভাৰতীয় একাদশ।
বাঁওফালৰ পৰা বহি থকা তৃতীয়জন অধিনায়ক ডাঃ টি. আও।

চল্লিশৰ দশকত ভাৰতীয় ফুটবলৰ সবাতোকৈ চকুতপৰা নাম- টি. আও। তেওঁ কেৱল ফুটবলাৰেই নাছিল। জন্মগত দুৰ্দ্ধৰ্ষতাৰে ভৰপুৰ ৫ ফুট ১০ ইঞ্চি ওখ সুন্দৰ পেশীবহুল ফুটবল কুশলী গৰাকীৰ এথলেটিক্সৰ প্ৰতি থকা সহজাত দুৰ্বলতাক প্ৰচণ্ডভাৱে বাধা দিছিল ফুটবলে। কিন্তু সুবিধা পালেই এথলেটিক্স চৰ্চা কৰাৰ উপৰি প্ৰতিদ্বন্দ্বিতাও কৰিছিল। উদাহৰণ স্বৰূপে কলিকতাত পঢ়ি থকা কালছোৱাত ১৯৪৬ আৰু ১৯৪৭ চনত দুবছৰ কলিকতা বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠ এথলীট আছিল।

টি. আওয়ে ১৯৫০ চনত এম. বি.বি. এছ. পাছ কৰে আৰু ১৯৫২ চনত অসম মেডিকেল কলেজত ৰেজিষ্ট্ৰাৰ (ই. এন. টি.) ৰূপে যোগদান কৰে। সেইবছৰতে ছুটী লৈ ডাঃ টি.আওয়ে মোহনবাগানৰ পক্ষে আই. এ ফ. এ. শিল্ড খেলোতে ৰাজস্থান ক্লাবৰ সৈতে যুগ্ম বিজয়ী হয়। এই ফাইনেল খেলখনেই তেওঁৰ শেষ প্ৰথম শ্ৰেণীৰ ফুটবল। ১৯৫৩ চনত নগাপাহাৰ জিলাৰ কহিমালৈ ট্ৰেন্সফাৰ হৈ এছিষ্টেন্ট ছাৰ্জনৰ পদত অধিষ্ঠিত হয়। ডাইৰেক্টৰ অব হেলথ্ ছাৰ্ভিচ পদত থাকোতে অসংখ্য পূৰ্বাধিকাৰ থকা সত্বেও ফুটবলৰ প্ৰতি তেওঁৰ আগ্ৰহ হ্ৰাস পোৱা নাছিল। ১৯৬৮-৬৯ চনত অল ইণ্ডিয়া চিলেকছন কমিটীৰ সদস্য আছিল। তেওঁ সৰ্বভাৰতীয় কাউন্সিল অব স্পৰ্টছৰ একজিকিউটিভ সদস্য আৰু নাগালেণ্ড ষ্টেট স্পৰ্টছ্ কাউন্সিলৰ ছেক্ৰেটৰীও আছিল। ডাঃ টি. আওয়ে ভাৰতীয় ফুটবলৰ বাবে যি বৰঙণি আগবঢ়াই থৈ গ'ল তাৰবাবে আমি নথৈ গৌৰৱান্বিত। যুগ যুগান্তৰ অসমৰ ফুটবলে ডাঃ টি. আওৰ আদৰ্শ ও অনুপ্ৰেৰণা অনুকৰণ কৰি যাব। ডাঃ টি. আও ১৯৯৮ চনৰ ১৩ ছেপ্তেম্বৰত কহিমাত শেষ নিঃশ্বাস ত্যাগ কৰে।



# ভাৰত চৌধুৰী

চল্লিশৰ দশকৰ সৰ্বশ্ৰেষ্ঠ লেফট-আউট ভাৰতচৌধুৰী ১৯৪৭ চনৰ সন্তোষ ট্ৰফীত অসম দলৰ সহ-অধিনায়ক আছিল। খেলপথাৰত "বগা ঘোৰা" উপনামৰে খ্যাত তেজে ফুটু-ফুটো ৰঙা বগা ৰঙৰ সুন্দৰ চেহেৰাৰ এই ফুটবলাৰ চিলঙৰ চিলং স্পৰ্টিং ইউনিয়নৰ হৈ খেলোতে পিলিক আৰু ভাৰত চৌধুৰীক "ব্লেক এণ্ড হোৱাইট" নাম দিছিল। কাচিৎ ৰাইট-আউট আৰু চেণ্টাৰ-ফৰোৱাৰ্ডত খেলা ভাৰত চৌধুৰীক লৰাকালত বাৰিষা নাও বোৱা, ব্ৰহ্মপুত্ৰত সাতোৰা আদি দুৰ্দ্ধৰ্ষ কাৰ্য্যই চল্লিশ দশকৰ শ্ৰেষ্ঠ লেফট-আউট ৰূপে গঢ় দিয়ে। তেওঁৰ খেলৰ বিশেষত্ব — বল লৈ দ্ৰুত দৌৰ, চাৰ্প চুটিং আৰু সাংঘাতিক বডী ফলছ আছিল। যিটো গুণ সেইসময়ৰ ফুটবলত অন্য খেলুৱৈৰ ক্ষেত্ৰত নাছিল বুলিয়ে কব পাৰি। যাৰবাবে তেওঁ যিকোনো খেলুৱৈক ফাঁকি দি বল নিয়াত সিদ্ধহস্ত। এই কথা পৰৱৰ্ত্তীকালত লণ্ডন অলিম্পিকৰ অধিনায়ক ডাঃ টি. আৱেও স্বীকাৰ কৰিছিল। ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মন্তব্য এনে ধৰণৰ, "ভাৰত চৌধুৰীৰ বডী ফলছ সাংঘাতিক অস্ত্ৰ আছিল।" তেওঁ দীৰ্ঘ দিন ধৰি উচ্চ মানৰ ফুটবল প্ৰদৰ্শনৰ মূলতঃ প্ৰথম ভাগত প্ৰভাত হাজৰিকাৰ সৈতে গভীৰ বুজাপৰা আছিল। ১৯৪২ চনত প্ৰভাত হাজৰিকা চাকৰি পাই গুছি যোৱাত সেইস্থানত নতুন কম্বাইন খেলুৱৈ পায় পিলিক চৌধুৰী। এইখিনিতে উল্লেখ্য নবজাত তাৰকা পিলিক চৌধুৰীয়ে সুনাম অৰ্জনৰ মূলতে প্ৰবীণ ভাৰত চৌধুৰীৰ ক্ৰীড়া সান্নিধ্য। অৱশ্যে পিলিকৰ সান্নিধ্যত ভাৰত চৌধুৰীয়েও আৰু দহবছৰকাল উচ্চস্তৰৰ ফুটবল খেলিবলে সক্ষম হয়।

জন্ম ১৯২০ চন। স্থান গুৱাহাটী। গুৱাহাটী উপায়ুক্ত কাৰ্য্যালয়ৰ কেৰাণী চন্দ্ৰকান্ত চৌধুৰীৰ তৃতীয় সন্তান (জিলা খেলুৱৈ দুৰ্গা চৌধুৰীৰ ককায়েক)। মাণিক চন্দ্ৰ বৰুৱা মধ্য-ইংৰাজী স্কুলত শিক্ষাৰ পাতনি মেলি ক্ৰমে কটন কলেজিয়েট স্কুল আৰু কামৰূপ একাডেমীত দশমমানলৈকে পঢ়ি শিক্ষা সামৰে (১৯৩৮)। ফুটবলৰ পাতনি (১৯২৮) মাণিক চন্দ্ৰ বৰুৱা স্কুলত। স্কুলত শ্ৰেষ্ঠ ফুটবলাৰৰূপে সুনাম বুটলা ভাৰত চৌধুৰীয়ে প্ৰকৃত ফুটবলৰ পাতনি মেলে কটন কলেজিয়েট বনাম ধুবুৰী বিদ্যালয় প্ৰীতি খেলখনৰ জৰিয়তে ১৯৩৫ চনত। কটন কলেজিয়েট স্কুল ১-০ গ'লত জয়ী হয় আৰু লেফট-আউট পজিচনত খেলা ভাৰত চৌধুৰীৰ ক্ৰীড়া

জীৱনেও এক নতুন পাক লয় আৰু তেওঁ গুৱাহাটী টাউন ক্লাবতো খেল অব্যাহত ৰাখে। ১৯৩৬ চনত মহাৰাণা ক্লাবৰ হৈ ৰংপুৰ, দিনাজপুৰ, কোচবিহাৰ আদিত খেলে। বিশেষকৈ উত্তৰ বঙ্গৰ সৰ্ববৃহৎ টুৰ্ণামেণ্ট নৰনাৰায়ণ শ্বিল্ডত তেওঁৰ খেল উল্লেখযোগ্য (১৯৩৭) । কোৱাৰ্টাৰ-ফাইনেলত ঠাকুৰবাৰী ক্লাবক ২-১ ব্যৱধানত পৰাভূত কৰোঁতে ১ গ'ল ভাৰত চৌধুৰীৰ। ছেমি-ফাইনেলত দিনাজপুৰ জিলা পুলিচক ২-০ গ'লত পৰাভূত কৰোঁতে ১ গ'ল তেওঁৰ। ফাইনেলত ইষ্টাৰ্ণ বেঙ্গল ৰেলৱেৰ বিৰুদ্ধে তীব্ৰ প্ৰতিদ্বন্দ্বিতাপূৰ্ণ খেলত মাত্ৰ ১-০ গ'লত পৰাভূত হয়।

১৯৩৭ চনত যোৰহাটত আসাম ইণ্টাৰ-ভেলী স্কুল টুৰ্ণামেণ্ট খেলে। ১৯৩৮ চনত মৈমনচিং ফ্ৰেণ্ডছ্ ইলেভেনৰ বিৰুদ্ধে গুৱাহাটী একাদশত খেলোতে তেওঁৰ দুৰ্দ্ধৰ্ষ খেল মনকৰিবলগীয়া। ইয়াৰ পিচতে ১৯৩৮ আৰু ১৯৩৯ চনত কলিকতাৰ ভৱানীপুৰ দলৰ হৈ পাৱাৰ লীগ খেলে। ১৯৪১ চনত গুৱাহাটী একাদশ বনাম ইষ্টবেঙ্গলৰ খেল ১-০ গ'লত জয়ী আৰু দ্বিতীয়খন ১-১ গ'লত ড্ৰ হয়। দ্বিতীয় দিনাৰ স্কৰ ভাৰত চৌধুৰীৰ। বিশেষকৈ তেওঁৰ খেলত মুগ্ধ হৈ কৰ্মকৰ্ত্তাসৱে ইষ্টবেঙ্গলৰ হৈ পাৱাৰ লীগ খেলাবলৈ নিয়ে। ১৯৪৭ চনত লক্ষ্ণৌৰ আই. এফ. চি শ্বিল্ড বিজয়ী মহাৰাণা দলতো খেলে। মুঠতে ১৯৩৯-৪৮ পৰ্য্যন্ত মহাৰাণাই বহিঃ অসমত যোগদান কৰা খেল সমূহত এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ, ৬৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল। ইয়াৰ অন্তৰ্গত ১৯৪০-৪৪ পৰ্য্যন্ত গুৱাহাটী টাউন ক্লাবৰ অধিনায়ক ৰূপে কৃতিত্ব আৰ্জে। ১৯৪৪-ৰ পৰা পুনৰ মহাৰাণা দলত খেলোতে তেওঁক পুলিচ দলে আমন্ত্ৰণ জনায়(১৯৪৯) আৰু ১৯৫০ চনত কামৰূপ পুলিচত যোগদান কৰে। ইতিপূৰ্বে তেওঁ দুবছৰ এয়াৰ ৰেইড প্ৰিকুৱেচন আৰু কিছুদিন বালফৰ্ডত চাকৰি কৰিছিল। নিৰ্বাচিত অসম পুলিচ দলে তেওঁৰ অধিনায়কত্বতে কটকত ১৯৫২ অল ইণ্ডিয়া পুলিচ গেমছ খেলে। তদুপৰি সেই বছৰতে গুৱাহাটী টাউন ক্লাবৰ হৈ ৰভাৰ্ছ কাপ আৰু ১৯৫৩ চনৰ ডি চি এম ট্ৰফীত অংশ লয়। এইখিনিতে তেওঁৰ গৌৰৱময় ফুটবলৰ অন্ত পৰা দেখা যায় আৰু ১৯৫৫ লৈকে খেলি অৱসৰ গ্ৰহণ কৰে।

ফুটবলাৰ ভাৰত চৌধুৰীয়ে ১৯৪৪-৮১ পৰ্য্যন্ত সুখ্যাতিৰে ৰেফৰিং জীৱন অব্যাহত ৰাখি অন্য এক অধ্যায়ৰ সূচনা কৰি থৈ গৈছে। তেওঁ চাকৰি জীৱনৰ পৰা ১৯৮৩ চনত চি. আই. ডি. শাখাৰ ইন্সপেক্টৰৰূপে অৱসৰ লয়। ১৯৮৮ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। দীৰ্ঘ দিন ধৰি অসুখত ভোগী থকা ভাৰত চৌধুৰী ১৯৯৯ চনৰ ২৩ ফ্ৰেব্ৰুৱাৰীত গুৱাহাটীৰ নিজা বাসভৱনত শেষ নিঃশ্বাস ত্যাগ কৰে।

# নলিনী চৌধুৰী(পিলিক)

অসমৰ ফুটবলত বহুতো কলা কুশলীৰ আৱিৰ্ভাৱ হৈছে । ইয়াৰ ভিতৰত পিলিক চৌধুৰী অন্যতম। তেওঁৰ ছন্দময় ফুটবল ৰাজিয়ে অসমৰ ফুটবলক চিৰ অমৰ কৰি থব। চমকপ্ৰদ কলা-কৌশলৰ বাবে পিলিক দৰ্শকৰ সবাতোকৈ মৰমৰ তাৰকা ফুটবলাৰ আছিল। বোধকৰো ভাৰতীয় ফুটবলৰো এক বিৰল উদাহৰণ— পিলিক। বহু ফুটবল চিন্তাবিদৰ মতে পিলিক চৌধুৰীয়ে কলিকতাৰ ফুটবলত যোগদান কৰা হলে তেওঁৰ ক্ৰীড়া সৌৰভ আৰু অধিক জ্যোতিষ্মান হলহেঁতেন!· কিন্তু তেওঁ অসমৰ ফুটবলতে সীমাবদ্ধ থাকি ভাৰতীয় ফুটবলৰো দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। আমি ভাবো অসমৰ ফুটবলে কিয় পিলিক চৌধুৰীক সোঁৱৰি থাকে। তেওঁৰ ঐন্দ্ৰজালিক ফুটবলৰ লগতে আছিল এটা মৰম লগা হাঁহি আৰু সম্পূৰ্ণ ক্ৰীড়া সুলভ মনোভাৱ লৈ খেলপথাৰত অৱতীৰ্ণ হৈছিল। যাৰবাবে পৰৱৰ্ত্তীকালতো তেওঁৰ জনপ্ৰিয়তা হ্ৰাস ঘটা নাই। তেওঁৰ ফুটবল কৌশল আছিল সম্পূৰ্ণ নিজস্ব ধৰণৰ তথা উন্নত মানৰ। অফুৰন্ত বল কণ্ট্ৰোল থকা এই ফুটবলাৰক অসমত এনে বেক্ নাছিল যে তেওঁক বাধা দি ৰাখিব পাৰে। যি কোনো ডিফেন্সৰ বাবে সদায় ত্ৰাসৰ কাৰণ আছিল পিলিক। কাৰণ তেওঁ কেতিয়া ক'ত থাকে কব নোৱাৰি অৰ্থাৎ যি কোনো বেক্‌ক ফাঁকি মাৰিব পাৰে। গাৰ বৰণ কলা এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৫৩ কিলোগ্ৰাম ওজনৰ সুদৰ্শন ফুটবলাৰে বল ড্ৰিবলিং কৰি প্ৰতিপক্ষৰ মাজত বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল। সাধাৰণতে বল পালে অতি দুৰন্ত গতিত অগ্ৰসৰ হৈছিল। পাছিং বিলাক আছিল অতি নিখুঁত — বিশেষকৈ তেওঁৰ থ্ৰু-পাছ অতি অনুপম, মাত্ৰ স্কৰাৰে বলটো গ'ললৈ মাৰিবহে লাগে। বহুতে তেওঁক ভাৰত বিখ্যাত আহমেদ খান আৰু বলৰামৰ সৈতে তুলনা কৰি গৈছে। অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ লেফট-ইনৰূপে স্বীকৃত। পিলিকৰ পিচত তেওঁৰ দৰে উচ্চমানৰ ফুটবল কোনোৱে প্ৰদৰ্শন কৰিব পৰা নাই। অৱশ্যে নিপ বৰুৱা, ৰেব পোদ্দাৰ, চন্দ্ৰৰ নংব্ৰী, জেদ ৰমিঅ' আদি উচ্চস্তৰৰ খেলুৱৈ হলেও পিলিকৰ কাষ চাপিব পৰা নাছিল। অসমৰ এগৰাকী আগশাৰীৰ ফুটবলাৰ প্ৰভাত হাজৰিকাৰ মতে "Pilik was very cunning in field, left-footed dribbler and shooter"

পিলিক চৌধুৰীৰ আচল নাম নলিনী চৌধুৰী। উপনাম "পিলিক" আৰু

পিলিক চৌধুৰী নামেৰে সৰ্বজন বিদিত। ১৯২৩ চনত গুৱাহাটীত জন্ম গ্ৰহণ কৰা পিলিক চৌধুৰী গুৱাহাটী জৰ্জ কৰ্টৰ পেস্কাৰ শশধৰ চৌধুৰীৰ দ্বিতীয় পুত্ৰ। দেউতাক খেলা-ধূলাৰ সম্পূৰ্ণ বিৰোধী আছিল; কিন্তু এনে এটা বিৰূপ পৰিবেশতে এই জন্মগত ক্ৰীড়া প্ৰতিভা পিলিক চৌধুৰীৰ আবিৰ্ভাৱ হৈছিল। পঢ়া-শুনাৰ পাতনি এম. চি. এম. ই স্কুল। তাৰ পিচত কটন কলেজিয়েট স্কুলত পঢ়ি ১৯৪০-৪১ চনত মেট্ৰিক পাছ কৰে আৰু পৰৱৰ্ত্তী দুবছৰ কটন কলেজত কটায়। তেওঁ দশমমান শ্ৰেণীত পঢ়ি থাকোতেই (১৯৪০) ইউনিয়ন ক্লাবৰ যোগেদি ফুটবলৰ পাতনি মেলে। এই খিনিতে উল্লেখ্য পৰৱৰ্ত্তীকালত অসমৰ জাকত-জিলিকা লেফট-ইন ৰূপে প্ৰতিষ্ঠা লাভ কৰা খেলুৱৈ পিলিকৰ ফুটবল পাতনি ৰাইট-ইন পজিচনত। তেতিয়া চেন্টাৰ-ফৰোৱাৰ্ডত লুলু দাস আৰু লেফট-ইনত দুৰ্গা চৌধুৰীয়ে খেলিছিল। এই তিনি দুৰ্দ্ধৰ্ষৰ কম্বাইন ফুটবলে মহাৰাণা আৰু টাউন ক্লাবৰ দৰে শক্তিশালী ডিফেন্সক ভাঙি দিছিল। ইয়াৰ পিচতে মহাৰাণা ক্লাবে পিলিক চৌধুৰীক দললৈ আনে আৰু ফুটবল কাৰীকৰ অনিমেষ গাঙ্গুলীৰ সান্নিধ্যত তেওঁৰ ফুটবলে আৰু অধিক বিকাশ লাভ কৰিবলৈ সক্ষম হয়। ১৯৪১ চনত গুৱাহাটী ফুটবল সন্থাই প্ৰথমবাৰৰ বাবে আই. এফ. এ. শ্বিল্ডত যোগ দিওঁতে কম বয়সৰ বাবে তেওঁক দলত সন্নিবিষ্ট নকৰিলে; কিন্তু পিচৰ বছৰৰ পৰা নিয়মিত খেলুৱৈ আছিল। তেওঁ ১৯৪২-১৯৫৮ লৈকে প্ৰথম শ্ৰেণী ফুটবলত যি সুনাম কঢ়িয়াই থৈ গ'ল এয়া অসমৰ দ্বিতীয়জন খেলুৱৈৰ পক্ষে সম্ভৱ হোৱা নাই। ১৯৪৭ চনত মহাৰাণাই তেওঁৰ অধিনায়কত্বত লক্ষ্ণৌৰ আই. এফ. চি শ্বিল্ড জয় কৰিছিল। ইতিপূৰ্বে ১৯৪৬ চনত ইয়ং ইউনিয়ন ক্লাবৰ হৈ কাঠিহাৰৰ নলিনী মে'মৰিয়েল শ্বিল্ড জয় উল্লেখযোগ্য তথা বিৰল সাফল্য। তেওঁ ১৯৪৭, ১৯৪৯, ১৯৫০ আৰু ১৯৫১ চনত অসম দলৰ হৈ সন্তোষ ট্ৰফী খেলে। ইয়াৰ অন্তৰ্গত ১৯৫০ চনত দলৰ অধিনায়ক আছিল আৰু কলিকতাত অনুষ্ঠিত এই প্ৰতিযোগিতাত বঙ্গৰ বিৰুদ্ধে খেলা খেলখনে অসম ফুটবলক চিৰ জীৱন্ত কৰি থব। অসমে বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি দহজন জাতীয় খেলুৱৈৰে পুষ্ট বঙ্গৰ হাতত ৩-২ গ'লত পৰাভূত হলেও উপস্থিত ত্ৰিশ হাজাৰ দৰ্শকৰ অন্তৰ জয় কৰি বিপুল সম্বৰ্দ্ধনা লাভ কৰিছিল। পিলিকৰ নেতৃত্বত খেলা অসম দল সেই দিনা "toast of Calcutta" হৈ পৰে।

১৯৫২ চনত মহাৰাণাৰ হৈ বেনাৰসৰ কমল কুমাৰী ট্ৰফী জয় কৰোঁতে ফাইনেলত স্থানীয় ইয়ং এথলেটিক ক্লাবক ১-০ গ'লত পৰাভূত কৰে আৰু স্থানীয় কাকতে তেওঁৰ বিষয়ে লিখিছিল **"Brain of the attack."** গুৱাহাটী টাউন

ক্লাবত খেলি থকা পিলিক চৌধুৰীয়ে ১৯৫৩ চনৰ ১৬. মাৰ্চত পুনৰ মহাৰাণা ক্লাবত যোগদান কৰে। এটা বতৰ কটাই পুনৰ গুৱাহাটী টাউন ক্লাবলৈ আহে। ১৯৫৫ চনত শিৱসাগৰ এমেচাৰ ক্লাবৰ হৈ আই. এফ. এ. শ্বিল্ডত খেলোতে কোৱাৰ্টাৰ-ফাইনেলত ইষ্টবেঙ্গলৰ হাতত ১-০ গ'লত পৰাভূত হয়। পিলিকক বাধা দিবলৈ বিপক্ষই অন্যায় খেলৰ অৱতাৰণা কৰিছিল। এবাৰ পিচফালৰ পৰা টানি ধৰি ৰাখোতে যত পেনাল্টি পাব লাগে তাত ৰেফাৰীয়ে অফ্-চাইদৰ নিৰ্দ্দেশ দিছিল। খেলৰ পিচত পিলিকে কৈছিল—"কলিকতাত আৰু আই. এফ. এ. শ্বিল্ড নেখেলো।" ইতিপুৰ্বে (১৯৪৯) মহাৰাণা দলত খেলোতে আই. এফ. এ. শ্বিল্ডৰ ছেমি-ফাইনেলিষ্ট আছিল। তেওঁ টপ ফৰ্মত থকাকালতে কলিকতাৰ মোহনবাগান ক্লাবে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল; কিন্তু নগ'ল।

১৯৪৯ চনত অসম ৰেলৱেত যোগদান কৰি চাকৰি কৰাৰ উপৰি ৰেল দলতো খেলিছিল। ১৯৫০ চনৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অসম ৰেলৱে দলে চূড়ান্ত বিজয়ী হওঁতে শিৱসাগৰক ২-০ গ'লত পৰাভূত কৰে। তেওঁ গুৱাহাটী টাউন ক্লাবত খেলোতে ১৯৫৪ চনত ত্ৰিপুল ক্ৰাউন (লীগ, বৰদলৈ ট্ৰফী আৰু এম. চি. বৰুৱা শ্বিল্ড) পায়। ১৯৫২ চনৰ বৰদলৈ ট্ৰফী ফাইনেলত ৰেলৱে স্পৰ্টছ ক্লাব, পাণ্ডু দলে নগাওঁ ইউনিয়ন স্পৰ্টিঙক পৰাভূত কৰে। এই খেলখনত অমূল্যহাস গোস্বামী(স্পৰ্টিং)য়ে শ্ৰেষ্ঠ খেলুৱৈৰ বঁটা পাওঁতে পিলিক চৌধুৰী(ৰেলৱে)য়ে অভিনন্দন জ্ঞাপন কৰিছিল। এয়া হল তেওঁৰ ক্ৰীড়াসুলভ ব্যতিক্ৰম। অসমৰ শ্ৰেষ্ঠ বেক্ তোযেশ্বৰ দত্তৰ মতে "আন আন ফৰোৱাৰ্ডৰ ক্ষেত্ৰত এটা আশা থাকে; বল বা মানুহ যি কোনো এটা ৰাখিব পাৰি; কিন্তু পিলিকৰ ক্ষেত্ৰত তেনে আশা কৰিব নোৱাৰি।" সেইদৰে অসমৰ অন্যতম চেণ্টাৰ-হাফ্ নাৰায়ণ 'লুলু' দাসেও কৈ থৈ গৈছে, "পিলিকৰ লগত একে টিমত খেলাই ভাল; নহলে ড্ৰিবল কৰি পাগল কৰি দিয়ে।" সেইদৰে আন এগৰাকী খ্যাতনামা হাফ্ অমু ঘোষৰ ভাষাত -"God gifted player like pilik, I have never seen in my life." ১৯৫৩ আন্তঃ জিলা বিজয়ী ডিব্ৰুগড় দলৰ অধিনায়ক তথা ৰাজ্যিক দলৰ দুৰ্দ্ধৰ্ষ বেক্ জামাল হুছেইনৰ মতে, "পিলিকৰ সমকক্ষ খেলুৱৈ আৰু নোলায়, তেওঁৰ খেল দেখিলে এনেহে লাগে যেন ছবি এখনহে চাই আছোঁ।" সেইদৰে অসমৰ প্ৰখ্যাত চেণ্টাৰ-হাফ্ অজয় মোহন গুপ্তৰ ভাষাত "পিলিকৰ সমকক্ষ লেফট-ইন আজিলৈকে ওলোৱা নাই আৰু অদূৰ ভৱিষ্যতেও নোলাব।"

পিলিক চৌধুৰী ১৯৬৭ চনৰ ৪ জুলাই তাৰিখে ঘৰৰ পৰা হঠাৎ নিৰুদ্দেশ হয়।

□□

# উমেশ দাস(চিনিয়ৰ)

অসম ফুটবলত উমেশ দাসৰ দৰে নির্ভৰশীল ফুল-বেক্ আজিও দ্বিতীয় জনৰ আৱির্ভাৱ হোৱা নাই। শাৰীৰিক দিশৰ পৰা খুউব এটা চকুত পৰা বিধৰ নহলেও কলা বৰণৰ ক্ষীণকায় টাফ্ খেলুৱৈ গৰাকীক যি কোনো ফৰোৱার্দে সহজে অতিক্রম কৰা অতি কঠিন কার্য্য আছিল। এই অকপট ও কষ্টসহিষ্ণু খেলুৱৈ গৰাকীৰ ফুটবল দক্ষতাই তেওঁক অসমৰ সর্বকালৰ শ্রেষ্ঠসকলৰ আসনত অধিষ্ঠিত কৰি থৈ গৈছে। ১৯২২ চনত চিলেট চহৰৰ পৰা ২৫ মাইল দূৰৰ ৰমাপতিপুৰ গাৱত ভূমিষ্ঠ হয়। চহকী কৃষক উপেন্দ্র চন্দ্র দাস(১ জন ল'ৰা আৰু ৩ জনী ছোৱালী)ৰ তৃতীয় সন্তান। গাঁৱৰ ফুটবল দলত খেলা উমেশ দাসে পাইল গাওঁ হাইস্কুলত পঢ়োঁতে অষ্টমমান শ্রেণীতে স্কুল টুর্ণামেণ্টত অংশ লয় আৰু ১৯৩৯ চনত মেট্রিক পৰীক্ষা দিয়ে শিক্ষাৰ সামৰণি মাৰে। এইখিনিতে উল্লেখ্য সেইবছৰতে তেওঁ চিলেট টাউন ক্লাৱত যোগদান কৰি প্রথম শ্রেণী ফুটবলতো আত্ম-প্রকাশ কৰে। চিলেট টাউন ক্লাৱৰ হৈ ১৯৪০ চনত ঢাকাৰ বিখ্যাত ৰণাল্ড শ্বিল্ড খেলোতে ঢাকা ৱাৰী ক্লাব (৩-০), কুলুতুলা ক্লাব (৪-০) আৰু ঢাকা বিশ্ববিদ্যালয় (৩-০)ক পৰাভূত কৰি ফাইনেল খেলাৰ যোগ্যতা অর্জন কৰে। ফাইনেলত ঢাকা ফার্মৰ হাতত ১-০ গ'লত পৰাভূত হৈ ৰাণার্ছ-আপ পায়। ১৯৪১ চনত উমেশ দাসে গুৱাহাটীৰ মহাৰাণা ক্লাৱত যোগদান কৰে। এই খিনিতে উল্লেখ্য এই গৰাকী গুৰু গম্ভীৰ বেক্-ক মহাৰাণা ক্লাৱলৈ অনাৰ মূলতে ফুটবল কাৰীকৰ অনিমেষ গাঙ্গুলী। সেইবছৰতে আই এফ এ শ্বিল্ড খেলিব যাওঁতে বাটত লালমণিহাট(বর্ত্তমান বাংলাদেশ)ত ইষ্টার্ণ বেঙ্গল ৰেলৱেৰ বিৰুদ্ধে উমেশ দাসে মহাৰাণা দলত আত্ম-প্রকাশ কৰে। আই. এফ. এ. শ্বিল্ডত কোচবিহাৰ ক্লাৱক ২-০ গ'লত পৰাভূত কৰে কিন্তু কালীঘাটৰ কমল ঘোষক দলত খেলোৱাৰ প্রতিবাদত দ্বিতীয়বাৰ অনুষ্ঠিত খেলত মহাৰাণা ৪-০ গ'লত পৰাভূত হয়।

উমেশ দাসে মহাৰাণা দলত শৰৎ দাসৰ অভাৱ পূৰ কৰোঁতে ৰাইট-বেক্ পজিচনত খেলিব লয় (পুটু চৌধুৰী লেফট-বেকৃত খেলিছিল)। অৱশ্যে তেওঁ দুয়োটা পজিচনতে সমান দক্ষতাৰে খেলিব পাৰিছিল। ১৯৪২ চনত গুৱাহাটীত অনুষ্ঠিত মিলিটৰী লীগত মহাৰাণা একমাত্র অসামৰিক দল আছিল। অপৰাজিত মহাৰাণাই ৰয়েল চিগনেলৰ বিৰুদ্ধে ফাইনেলত অৱতীর্ণ হওঁতে খেলৰ মধ্যভাগতে

মুখামুখি হৈ বন্ধ হয় আৰু লীগৰ ফলাফল অমীমাংসিতৰূপে অন্ত পৰে। সেইসময়ত মহাৰাণা ক্লাবে অতি কম সংখ্যক খেলত পৰাভূত হৈছিল। মহাৰাণা ক্লাবে ১৯৫৩ চনত বৰদলৈ ট্ৰফী আৰু ১৯৫৭ চনত স্বাধীনতা দিৱস কাপ জয় কৰে। ১৯৫২ চনত তেৱেঁ দলৰ অধিনায়ক আছিল। মহাৰাণা ক্লাবে আই. এফ. এ. শ্বিল্ডত প্ৰতিদ্বন্দ্বিতা কৰোঁতে(১৯৪১-৫৭) ১৯৪৯-ৰ কোৱাৰ্টাৰ-ফাইনেলত বাৰ্ণপুৰক ২-১ গ'লত পৰাভূত কৰি ছেমি-ফাইনেলত ইষ্টবেঙ্গলৰ হাতত ৮-০ গ'লত ধৰাশায়ী হয়। সেইসময়ত ইষ্টবেঙ্গলৰ ফৰোৱাৰ্ড লাইন ক্ৰমে — ভেঙ্কটেচ, আপ্পাৰাও, ধনৰাজ, আহমেদ আৰু চালে আদি ভাৰত বিখ্যাত খেলুৱৈৰে পুষ্ট আছিল। পিছৰবছৰ কোৱাৰ্টাৰ-ফাইনেলত মোহনবাগানৰ হাতত ৩-০ ব্যৱধানত পৰাভূত হয়।

উমেশ দাসে ১৯৪৭-৫৮ লৈকে গুৱাহাটীৰ পক্ষে আন্তঃ জিলা খেলি চাৰিবাৰ চেম্পিয়ন হয়। এই গৰাকী ৫ ফুট ৬½ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৪৯,১৯৫০ আৰু ১৯৫১ চনত ৰাজ্যিক দলত খেলে। বিশেষকৈ ১৯৫০ সন্তোষ ট্ৰফীত বঙ্গৰ বিৰুদ্ধে অসম আগবাঢ়ি থাকোতে বঙ্গৰ প্ৰায় আঠজন খেলুৱৈয়ে আক্ৰমণত জঁপিয়াই পৰিছিল। উমেশ দাসে শৈলেন মান্নাৰ কোবাল ফ্ৰি-কিক্ (বুকুৰ সমান উচ্চতাত অহা) মূৰ পতি ব্যৰ্থ কৰিছিল। প্ৰথম হাফ্‌তে ৰত্নহাস গোস্বামীয়ে আৰু পিচৰটো গ'ল টিটো মজুমদাৰে কৰে। ৰক্ষণ আৰু আক্ৰমণ বিভাগৰ বীৰত্বপূৰ্ণ খেলে অসম দলক চিৰঅমৰ কৰি থব যদিওবা অসম ৩-২ গ'লত পৰাভূত হল। বঙ্গ দলত গ'লৰক্ষক চাহাবুদ্দিনৰ বাহিৰে দহজন অলিম্পিক খেলুৱৈ আছিল।

উমেশ দাসৰ ফুটবল কলাত মুগ্ধ হৈ ৰাজস্থান ক্লাবে দলত যোগদানৰ আমন্ত্ৰণ জনাইছিল। তেওঁ আই.এফ. এ. শ্বিল্ড খেলাৰ উপৰি ১৯৫৬ চনত গুৱাহাটী টাউন ক্লাবৰ হৈ ডি চি এম ট্ৰফী আৰু নগাওঁ টাউন ক্লাবৰ হৈ ৰভাৰ্ছ কাপত অংশ লয়। উমেশ দাসে ১৯৬১-ৰ লীগত মহাৰাণাৰ বিৰুদ্ধে খেলিয়ে অৱসৰ গ্ৰহণ কৰে। অৱশ্যে গুৱাহাটী টাউন ক্লাব ১-০ গ'লত পৰাভূত হয়।

উমেশ দাসে ১৯৪১ চনত এয়াৰ ৰেইড প্ৰিকুয়েচনত এবছৰ চাকৰি কৰি ১৯৪৩-৪৬ লৈকে এ. এচ. আই. ৰূপে অসম পুলিচত কটায়। ১৯৪৭ চনত পুনৰ মহাৰাণাত যোগদান কৰি শ্ৰীমন্ত ৰাইচ মিলত নবছৰ চাকৰি কৰে। তাৰ পিচত(১৯৫৬) অসম বিদ্যুৎ বৰ্ডত যোগদান কৰে আৰু ১৯৮০ চনত তেওঁ চাকৰিৰ পৰা অৱসৰ লয়। ১৯৯৪ চনৰ ১০ ডিচেম্বৰত উমেশ দাসে গুৱাহাটীৰ নিজা বাসভৱনত শেষ নিঃশ্বাস ত্যাগ কৰে।

# কনক বৰদলৈ(হুনা)



কনক বৰদলৈক পঞ্চাশৰ দশকৰ দুৰ্দ্ধৰ্ষ আৰু তীব্ৰ গতিসম্পন্ন ৰাইট আউটৰূপে স্বীকৃতি দিয়া হয়। উপনাম "হুনা"। জন্ম চিলঙত, ১৯২৯ চন। উত্তৰ গুৱাহাটীৰ বাসিন্দা তথা অসম সচিবালয়ৰ চাকৰিয়াল জীৱনৰাম বৰদলৈৰ ষষ্ঠ সন্তান (ছজন ল'ৰা আৰু এজনী ছোৱালী)। ফুটবল প্ৰেমী খাছীসকলৰ মাজত ডাঙৰ দীঘল হোৱা কনক বৰদলৈয়ে চিলঙত থকা ইংৰাজ সৈনিক খেলুৱৈৰ সান্নিধ্যইয়ো তেওঁৰ অন্তৰত ফুটবলৰ বীজ ৰোপণ কৰে। চিলং চৰকাৰী হাইস্কুলত নৱমমানলৈকে পঢ়ি ১৯৪৪ চনত গুৱাহাটীৰ কামৰূপ একাডেমীৰ পৰা প্ৰৱেশিকা পাছ্ কৰে আৰু ১৯৪৫-ৰ পৰা গুৱাহাটীতে ফুটবলৰ পাতনি মেলে। কটন কলেজ দলত খেলাৰ উপৰি ১৯৪৬-ৰ পৰা ইয়ং ইউনিয়ন ক্লাৱত খেলিবলৈ লয়। সেইবছৰ ইয়ং ইউনিয়নে কাঠিহাৰৰ নলিনী মে'মৰিয়েল শ্বিল্ড জয় কৰোঁতে ফাইনেলত চৈয়দপুৰ ক্লাৱক পৰাভূত কৰে।

কটন কলেজত ক্ৰছ-কাণ্ট্ৰি দৌৰ আৰু পোলভল্ট চেম্পিয়ন আছিল। তদুপৰি ১৯৪৬, ১৯৪৭ আৰু ১৯৪৮ চনত একেৰাহে তিনিবাৰ "কলেজ ব্লু" অৰ্থাৎ কলেজৰ শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান পায়। ১৯৪৭ চনত গুৱাহাটীৰ হৈ আন্তঃ জিলা ফুটবল খেলোতে অসম ৰাজ্যিক দলতো স্থান লাভ কৰে। লণ্ডন অলিম্পিকৰ উদ্দেশ্যে প্ৰশিক্ষণ শিবিৰ চিলঙত অনুষ্ঠিত হওঁতে গুৱাহাটীত অলিম্পিকগামী জাতীয় দল আৰু অসম একাদশৰ মাজত অনুষ্ঠিত খেলত কনক বৰদলৈৰ খেল উল্লেখযোগ্য। সেই বছৰতে কলিকতাৰ মোহনবাগান ক্লাৱৰ আমন্ত্ৰণ ক্ৰমে যোগদান কৰি কেইবাখনো খেলত অংশ লয়। ১৯৪৯ চনত অসমৰ হৈ দ্বিতীয়বাৰ সন্তোষ ট্ৰফীত অংশ লয়। ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ আলিগড়ত অনুষ্ঠিত উত্তৰ মাণ্ডলিক আন্তঃ বিশ্ববিদ্যালয় ফুটবল ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত পৰাস্ত হয়। কনক বৰদলৈ দলৰ অধিনায়ক আছিল।

১৯৫১ চনত বম্বে সন্তোষ ট্ৰফীত হায়দৰাবাদৰ হাতত অসম ৩-০ গ'লত পৰাভূত হয় যদিও ৰাইট-আউট বৰদলৈৰ খেলে দৰ্শকক মুগ্ধ কৰে আৰু তেওঁৰ বিষয়ে **"দি টাইমছ অব ইণ্ডিয়া"** পত্ৰিকাই লিখিছিল, "Outstanding in the Assam outfit was their outer Bordoloi. This winger was a constant source of danger with his accurate centres and had he a more capable inner trio to his assistance, he might have seen his efforts treated deservingly." পিচৰ বছৰ তেওঁ বম্বেৰ কালচাৰ লীগ দলত যোগদান কৰে। এই দলৰ হৈ ১৯৫২ আৰু ১৯৫৩ চনত লীগ খিতাপ কঢ়িয়াই আনে। ১৯৫৩ লীগত ডায়নামোৰ বিৰুদ্ধে ২-২ গ'লত অমীমাংসিত থাকোতে **"দি টাইমছ অব ইণ্ডিয়া"** কাকতৰ লিখনি এনেধৰণৰ, "..........inside-right Parab, who usually creates all the openings for the Culture League, was completely bottled up, and it was left to outside-right Bordoloi to provide most of the dangerous centres. Actually both the goals obtained by the reigning champions were the results of accurate kicking of Bordoloi from corners." লীগৰ শেষ খেলত টাটাৰ বিৰুদ্ধে ১-১ গ'লত ড্ৰ থাকোতে পুনৰ লিখিছিল, "Wing-half Damodar failed to hold speedy Bordoloi, and most of the threat to tata's goal came from the right. Had some of Bordoloi's centres been properly used by his colleagues, ICL should have won convincingly." ১৯৫৩ চনৰ আই. এফ. এ. শ্বিল্ডত ইষ্টবেঙ্গলৰ বিৰুদ্ধে তিনিদিন ড্ৰ (০-০, ০-০, ০-০) খেলাৰ পিচত যুগ্ম বিজয়ীৰ সন্মান অৰ্জন কৰে আৰু প্ৰথমবাৰৰ বাবে আই. এফ. এ. শ্বিল্ড কলিকতাৰ বাহিৰলৈ যায়। ইতিপূৰ্বে ১৯৫২ চনত অলিম্পিক গামী ভাৰতীয় দলৰ ষ্টেণ্ড-বাই তালিকাত স্থান পোৱা নজন খেলুৱৈৰ এজন কনক বৰদলৈ। ১৯৫৪ চনত গুৱাহাটী টাউন ক্লাবত যোগদান কৰি পুনৰ ৰাজ্যিক দলত খেলে। তদুপৰি ১৯৫৬ চনত অধিনায়কত্ব কৰে - ত্ৰিবান্দ্ৰম সন্তোষ ট্ৰফীত। সেই বছৰতে হায়দৰাবাদত অনুষ্ঠিত সৰ্বভাৰত ফুটবল প্ৰশিক্ষণ শিবিৰত যোগদান কৰে। ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলে এলাহাবাদ জিলা দলৰ বিৰুদ্ধে প্ৰদৰ্শনী খেলত ৩-২ ব্যৱধানত পৰাভূত হয়, যদিও **"অমৃত বাজাৰ পত্ৰিকা"**ৰ মন্তব্য, "Right-winger Bordoloi with his accurate centre and prompt shooting was more than a headache to the opposition." তেওঁ গুৱাহাটী টাউন ক্লাবত ১৯৫৮ লৈকে খেলি অৱসৰ গ্ৰহণ কৰে।

এই গৰাকী ৫ ফুট ৫ / ইঞ্চি ওখ ৫৯ কিলোগ্ৰাম ওজনৰ ৰাইট-আউটৰ বল লৈ দুৰন্ত গতি আৰু সোঁ ভৰিৰ তীব্ৰতৰ শ্বট ঘাই অস্ত্ৰ স্বৰূপ আছিল। বল লৈ দ্ৰুত গতিত অগ্ৰসৰ হওঁতে সেই দ্ৰুততাৰ হ্ৰাস নঘটোৱাকৈয়ে বল ইন কৰাৰ দক্ষতা আছিল। তেওঁ বল লৈ অগ্ৰসৰ হ'লে প্ৰতিপক্ষই বিট্ কৰাটো প্ৰায়ে অসম্ভৱ। থ্ৰি-বেক পদ্ধতিত অসম ৰাজ্যিক দলৰ প্ৰথম গৰাকী ষ্টপাৰ **প্ৰসন্ন বৰ্মনৰ** ভাষাত, "কনক বৰদলৈৰ এটা ডাঙৰ গুণ অইনে দিয়া যি কোনো ধৰণৰ হাই বল (পাছ) মাটিত পৰাৰ পূৰ্বেই শূন্যতে পুচ কৰি লগে লগে দ্ৰুত গতিত ধাবমান হয়। সেই সময়ৰ ফুটবলত তেওঁৰ বাহিৰে দ্বিতীয় কোনো খেলুৱৈৰ এনে ধৰণে বল নিব পৰা ক্ষমতা নাছিল।" বৃটিছ পেইন্ট কোম্পানীত চেলছ ৰিপ্ৰেজেণ্টিটিভ্ (১৯৬০-৬৫ ) কৰাৰ পূৰ্বে ১৯৫৬-৬০ লৈকে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি কৰিছিল। বম্বে কালচাৰ লীগ দলত ৰাইট-ইন পৰৱ, লেফট-ইন টমাচ, চেণ্টাৰ-ফৰোৱাৰ্ড চেক্সবে আৰু তেওঁৰ মাজত গভীৰ বুজাপৰা আছিল। তেওঁ খেলা উল্লেখযোগ্য খেলসমূহ ইয়ং ইউনিয়ন বনাম পূৰ্ব বঙ্গৰ বগুৰা (১৯৪৬) । ১৯৫৩ চনত ব্ৰাজিলৰ নৌসেনা দলৰ বিৰুদ্ধে ইণ্ডিয়া কালচাৰ লীগ আৰু বম্বে একাদশ ৰ পক্ষে দুয়োখন খেলতে অংশ গ্ৰহণ কৰে। ১৯৫৪ চনৰ ১৮ আগষ্টত গুৱাহাটীত মোহনবাগান দলে গুৱাহাটী টাউন ক্লাবক ৩-১ গ'লত পৰাভূত কৰোঁতে কনক বৰদলৈয়ে প্ৰতিপক্ষৰ ডিফেন্সত সন্ত্ৰাস সৃষ্টি কৰে আৰু **"নতুন অসমীয়া"** কাকতৰ মন্তব্য, "গোটেই খেলখনত টাউন ক্লাবৰ ৰাইট-আউট কনক বৰদলৈ জিলিকি উঠিছিল। অবিশ্বাস্য ক্ষিপ্ৰ গতিত বিপক্ষৰ বক্ষণ বেহু ভেদ কৰি গোলৰ মুখলৈ নিয়া প্ৰত্যেকটো বলেই মোহনবাগানৰ প্ৰতিৰক্ষাৰ সন্মুখত ত্ৰাসৰ সৃষ্টি কৰে। সুন্দৰভাৱে বল উলিয়াই আজি কেইবাটাও নিখুঁত চেণ্টাৰ কৰিছিল যদিও তেওঁৰ সহযোগীসকলে বিশেষকৈ ৰমিঅ' আৰু চৌধুৰীয়ে ততাতৈয়া নকৰাৰ ফলত সুযোগ গ্ৰহণ কৰিবলৈ অসমৰ্থ হয়।" তদুপৰি মহাৰাণাই ইষ্টবেঙ্গল দলক ১-০ গ'লত পৰাভূত কৰোঁতে দ্বিতীয়াৰ্দ্ধৰ তৃতীয় মিনিটত স্কৰ কনক বৰদলৈৰ। তাং ২১ আগষ্ট ১৯৫৪ চন। স্থান গুৱাহাটী।

কনক বৰদলৈ ১৯৬৭ চনৰ সন্তোষ ট্ৰফীত অসম ৰাজ্যিক দলৰ মেনেজাৰ আছিল। ১৯৮৬ চনত অসম চৰকাৰৰ ক্ৰীড়া পেন্সন পায়। ৰাজ্যিক ফুটবলাৰ তথা ক্ৰীড়া পেঞ্চনাৰ কনক বৰদলৈয়ে ১৯৯৬ চনৰ ৩০ জুনত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে।

# নিপ বৰুৱা

দ্বিতীয় মহাযুদ্ধ সামৰণি পৰাৰ লগে লগে অসমৰ ফুটবল প্ৰাঙ্গনত অভ্যুদয় হোৱা ষ্টাইলিষ্ট চেণ্টাৰ-ফৰোৱাৰ্ড গৰাকীৰ নাম নিপ বৰুৱা। এতিয়ালৈকে অসমত যিসকল তীব্ৰ শ্বুটাৰৰ উদয় আৰু অস্ত হৈছে সেইসকলৰ ভিতৰত অন্যতম নিপ বৰুৱা। আনকি বহুতে নিপ বৰুৱাৰ সমকক্ষ চেণ্টাৰ-ফৰোৱাৰ্ড এতিয়ালৈকে অসমত ওলোৱা নাই বুলিয়ে কয়। দৰ্শনীয় মুখমণ্ডলৰ মিঠা বৰণীয়া নিপ বৰুৱাৰ এটা ডাঙৰ গুণ— খেলপথাৰত কেতিয়াও ইনফিৰিঅৰিটি কমপ্লেক্সত নোভোগিছিল —প্ৰতি পক্ষ যিমানেই শক্তিশালী অথবা খ্যাতনামা নহওঁক লাগে। তেওঁৰ উভয় ভৰিৰ শ্বুটিং সদায় অসমৰ ফুটবলত অমৰ হৈ থাকিব। বিশেষকৈ হাফ্-ভলী আছিল অতি কোবাল। পৰৱৰ্ত্তীকালত অসমৰ হতাশা ভৰা ফুটবল উপভোগ কৰোঁতে প্ৰাক্তন (তেওঁৰ খেল দেখা ) দৰ্শক বৃন্দই পূৰ্বৰ কথা স্মৰণ কৰি কয়,"কুনকুনৰ চেণ্টাৰ আৰু নিপৰ ফিনিচিং আজিৰ ফুটবলত নাই।" প্ৰাক্তন খ্যাতনামা ফুটবলাৰ **প্ৰভাত হাজৰিকাৰ** মতে, "Nip was very graceful and gentle Always walk on toes, very stylish and English type forward" সেইদৰে ৰাজ্যিক ফুটবলাৰ **ডেনিচ ডানে** কয়, "Great centre-forward Nip Barua's shots were very powerful." গুৱাহাটী বিশ্ববিদ্যালয় তথা ৰাজ্যিক খেলুৱৈ **মহম্মদ চেৰিফৰ** মন্তব্য এনে ধৰণৰ, "ফলপ্ৰসূ চেণ্টাৰ-ফৰোৱাৰ্ড নিপ বৰুৱাই বল পালে গ'ললৈ হাৰ্ড কিক্ লোৱাটো সহজাত প্ৰবৃত্তি।" তদুপৰি ৰাজ্যিক খেলুৱৈ **অশ্বিনী ৰাজবংশীৰ** মন্তব্য, "নিপ বৰুৱাই দুয়োটা ভৰিৰে হাফ্-ভলী মৰাত দক্ষ।"

জন্ম ১৯২৭ চন। স্থান গুৱাহাটী। পিতৃ চন্দ্ৰনাথ বৰুৱা বাইহাটা চাৰিআলিৰ বাসিন্দা তথা গড়কাপ্তানি বিভাগৰ সহকাৰী ইঞ্জিনীয়াৰ (পিচত এচ. ডি. অ. হয়)। মুঠ তেৰজন সন্তান(নজন ল'ৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ এওঁ ষষ্ঠ। পঢ়া শুনাৰ পাতনি কটন কলেজিয়েট স্কুলত। ইয়াত পঢ়ি থাকোতেই ফুটবল জীৱনৰো অঙ্কুৰণ হয় তদুপৰি ভাল এথলীট আৰু ভলীবল খেলুৱৈ আছিল। যুদ্ধকালীন ফ্ৰেণ্ডছ ইউনিয়ন ক্লাবৰ যোগেদি ফুটবলৰ পাতনি মেলে। ১৯৪৫ চনত মহাৰাণাৰ পক্ষে চিলেট জিলাত খেলিবলৈ যায়। ১৯৪৬ চনত মহাৰাণাৰ হৈ আই. এফ. এ.

.শ্বিল্ড খেলে আৰু ১৯৪৭ চনত প্ৰৱেশিকা পাছ কৰি কটন কলেজত দুবছৰ পঢ়ে। তাৰ পিচত বৰোদাত আৰ্কিটেক্ট ইঞ্জিনীয়াৰিঙত নাম লগায়। এয়াও আধৰুৱাভাৱে থৈ গুৱাহাটীৰ ইঞ্জিনীয়াৰিং ইন্সটিটিউট আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত কমাৰ্চ পঢ়িছিল। ১৯৫৩ চনত পঢ়া এৰি অসম ট্ৰিবিউনত আৰ্টিষ্টৰূপে তিনিবছৰ চাকৰি কৰে। এই খিনিতে উল্লেখ্য ফুটবলাৰ হোৱাৰ উপৰি আৰ্টিষ্টৰূপে প্ৰচুৰ দখল থকা নিপ বৰুৱাৰে সৃষ্টি অসম ফুটবল সন্থা, অসম ক্ৰিকেট সন্থা আৰু বিহু পতাকাৰ প্ৰতীকচিহ্ন।



ফ্ৰেণ্ডছ ইউনিয়নত দুবছৰ খেলি পৰবৰ্তীকালছোৱা মহাৰাণা ক্লাবত অতিবাহিত কৰোঁতে ১৯৫৩, ১৯৫৪ আৰু ১৯৫৫ চনত দলৰ অধিনায়ক আছিল। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৬২ কিলোগ্ৰাম ওজনৰ গুণ-সিন্ধু ফুটবলাৰে ১৯৪৭ চনত ৰাজ্যিক দলতো স্থান পাইছিল কিন্তু ঘৰৰ পৰা যাবলৈ নিদিলে। ইয়াৰ পিচত দুবাৰ (১৯৫১ আৰু ১৯৫৩ ) অসম ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফী খেলে। ইয়াৰ অন্তৰ্গত ১৯৫৩ চনত অসমে প্ৰথমবাৰৰ বাবে জয়ৰ মুখ দেখোতে উৰিষ্যাক ১-০ গ'লত পৰাভূত কৰে—স্কৰ নিপ বৰুৱাৰ। পিচৰখন খেলত হায়দৰাবাদৰ হাতত ১-০ ব্যৱধানত পৰাজয় বৰণ কৰোঁতে শেষ দুইমিনিটৰ পূৰ্বে গ'ল খায়। তেওঁ ১৯৪৭-১৯৫৪ পৰ্য্যন্ত একেৰাহে আঠবাৰ গুৱাহাটীৰ পক্ষে আন্তঃ জিলা খেলি তিনিবাৰ চূড়ান্ত বিজয়ী হয়।

১৯৫২ চনত বেনাৰসৰ কমল কুমাৰী ট্ৰফী বিজয়ী মহাৰাণা দলৰ অধিনায়ক আছিল নিপ বৰুৱা। ইতিপূৰ্বে ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ পক্ষে খেলোতে আলিগড়ত উত্তৰ মাণ্ডলিক বিশ্ববিদ্যালয় ফুটবল ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। ১৯৫৩ চনত কলিকতা লীগ ৰাণাৰ্ছ-আপ ভৱানীপুৰ ক্লাবক জি. এফ. এ. একাদশে ২-১ গ'লত পৰাভূত কৰোঁতে

দ্য়োটা'গ'ল নিপ বৰুৱাই দিয়ে (২ আগষ্ট)। পুনৰ ১৯৫৪ চনত ইষ্টবেঙ্গল ক্লাব আহোতে মহাৰাণাই নিপ বৰুৱাৰ অধিনায়কত্বতে ১-০ গ'লত জয়ী হয়। এই খেলত নিপ বৰুৱাৰ পাছৰ জৰিয়তে কনক বৰদলৈয়ে স্কৰ কৰে। এই সন্দৰ্ভত **"দি হিন্দুস্থান ষ্টেণ্ডাৰ্ড"** কাকতত লিখিছিল, "Following a rather frantic clearance from the rear N. Barua the home skipper and their leader of the attack set K. Bordoloi on the run along the right-wing. Covering the distance to target with a merry spurt Bordoloi showed a clean pair of heels to the visiting defence to cut in the style and sent a terrific rising one that entered the net with speed of a rocket giving M Ghatak the Calcutta goalie no chance (1-0)."

লীগত প্ৰায়ে টপ্ স্কৰাৰৰ ভূমিকা লোৱা নিপ বৰুৱা ফ্ৰি-কিক্ মৰাত দক্ষ আছিল। সাধাৰণতে পেনাল্টি-বক্সৰ বাহিৰৰ পৰা অৰ্থাৎ প্ৰায় হাফ্-লাইনৰ পৰা কিক্ কৰি গ'ল কৰিছিল। তেওঁৰ খুউব কম শ্বট্ গ'লৰ বাহিৰলৈ গৈছিল। চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনৰ নিয়মিত খেলুৱৈ যদিও কেতিয়াবা ৰাইট-ইনতো খেলিছিল। এবাৰ নগাওঁত প্ৰায় চেণ্টাৰ-চাৰ্কোলৰ ওচৰৰ পৰা ফ্ৰি-কিক্ কৰি গ'ল কৰাৰ নজিৰ আছে। তেওঁৰ ফুটবল জীৱনৰ স্মৰণীয় খেলখন হ'ল ১৯৫৩ চনৰ বৰদলৈ ট্ৰফী ফাইনেল মহাৰাণা বনাম চিলঙৰ মিলিটৰী টিম গেৰিচন ক্লাব। তেতিয়া সম্পূৰ্ণ নতুন খেলুৱৈৰে গঠিত মহাৰাণাই এই দুৰ্দ্ধৰ্ষ গেৰিচনৰ বিৰুদ্ধে ৫-০ ব্যৱধানত জয়ী হয়। এইখন স্মৰণীয় খেলত নিপ বৰুৱাৰ দুৰ্দ্ধৰ্ষ ফুটবল কলা আৰু ২ গ'ল সদায় জিলিকি থাকিব। ১৯৫৬ চনত তেওঁ মণিপুৰৰ বিৰুদ্ধে খেলিয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। অৱসৰ লোৱাৰ পিচত নিপ বৰুৱাই কথাছবি জগতত সোমাই পৰে আৰু অভিনেতা, প্ৰযোজক, পৰিচালকৰূপে এই মঞ্চতো গুৰুত্বপূৰ্ণ ভূমিকা লয়। নিপ বৰুৱা ১৯৯১ চনৰ ২৫ জুলাই তাৰিখে গুৱাহাটী মেডিকেল কলেজ হস্পিতালত মৃত্যু বৰণ কৰে। অসমৰ সুপৰিচিত ক্ৰীড়া লেখক **পুলক লাহিড়ীৰ** কলমে লিখিছিল (প্ৰান্তিক ১৬-৩১ আগষ্ট' ১৯৯১), "........নিপ বৰুৱাৰ অৱসৰ গ্ৰহণৰ পাচত আমি দক্ষ চেণ্টাৰ-ফৰোৱাৰ্ডৰ অভাব বাৰুকৈয়ে অনুভৱ কৰিছিলোঁ। পৰৱৰ্ত্তীকালত ৰেব পোদ্দাৰ, আব্দুল জেলিল, হেগুিলচন মাজাউ, নৱ কুমাৰ সিং, কাম্পো ইত্যাদি দক্ষ চেণ্টাৰ-ফৰোৱাৰ্ডৰ আবিৰ্ভাব ঘটিছিল; কিন্তু নিপ বৰুৱাৰ বিকল্প হ'ব পৰা নাছিল।" 

# মনোৰঞ্জন বেনাৰ্জী



অসমৰ ফুটবলত মনোৰঞ্জন বেনাৰ্জী কেৱল এটা কাৰণতে চিৰস্মৰণীয় হৈ ৰ'ব। — জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পোৱা অসমৰ প্ৰথম খেলুৱৈ হিচাপে। জন্ম ১৯২৫ চনৰ ২৪ জানুৱাৰীত ঢাকাৰ ওচৰৰ বিক্ৰমপুৰ নামে গাৱঁত। অৱশ্যে উপৰি পুৰুষ উনবিংশ শতিকাৰ মধ্য ভাগতে বঙ্গদেশৰ পৰা আহি গুৱাহাটীত বসবাস কৰিবলৈ লয়। ব্যৱসায়ী পৰিয়ালৰ মনোৰঞ্জন বেনাৰ্জীয়ে কামৰূপ একাডেমী আৰু বেঙ্গলী হাইস্কুলত দশমানলৈকে পঢ়ি শিক্ষা সামৰে। ১৯৪২-৪৮ লৈকে মহাৰাণা ক্লাবৰ ৰাইট আৰু লেফট-হাফ্ উভয় পজিচনত খেলোতে ১৯৪৭ চনত দলৰ হৈ আই. এফ. চি শ্বিল্ড জয় কৰে। সেই বছৰত অসমে পোন প্ৰথম সন্তোষ ট্ৰফীত যোগদান কৰোঁতে এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৫৭ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ ৰাজ্যিক দলৰ লেফট-হাফ্ আছিল। অসমে প্ৰথম ৰাউণ্ডতে ১৯৪৬ চনৰ চেম্পিয়ন মহীশূৰৰ মুখামুখি হয় আৰু ২-১ গ'লত পৰাজয় বৰণ কৰে। অৱশ্যে ৰাইট-আউট ব্ৰজভেলুক মনোৰঞ্জন বেনাৰ্জীৰ বলিষ্ঠ ফুটবলে একেবাৰে নাপাত্তা কৰি থয়। তেওঁৰ দক্ষতাপূৰ্ণ খেলৰ বাবেই পিচবছৰ অলিম্পিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। চিলঙত অনুষ্ঠিত এই শিবিৰত ভাৰতৰ বছা বছা ৩০ জন খেলুৱৈক আমন্ত্ৰণ কৰোঁতে ২৩-বছৰ বয়স্ক মনোৰঞ্জন বেনাৰ্জী সবাতোকৈ কম বয়সীয়া খেলুৱৈ আছিল। এই শিবিৰৰ পিচতে তেওঁ মোহনবাগান দলত যোগদান কৰি ডেলহাউচীৰ বিৰুদ্ধে মাত্ৰ এখন খেল খেলাৰ পিচতে তেওঁৰ ক্ৰীড়া জীৱনৰো অন্ত পৰে। কিয়নো ইতিমধ্যে পিতৃৰ বিয়োগ ঘটাত ফুটবল ত্যাগ কৰি ব্যৱসায়ত নামিব লগা হয়। মনোৰঞ্জন বেনাৰ্জীয়ে ১৯৯৪ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# পদ্মধৰ চৌধুৰী(কুনকুন)



অসমৰ নামজ্বলা ৰাইট-আউট পদ্মধৰ চৌধুৰী, "কুনকুন" নামেৰে সৰ্বজন বিদিত তথা খ্যাতনামা ফুটবলাৰ পিলিক চৌধুৰীৰ ভাতৃ। কুনকুন চৌধুৰী পৰিয়ালৰ (৬ জন ল'ৰা আৰু ৪ জনী ছোৱালী)ৰ ষষ্ঠ সন্তান। কুনকুনৰ জন্ম গুৱাহাটীত ২৯ এপ্ৰিল, ১৯২৯ চন। কটন কলেজিয়েট স্কুলত পঢ়ি ১৯৪৬ চনত প্ৰবেশিকা পাছ্ কৰে। ইয়াৰ পিচত কটন কলেজত পঢ়ি থাকোতে ১৯৪৮ চনত পিতৃ বিয়োগ হোৱাত পঢ়া ত্যাগ কৰিবলৈ বাধ্য হয় আৰু ১৯৫০ চনত তেওঁ অসম ৰেলৱেত যোগদান কৰে।

কুনকুন চৌধুৰীৰ ফুটবলৰ পাতনি উজান বজাৰৰ লিট্‌ল্ ক্লাব আৰু লতাশিল ফিল্ডত। ১৯৪৪ চনৰ পৰা নতুন ক্লাব ফ্ৰেণ্ডছ্ ইউনিয়নত খেলি ১৯৪৬ চনত মহাৰাণা ক্লাবত যোগদান কৰে। দশমমান শ্ৰেণীৰ ছাত্ৰ কুনকুন চৌধুৰীয়ে সেইবছৰতে মহাৰাণাৰ পক্ষে আই. এফ. এ. শ্বিল্ড খেলোতে ত্ৰিপুৰা পুলিচৰ হাতত ১-০ গ'লত পৰাভূত হয়। পুনৰ ১৯৪৯ চনৰ আই. এফ. এ. শ্বিল্ড ছেমি-ফাইনেলত ইষ্টবেঙ্গলৰ হাতত ৮-০ ব্যৱধানত পৰাভূত হৈছিল। ১৯৫০ চনৰ আই. এফ.এ. শ্বিল্ড কোৱাৰ্টাৰ-ফাইনেলত আঠজন ৰাজ্যিক খেলুৱৈৰে পুষ্ট মহাৰাণা দলে মোহনবাগানৰ বিৰুদ্ধে ৩-০ ব্যৱধানত হাৰে।

কুনকুন চৌধুৰীয়ে ১৯৫০, ১৯৫১ আৰু ১৯৫৩ চনত ৰাজ্যিক দলৰ পক্ষে খেলে। ইয়াৰ অন্তৰ্গত ১৯৫২-ৰ বাছনি শিবিৰত অনুপস্থিতিৰ কাৰণে মহাৰাণাৰ নজন খেলুৱৈক নিলম্বিত কৰে। এই তালিকাত কুনকুন চৌধুৰীও আছিল। কাৰণ মহাৰাণা ক্লাবে বেনাৰসত কমল কুমাৰী ট্ৰফী খেলিবলৈ গৈছিল। ইয়াত মহাৰাণা জয়ী হয়। ফাইনেলত হুণ্ডাৰ ইয়ং এথলেটিক ক্লাবক ১-০ গ'লত পৰাভূত কৰোঁতে স্কৰ— কুনকুন চৌধুৰীৰ। সন্তোষ ট্ৰফীত তেওঁৰ উল্লেখযোগ্য খেল বঙ্গৰ বিৰুদ্ধে

১৯৫০ চনত। দহজন অলিম্পিক খেলুৱৈৰে পুষ্ট শক্তিশালী বঙ্গ দলৰ হাতত ৩-২ ব্যৱধান পৰাভূত হলেও অসমে সাহসীকতাপূৰ্ণ খেল প্ৰদৰ্শন কৰে। ত্ৰিশ আৰু চল্লিশ দশকৰ প্ৰখ্যাত ফুটবলাৰ প্ৰভাত হাজৰিকাৰ মতে, "There was no show in kunkun's football but he was very sincere and fast in the arena " ১৯৫৩ চনৰ সন্তোষ ট্ৰফীত মহাৰাণাৰ ছয় গৰাকী খেলুৱৈৰে পুষ্ট অসম দলে উৰিষ্যাক ১-০ গ'লত পৰাভূত কৰে। জাতীয় ফুটবলত এয়া অসমৰ প্ৰথম জয়লাভ।

এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৫৬ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৪৮ চনত আন্তঃ জিলা বিজয়ী গুৱাহাটী (মহাৰাণা) দলত খেলে। কিন্তু ১৯৪৯ - ১৯৫৩ লৈকে অসম ৰেলৱেৰ পক্ষে খেলি ১৯৫০ চনত পুনৰ আন্তঃ জিলা চেম্পিয়ন হয়। তদুপৰি মহাৰাণা ক্লাবৰ লক্ষ্ণৌ আই.এফ.চি. শ্বিল্ড (১৯৪৭) আৰু বেনাৰসৰ কমল কুমাৰী ট্ৰফী (১৯৫২) বিজয়ত তেওঁৰ বৰঙণি মনকৰিবলগীয়া। ১৯৫৪ বৰদলৈ ট্ৰফীৰ মহাৰাণা বনাম চিলং খেলখনৰ দ্বিতীয়াৰ্দ্ধত তেওঁ আক্ৰমণাত্মক ভূমিকা লওঁতে প্ৰতিপক্ষৰ ডিফেন্স বি ই. ডানে বাধা দিওঁতে আঠুত আঘাত পায় আৰু এবছৰ খেলপথাৰৰ পৰা আঁতৰত থাকিব লগা হয়। প্ৰত্যাৱৰ্ত্তন কৰি উচ্চস্তৰৰ খেলত অংশ লোৱাৰ পৰা বিৰত থাকি কেৱল ক্লাবৰ খেল সমূহতে অংশ লওঁতে পজিচন সলনি কৰি চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে ১৯৫৬ লৈকে খেলি অৱসৰ লয়। তেওঁ গুৱাহাটী টাউন ক্লাবৰ হৈ আই. এফ এ শ্বিল্ড, ডুৰাণ্ড কাপ, ৰভাৰ্ছ কাপ আৰু ডি. চি. এম. ট্ৰফীও খেলে। পদ্মধৰ চৌধুৰীয়ে ১৯৯১ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।



উমেশ দাস(চিনিয়ৰ)



ভাৰত চৌধুৰী

# নাৰায়ণ দাস(লুলু)



নাৰায়ণ দাস নামনি অসমৰ এগৰাকী খ্যাতনামা চেণ্টাৰ-হাফ্ "লুলু" নামেৰে সৰ্বজনবিদিত। কুৰি দশকত গুৱাহাটীত জন্ম গ্ৰহণ কৰে। পিতৃ মণিৰাম দাস গুৱাহাটীৰ বাসীন্দা তথা গুৱাহাটী পানী যোগান বিভাগৰ কৰ্মচাৰী আছিল। মুঠ চাৰিজন সন্তান(এজনী ছোৱালী আৰু তিনিজন ল'ৰা)ৰ এওঁ সৰ্বকনিষ্ঠ। সৰুতে পিতৃ বিয়োগ হোৱাত মিউনিচিপালটী অফিচৰ চাকৰিয়াল জ্যেষ্ঠ ভাতৃদ্বয়ে ডাঙৰ দীঘল কৰে। তেওঁ কটন কলেজিয়েট স্কুল আৰু কটন কলেজত পঢ়া শুনা কৰিছিল।

ফুটবলৰ পাতনি ইউনিয়ন ক্লাবৰ জৰিয়তে ১৯৪০ চনত। সেই সময়ত দলৰ ৰাইট-ইন পিলিক চৌধুৰী, চেণ্টাৰ-ফৰোৱাৰ্ড নাৰায়ণ দাস আৰু লেফট-ইন দুৰ্গা চৌধুৰীয়ে গুৱাহাটীৰ ফুটবলত চাঞ্চল্য সৃষ্টি কৰে। ১৯৪২ চনত অনুষ্ঠিত মিলিটৰী লীগৰ পৰা তেওঁ মহাৰাণা দলত ১৯৫২ লৈকে খেলে। প্ৰথম অৱস্থাত ফৰোৱাৰ্ডৰূপে খেলে যদিও পিচত চেণ্টাৰ-হাফ সুবোধ সেনৰ স্থানত নিয়মিত খেলুৱৈ হৈ পৰে। দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ **আমানুল্লাৰ** মতে, "নাৰায়ণ দাস নামনি অসমৰ শ্ৰেষ্ঠ চেণ্টাৰ-হাফ্ আছিল।" সেইদৰে সহযোগী খেলুৱৈ **দুৰ্গা চৌধুৰীৰ** ভাষাত "চুটি চাপৰ সৌ-ভৰিৰ খেলুৱৈ লুলুৰ ফুটবলত আছিল পজিচনেল গেম, সুন্দৰ বল কণ্ট্ৰোল, গুড হেডিঙৰে পৰিপুষ্ট এজন বুদ্ধিয়ক খেলুৱৈ।" তেওঁ গুৱাহাটী বেঙ্কত চাকৰি কৰি থাকোতে ১৯৪৯ আৰু ১৯৫০ চনত ৰাজ্যিক দলত নিৰ্বাচন পায়। কিন্তু ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত কেৰাণীৰূপে যোগদান কৰে। তেওঁ ১৯৫২ লৈকে নিয়মিতৰূপে খেলি প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লৈ মহাৰাণা ক্লাবৰ সংগঠক ৰূপে কাৰ্য্য-নিৰ্বাহ কৰে। চাকৰি কৰি থাকোতেই ১৯৭৪ চনৰ ৬ আগষ্টত গুৱাহাটীত মৃত্যু হয়।



# গোবিন্দ কলিতা

গোবিন্দ কলিতা অসম ফুটবলৰ এটা পৰিচিত ক্ৰীড়া চৰিত্ৰ। প্ৰায় দুইদশক কাল প্ৰথম শ্ৰেণী ফুটবলত গ'লৰক্ষকৰূপে সৎ ফুটবল কলা এৰি থৈ গৈছে। ক্ৰীড়া লেখক তথা প্ৰাক্তন ফুটবলাৰ **অৰুণ বৰুৱাৰ মতে** "গ'লৰক্ষণত গোবিন্দ কলিতাৰ পিচতে ভাল ডাইভ মাৰোতা মনো দত্ত।"

জন্ম গুৱাহাটীত ১৯২৩ চন। কটন কলেজৰ চতুৰ্থ বৰ্গৰ চাকৰিয়াল জহৰমল কলিতা(পাঁচজন ল'ৰা আৰু তিনিগৰাকী ছোৱালী)ৰ তৃতীয় সন্তান। কটন কলেজিয়েট স্কুলত মাত্ৰ দশমমানলৈকে পঢ়ি ১৯৪৩ চনতে শিক্ষা জীৱনৰ মুখনি মাৰি বৃটিছ অদাৰ ৰেংক সৈন্যবাহিনীত ভৰ্ত্তি হয় আৰু ইয়াতেই ক্ৰীড়া জীৱনৰ পাতনি মেলে। সৈন্য বাহিনীত ইষ্ট জুনৰ পক্ষে খেলোতে ১৯৪৪ আৰু ১৯৪৫ চনত চেম্পিয়ন হয়। ১৯৪৬ চনত তেওঁ সৈন্যবাহিনীৰ চাকৰি ত্যাগ কৰি গুৱাহাটীৰ ইয়ং ইউনিয়ন ক্লাৱৰ পক্ষে দুবছৰ(১৯৪৬ আৰু ১৯৪৭) খেলে। ইয়াৰ ভিতৰত মহাৰাণা ক্লাৱত খেলি লক্ষ্ণৌৰ আই. এফ. চি. শ্বিল্ড আৰু বেনাৰসৰ কমল কুমাৰী ট্ৰফী জয় কৰে। ১৯৪৯ চনত অসম ৰেলৱেত যোগদান কৰাৰ উপৰি ইয়ং ইউনিয়নৰ পৰা মহাৰাণা দললৈ ট্ৰেন্সফাৰ লয়। সেইবছৰতে আই. এফ. এ. শ্বিল্ডৰ ছেমি-ফাইনেলত ইষ্টবেঙ্গলৰ হাতত মহাৰাণা ৮-০ ব্যৱধানত পৰাভূত হলেও গ'লৰক্ষক গোবিন্দ কলিতাই দুটা পেনাল্টি ধৰে। ১৯৪৮-ৰ আন্তঃ জিলা গুৱাহাটী(মহাৰাণা ক্লাৱ)য়ে জয় কৰোঁতে ফাইনেলত অসম ৰেলৱেক পৰাভূত কৰে। ইয়াৰ পিচত ১৯৪৯ চনত গুৱাহাটী আৰু ১৯৫০ চনত অসম ৰেলৱেৰ পক্ষে খেলি এই খিতাপ পায়।

এই গৰাকী সুন্দৰ স্বাস্থ্যৰ ৫ ফুট ৮ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ প্ৰাক্তন সৈনিক ১৯৫২ চনত অসম দলৰ গ'লৰক্ষক আছিল। কেপ্টেন চোলাহিৰ অধিনায়কত্বত যোৱা অসম দলে হায়দৰাবাদৰ হাতত ৫-০ গ'লত পৰাভূত হয়। গোবিন্দ কলিতাই মহাৰাণা দলত ১৯৬০ লৈকে নিয়মিতৰূপে খেলি পিচৰ দুটা বছৰত অতি কম সংখ্যক খেলত অংশ লৈ ১৯৬২-ৰ শেষৰফালে ফুটবলৰ পৰা অৱসৰ লয়। অৱশ্যে ১৯৬৪ চনত স্পৰ্টিং ইউনিয়নৰ পক্ষে স্বাধীনতা দিৱস কাপ আৰু ১৯৬৫ চনত বৰদলৈ ট্ৰফী খেলিয়ে পূৰ্ণাঙ্গভাৱে অৱসৰ গ্ৰহণ কৰোঁতে কোৱাৰ্টাৰ-ফাইনেল, ত্ৰিপুৰা একাদশৰ বিৰুদ্ধে তেওঁৰ শেষ খেল আৰু ১-০ গ'লত পৰাভূত হয়। ১৯৮৭ চনত এন. এফ. ৰেলৱেৰ চাকৰিৰ পৰাও অৱসৰ গ্ৰহণ কৰে আৰু ১৯৯০ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। 

# অৱনি হাজৰিকা



ঐতিহ্যমণ্ডিত মহাৰাণা ক্লাৱত দীৰ্ঘদিন ধৰি লেফট-ইন পজিচনত চহকী ফুটবল শৈলীৰ বৰঙণি যোগোৱা খেলুৱৈ গৰাকী অৱনি হাজৰিকা। এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ, ৫৯ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৪৮-১৯৬৩ লৈকে মহাৰাণা ক্লাৱত খেলে। প্ৰথমছোৱাত তেওঁ দলৰ অনিয়মিত খেলুৱৈ আছিল যদিও পিলিক চৌধুৰীয়ে গুৱাহাটী টাউন ক্লাৱত যোগদান কৰাত (১৯৫৪) অৱনি হাজৰিকা মহাৰাণাৰ নিয়মিত লেফট-ইন হৈ পৰে। সেই সময়ত মহাৰাণা ক্লাৱ অসমৰ এটা চকুত লগা ফুটবল দল আছিল। আক্ৰমণ বিভাগত পিলিক চৌধুৰীৰ উপৰি কুনকুন চৌধুৰী, নিপ বৰুৱা, অশ্বিনী ৰাজবংশী, কাম্পো লিনচেন, ৰঘুনন্দন ৰায় আদিৰ সৈতে বলিষ্ঠ ফুটবল খেলি থৈ গৈছে। তেওঁ খেলাকালত মহাৰাণাৰ গৰিষ্ঠ সংখ্যক আক্ৰমণৰ মূল উৎস আৰু গ'লৰ স্কিমাৰ আছিল দীৰ্ঘ দেহী অৱনি হাজৰিকা।

অৱনি হাজৰিকাই ১৯৩০ চনৰ ৩০ অক্টোবৰত গুৱাহাটীত জন্ম গ্ৰহণ কৰে। ধৰমতুল উত্তৰখোলাৰ মৌজাদাৰ কালীদত্ত হাজৰিকা(৫ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। ক্ৰীড়া প্ৰেমী সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰা অৱনি হাজৰিকাই কামৰূপ একাডেমীত পঢ়ি ১৯৫৪ চনত মেট্ৰিক পাছ কৰে। অৱশ্যে ছাত্ৰ অৱস্থাতে মহাৰাণা ক্লাৱত যোগদান কৰাৰ উপৰি গুৱাহাটী জিলা দলতো স্থান লাভ কৰিছিল। অৱশ্যে ১৯৫১ চনত এন. এফ. ৰেলৱেত যোগদান কৰে আৰু আন্তঃ ৰেলৱে ফুটবল প্ৰতিযোগিতাত এন. এফ. ৰেলৱেৰ হৈ খেলে যদিও মহাৰাণাৰ পক্ষে লীগ আৰু অন্যান্য টুৰ্ণামেণ্টসমূহ খেলিছিল। এই খিনিতে উল্লেখ্য তেওঁ ১৯৪৮, ১৯৪৯ আৰু ১৯৫১ আন্তঃ জিলা বিজয়ী গুৱাহাটী দলৰ অন্যতম সদস্য আছিল। গুৱাহাটী ১৯৫৩ চনৰ ১৯ জুলাইত জি. এফ. এ. একাদশ বনাম

মহমেডান স্পৰ্টিং খেলখন ১-১ গ'লত ড্ৰ থাকোতে স্কৰ অবনি হাজৰিকাৰ। বিশেষকৈ ১৯৫২ আৰু ১৯৫৩ চনত বৰদলৈ ট্ৰফী, ১৯৫৭-ৰ স্বাধীনতা দিবস কাপ আৰু ডুগৰ শ্বিল্ডত অবনি হাজৰিকাৰ কন্সট্ৰাকটিভ খেলে বিজয়ৰ বৰমাল্য কঢ়িয়াই আনিছিল। ইয়াৰ ভিতৰত ১৯৫৭ চনৰ স্বাধীনতা দিবস কাপ ফাইনেলত তেওঁৰ পৰিকল্পনা মতে ৰঘুনন্দন ৰায়ে খেল শেষ হ'বলৈ দুই মিনিট থাকোতে স্কৰ কৰে। বিশেষকৈ ১৯৫৭-ৰ ডুগৰ শ্বিল্ড ফাইনলত তেওঁ উলিয়াই দিয়া বলৰ জৰিয়তে প্ৰফুল্ল দাসে হেট-ট্ৰিক অৰ্জন কৰিছিল। তদুপৰি ১৯৫৮ চনৰ বৰদলৈ ট্ৰফীত ৰাণাৰ্ছ-আপ পায়। তেওঁৰ ফুটবল জীৱনত মেৱালালৰ প্ৰশিক্ষণৰ প্ৰভাৱ বিশেষ উল্লেখনীয়। অবনি হাজৰিকাই ১৯৬৩-ৰ লীগ খেলিয়ে অৱসৰ গ্ৰহণ কৰে। ১৯৯১ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।


গোবিন্দ কলিতা


অশ্বিনী ৰাজবংশী


হেমেন বৰুৱা


উমেশ দাস(জুনিয়ৰ)

# দেৱানন্দ দাস



ফুটবলৰ উৰ্বৰভূমি ডিব্ৰুগড়ত উদ্ভৱ হোৱা সংখ্যাধিক খেলুৱৈৰ ভিতৰত দেৱানন্দ দাসে স্বকীয় বলিষ্ঠ ফুটবলৰ স্বৰ্ণময় অধ্যায় অসম ফুটবলৰ কেন্দ্ৰবিন্দু গুৱাহাটীৰ ক্ৰীড়া পথাৰসমূহত এৰি থৈ গৈছে। নাহৰকটিয়া অঞ্চলত 'দেৱা দাস' নামেৰে পৰিচিত এই ক্ৰীড়া ব্যক্তিত্ব গৰাকীয়ে স্বকীয় ফুটবলৰ আবেলি সময়কন নাহ্ৰকটিয়াৰ স্পৰ্টাৰ্ছ ক্লাবত কটায়।

দেৱানন্দ দাসে ১৯৩৬ চনত নাহ্‌ৰকটিয়াত জন্ম গ্ৰহণ কৰে। পিতৃ কমলাকান্ত দাস নাহৰকটিয়াৰ গাতে লাগি থকা লেঙেৰীজান চাহ্ বাগিচাৰ কৰ্মচাৰী আছিল। পৰিয়ালৰ নজন (৬ জন ল'ৰা আৰু ৩ জনী ছোৱালী)ৰ এওঁ আঠ নং সন্তান তথা ল'ৰাৰ ভিতৰত সৰ্বকনিষ্ঠ। পঢ়া-শুনাৰ পাতনি নাহৰকটিয়া এম ভি স্কুলত। দুবছৰ ডিব্ৰুগড়ৰ গভৰ্ণমেণ্ট হাইস্কুলত পঢ়ি ১৯৫০ চনত গুৱাহাটীৰ ডন বস্কো স্কুলত অষ্টমমান শ্ৰেণীত নাম লগায় আৰু ১৯৫৩ চনত মেট্ৰিক পাছ কৰে। ডিব্ৰুগড় গভৰ্ণমেণ্ট স্কুল দলত ফুটবলৰ পাতনি মেলোতে চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলিছিল। অৱশ্যে ডন বস্কো স্কুল দলত খেলি স্থানীয় প্ৰতিযোগিতাসমূহত খেলোতে লেফট-হাফ্‌ত খেলিবলৈ লয় আৰু ক্ৰমান্বয়ে এগৰাকী পৰিপক্ক হাফ্‌লৈ ৰূপান্তৰ হয়। গুৱাহাটীৰ প্ৰথম ডিভিজনত আত্ম-প্ৰকাশ কৰোঁতে ৰাণীবাৰী ক্লাবৰ জাৰ্চি পৰিধান কৰি এক দশককাল কটায়।

মেট্ৰিক পাছ্ কৰাৰ পিচতে কটন কলেজত নাম লগায় আৰু কলেজ দলৰ নিয়মীয়া খেলুৱৈৰূপে পৰিগণিত হয়। ১৯৫৩-৫৭ লৈকে কটন কলেজে আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টত ৰোমাঞ্চকৰ খেল প্ৰদৰ্শন কৰোঁতে শেষ বছৰ তেওঁ দলৰ অধিনায়ক আছিল। ইয়াৰ ভিতৰত দুবাৰ চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে। বিশেষকৈ ১৯৫৩ আৰু ১৯৫৪ চনত দুবাৰ কটন কলেজৰ "ফুটবল ব্লু"

পায়। ১৯৫৩ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। বিশেষকৈ উল্লেখ্য তেওঁ ১৯৫৩, ১৯৫৪ আৰু ১৯৫৬ চনত গুৱাহাটীৰ পক্ষে আন্তঃ জিলা ফুটবল খেলোতে ১৯৫৩ চনত ৰাজ্যিক দললৈও নিৰ্বাচিত হয়। সেই সময়ত এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ খেলুৱৈৰ শৰীৰৰ ওজন ৬০ কিলোগ্ৰাম আছিল। দেৱানন্দ দাসে স্বকীয় খেল জীৱনত কোনো প্ৰশিক্ষকৰ তালিম নেপালে যদিও জন্মগত প্ৰতিভা আৰু দুৰ্দ্ধৰ্ষতাক স্বকীয় নেৰানেপেৰা প্ৰচেষ্টা আৰু সাধনাৰ জৰিয়তে অসমৰ এগৰাকী আগশাৰীৰ লেফট-হাফ্‌ৰূপে প্ৰতিষ্ঠিত হবলৈ সক্ষম হৈছিল। বিশেষকৈ অসমৰ খ্যাতনামা হাফ্ হাদু গাঙ্গুলীৰ টেক্‌নিক্ আৰু টেক্‌টিচ্‌সমূহ অনুকৰণ কৰাৰ উপৰি পিলিক চৌধুৰীৰ খেলৰ ধৰণো অনুকৰণ কৰিছিল। হাদু গাঙ্গুলীৰ পিচতে তেওঁ গুৱাহাটী ক্ৰীড়া সন্থাৰ নিয়মিত লেফট-হাফ্ আছিল। তেওঁ দীৰ্ঘ দিন ধৰি ফৰ্মত থাকোতে অফ্-চীজনত দীঘলী পুখুৰীৰ চৌদিশে নিতৌ ছয় পাক দৌৰি ষ্টেমিনা সঞ্চয় কৰিছিল। ১৯৫৮ চনত কটন কলেজৰ পৰা বি.এছচি. পাছ কৰাৰ পিচতো তেওঁ ১৯৬৪ লৈকে ৰাণীবাৰী ক্লাবত খেল অব্যাহত ৰাখে আৰু সেইবছৰতে নাহৰকটিয়াৰ ওচৰৰ কঠালগুৰি হাইস্কুলত সহকাৰী শিক্ষকৰূপে যোগদান কৰে। ইয়াৰ লগে লগে নাহৰকটিয়া স্পৰ্টাৰ্ছ ক্লাবৰ পক্ষে ফুটবল অব্যাহত ৰাখি ১৯৭০ লৈকে খেলে। এই খিনিতে উল্লেখ্য তেওঁ ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচত ১৯৭৪ চনত বি.টি. পাছ কৰে আৰু ১৯৯৪ চনত প্ৰধান অধ্যক্ষৰূপে কঠালগুৰি উচ্চতৰ মাধ্যমিক স্কুলৰ পৰা অৱসৰ লয়।


লুবে ছেত্ৰী


ৰজনী ভূঞা

# দুর্গা চৌধুৰী



দুর্গা চৌধুৰী, প্রসিদ্ধ ফুটবলাৰ ভাৰত চৌধুৰীৰ ভাতৃ। জন্ম ১৯২৩ চন। স্থান গুৱাহাটী। ১৯৪০ চনত কটন কলেজিয়েট স্কুলৰ পৰা মেট্রিক আৰু ১৯৪২ চনত কটন কলেজৰ পৰা আই.এ. পাছ কৰে। তেওঁ ১৯৩৬ চনৰ পৰা একেৰাহে বাইশ বছৰ অনবদ্য ফুটবল খেলে। সেইসময়ত কটন কলেজিয়েট দলত স্থান পাবলৈ যথেষ্ট প্রতিভা আৰু দক্ষতাৰ প্রয়োজন হৈছিল। ১৯৩৬ আৰু ১৯৩৮ চনত কটন কলেজিয়েট নামনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হয়। ইয়াৰ পিচতে তেওঁ ইউনিয়ন ক্লাবত খেলে আৰু যুদ্ধকালীন (১৯৪৪) ফ্রেণ্ডছ ইউনিয়ন দল গঠন কৰি ১৯৪৬ চনত লীগ আৰু ১৯৪৭ চনত মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড জয় কৰে। পূৰ্বে লেফট-ইনত খেলা দুৰ্গা চৌধুৰীয়ে ফ্রেণ্ডছ ইউনিয়নত নতুন খেলুৱৈ সন্নিবিষ্ট কৰোঁতে তেওঁ লেফট-হাফ্ (মাজে মাজে চেণ্টাৰ-হাফ্) পজিচনত খেলিব লয়। ১৯৫০-৬০ লৈকে তেওঁ এই স্থানতে খেলে। ১৯৫০ চনত গুৱাহাটী টাউন ক্লাব দলত যোগদান কৰি দলৰ হৈ প্রথম লীগ খিতাপ কঢ়িয়াই আনে। তদুপৰি আন্তঃ জিলা সূচনাৰ পাঁচবছৰ (১৯৪৭-৫১) গুৱাহাটী দলত খেলে (দুবাৰ চেম্পিয়ন— ১৯৪৯ আৰু ১৯৫১) ইয়াৰ ভিতৰত ১৯৫১ চনত তেওঁ জিলা দলৰ অধিনায়ক তথা ষ্টপাৰ আছিল। দুৰ্গা চৌধুৰীয়ে ১৯৫৮ চনত প্রথম শ্রেণী ফুটবলৰ পৰা অৱসৰ লয়।

গুৱাহাটী টাউন ক্লাবৰ এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ ৬৪ কিলোগ্রাম ওজনৰ খেলুৱৈয়ে আই.এফ. এ., ৰভাৰ্ছ, ডুৰাণ্ড আৰু ডি চি এম ট্রফীও খেলে। কামৰূপ জিলা উপায়ুক্ত কাৰ্য্যালয়ত ১৯৪৪ চনত যোগদান কৰি ১৯৮১ চনত অৱসৰ লয়। ১৯৯৭ চনত অসম চৰকাৰৰ ক্রীড়া পেঞ্চন পায়।

# অশ্বিনী ৰাজবংশী

মহাৰাণাৰ ৰাইট-ইন অশ্বিনী ৰাজবংশী অসম ফুটবলৰ এটা চকুত লগা ক্ৰীড়া চৰিত্ৰ। তেওঁ আক্ৰমণ বিভাগৰ প্ৰায়বিলাক পজিচনতে দক্ষতাসহকাৰে খেলিব পাৰিছিল। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ আৰু ৬৯ কিলোগ্ৰাম ওজনৰ দেখনীয়াৰ খেলুৱৈয়ে ১৯৫৩ চনত ৰাজ্যিক দলত স্থান পায়।

অশ্বিনী ৰাজবংশী ১৯৩৮ চনৰ ১ জুনত গুৱাহাটীত জন্ম গ্ৰহণ কৰে। পিতৃ অসম ৰেলৱে তথা বি.এন. ৰেলৱেৰ ট্ৰেইন ড্ৰাইভাৰ আছিল। সাধাৰণ পৰিয়ালৰ মুঠ ছয়জনৰ এওঁ সৰ্বকনিষ্ঠ সন্তান। কামৰূপ একাডেমীত পঢ়া-শুনাৰ লগতে স্পৰ্টাৰ্ছ ইউনিয়নত ফুটবলৰ পাতনি মেলোতে তেওঁ সকৰে পৰা পিলিক চৌধুৰীৰ খেল চাই খুউব আকৃষ্ট হোৱাৰ লগতে ভবিষ্যতে এজন ফুটবলাৰ হোৱাৰ প্ৰেৰণা লাভ কৰিছিল। পোনতে দ্বিতীয় ডিভিজন হিন্দু-মুছলিম ক্লাবত খেলি প্ৰথম ডিভিজনৰ শিৰোপা পাওঁতে তেওঁক প্ৰথম ডিভিজনৰ ইউনাইটেড এথলেটিক ক্লাবে (১৯৫১) দললৈ আনে আৰু ১৯৫২ চনত মহাৰাণা ক্লাবত যোগদান কৰে। সেই বছৰতে তেওঁ জিলা দলত স্থান লাভ কৰে আৰু পৰৱৰ্তী বছৰ ৰাজ্যিক দলত খেলোতে দশমমান শ্ৰেণীৰ ছাত্ৰ অশ্বিনী ৰাজবংশীৰ বয়স মাত্ৰ ১৪ বছৰ ৯ মাহ। ১৯৫৪ চনত তেওঁ মেট্ৰিক পাছ কৰে আৰু চেণ্টাৰ-ফৰোৱাৰ্ড নিপ বৰুৱাই আঁঠুত আঘাত পোৱাৰ পিচত তেওঁ মহাৰাণাৰ নিগাজি চেণ্টাৰ-ফৰোৱাৰ্ড হৈ পৰে আৰু ১৯৫৬ চনত এন. এফ. ৰেলৱেত কেৰাণীৰূপে কৰ্মনিযুক্তি ঘটে। সেই বছৰতে মহাৰাণা বনাম এৰিয়ান্সৰ প্ৰদৰ্শনী খেলত বাঁও-আঁঠুত আঘাত পায় আৰু এবছৰকাল খেলপথাৰৰ পৰা আঁতৰত থাকে। এইখিনিতে উল্লেখ্য ১৯৫৩ চনত মহাৰাণাই চিলঙৰ গেৰিচন ক্লাবক ৫-০ গ'লত পৰাভূত কৰি বৰদলৈ ট্ৰফী জয় কৰোঁতে অশ্বিনী ৰাজবংশীয়ে ২ গ'ল কৰে। ইয়াৰ ভিতৰত এটা গ'ল ৰাইট-আউট ভাৰত চৌধুৰীয়ে ইন কৰোঁতে অশ্বিনী ৰাজবংশীয়ে বেক্-ভলী মাৰি স্কৰ কৰে। বাতৰি কাকতত তেওঁক "অসমৰ মেৱালাল" বুলি মন্তব্য দিছিল।

অশ্বিনী ৰাজবংশীয়ে ১৯৫৯ চনত চিলঙত অনুষ্ঠিত আন্তঃ জিলা ফুটবলত উদ্যোক্তা চিলঙৰ সৈতে যুগ্ম বিজয়ীৰ সন্মান অৰ্জন কৰাৰ পিচতে অৱসৰ গ্ৰহণ কৰে। ১৯৯৮ চনত অশ্বিনী ৰাজবংশীয়ে অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায় আৰু ২০০২ চনৰ ২৮ ফেব্ৰুৱাৰীত মালীগাওঁ ৰেলৱে হস্পিতালত শেষ নিশ্বাস ত্যাগ কৰে।

# হেমেন বৰুৱা

আঙুলি মূৰত লেখিব পৰা কেইগৰাকীমান খেলুৱৈয়ে ৰাইট আৰু লেফট আউট দুয়োটা স্থানতে দক্ষতা সহকাৰে খেলি ফলপ্ৰসূ খেল প্ৰদৰ্শন কৰি গৈছে। ইয়াৰ ভিতৰত গুৱাহাটী টাউন ক্লাবৰ হেমেন বৰুৱা অন্যতম। এই গৰাকী মাত্ৰ ৫ ফুট ৫ ইঞ্চি ওখ, ৫২ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় ফুটবলাৰে তিনিবাৰ ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰাৰ উপৰি গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক আছিল।

হেমেন বৰুৱাই ১ এপ্ৰিল ১৯৩৪ চনত উত্তৰ গুৱাহাটীত জন্ম গ্ৰহণ কৰে। উত্তৰ গুৱাহাটীৰ আউনীআটি কমলদেৱ ইন্সটিটিউচনৰ হেড্‌মাষ্টৰ চন্দ্ৰ কুমাৰ বৰুৱাৰ এওঁ (এজনী ছোৱালী আৰু চাৰিজন ল'ৰা) কনিষ্ঠ সন্তান। আউনীআটি কমলদেৱ ইন্সটিটিউচনত পঢ়া-শুনাৰ লগতে ফুটবল জীৱনৰো অঙ্কুৰ হয় আৰু ১৯৫০ চনত আউনীআটি স্কুলে নামনি অসম স্কুল টুৰ্নামেণ্টত ফুটবল খিতাপ জয় কৰে। ১৯৫৩ চনত তেওঁ এই স্কুলৰ পৰাই মেট্ৰিক আৰু ১৯৫৯ চনত কটন কলেজৰ পৰা বি. এ. ডিগ্ৰী লৈ ১৯৬০ চনত গড়কাপ্তানি বিভাগত যোগদান কৰে।

১৯৫২ চনত দ্বিতীয় ডিভিজন ৰাণীবাৰী ক্লাবৰ জৰিয়তে ফুটবলৰ পাতনি মেলে আৰু তেওঁৰ ফুটবল দুৰ্দ্ধৰ্ষতাই লীগ খিতাপ কঢ়িয়াই আনে। ১৯৫৪ চনত গুৱাহাটীৰ পক্ষে লেফট-আউটৰূপে আন্তঃ জিলা খেলাৰ উপৰি তেওঁ গুৱাহাটী টাউন ক্লাবত যোগদান কৰে। ইয়াৰ পৰৱৰ্ত্তী দুবছৰ জিলা দলত খেলি ১৯৫৬ চনত ৰাজ্যিক দলত স্থান পায়। সন্তোষ ট্ৰফীৰ পিচতে গোলাঘাটত অনুষ্ঠিত আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টত কটন কলেজ চেম্পিয়ন হয়। হেমেন বৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়কৰূপে বেনাৰসত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় ফুটবল খেলত অংশ গ্ৰহণ কৰে। ইতিপূৰ্বে, ১৯৫৩ আৰু ১৯৫৪ চনতো বিশ্ববিদ্যালয় দলত খেলে। বিশেষকৈ ১৯৫৮ চনৰ আন্তঃ জিলাত তেওঁ ৰাইট আৰু লেফট-আউট দুয়োটা স্থানতে খেলিছিল আৰু ফাইনেলত গোলাঘাটক ৫-০ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁ হেট-ট্ৰিক অৰ্জন কৰে। সেই বছৰ ৰাজ্যিক দলতো লেফট-আউট পজিচনত ৰঘুনন্দন ৰাঁয় থকা বাবে তেওঁ ৰাইট-আউটত খেলে। গুৱাহাটী টাউন ক্লাবৰ হেমেন বৰুৱা স্বাধীনতা দিৱস কাপ ফুটবলৰ খুউব জনপ্ৰিয় খেলুৱৈ আছিল আৰু ১৯৫৬ চনত দলে এই কাপ জয় কৰে। ১৯৫৯ চনত স্পৰ্টিং ইউনিয়নৰ বিৰুদ্ধে লীগৰ এখন খেলত সোঁ-আঠুত আঘাত পায় আৰু চমকপ্ৰদ ফুটবলৰ সামৰণি মাৰিব লগা হয়। ১৯৬৪ চনত পূৰ্ণাঙ্গ অৱসৰ গ্ৰহণ কৰে। ১৯৯৭ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# উমেশ দাস(জুনিয়ৰ)

অসম ফুটবলত উমেশ দাস (জুনিয়ৰ) এটা পৰিচিত নাম। এই গৰাকী মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ আৰু ৪৮ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় ৰক্ষণ বিভাগৰ খেলুৱৈয়ে পঞ্চাশ দশকত গুৱাহাটীৰ বছা বছাসকলৰ সৈতে একেটা শাৰীতে নিজৰ স্থান নিগাজি কৰিবলৈ সক্ষম হয়। তেওঁ ৰাইট আৰু লেফট বেক্ উভয় পজিচনতে দক্ষতা সহকাৰে খেলিছিল। ১৯৫৩ চনত তেওঁ অসমৰ ৰক্ষণ বিভাগত ষ্টেণ্ড-বাই খেলুৱৈ আছিল।

উমেশ দাসে ১৯৩৩ চনৰ ১ এপ্ৰিলত পলাশবাৰীৰ এক খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰে। উমেশ দাসে পলাশবাৰী আৰ. বি. হাইস্কুলত পঢ়ি থাকোতে স্কুল দলৰ উপৰি বেষ্ট ইলেভেন ক্লাবৰ পক্ষেও খেলিছিল। আৰ. বি হাইস্কুলে ১৯৫১ চনত অল আসাম হাইস্কুল টুৰ্নামেণ্টৰ ফুটবলত চূড়ান্ত বিজয়ী হৈ দেউকণ শ্বিল্ড জয় কৰোঁতে ফাইনেলত তেজপুৰ একাডেমীক ১-০ গ'লত হৰুৱাই। ১৯৫১ চনত মেট্ৰিক পাছ কৰি গুৱাহাটীৰ বি. বৰুৱা কলেজত নাম লগায় আৰু বেষ্ট গুৱাহাটী ক্লাবৰ পক্ষে প্ৰথম শ্ৰেণী লীগত আত্ম-প্ৰকাশ কৰে আৰু পৰৱৰ্ত্তীবছৰ(১৯৫৩)দ্বিতীয় ডিভিজন ৰাণীবাৰী ক্লাবৰ পক্ষে খেলি লীগ খিতাপ জয় কৰি প্ৰথম ডিভিজনলৈ উধায় আৰু ১৯৫৪ চনত মহাৰাণা ক্লাবত যোগদান কৰে। সেইবছৰতে গুৱাহাটীত অনুষ্ঠিত মহাৰাণা বনাম ইষ্টবেঙ্গল ঐতিহাসিক প্ৰদৰ্শনী খেলখনত ৰক্ষণ বিভাগত ৰাইট-বেক্ সুনীল দাস আৰু লেফট-বেক্ উমেশ দাসৰ যুটী মনকৰিবলগীয়া। এই খেলখনত মহাৰাণাই ১-০ গ'লত জয়লাভ কৰে। বিশেষকৈ সেই বছৰতে গুৱাহাটীৰ পক্ষে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পক্ষে আন্তঃ বিশ্ববিদ্যালয় ফুটবল টুৰ্ণামেণ্টত অংশ গ্ৰহণ কৰে। উমেশ দাসে ১৯৫২ চনত গুৱাহাটী ইলেকট্ৰিক চাপলাইত যোগদান কৰি তিনিবছৰ চাকৰি কৰে। ইয়াৰ ভিতৰত ১৯৫৪ চনত আই. এ. পাছ কৰি ১৯৫৫-ত এন. এফ. ৰেলৱে-ত কেৰাণীৰূপে নতুন চাকৰিত যোগদান কৰে। কিন্তু দুৰ্ভাগ্যৰ বিষয় সেইবছৰতে বৰদলৈ ট্ৰফীত এন এফ ৰেলৱে বনাম নগাওঁ পুলিচ খেলখনত তেওঁৰ সোঁ-আঠুৰ আঘাতে চমকপ্ৰদ ফুটবলৰ যৱনিকা টানিবলৈ বাধ্য কৰে। অৱশ্যে তেওঁ মহাৰাণাৰ পক্ষে খেল অব্যাহত ৰাখি ১৯৫৯ চনৰ স্বাধীনতা দিৱস কাপ ফাইনেল খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয় আৰু সেইবছৰতে বি. বৰুৱা কলেজৰ পৰা বি. এ. পাছ কৰে।

# চৌ জিত গোহাঁই



চৌ জিত গোহাঁইক অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ ফুটবল কলাবিদসকলৰ তালিকাত অন্তৰ্ভুক্ত কৰিলে নিঃসন্দেহে যথোচিত সন্মান প্ৰদান কৰা হব তাত সন্দেহ নাই। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৬৮ কিলোগ্ৰাম ওজনৰ সুন্দৰ স্বাস্থ্যৰ বলিষ্ঠ ফুটবলাৰ যি কোনো উচ্চ স্তৰৰ খেলতে বাইশ জনৰ মাজত ভোটা তৰাৰ দৰে জিলিকি আছিল। তেওঁ খেলপথাৰত জিলিকি উঠাৰ মূলতে স্বকীয় বলিষ্ঠ আৰু ফলপ্ৰসূ ফুটবল কলাৰ লগতে শক্তিশালী ক্ৰীড়া ব্যক্তিত্ব। অসম ফুটবলত তেওঁৰ যি ক্ৰীড়া বৰঙণি এয়া অতি কম সংখ্যক খেলুৱৈৰ ক্ষেত্ৰতে পৰিলক্ষিত হয়। কাৰণ তেওঁ খেলি থকা কালতে অসম ফুটবলৰ মানদণ্ড তুঙ্গত বিৰাজমান আছিল। উদাহৰণ স্বৰূপে ১৯৫৯ আৰু ১৯৬০ সন্তোষ ট্ৰফীত তেওঁ স্বকীয় প্ৰতিভাশালী ফুটবল ৰাজিৰ জলন্ত নিদৰ্শন এৰি থৈ গৈছে। ১৯৬১ চনত বম্বেত অনুষ্ঠিত সন্তোষ ট্ৰফীত চৌ জিত গোহাঁই অসম দলৰ অধিনায়ক আছিল। এই তাৰকা খেলুৱৈ গৰাকীৰ সন্দৰ্ভত ৰাজ্যিক দলৰ ট্ৰিকি ডিফেণ্ডাৰ **লুৰে চেত্ৰীৰ** মন্তব্য, "অসম দলৰ হাফ-লাইনত চৌ জিত গোহাঁই আৰু নিহাৰ নাগ এক নজিৰ হৈ ৰব। বিশেষকৈ টিম ৱৰ্কৰ ক্ষেত্ৰত যি বৰঙণি যোগালে দ্বিতীয় এনে যুটী আৰু ওলোৱা নাই।" তদৰূপ অসম ফুটবলৰ সৈতে নিবিড় জৰিত ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** কলমে, "চৌ জিত গোহাঁইৰ ফুটবলত ফলপ্ৰসূতাতকৈ দৰ্শনীয়তাবোধৰ সমাবেশ আছিল অধিক।" তদুপৰি অসমৰ নামজ্বলা চেণ্টাৰ-ফৰোৱাৰ্ড **ৰেব পোদ্দাৰৰ** ভাষাত, "চৌ জিত গোহাঁই অতি অমায়িক আৰু খেলপথাৰত খুউব টেম্পু থকা খেলুৱৈ অৰ্থাৎ জিকিম বুলি খেলে। তদুপৰি তেওঁৰ সুন্দৰ বডী ফ্লেক্সিবিলিটি আছিল।"

১৯৩৮ চনত টাই খামতি গোষ্ঠীৰ এক সম্ভ্ৰান্ত তথা চহকী পৰিয়ালত চৌ

জিত গোহাঁইয়ে জন্ম গ্ৰহণ কৰে। স্থান নেফা (বৰ্ত্তমান অৰুণাচল প্ৰদেশ)ৰ চৌখাম। পিতৃ চৌ পুক গোহাঁই (চাৰিজন ল'ৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ জ্যেষ্ঠ পুত্ৰ। পঢ়া-শুনাৰ পাতনি শদিয়া চৰকাৰী হাইস্কুলত কিন্তু পঞ্চমমান লৈকে পঢ়িয়ে ১৯৫০ চনত গুৱাহাটীৰ ডন বস্কো স্কুলত ভৰ্ত্তি হয়। স্কুলত পঢ়ি থাকোতে নামনি অসম স্কুল টুৰ্ণামেণ্টৰ ১০০, ২০০ আৰু ৪০০ মিটাৰ দৌৰত চেম্পিয়ন হয়। স্কুলতে আইৰিছ ফাদাৰ পেট্ৰিক বাৰ্ণছ আৰু ব্ৰাদাৰ টাৰ্চিচিয়াচ ৰেষ্টুৰ ফুটবল প্ৰশিক্ষণ আৰু উৎসাহ উদগনি লাভ কৰি ভৱিষ্যতৰ এজন নামজ্বলা ফুটবলাৰৰূপে গঢ় লবলৈ সক্ষম হয়। সেই সময়ত তেওঁ ডন বস্কো স্কুল দলত খেলি ১৯৫৭ চনত নামনি অসম স্কুল টুৰ্ণামেণ্টৰ ফুটবলত ৰাণাৰ্ছ-আপ পায়। ১৯৫৭ চনত ডন বস্কো স্কুলে মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড জয় কৰে। এই প্ৰতিযোগিতাৰ প্ৰথম ৰাউণ্ডত  ডন বস্কো স্কুলে লীগ চেম্পিয়ন গুৱাহাটী টাউন ক্লাবক পৰাভূত কৰি চাঞ্চল্য সৃষ্টি কৰিছিল।

চৌ জিত গোহাঁইয়ে গুৱাহাটীৰ  ৰাণীবাৰী  ক্লাবত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ফুটবলাৰৰূপে প্ৰতিষ্ঠা লাভ কৰা এই স্কুলীয়া  ছাত্ৰৰ খেল দেখি ডাঃ টি. আৱেও মুগ্ধ হৈছিল। এই দলত তিনিবছৰ খেলি ১৯৫৮ চনত গুৱাহাটী টাউন ক্লাৱত যোগদান কৰে। এইখিনিতে উল্লেখ্য সেই বছৰতে তেওঁ প্ৰৱেশিকা পাছ কৰি কটন কলেজত নাম লগায় আৰু ১৯৬০ চনত কটন কলেজৰ "বেষ্ট এথলীট" আছিল। ১৯৫৮-৬০ লৈকে তিনিবছৰ গুৱাহাটীৰ পক্ষে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি ১৯৫৮ চনত চেম্পিয়নশ্বিপ অৰ্জন কৰে আৰু ১৯৫৯ চনত উদ্যোক্তা চিলঙৰ সৈতে যুগ্ম বিজয়ী হওঁতে খেল দুদিন অমীমাংসিতৰূপে অন্ত পৰে। ইতিপূৰ্বে যোৰহাটৰ বিৰুদ্ধে ছেমি-ফাইনেল খেলখনো খুউব প্ৰতিদ্বন্দ্বিতাপূৰ্ণ আছিল। তেওঁ ১৯৫৮-১৯৬১ লৈকে একেৰাহে চাৰিবাৰ ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰে। ইয়াৰ ভিতৰত ১৯৫৯ চনত অসম দলে ইষ্ট জুন চেম্পিয়নশ্বিপ্ দখল কৰোঁতে বাৰ্ণপুৰত বঙ্গ দলক ১-০ গ'লত পৰাভূত কৰে। নগাৱত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়ৰ খেলতো অসম দলৰ প্ৰদৰ্শন সন্তোষজনক আছিল। পুনৰ ১৯৬০ চনতো অসম দল ইষ্ট জুন চেম্পিয়ন হয়। আৰ্ণাকোলামত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়ৰ খেলত অসমে ছেমি-ফাইনেলত প্ৰবেশ কৰিবলৈ মহীশূৰৰ বিৰুদ্ধে এখন তীব্ৰ প্ৰতিদ্বন্দ্বিতাপূৰ্ণ ফুটবল খেলি ১-০ গ'লত জয়ী হয়। ছেমি-ফাইনেলত অসমে ছাৰ্ভিচেজৰ বিৰুদ্ধে দৃঢ়তাৰে খেলি ১-০ ব্যৱধানত পৰাভূত হয়। ইয়াত অসমে তৃতীয়স্থান দখল কৰে তথা অসম ফুটবলৰ এটা স্মৰণীয় মুহূৰ্ত্ত। কটন

কলেজৰ চকুত পৰা এথলীট তথা ফুটবলাৰ চৌ জিত গোহাঁইয়ে ১৯৫৯-৬২ লৈকে চাৰিবছৰ গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলি তেওঁৰ অধিনায়কত্বতে তিনিবাৰ ইষ্ট জুন ৰাণাৰ্ছ-আপৰ খ্যাতি অৰ্জন কৰে।

১৯৬০ চনৰ নেচনেল ট্ৰায়েল কেম্পলৈ অসমৰ চাৰি গৰাকী খেলুৱৈক আমন্ত্ৰণ কৰিছিল। ইয়াৰ ভিতৰত চৌ জিত গোহাঁইয়ো আছিল। অৱশ্যে কোনো এজনেও স্থান লাভ কৰিব নোৱাৰিলে। পুনৰ ১৯৬২ যাকাৰ্ত্তা এচিয়ান গেমছৰ ফুটবল নিৰ্বাচনী শিবিৰলৈ তেওঁ আমন্ত্ৰণ পাইছিল। সেইবাৰ দুৰ্দ্ধৰ্ষ লেফট-হাফ্ কেম্পিয়া অসুস্থ থকা বাবে তেওঁৰ নিৰ্বাচন নিশ্চিত আছিল যদিও তেওঁ ট্ৰায়েল কেম্পলৈ নগ'ল। জাতীয় দলৰ হাফ্-লাইনত ৰামবাহাদুৰ, এফ. এ. ফ্ৰেঙ্কু, প্ৰশান্ত সিনহা আৰু ইউচুফ খানক নিৰ্বাচিত কৰে।

দুইটা ভৰিয়ে সমানে খেলিব পৰা দক্ষ ফুটবলাৰ চৌ জিত গোহাঁইয়ে পোনতে ৰাইট বেকৰূপে খেলিছিল যদিও পিচত লেফট-হাফ্ পজিচনলৈ আহি অসমৰ চকুত লগা খেলুৱৈত পৰিণত হয়। গুৱাহাটী টাউন ক্লাব দলত ১৯৫৮-১৯৬২ লৈকে বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যাওঁতে ১৯৬২ চনৰ এ টি পি এ শ্বিল্ড ফাইনেলত দুৰ্দ্ধৰ্ষ ডেৰগাওঁ পুলিচ দলক ৩-১ গ'লত পৰাভূত কৰে। সেইবছৰ খেলিয়ে ধৰুৱা অসুবিধাৰ হেতু মাত্ৰ ২৪-বছৰ বয়সত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লবলৈ বাধ্য হয়। অৱশ্যে ১৯৬৩ চনত কানৈ কমাৰ্চৰ পক্ষে আন্তঃ কলেজ খেলোতে ডিব্ৰুগড় জিলা দলত চৌ জিত গোহাঁইৰ নাম পুনৰ দেখা যায় যদিও তেওঁ নেখেলিলে। কিন্তু ১৯৬৪ চনত লোহিত জিলাৰ পক্ষে বৰদলৈ ট্ৰফীত অংশ লোৱাৰ পিচতে ফুটবলৰ পৰা পূৰ্ণাঙ্গ অৱসৰ গ্ৰহণ কৰে। দেখা যায় চৌ জিত গোহাঁইৰ পৰৱৰ্ত্তীকালত সেইস্তৰৰ লেফট-হাফ্ অসম ফুটবলত অভ্যুদয় হোৱা নাই। চৌ জিত গোহাঁইয়ে সক্ৰিয় ফুটবলৰ পৰা আঁতৰি গলেও তেওঁৰ বলিষ্ঠ ক্ৰীড়া ৰাজিৰ গুণত অসম ফুটবলৰ জীৱন্ত প্ৰতিচ্ছবিৰূপে আজিও বিৰাজমান তথা অসম ফুটবল বুৰঞ্জীৰ এটা পাতত স্বৰ্ণাক্ষৰে খোদিত থাকিব এটা নাম **"চৌ জিত গোহাঁই"**। চৌ জিত গোহাঁই ২০০১ চনৰ ১৬ ডিচেম্বৰত ডিব্ৰুগড়ৰ এখন নাৰ্চিং হোমত শেষ নিঃশ্বাস ত্যাগ কৰে। তেওঁ থ্ৰম্বচিছ ৰোগত ভোগী আছিল।



# অখিল ডেকা



গুবাহাটী টাউন ক্লাবত ইনচাইড-ফৰোৱাৰ্ডৰূপে আত্ম-প্ৰকাশ কৰি ৰাইট আউট পজিচনত দুৰ্দ্ধৰ্ষ ফুটবল অবতাৰণা কৰা সুন্দৰ সুঠাম আটিল দেহৰ খেলুৱৈ গৰাকী হ'ল অখিল ডেকা। তেওঁৰ শাৰীৰিক পৰিমাপ উচ্চতা ৫ ফুট ১০ ইঞ্চি আৰু ওজন ৬৮ কিলোগ্ৰাম আছিল। ৰাজ্যিক ফুটবলাৰ **অজয় দাসৰ** ভাষাত "অখিল ডেকাৰ ক্ৰীড়া ৰাজি পি. কে. বেনাৰ্জীতকৈ কোনো গুণে কম নাছিল। তেওঁ কন্টিনিউ কৰা হলে সেই পৰ্য্যায়ত যাব পাৰিলেহেঁতেন! খেলপথাৰত তেওঁ খুউব 'মুডী' প্লেয়াৰ।"

অখিল ডেকা ১৯৩৬ চনৰ ৩ জুনত গুৱাহাটীৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। ১৯৫৪ চনত কটন কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰে। ইয়ং এমেচাৰৰ পক্ষে আত্ম-প্ৰকাশ কৰি দুবছৰৰ পিচত বয়জ ইউনিয়নলৈ যায়। বয়জ ইউনিয়নৰ লেফট-ইন পজিচনত খেলি গুৱাহাটী লীগত হা-হুতাশৰ ঢৌ সৃষ্টি কৰোঁতে গুৱাহাটী টাউন ক্লাব, মহাৰাণা আৰু স্পৰ্টিং ইউনিয়ন আদিক পৰাভূত কৰিছিল। বয়জ ইউনিয়নৰ ফৰোৱাৰ্ড-লাইন প্ৰফুল্ল দাস (ৰাইট-ইন), উমা গোস্বামী(চেণ্টাৰ-ফৰোৱাৰ্ড) আৰু অখিল ডেকা (লেফট-ইন)ৰ ফুটবল কম্বিনেচন আমাৰ বাবে এক নজিৰ হৈ ৰব। কটন কলেজৰ ছাত্ৰ অখিল ডেকাই ১৯৫৯ চনত গুৱাহাটী টাউন ক্লাবত যোগদান কৰি দুবছৰ ইনচাইড-ফৰোৱাৰ্ড পজিচনত খেলাৰ পিচত ৰাইট-আউটত খেলিবলৈ লয়। অৱশ্যে তেওঁৰ ফৰোৱাৰ্ড লাইনৰ যিকোনো স্থানতে খেলাৰ দক্ষতা আছিল। তেওঁ ১৯৫৫-১৯৬১ লৈকে মুঠ ৬ বাৰ গুৱাহাটীৰ পক্ষে (১৯৫৭ খেলা নাই) খেলে। ইয়াৰ অন্তৰ্গত ১৯৫৯ চনত চিলঙত অনুষ্ঠিত ফাইনেলত প্ৰথম দিনা ২-২ ভাৱে অন্ত পৰে। দ্বিতীয় দিনা গুৱাহাটী ০-১ গ'লত পিচপৰি আছিল আৰু খেল অন্ত পৰাৰ ক্ষন্তেক পূৰ্বে অখিল ডেকাৰ সোঁ-ভৰিৰ





ৰঘুনন্দন ৰায়

কৰ্ণাৰ-কিকৃক আমানুল্লাৰ দুৰ্দ্ধৰ্ষ হেড়ে গ'লত ৰূপায়িত কৰি যুগ্ম বিজয়ীৰ সন্মান কঢ়িয়াই আনে। ১৯৬০ আৰু ১৯৬১ চনত ৰাজ্যিক দলত স্থান লাভ কৰি কেৱল প্ৰাথমিক ৰাউণ্ডৰ খেলত অংশ লয়। তেওঁ তিনিবাৰ (১৯৫৬, ১৯৫৮ আৰু ১৯৫৯) গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি শেষ বছৰ দলৰ অধিনায়ক হয় আৰু ১৯৫৮ চনত সহ-অধিনায়ক। বিশ্ববিদ্যালয় দলত লেফট-ইন পজিচনত খেলে। এই খিনিতে উল্লেখ্য ১৯৫৮ ও ১৯৫৯ চনত ইষ্ট জুন ৰাণাৰ্ছ-আপ পায়। বিশেষকৈ ১৯৫৮ চনত কটন কলেজ 'ফুটবল ব্লু' খিতাপৰ অধিকাৰী অখিল ডেকাই ১৯৫৪-১৯৫৯ লৈকে আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত ভাগ লৈ দুবাৰ (১৯৫৪ আৰু ১৯৫৬) চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে।

গুৱাহাটী টাউন ক্লাৱত আব্দুল হামিদ, ইন্দ্ৰজিৎ নামচুম, প্ৰদীপ ফুকনৰ সৈতে সুন্দৰ বুজাপৰা আছিল আৰু ১৯৬৪ চনত লীগ জয়ী হয়। ১৯৬৩ চনত কটন কলেজৰ পৰা বি.এ. পাছ কৰা অখিল ডেকাই ১৯৬৫ চনৰ লীগত মাত্ৰ কেইখনমান খেলত অংশ লৈয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। ☐☐

# ৰঘুনন্দন ৰায়

গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজৰ ছাত্ৰ ৰঘুনন্দন ৰায় মহাৰাণা ক্লাবৰ খেলুৱৈ। পিতৃ এন. এফ. ৰেলৱেৰ কৰ্মচাৰী আছিল তথা এওঁলোকৰ ঘৰ উত্তৰ প্ৰদেশত। চাকৰিৰ সূত্ৰে তেওঁলোকৰ পৰিয়াল গুৱাহাটীত থাকোতে তেওঁ গুৱাহাটী ইঞ্জিনীয়াৰিঙত পঢ়িছিল। তেওঁ ১৯৫৭, ১৯৫৮, ১৯৫৯, ১৯৬০ আৰু ১৯৬১ চনত ৰাজ্যিক দলৰ লেফট-আউট আছিল আৰু শেষ বছৰ দলৰ অধিনায়ক হয়। ৰঘুনন্দন ৰায়ে ১৯৫৯, ১৯৬০ আৰু ১৯৬১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলতো খেলে। ১৯৬১ চনত জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। সেই সময়ত মহাৰাণা অসমৰ এটা শক্তিশালী ফুটবল দল আছিল।

বিশেষকৈ ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯ চনত গুৱাহাটীয়ে আন্তঃ জিলা খিতাপ বিজয়ত ৰঘুনন্দন ৰায়ৰ অৱদান সদায় জিলিকি থাকিব। ৰঘুনন্দন ৰায়ে গুৱাহাটী ইঞ্জিনীয়াৰিঙৰ পৰা বি. ই. পাছ কৰি সৈন্যবাহিনীত যোগদান কৰোঁতে ১৯৬৪ চনত ছাৰ্ভিচেজ দলৰ অধিনায়ক আছিল। কেৱল বাঁও-ভৰিৰ খেলুৱৈ ৰঘুনন্দন ৰায় এজন দ্ৰুতগামী বুদ্ধিয়ক আউট খেলুৱৈ হিচাপে সৰ্বদা প্ৰতিপক্ষৰ ডিফেন্সত ত্ৰাসৰ সৃষ্টি কৰিছিল। বিশেষকৈ ৰাজ্যিক দলত তেওঁক সন্নিবিষ্ট কৰোঁতে ভালে কেইজন খ্যাতিসম্পন্ন লেফট-আউটক ৰাইট-আউট পজিচনত মকৰল কৰিব লগা হৈছিল। ইয়াৰ ভিতৰত ১৯৫৭ চনত ডিব্ৰুগড়ৰ ছফিকুল হুছেইন, ১৯৫৮ চনত গুৱাহাটীৰ হেমেন বৰুৱা আৰু ১৯৫৯ চনত ডেৰগাওঁ পুলিচৰ ৰিয়াজ আলি আদি উল্লেখযোগ্য। ৰঘুনন্দন ৰায়ক অসম ফুটবলৰ ধূমকেতু বুলিব পাৰি। কাৰণ তেওঁ হঠাৎ আহি বলিষ্ঠ খেলৰে অসমৰ ফুটবলত ধুমুহা সৃষ্টি কৰি আঁতৰি গ'ল। কিন্তু তেওঁৰ পদধ্বনি আৰু ক্ৰীড়ানুৰাগ আমাৰ বাবে সদায় অনুকৰণীয়।

১৯৬১ চনত সন্তোষ ট্ৰফীৰ প্ৰাথমিক ৰাউণ্ডৰ খেল চিলং আৰু খড়গপুৰত অনুষ্ঠিত হওঁতে ৰঘুনন্দন ৰায় দলৰ অধিনায়ক আছিল। চিলঙত উত্তৰ প্ৰদেশক ৭-১ গ'লত পৰাভূত কৰোঁতে ৰঘুনন্দন ৰায়ে হেট-ট্ৰিক অৰ্জন কৰে। সন্তোষ ট্ৰফী ফুটবলত অসমৰ এইটোৱেই প্ৰথম হেট-ট্ৰিক। চূড়ান্ত পৰ্য্যয়ৰ খেল বোম্বাইত অনুষ্ঠিত হওঁতে তেওঁ পঢ়া-শুনাৰ বাবে অধিনায়কৰ ভাৰ নললে। ফলত চৌ জিত গোহাঁইক অধিনায়কৰ ভাৰ প্ৰদান কৰে। ☐☐

# ইন্দ্ৰজিৎ নামচুম



অসম ফুটবলত অভ্যুদয় হোৱা চকুত পৰা ক্ৰীড়া কুশলীসকলৰ ভিতৰত ইন্দ্ৰজিৎ নামচুমে এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। এই গৰাকী দেখনীয়াৰ চেহেৰাৰ সুস্থ সবল ফুটবলাৰে স্বকীয় গতিশীল ক্ৰীড়া কলাৰ জৰিয়তে জনপ্ৰিয়তাৰ উচ্চ শিখৰত অৱতৰণ কৰিবলৈ সক্ষম হৈছিল তথা অসম ফুটবলত এনে নজিৰ বিৰল। এনেকি সৰ্বভাৰতীয় স্তৰতো তেওঁ খেলপথাৰত জিলিকি থকা খেলুৱৈ। ষ্টাইলিষ্ট খেলুৱৈ টচেন বড়াৰ মতে, "Strength, speed and skill are the qualities which made Indrajit Namchum a great player He was very charming as a player and person liked by all" যাৰ বাবে এওঁক অসমৰ সবাতোকৈ অধিক গ্লেমাৰ থকা ফুটবলাৰ বুলি অভিহিত কৰিব পাৰি তথা এই গ্লেমাৰ আজিও ম্লান হোৱা নাই।

ইন্দ্ৰজিৎ নামচুম ১৯৪২ চনৰ ১ ছেপ্টেম্বৰত নেফা(বৰ্ত্তমান অৰুণাচল)ৰ চৌখামত জন্ম গ্ৰহণ কৰে। চৌখামৰ ৰজা চৌকামন গোহাঁই (আঠজন লৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ সপ্তম সন্তান। সম্ভ্ৰান্ত টাই খামতি গোষ্ঠীৰ ইন্দ্ৰজিৎ নামচুমে গুৱাহাটী ডন বস্কো স্কুলৰ পৰা ১৯৬০ চনত মেট্ৰিক পাছ কৰে আৰু কটন কলেজত বি. এ. পাঠ শেষ নকৰাকৈ শিক্ষা সামৰে (১৯৬৭)। ডন বস্কো স্কুল দলৰ জৰিয়তে ফুটবলৰ পাতনি মেলে যদিও প্ৰথম শ্ৰেণী ফুটবল গুৱাহাটী টাউন ক্লাব দলত খেলে। ডন বস্কো স্কুল দলত খেলি দুবাৰ (১৯৫৮ আৰু ১৯৫৯) দেউকণ শ্বিল্ড জয় কৰে। তদুপৰি ১৯৫৯ চনত শিলচৰত অনুষ্ঠিত আন্তঃ জিলা স্কুল ফুটবল টুৰ্ণামেণ্টত গুৱাহাটীৰ পক্ষে খেলোতে তেৱেঁ দলৰ অধিনায়ক আছিল আৰু ফাইনেলত উদ্যোক্তা কাছাৰৰ বিৰুদ্ধে ১-০ গ'লত পৰাভূত হয় যদিও মাত্ৰ




১৯৬৫ চনত গুৱাহাটীত অনুষ্ঠিত ছোভিয়েট একাদশ বনাম অসম একাদশ প্ৰদৰ্শনী খেলত অধিনায়ক ইন্দ্ৰজিৎ নামচুম (সোঁফালৰ জন)

১৭-বছৰ বয়সতে চিনিয়ৰ ৰাজ্যিক দলত স্থান পায় আৰু নগাৰ্বত ছাৰ্ভিচেজৰ বিৰুদ্ধে চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে অসম দলত আত্ম-প্ৰকাশ কৰে। বিশেষকৈ প্ৰথম জুনিয়ৰ নেচনেল চেম্পিয়নশ্বিপ(১৯৬২)ত অসম দলৰ প্ৰতিনিধিত্ব কৰে আৰু ১৯৬৩ চনত দলৰ অধিনায়ক হয়। তদুপৰি তেওঁ ১৯৬৪ চনত গুৱাহাটীত অনুষ্ঠিত সন্তোষ ট্ৰফীত অসম দলৰ অধিনায়কত্ব কৰে। তেওঁ ১৯৬১-ৰ পৰা একেৰাহে আঠ বছৰ গুৱাহাটীৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা খেলোতে ১৯৬৩ আৰু ১৯৬৮ চনত দলৰ অধিনায়ক আছিল তথা দুয়োবাৰতে ৰাণাৰ্ছ-আপ খিতাপ পায়। ইয়াৰ ভিতৰত ১৯৬৮ আন্তঃ জিলা ফাইনেলত চিলঙৰ হাতত ৪-৩ ব্যৱধানত পৰাভূত হলেও তিনিওটা গ'ল ইন্দ্ৰজিৎ নামচুমৰ। তদুপৰি তেওঁ ১৯৬১-৬৪ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অন্যতম সদস্য আছিল তথা শেষবছৰ দলৰ অধিনায়ক। ১৯৬১ চনত কলিকতা বিশ্ববিদ্যালয় আৰু ১৯৬২ চনত যাদৱপুৰ বিশ্ববিদ্যালয়ৰ হাতত জুনেল ফাইনেলত পৰাভূত হয় যদিও টুৰ্ণামেণ্টৰ জনপ্ৰিয় খেলুৱৈ আছিল। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ ৬৭ কিলোগ্ৰাম ওজনৰ সুন্দৰ চেহেৰাৰ ফুটবলাৰে ১৯৬৩ চনত নেচনেল জুনিয়ৰ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। ১৯৬৪ চনত জাতীয় জুনিয়ৰ দলত স্থান লাভ কৰোঁতে জাতীয় দলত নিৰ্বাচিত হোৱা অসমৰ প্ৰথম ফুটবলাৰৰূপে খ্যাতি অৰ্জন কৰে আৰু ছাইগনত দক্ষিন ভিয়েটনাম আৰু মালয়ছিয়াৰ বিৰুদ্ধে দুখন আন্তৰ্জাতিকত অংশ লয়। তেওঁৰ সৈতে স্থান পোৱা অসমৰ আন এগৰাকী খেলুৱৈ হল — বসন্ত কুমাৰ কাবুই। ১৯৬৫ চনত চিনিয়ৰ নেচনেল ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পাইছিল। তদুপৰি গুৱাহাটীত অনুষ্ঠিত অসম বনাম ছোভিয়েট দলৰ প্ৰদৰ্শনী খেলত তেৱেঁ অধিনায়ক আছিল।

গুৱাহাটী টাউন ক্লাৱ দলৰ অন্যতম আকৰ্ষণ ইন্দ্ৰজিৎ নামচুমে ৰাইট-ইন পজিচনত খেলি এ টি পি এ, ডুগৰ শ্বিল্ড আৰু বৰদলৈ ট্ৰফী জয় কৰোঁতে ১৯৬৩-ৰ বৰদলৈ ট্ৰফী ফাইনেল জীৱনৰ শ্ৰেষ্ঠ খেল আছিল। তদুপৰি ১৯৫৮ আন্তঃ জিলা ফাইনেল। ১৯৬৯ চনত নেফা চিভিল ছাৰ্ভিচত যোগদান কৰি দুবছৰ চিলঙৰ প্ৰথম ডিভিজন লাবান স্পৰ্টছ ক্লাৱত খেলোতে ১৯৭৩ চনৰ বৰদলৈ ট্ৰফীত চিলং একাদশৰ পক্ষে অংশ লৈয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।



# লুৰে ছেত্ৰী

গুৱাহাটীৰ সাধাৰণ ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰা (১৯৪০) লুৰে ছেত্ৰীয়ে নৱম মান শ্ৰেণীতে স্কুল এৰি হিন্দু-মুছলিম ক্লাবৰ জৰিয়তে ১৯৫৫ চনত প্ৰথম ডিভিজন ফুটবলত আত্ম-প্ৰকাশ কৰে। ইয়াত তিনি বছৰ খেলি স্পৰ্টিং ইউনিয়ন ক্লাবত যোগদান কৰে। প্ৰথম বছৰতে (১৯৫৯) বৰদলৈ ট্ৰফী জয় কৰোঁতে স্পৰ্টিং দলৰ লুৰে ছেত্ৰীয়ে "বেষ্ট প্লেয়াৰ"ৰ শিৰোপা পায়। জাতীয় খেলুৱৈ **টচেন বড়াৰ** এওঁৰ সন্দৰ্ভত মন্তব্য,"লুৰে ছেত্ৰীৰ হেড্ কৰিব পৰাটো উল্লেখযোগ্য পাৰদৰ্শিতা।" ৰাইজিং ইলেভেনৰ খেলুৱৈ **বিনয় মেধিৰ** ভাষাত, "লুৰে ছেত্ৰীৰ দৰে ট্ৰিকি ডিফেণ্ডাৰক অতিক্ৰম কৰা কঠিন। কোনোবাই অতিক্ৰম কৰিলেও বল আউট কৰি আক্ৰমণধাৰা নষ্ট কৰে।"

মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ লুৰে ছেত্ৰী খেলৰ ক্ষেত্ৰত অতি সতৰ্ক আছিল যাৰবাবে তেওঁ অতি নিয়মীয়া জীৱন যাপন কৰিছিল। তেওঁ কেতিয়াও ধূমপান বা নিচাযুক্ত দ্ৰব্য সেৱন নকৰিছিল। যি কোনো দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ডে সহজে তেওঁক বিট কৰাটো সম্ভৱ নাছিল। মুঠতে এই ট্ৰিকি ডিফেণ্ডাৰে অনুশীলনৰ ক্ষেত্ৰত নিতৌ পুৱা দুঘণ্টা অভ্যাস কৰাৰ পিচত দীঘলী পুখুৰীত আধাঘণ্টা সাঁতোৰ অভ্যাস কৰিছিল। যাৰবাবে প্ৰচণ্ড সহ্যশক্তি আহৰণ কৰিবলৈ সক্ষম হৈছিল। বিশেষকৈ ১৯৫৮ চনত ইংৰাজ কোচ্ ৰণ মিদছৰ জৰিয়তে থ্ৰি-বেক্ পদ্ধতিৰ প্ৰশিক্ষণ পোৱাৰ পিচত অধিক আত্মনিৰ্ভৰশীল হোৱাৰ উপৰি স্বকীয় ফুটবলৰ মানদণ্ড উৰ্দ্ধগামী হোৱা পৰিলক্ষিত হয়।

লুৰে ছেত্ৰীয়ে এবছৰ (১৯৬০) মহাৰাণা ক্লাবত খেলি ১৯৬২ - ১৯৬৪ লৈকে গুৱাহাটী টাউন ক্লাবত খেলে। ইয়াৰ ভিতৰত ১৯৬৩ চনত জলন্ধৰ লীডাৰ্ছৰ সৈতে বৰদলৈ ট্ৰফী যুগ্ম বিজয়ী আছিল। ১৯৬৫ - ১৯৬৮ লৈকে স্পৰ্টিং ইউনিয়ন দলত খেলোতে ১৯৬৬ চনত স্বাধীনতা দিৱস কাপ আৰু ডুগৰ শিল্ড ৰাণাৰ্ছ-আপ পায়।

লুৰে ছেত্ৰীয়ে নেপালী দুৰ্দ্ধৰ্ষতাৰে অসম ফুটবলত যি দৃষ্টান্ত ৰাখি গ'ল সেয়া মনকৰিবলগীয়া। তেওঁ অসম ৰাজ্যিক দলৰ হৈ ১৯৬০, ১৯৬১ আৰু ১৯৬৬ চনত খেলে। ১৯৬৯ চনত দ্বিতীয় ডিভিজন জুবেল ষ্টাৰত যোগদান কৰি দলক প্ৰথম ডিভিজন প্ৰাপ্তিত অৰিহণা যোগায়। এই দলতে ১৯৭৪ - ৭৫ বতৰলৈকে খেলি অৱসৰ গ্ৰহণ কৰে। যি কি নহওঁক লুৰে ছেত্ৰীৰ কুৰি বছৰীয়া প্ৰথম শ্ৰেণীৰ ফুটবল মনকৰিবলগীয়া। ২০০১ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# সুব্ৰত দাস

ইয়ং ব্লু ক্লাৱৰ পৰা কুমাৰেশ ঘোষ ট্ৰেন্সফাৰ হৈ স্পৰ্টিং ইউনিয়নত যোগদান কৰোঁতে ইয়ং ব্লু ক্লাৱত আত্ম-প্ৰকাশ কৰা সুব্ৰত দাসে ষ্টপাৰ পজিচনত চাঞ্চল্যকৰ ফুটবল প্ৰদৰ্শন কৰি মহাৰাণা ক্লাৱৰ চেন্টাৰ-ফৰোৱাৰ্ড ভোলা ৰায়ক নিষ্প্ৰভ কৰোঁতে পিচদিনা বাতৰি কাকতৰ পৃষ্ঠাত লিখিছিল, "Young boys of young Blue has paralysed the centre-forward of Moharana A C held from Calcutta Rajastan Club" লীগত প্ৰদৰ্শিত খেলৰ পিচতে তেওঁক অসম স্কুল দললৈ নিৰ্বাচন কৰা হয়। ইয়ং ব্লু ক্লাৱৰ ৰক্ষণ বিভাগৰ খেলুৱৈ সুব্ৰত দাস ১৯৭১ চনত জাতীয় জুনিয়ৰ ফুটবল চেম্পিয়নশ্বিপ্‌ত ৰাণাৰ্ছ-আপ প্ৰাপ্ত অসম দলৰ অন্যতম সদস্য আছিল। তদুপৰি তেওঁ ১৯৭২, ১৯৭৩ আৰু ১৯৭৪ চনত ৰাজ্যিক চিনিয়ৰ দলতো খেলিছিল। পল্টন বজাৰ বেঙ্গলী হাইস্কুলৰ ছাত্ৰ সুব্ৰত দাসে গুৱাহাটী কমাৰ্চ কলেজত পঢ়োতে ১৯৭২ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। ১৯৭৩ আৰু ১৯৭৪ চনত জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায় আৰু ইয়াৰ পিচতে ইষ্টাৰ্ণ ৰেলৱেত যোগদান কৰে।

# ফ্ৰান্সিচ বৰুৱা

ফ্ৰান্সিচ বৰুৱা জাতীয় জুনিয়ৰ দলত নিৰ্বাচন পোৱা অসমৰ সপ্তম জন ফুটবল খেলুৱৈ। ১৯৭০ চনৰ ১৪ নবেম্বৰত গুৱাহাটীত জন্ম গ্ৰহণ কৰা ফ্ৰান্সিচ বৰুৱা ডন বস্কো স্কুলৰ ছাত্ৰ আছিল। ফুটবলৰ পাতনি নৱজ্যোতি ক্লাৱত। ইয়াত খেলি থাকোতেই তেওঁ জাতীয় ছাব-জুনিয়ৰ দল(১৯৮৪)ত স্থান লাভ কৰি ১৯৮৫ চনত জাতীয় জুনিয়ৰ দলত খেলে। তেতিয়া তেওঁ ফৰোৱাৰ্ড লাইনৰ খেলুৱৈ আছিল। ১৯৮৯ চনত মহমেডান স্পৰ্টিঙত যোগদান কৰে। তাৰ পিচত মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ, গোৱাৰ ডেম্প স্পৰ্টছ ক্লাব আৰু চালগাৱকৰ ক্লাৱত খেলে। ১৯৯৯ চনত এই মিড ফিল্ড খেলুৱৈয়ে ফুটবলৰ পৰা অৱসৰ লয়।

# গুম্ফে ৰীমে

১৯৯৪ জাতীয় ফুটবল প্ৰতিযোগিতা(২১-বছৰ অনুৰ্দ্ধ)ত অসমে ৰাণাৰ্ছ-আপ পাওঁতে ফাইনেলত উদ্যোক্তা মণিপুৰৰ বিৰুদ্ধে ১-০ গ'লত পৰাজয় বৰণ কৰে। এই প্ৰতিযোগিতাত অসমৰ ৫ ফুট ৭ ইঞ্চি ওখ, ৬৩ কিলোগ্ৰাম ওজনৰ গুম্ফে ৰীমে "শ্ৰেষ্ঠ গ'লৰক্ষক"ৰ নিৰ্বাচন লাভ কৰে। জন্ম ১২ অক্টোবৰ ১৯৭৩ চন। স্থান আলং। অৰুণাচল প্ৰদেশ আলঙৰ নেহৰু মে'মৰিয়েল স্কুলত পঢ়ি থাকোতে আলং বাজাৰ ইয়ুথ ক্লাৱত খেলিছিল। ১৯৯০ চনত স্কুলীয়া শিক্ষা শেষ কৰি গুৱাহাটীলৈ আহে আৰু আৰ্য্য বিদ্যাপীঠ কলেজত নাম লগায়। উপৰি তেওঁ ৰাইজিং ইলেভেনৰ হৈ খেলিবলৈ লয়। ৰাইজিং দলত দুবছৰ খেলি মহাৰাণালৈ যায়। ইয়াৰ পিচত ১৯৯২ আৰু ১৯৯৩ চনত ৰাজ্যিক জুনিয়ৰ দলত খেলি ১৯৯৪ চনত জাতীয় জুনিয়ৰ দলত স্থান লাভ কৰি বাহৰেইণত অনুষ্ঠিত এচিয়া যুৱ ফুটবল চেম্পিয়নশ্বিপত অংশ গ্ৰহণ কৰে। ১৯৯৪ আৰু ১৯৯৫ চনত (২১- বছৰ অনুৰ্দ্ধ) ৰাজ্যিক দলত খেলে। চাই হোষ্টেলৰ খেলুৱৈ গুম্ফে ৰীমেই ১৯৯৫ চনত বাঙ্গালোৰত ভাৰতীয় যুৱ দল বনাম বেলাৰুছ যুৱ দলৰ মাজত অনুষ্ঠিত প্ৰদৰ্শনী খেলখনৰ পিচতে মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ দলত যোগদান কৰে। ১৯৯৮ চনৰ পৰা বেঙ্গল-মোম্বাই ক্লাৱত খেলি আছে।

# নকুল বড়ো

নকুল বড়ো ১৯৬৭ চনৰ ১১ মাৰ্চত উত্তৰ গুৱাহাটীত জন্ম গ্ৰহণ কৰে। উত্তৰ গুৱাহাটীৰ আউনীআটি কমলদেৱ ইন্সটিটিউচনত পঢ়ি থাকোতে উত্তৰ গুৱাহাটী ক্ৰীড়া সন্থা দলত খেলিছিল কিন্তু ১৯৮৪ চনত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰি আৰ্য্য বিদ্যাপীঠ স্কুলত নাম লগায় আৰু ১৯৮৫ চনত মেট্ৰিক পাছ কৰে। তেওঁ ১৯৮৪ চনত ৰাজবাৰী ক্লাৱ, ১৯৮৫ চনত গুৱাহাটী টাউন ক্লাৱ দলত খেলি ১৯৮৬ ৯২ লৈকে এ এছ ই বি দলত খেলে। ১৯৯৬ চনত এমেচাৰ দললৈ যায়। এই গৰাকী দীৰ্ঘ দেহী গ'ল-ৰক্ষকে ১৯৮৮ চনত চিনিয়ৰ ৰাজ্যিক দলত খেলে আৰু ১৯৮৯ চনত জাতীয়

জুনিয়ৰ দলত স্থান লাভ কৰি মস্কোগামী দলত খেলে। জাতীয় জুনিয়ৰ দলত খেলা এওঁ অসমৰ নৱমজন খেলুৱৈ।

## শাৱন থাপ্পা

১৯৯০ চনৰ সুব্ৰত কাপত আৰ্য্য বিদ্যাপীঠ স্কুলে ৰাণাৰ্ছ-আপ পাওঁতে দলৰ শাৱন থাপ্পাই "শ্ৰেষ্ঠ খেলুৱৈ"ৰ সন্মান পায়। ১৯৯১ আৰু ১৯৯২ চনত তেওঁ ভাৰতীয় স্কুল দলতো খেলে। অসম ফুটবলত অভ্যুদয় হোৱা এই প্ৰতিভাশালী ষ্টাইকাৰ গৰাকী ১৯৬৯ চনৰ ১৫ ছেপ্টেম্বৰত গুৱাহাটীৰ বীৰকুচীত জন্ম গ্ৰহণ কৰে। ১৯৯০ চনত ৰঘুনাথ চৌধুৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি আৰ্য্য বিদ্যাপীঠ উচ্চতৰ মাধ্যমিক স্কুলত ভৰ্ত্তি হয় আৰু সেই বছৰতে জুৱেল ষ্টাৰ দলৰ হৈ গুৱাহাটী প্ৰথম ডিভিজন লীগত আত্ম-প্ৰকাশ কৰে। উদ্বোধনী বছৰতে ১৩ গ'লৰে টপ্ স্কৰাৰৰ খ্যাতি অৰ্জন কৰে। ১৯৯১ চনত নৱজ্যোতি, ১৯৯২ চনত ইয়ং এমেচাৰ আৰু ১৯৯৩ চনত পুনৰ জুৱেল ষ্টাৰ দললৈ আহে। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৯৪-৯৭ লৈকে ইয়ং এমেচাৰ দলত কটায়। ১৯৯৮ চনত জুৱেল ষ্টাৰ দলত খেলোতে ১২ গ'ল কৰি পুনৰ টপ্ স্কৰাৰ হয় আৰু ১৯৯৯ চনত ডায়নামো ক্লাৱত যোগদান কৰে। ইয়াৰ অন্তৰ্গত ১৯৯৪-৯৫ মৰছুমত কলিকতাৰ পিয়েৰলেচ দলত খেলোতে চুপাৰ ডিভিজন লীগত ইষ্টবেঙ্গল আৰু মোহনবাগানৰ পিচতে তৃতীয় স্থান পায়। ১৯৯৫ চনৰ চিকিম গোল্ড কাপ ছেমি-ফাইনেলত মোহনবাগানৰ বিৰুদ্ধে খেলোতে তেওঁ আঠুত আঘাত পাই দুবছৰ খেলপথাৰৰ পৰা আঁতৰত থাকিব লগা হয়। ১৯৯১ চনতে একাউণ্টেন্ত জেনেৰেল অফিচত কৰ্মনিয়েয়াগ ঘটা শাৱন থাপ্পাই ১৯৯২, ১৯৯৪ আৰু ১৯৯৫-৯৬ চনত ৰাজ্যিক দলত খেলে।

## নৱজ্যোতি তালুকদাৰ

কামৰূপ জিলাৰ সোণাপুৰত অভ্যুদয় হোৱা মিড-ফিল্ড খেলুৱৈ নৱজ্যোতি তালুকদাৰ ১৯৭৩ চনৰ ১ ফেব্ৰুৱাৰীত জন্ম গ্ৰহণ কৰে। শাৰীৰিক দিশৰ পৰা খুউব এটা চকুতপৰা বিধৰ নহলেও টেক্নিক ও টেক্টিকেল দিশৰ

পৰা দলত জিলিকি থকা খেলুৱৈ। সোণাপুৰ উচ্চতৰ মাধ্যমিক স্কুলৰ এই ছাত্ৰ গৰাকীয়ে ১৯৮৫ চনত SAI নিৰ্বাচনী পাই গোলাঘাটৰ বেজবৰুৱা চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত ভৰ্ত্তি হয় আৰু ১৯৮৯ চনত মেট্ৰিক পাছ কৰে। তাৰ পিচতে গুৱাহাটীৰ কামৰূপ একাডেমীত ভৰ্ত্তি হৈ ১৯৯২ চনত উচ্চতৰ মাধ্যমিকৰ শেষান্তৰ পৰীক্ষাত উত্তীৰ্ণ হয়। গোলাঘাটত পঢ়ি থাকোতে নিৰ্বাচিত S·AI একাদশৰ হৈ ঢাকাত খেলিব যায়। গুৱাহাটীলৈ আহি ১৯৯১-৯৪ লৈকে এ এছ্ ই বি দলত খেলে। ১৯৯৪ চনত তেওঁৰ অধিনায়কত্বতে অসমে জাতীয় ফুটবল চেম্পিয়নশ্বিপ(২১-বছৰ অনুৰ্দ্ধ)ত ৰাণাৰ্ছ-আপ হয় আৰু সেই বছৰতে ষ্টেট বেঙ্কত কৰ্মনিয়োগ ঘটে আৰু ১৯৯৫ চনত ইয়ং এমেচাৰ ক্লাৱত যোগদান কৰে। বিশেষকৈ উল্লেখ্য ১৯৬০ চনৰ সন্তোষ ট্ৰফীৰ পিচতে দীৰ্ঘ দিনৰ অৱধিত অসম ফুটবল দলে শ্ৰেষ্ঠ ফুটবল সন্মান কঢ়িয়াই আনোতে ১৯৯৯ চনৰ নেচনেল গেমচত ফুটবলৰ ৰূপৰ পদক জয় কৰে। নৱজ্যোতি তালুকদাৰে এই সাফল্যমণ্ডিত অসম দলৰ অন্যতম সদস্য আছিল।

## ৰাজ্যিক দলত নৱজ্যোতি

ছাব জুনিয়ৰ ৰাজ্যিক দল – ১৯৮৯।

অসম স্কুল দল – ১৯৯০।

ৰাজ্যিক জুনিয়ৰ দল – ১৯৯১।

ৰাজ্যিক দল (২১-বছৰ অনুৰ্দ্ধ)– ১৯৯১, ১৯৯২, ১৯৯৩ আৰু ১৯৯৪(অধিনায়ক)।

ৰাজ্যিক চিনিয়ৰ দল – ১৯৯৩, ১৯৯৪, ১৯৯৫, ১৯৯৫-৯৬, ১৯৯৭-৯৮(সহ-অধিনায়ক), ১৯৯৮-৯৯(অধিনায়ক), ১৯৯৯-2000 আৰু ২০০১-২০০২ চন।



# ডিব্ৰুগড়ৰ ফুটবল ইতিহাস




১৮৪২ চনৰে পৰা ডিব্ৰুগড় লক্ষীমপুৰ জিলাৰ সদৰঠাই আছিল। ইংৰাজ ৰাজত্বৰ সূচনাই লক্ষীমপুৰ জিলাত গঢ়ি উঠা চাহ উদ্যোগ, লিডু আৰু ডিগবৈত আৱিষ্কৃত কয়লা আৰু তেলৰ উপৰি বনজ সম্পদৰাজি ৰপ্তানিৰ বাবে নদী বন্দৰ ডিব্ৰুগড়ৰ গুৰুত্ব তাৎপৰ্য্যপূৰ্ণ আছিল। মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত এই চহৰখনে বৃটিছ ৰাজত্বকালতে আধুনিক চহৰৰূপে গঢ় লৈ "সমভূমিৰ চিলং" উপনামৰে বিখ্যাত হৈ উঠে। বিশেষকৈ জৰ্জ স্কুলৰ খেলপথাৰখন ডিব্ৰুগড়ৰ ১ নং খেলপথাৰ আছিল। তদুপৰি গভৰ্ণমেণ্ট হাইস্কুলৰ খেলপথাৰ আৰু পুলিচ ৰিজাৰ্ভ খেলপথাৰো উল্লেখযোগ্য। বৰ্ত্তমান অসম মেডিকেল কলেজ হোৱা ঠাই ডোখৰত ঘোৰা দৌৰৰ এটা ৰেচ কৰ্ট আছিল। কিন্তু ১৯৫০ চনৰ বৰ ভূঁইকঁপৰ পিচৰে পৰা "Gate way of Upper Assam" ডিব্ৰুগড় চহৰৰ স্বকীয় ঐতিহ্য হ্ৰাস পায়। চহৰৰ এটা অংশ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যায়। দেখা যায় সুদূৰ পূৰ্বাঞ্চলৰ ক্ৰীড়া অগ্ৰগতিত ডিব্ৰুগড়ৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ আছিল। বৃটিছ ৰাজত্বকালতে ডিব্ৰুগড়ত আধুনিক ক্ৰীড়া সভ্যতাই গা কৰি উঠে। ১৯১৮ চনত ডিকগড় স্পৰ্টছ এছ'চিয়েচন প্ৰতিষ্ঠা হয়। প্ৰতিষ্ঠাপক সভাপতি আছিল **প্ৰফুল্ল চেটাৰ্জী** আৰু সম্পাদক **চাইফুদ্দিন আহমেদ**। এইখিনিতে উল্লেখ্য ডিব্ৰুগড় ক্ৰীড়া সন্থা অসমৰ সবাতোকৈ পুৰণি ক্ৰীড়া সংগঠন। বিশেষকৈ উজনি অসমৰ ক্ৰীড়া প্ৰতিভাসমূহক গঢ়ি-পিটি চূড়ান্ত ৰূপ দিয়া ডিব্ৰুগড় টাউন ক্লাৱৰ প্ৰতিষ্ঠাও ১৯১৮ চনত। তদুপৰি প্লেণ্টাৰ্ছ ষ্টৰ্ছ, পাইওনিয়াৰ্ছ ক্লাৱ, খলিহামাৰি ক্লাৱ, পাঁচআলি ক্লাৱ, ডিব্ৰুগড় ৰেলৱে ৱৰ্কশ্বপ আদি দল গঢ় লৈ উঠে। বিশেষকৈ জৰ্জ স্কুল, ডিব্ৰুগড় গৱৰ্ণমেণ্ট হাইস্কুল, অসম মেডিকেল কলেজ, কানৈ কলেজ আদিৰ ফুটবল দলসমূহৰো ভূমিকা গুৰুত্বপূৰ্ণ। ১৯২৬ চনৰ পৰা ওচমান শ্বিল্ড ফুটবল প্ৰতিযোগিতাৰ শুভাৰম্ভ কৰোঁতে অসমত প্ৰথমবাৰৰ




ঠিয় হৈ বাঁওফালৰ পৰা - টি. এম. স্মিথ, বিয়াচত আলি, ডাঃ দাসগুপ্ত(সৰু), ভক্ত বাহাদুৰ ছেত্ৰী, সাধন ৰয়। মাজৰ শাৰী - গোপেশ দাস, এ. ৰয়, জামাল হুছেইন(অধিনায়ক), শৰৎ দত্ত। তলৰ শাৰী - দিল বাহাদুৰ ছেত্ৰী, ছবিফুল হুছেইন।

বাবে দৰ্শকৰ প্ৰৱেশপত্ৰ ব্যৱস্থা কৰে। এইখন অসমৰ সবাতোকৈ পুৰণি ফুটবল প্ৰতিযোগিতা। ১৯৬৫ চনত গঢ় লোৱা মিলনজ্যোতি সংঘৰ ভূমিকাও প্ৰশংসনীয়।

১৯৫০ চনত ডিব্ৰুগড় স্পৰ্টছ এছ'চিয়েচনখন জিলা ক্ৰীড়া সন্থালৈ ৰূপান্তৰিত হয় আৰু নতুন সংবিধান গ্ৰহণ কৰে। নৱ গঠিত সন্থাৰ সভাপতি আছিল—এম. চুলতান আৰু সম্পাদক জে. এন. চক্ৰৱৰ্তী। অসম ফুটবলত ডিব্ৰুগড় জিলা দল আদিৰে পৰা শক্তিশালী প্ৰতিদ্বন্দ্বীৰূপে অৱতীৰ্ণ হৈছিল। বিশেষকৈ ১৯৫২ আৰু ১৯৫৩ চনত ডিব্ৰুগড় দলে আন্তঃ জিলা খিতাপ জয় কৰে। ইয়াৰ পিচতো ডিব্ৰুগড়ে ছবাৰ এই প্ৰতিযোগিতাত চূড়ান্ত বিজয়ী হৈছে। ডিব্ৰুগড় জিলা দলৰ পৰা ৰাজ্যিক দলত স্থান পোৱা প্ৰথম খেলুৱৈ দুগৰাকী হ'ল – ডাঃ শৈলেন্দু দাসগুপ্ত আৰু পদ্মধৰ নেওগ (১৯৪৯)। তাৰ পিচতে ছফিকূল হুছেইন, প্ৰসন্ন ৰাজখোৱা, ভক্ত বাহাদুৰ ছেত্ৰী, সদা চৌধুৰী, ডাঃ সুধেন্দু দাসগুপ্ত, জামাল হুছেইন, বগা দাস, দিল বাহাদুৰ ছেত্ৰী, কনক বুঢ়াগোহাঁই, ডাঃ শৰৎ দত্ত, ৰহিয়া বিশ্বাস, ডাঃ মদন সোণোৱাল, নিহাৰ নাগ, মহেন্দ্ৰ গঁগৈ, চামচুল হুছেইন, খনিন শেনচোৱা, দীপক বেনাৰ্জী, প্ৰফুল্ল শৰ্মা, অমলেন্দু ধৰ, সুবোধ চৌধুৰী, টচেন বড়া, অমল ফুকন, বিমল বৰুৱা, ডম্বৰু খনিকৰ, জীৱন বৰুৱা, ৰেৱতী ফুকন, উমেশ গঁগৈ, পৰেশ কাকতি, বিজয় গঁগৈ, গণেশ ৰায়, জিতেন গঁগৈ, ৰজনী ফুকন আদিয়ে খেলে। ৰাজ্যিক দলত স্থান নেপালেও ডিব্ৰুগড় জিলা

**দুলাল হাজৰিকা**



*জন্মস্থান গুৱাহাটী। ১৫ অক্টোবৰ ১৯২২ চন। ১৯৪০ চনত মেট্ৰিক পাছ কৰি ১৯৫০-ৰ পৰা ডিব্ৰুগড় ক্ৰীড়া সন্থাৰ সৈতে জড়িত হৈ পৰে। ১৯৫১ চনত অসম ফুটবল সন্থাৰ সহকাৰী সম্পাদক হয়। অবৈতনিক সম্পাদক অসম ৰেফাৰী বৰ্ড(১৯৫২ -১৯৫৪)। অসম ফুটবল সন্থাৰ অবৈতনিক সম্পাদক (১৯৫৫-১৯৫৮) আৰু উপ-সভাপতি আছিল (১৯৬১-১৯৮১)।*

**ফটিক চন্দ্ৰ গগৈ**

*আঙুলি মূৰত লেখিব পৰা কেইটা গৰাকী মান ক্ৰীড়া সংগঠকে একক প্ৰচেষ্টাৰে ক্ৰীড়া পৰিবেশ গঢ়াৰ উপৰি সংখ্যাধিক খেলুৱৈ উদ্ভাৱনত সক্ষম হোৱা দেখা যায়। এই ক্ষেত্ৰত নাহৰকটিয়াৰ ফটিক চন্দ্ৰ গগৈ আমাৰ ক্ৰীড়া পৰ্দাত ভাহি উঠে। এনেধৰণৰ কৃতিত্ব আমাৰ বাবে এক নজিৰ স্বৰূপ। প্ৰায় সকলো খেলতে পাৰ্গত ফটিক চন্দ্ৰ গগৈয়ে স্বকীয় ক্ৰীড়া একাগ্ৰতা আৰু কঠোৰ পৰিশ্ৰমৰ ফলস্বৰূপে ক্ষুদ্ৰ চহৰ নাহৰকটিয়াক এক উৰ্বৰ ক্ৰীড়াভূমিলৈ পৰিণত কৰে। যাৰফলস্বৰূপে নাহৰকটিয়াৰ ক্ৰীড়া ইতিহাসত সোণালী আখৰে লিখা থাকিব এটা নাম — ফটিক চন্দ্ৰ গগৈ। জন্ম ১৯১৬ চন। স্থান নাহৰকটিয়াৰ জয়পুৰ। তিনিচুকীয়াৰ চেনাইৰাম স্কুলৰ পৰা প্ৰথম বিভাগত এম. ই. (১৯৩০), ডিব্ৰুগড় জৰ্জ স্কুলৰ পৰা প্ৰথম বিভাগত মেট্ৰিক (১৯৩৪), ১৯৩৬ চনত কটন কলেজত পঢ়ি আই. এছ চি. আৰু ১৯৩৮ চনত ডিচটিংচনসহ বি. এ. ডিগ্ৰী লয়। সেইবছৰতে মাত্ৰ ১১জন ছাত্ৰক লৈ নাহৰকটিয়া হাইস্কুল আৰম্ভ কৰে আৰু এই হাইস্কুলেই বৰ্ত্তমানৰ নাহৰকটিয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়। তেওঁৰ ঐকান্তিক প্ৰচেষ্টাতে নাহৰকটিয়াত পঢ়া-শুনাৰ লগতে এটা সুস্থ ক্ৰীড়া পৰিবেশ গঢ় লৈ উঠি ভালে সংখ্যাক এথলীট, ফুটবল আৰু ভলীবল খেলুৱৈৰ জন্ম দিয়ে। সত্তৰ দশকত স্কুলৰ প্ৰধান অধ্যক্ষৰূপে অৱসৰ লোৱা চিৰকুমাৰ ফটিক চন্দ্ৰ গগৈক "God father of Naharkatia Sports" আখ্যা দিব পাৰি। ফটিক চন্দ্ৰ গগৈয়ে ২০০০ চনৰ ২৫ মাৰ্চ তাৰিখে নাহৰকটিয়াৰ ওচৰৰ হিন্দু গাঁৱত শেষ নিঃশ্বাস ত্যাগ কৰে।*

দলত অভ্যুদয় হোৱা প্ৰতিভাশালী খেলুৱৈসকল – গোপেশ দাস, কুলৰঞ্জন বৰুৱা, বাইৰণ, চি. এম. স্মিথ, সাধন ৰায়, ৰিয়াচত আলি, কৃষ্ণ বাহাদুৰ ছেত্ৰী, চক্ৰপাণি ৰায়, হাৰাণ পুৰুকায়স্থ, আলোক শৰ্মা, ভোলানাথ বৰা, বদন মেচ, নবীন মাহাতো, ক্ষীৰোদ ৰাজখোৱা আদি উল্লেখযোগ্য। গুৱাহাটী বিশ্ববিদ্যালয় দলত নিৰ্বাচন পোৱা প্ৰথম খেলুৱৈ – ডাঃ শৈলেন্দু দাসগুপ্ত, কুলৰঞ্জন বৰুৱা আৰু ডাঃ শৰৎ দত্ত (১৯৫০)। ডিব্ৰুগড় জিলাৰ অন্তৰ্গত নাহৰকটিয়াত ভালে সংখ্যক প্ৰতিভাসম্পন্ন খেলুৱৈৰ অভ্যুদয় হৈছে। ইয়াৰ ভিতৰত জ্ঞান শইকীয়া, ক্ষীৰেশ্বৰ হাজৰিকা, অতুল সোণোৱাল, পঞ্চ সোণোৱাল, টচেন বড়া, বিজয় গগৈ, উমা সোণোৱাল, পৰেশ কাকতি, কাজল হাজৰিকা আদি উল্লেখযোগ্য। নাহৰকটিয়াৰ দৰে ক্ষুদ্ৰ চহৰত খেলুৱৈ উদ্ভাৱনত সংগঠক ফটিক চন্দ্ৰ গগৈৰ নামটো স্মৰণীয় হৈ ৰব।

অসম ৰাজ্যিক জুনিয়ৰ দলতো ডিব্ৰুগড়ৰ বহু সংখ্যক খেলুৱৈয়ে স্থান লাভ কৰিবলে সক্ষম হৈছে। ইয়াৰ ভিতৰত ১৯৬২ চনত ১ম জুনিয়ৰ

নেচনেল খেলিবলৈ যোৱা অসম ফুটবল দলৰ অধিনায়ক আছিল দীপক বেনাৰ্জী । তদুপৰি ১৯৬৯ চনত অসম স্কুল দলে সুবোধ চৌধুৰীৰ অধিনায়কত্বতে নেচনেল স্কুল গেমচত ফুটবলৰ স্বৰ্ণপদক জয় কৰে । ১৯৮৭ চনত পাতনি মেলা ইন্দু হাজৰিকা সোঁৱৰণী আন্তঃ জিলা স্কুল ফুটবল টুৰ্ণামেণ্ট(১৯-বছৰ অনুৰ্দ্ধ)ত ডিব্ৰুগড় জিলা স্কুল দলে কোকৰাঝাৰক ৩-১ গ'লত পৰাভূত কৰি চেম্পিয়ন হয় । ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবলতো ডিব্ৰুগড় জিলা দলে চাৰিবাৰ চূড়ান্ত বিজয়ী হৈছে । দেখা যায় ডিব্ৰুগড় জিলাৰ গৰিষ্ঠ সংখ্যক খেলুৱৈ ডিব্ৰুগড় টাউন ক্লাবৰ পৰা অভ্যুদয় হৈছে । ১৯৫১ চনত ডিব্ৰুগড় টাউন ক্লাৱে স্বাধীনতা দিৱস কাপ জয় কৰে । তদুপৰি মাৰ্ঘেৰিটাৰ ইণ্ডিয়া ক্লাৱে ১৯৫৫ চনত মণিপুৰৰ ছাৰ চূড়াচন্দ শ্বিল্ড জয় কৰি প্ৰথমবাৰৰ বাবে এই ট্ৰফী মণিপুৰৰ বাহিৰৰ দলে জয় কৰাৰ কৃতিত্ব আৰ্জে । ইণ্ডিয়া ক্লাৱৰ খেলুৱৈসকল– শিৱ থাপ্পা, খোকন দত্ত; ৰোহিণী নেওগ, যাদৱ দত্ত; নিজামুদ্দিন আহমেদ, দিল বাহাদুৰ ছেত্ৰী, ৰূপেশ্বৰ শইকীয়া; অজয় সূত্ৰধৰ, অকমান আলি, ৰবি বৰ্মণ, নীল গগৈ, কনক বুঢ়াগোহাঁই, জেমচ, হৰিপ্ৰসাদ দত্ত, পৰিতোষ ভট্টাচাৰ্য্য আদি । প্ৰথম আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতা ১৯৫২ চনত সূচনা হওঁতে অসম মেডিকেল কলেজ চেম্পিয়ন হয় । চেম্পিয়ন দলৰ খেলুৱৈসকল – সুধেন্দু দাসগুপ্ত, ই. লিংডু, এছ. কলিতা, ভি. খেৰকটিয়া, এ. শৰ্মা, এছ. দত্ত, পি. গোস্বামী, আৰ. বৰুৱা, এইচ. ধৰ, এছ. ৰহমান, শৰৎ দত্ত আদি । ইয়াৰ পিচতো কানৈ কলেজে ১৯৫৮ আৰু ১৯৬৪ চনত এই খিতাপ জয় কৰিবলে সক্ষম হৈছিল । তদুপৰি ১৯৬৫ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হওঁতে ১৯৬৭ চনত আয়োজন কৰা প্ৰথম আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত কানৈ কলেজ চেম্পিয়ন হয় । বিজয়ী কানৈ কলেজ


ৰতিক চন দত্ত



ফটো জীৱন সোণোৱালৰ সৌজন্যত

আন্তঃ কলেজ ফুটবল বিজয়ী কানৈ কলেজ দল ১৯৬৭

দলৰ খেলুৱৈসকল – এ. মজুমদাৰ, বিশ্ব দাস, ভবানন্দ চেতিয়া, বাদল পাল, টুপীধৰ গোহাঁই, টচেন বড়া (অধিনায়ক), মণি শৰ্মা, জীৱন সোণোৱাল, এছ্‌. ঘোষ, এম. শইকীয়া, আৰ. চৌধুৰী আদি। ডিব্ৰুগড় টাউন ক্লাবৰ পিচতে অসমৰ পূব প্ৰান্তত মূৰ দাঙি উঠা ফুটবল দলটো হ'ল – অইল ইণ্ডিয়া একাদশ। ষাঠি দশকৰ পাতনিতে তেল নগৰী দুলীয়াজানত অইল ইণ্ডিয়া লিমিটেডে এই দল গঠন কৰি অসম ফুটবলত সন্ত্ৰাস সৃষ্টি কৰি আহিছে যাৰ ফলত ভালে সংখ্যক প্ৰতিভাশালী খেলুৱৈৰ কৰ্ম নিয়োগ ঘটে। প্ৰথম অৱস্থাত দলত জিলিকি থকা প্ৰতিভাশালী খেলুৱৈসকল হাৰাণ পুৰুকায়স্থ, খনিন শেনচোৱা, নিহাৰ নাগ, প্ৰফুল্ল শৰ্মা, চামচুল হুছেইন, চক্ৰপাণি ৰায়, তাপচ ঘোষ, চঞ্চল গুহ, সাধন ৰায় আদি বিশেষভাৱে উল্লেখনীয়। সেই সময়ত অইল ইণ্ডিয়া দলে অসম ফুটবলত বিশেষ সুনাম অৰ্জন কৰিব নোৱাৰিলেও অসমৰ সকলোবোৰ প্ৰতিযোগিতাত যোগদান কৰি ষ্টাইলিষ্ট ফুটবল দলৰূপে পৰিচিত হয়। ইতিমধ্যে ১৯৬৩ চনত গঠন হোৱা নামৰূপৰ থাৰ্মেল ক্লাব শক্তিশালী দলৰূপে পৰিগণিত হোৱাত অইল ইণ্ডিয়া দলে উজনি অসমৰ সকলোবোৰ টুৰ্ণামেণ্টতে পৰাজয় বৰণ কৰিব লগা হয়। সেই সময়ত থাৰ্মেল দলত খেলা খেলুৱৈসকল – চেনিৰাম গগৈ, ক্ষীৰোদ হাজৰিকা, প্ৰদীপ গগৈ, বদন মেচ, ফজল হক, ক্ষীৰোদ ৰাজখোৱা, ৰাজেন বৰুৱা, যোগেশ দাস, ফিৰোজ আহমেদ, ভোলানাথ বৰা, মহেন্দ্ৰ বৈশ্য, ধীৰাজ ৰয়, জগদীশ শীল, ডম্বৰু খনিকৰ, অৰুণ বৰঠাকুৰ, মাখন দত্ত, নবীন মাহাতো আদি। কিন্তু পিচৰ বছৰ ফজল হক আৰু অৰুণ বৰঠাকুৰক অইল ইণ্ডিয়া দলে লৈ যায়। ফলত থাৰ্মেল দল কিছু দুৰ্বল হৈ পৰে। ১৯৬৮ চনত থাৰ্মেল ক্লাবে মণিপুৰৰ ছাৰ চূড়াচন্দ শ্বিল্ডত ৰাণাৰ্চ-আপ পায়। আনহাতে অইল ইণ্ডিয়া দল ফজল হক আৰু অৰুণ বৰঠাকুৰৰ উপৰি বহু উদীয়মান খেলুৱৈৰে পুষ্ট হৈ অসম ফুটবলত ত্ৰাসৰ সৃষ্টি কৰি সকলোবোৰ ট্ৰফী জয় কৰে। বিশেষকৈ ১৯৭৭ চনৰ ডি চি এম ট্ৰফী ফুটবলত ইষ্টবেঙ্গল দলক ১-০ গ'লত পৰাভূত কৰি তোলপাৰ লগায়। তেতিয়া অইল দলত খেলা খেলুৱৈসকল – দিলীপ গগৈ, ফজল হক,



ফটো প্ৰদীপ গগৈৰ সৌজন্যত

**ষাঠি দশকৰ নামৰূপ থাৰ্মেল দল**

ঠিয় হৈ বাঁওফালৰ পৰা - নবীন মাহাতো, জগদীশ শীল, মাখন দত্ত, ফইজোৰ আহমেদ, অৰুণ বৰঠাকুৰ, ভৰত বৰুৱা, ফজল হক। বহি - ৰাজেন বৰুৱা, প্ৰদীপ গগৈ, ধীৰেন ভাগৱতী, ক্ষীৰোদ হাজৰিকা, বদন মেচ, যোগেশ দাস, ধীৰাজ ৰয়, (ফটোত ডম্বৰু খনিকৰ আৰু ক্ষীৰোদ ৰাজখোৱা নাই)।


ত্ৰিদিপ খাউণ্ড


থগিত সোণোৱাল


ভীমকান্ত সোণোৱাল


ভাস্কৰ গগৈ


বিজু গগৈ


ৰাতুল সোণোৱাল



**অইল ইণ্ডিয়া দল ১৯৭৬** ফটো ডম্বৰু খনিকৰৰ সৌজন্যত

ঠিয় হৈ বাঁওফালৰ পৰা - অৰুণ বৰঠাকুৰ, হৰেন্দ্ৰ সিং, মুকুল চাৰাৰ্ছ, ফজল হক, সুবোধ চৌধুৰী, বদৰুদ্দিন আহমেদ, অমল ফুকন, আৰ. চক্ৰবৰ্ত্তী (মেনেজাৰ), নৰেন শইকীয়া, সুৰেন বৰদলৈ, উমেশ গগৈ। বহি - বিমল বৰুৱা, মতিউৰ ৰহমান, দীজেন ডেকা, ৰমেশ ফুকন, ডম্বৰু খনিকৰ, ৰেৱতী ফুকন, খনিন নেওগ।

সুবোধ চৌধুৰী, বিমল বৰুৱা, ৰজত বৰদলৈ, স্বাধীন ডেকাৰজা, ডম্বৰু খনিকৰ, উমেশ গগৈ, অমল ফুকন, ৰেৱতী ফুকন, ৰমেশ ফুকন আদি। পৰৱৰ্ত্তীকালত অইল দলে তেনে গুৰুত্বপূৰ্ণ ভূমিকা লব পৰা নাই যদিও ২০০২ স্বাধীনতা দিৱস কাপৰ কোৱাৰ্টাৰ-ফাইনেল লীগত ইষ্টবেঙ্গলক ১-০ আৰু ছেমি-ফাইনেলত মহমেডান স্পৰ্টিঙক ২-১ গ'লত পৰাভূত কৰি অসম ফুটবলত তোলপাল লগায়।

ডিব্ৰুগড় জিলাত সংগঠকৰূপে জিলিকি থকা ব্যক্তি কেইগৰাকী হ'ল-- **দুলাল হাজৰিকা, অনিল চৌধুৰী , নিপেন ঠাকুৰ, জেহেৰুল হক আৰু ৰফিউৰ ৰহমান।** দুলাল হাজৰিকা ১৯৫৫-৫৮ লৈকে অসম ফুটবল সন্থাৰ সম্পাদক আছিল। আনহাতে প্ৰাক্তন জিলা খেলুৱৈ ৰফিউৰ ৰহমান ওৰফে 'ধেনু' অসম ফুটবলৰ পৰিচিত নাম। আন এগৰাকী সংগঠক তথা ৰেডিঅ চলন্ত বিৱৰণী দিওঁতা মনোজ পাত্ৰ-ৰ লগতে ক্ষীৰেশ্বৰ গগৈৰ নামটোও উল্লেখনীয়। ডিব্ৰুগড় জিলাৰ অন্তৰ্গত জয়পুৰত ১৯৯২ চনত প্ৰতিষ্ঠা কৰা "দি ফুটবল স্কুল"ৰ মুখ্য সংগঠক তথা পৰিচালকসকল হ'ল টচেন বড়া, ৰমেশ ফুকন আৰু গোপাল পাল। এইখিনিতে উল্লেখ্য ১৯৯৬ চনত বাঙ্গালোৰত ফিফাৰ দ্বাৰা আয়োজিত Coaches Training – Advance-ত ভাৰতৰ নিৰ্বাচিত ৫৩ গৰাকীৰ ভিতৰত টচেন বড়াও আছিল। সেই বছৰ তেওঁ সন্তোষ ট্ৰফী খেলিবলৈ যোৱা অসম দলৰ প্ৰশিক্ষক আছিল। বিশেষকৈ ১৯৯৭ চনত অসম স্কুল দলে তেওঁৰ প্ৰশিক্ষণতে নেচনেল স্কুল গেমছত স্বৰ্ণপদক জয় কৰে।



চৈয়দ আবিদ ইমাম

# ৰফিউৰ ৰহমান(ধেনু)

অসম ফুটবলত "ধেনু" নামেৰে ৰফিউৰ ৰহমান এটা জাকত জিলিকা ক্ৰীড়া চৰিত্ৰ। তেওঁ ১৯২৪ চনত ডিব্ৰুগড়ৰ এটা সাধাৰণ ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰে আৰু ১৯৪২ চনত ডিব্ৰুগড় চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। সপ্তমমান শ্ৰেণীৰ পৰা স্কুল আৰু জিলা দলত খেলাৰ সুযোগ লাভ কৰে আৰু ১৯৪১ চনত যোৰহাটত অনুষ্ঠিত উজনি অসম স্কুল টুৰ্ণামেণ্টৰ ফাইনেলত যোৰহাট খৃষ্টান মিছন স্কুলৰ সন্মুখীন হয়। এই খেল তিনি দিন ড্ৰ থাকে। ইতিমধ্যে দ্বিতীয় মহাসমৰৰ সূত্ৰপাতে খেলা-ধুলা প্ৰায় বন্ধ হৈ যায়; কিন্তু প্লেণ্টাৰ্ছ ষ্টৰ নামৰ ডিব্ৰুগড়ৰ এটা নতুন দলত খেল অব্যাহত ৰাখোতে ভালে সংখ্যক ইউৰোপীয় দলৰ বিৰুদ্ধে খেলাৰ সুযোগ পায়।

১৯৪৫ চনৰ পৰা ডিব্ৰু কলেজ দলৰ হৈ অংশ গ্ৰহণ কৰে। ইয়াৰ লগে লগে নিষ্ক্ৰিয় ডিব্ৰুগড় টাউন ক্লাৱক পুনৰ জীৱিত কৰাত তেওঁৰ অৱদান অৱিস্মৰণীয়। সেইসময়ত ডিব্ৰুগড় টাউন ক্লাৱ এটা নামজ্বলা দল আছিল আৰু ১৯৩৮-৫৫ লৈকে এই দলত খেলোতে মাত্ৰ এবছৰ (১৯৫১) আঘাত পোৱা বাবে খেল স্থগিত ৰাখে। ফৰোৱাৰ্ডৰ এই বেগী খেলুৱৈ গৰাকী অব্যৰ্থ হেডিং আৰু উভয় ভৰিৰ বল নিয়ন্ত্ৰণত দক্ষ আছিল।

জিলা দলক নিয়মিত প্ৰতিনিধিত্ব কৰা ৰফিউৰ ৰহমানে ১৯৫০ চনত ৰাজ্যিক দলত স্থান লাভ কৰিছিল কিন্তু সন্তোষ ট্ৰফী খেলিবলৈ যোৱাৰ আগমুহূৰ্ত্তত শিলচৰৰ খেলুৱৈদ্বয় টিটো মজুমদাৰ আৰু উমেশ কৰৰ অন্তৰ্ভুক্তিত ৰফিউৰ ৰহমানৰ নাম বাদ পৰে। ১৯৫৬ চনত যোৰহাটত যোৰহাট একাদশৰ পক্ষে মোহনবাগানৰ বিৰুদ্ধে খেলাৰ সুযোগ পায় আৰু ইয়াৰ পিচতে তেওঁ ফুটবলৰ পৰা অৱসৰ লয়।

ৰফিউৰ ৰহমানে খেলুৱৈ তথা সংগঠকৰূপে যি বৰঙণি আগবঢ়াই গ'ল এয়া সঁচাকৈয়ে এক নজিৰ হৈ ৰব। তেওঁ ১৯৪৪-৬৩ লৈকে খেল পৰিচালনা কৰি নিজকে অসমৰ খ্যাতনামা ৰেফাৰীৰূপে চিহ্নিত কৰে। ১৯৭৬-৮২ লৈকে ৰাজ্যিক ক্ৰীড়া সন্থা আৰু ১৯৬৫-৮২ লৈকে জিলা ক্ৰীড়া সন্থাৰ বাছনি কমিটিৰ সভাপতি পদত থাকে। ১৯৮৮ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। এই গৰাকী খ্যাতনামা সংগঠকে ১৯৯৭ চনৰ ২০ ডিচেম্বৰত ডিব্ৰুগড়ৰ এখন নাৰ্ছিং হোমত শেষ নিঃশ্বাস ত্যাগ কৰে। ☐☐

# প্ৰসন্ন ৰাজখোৱা



প্ৰসন্ন ৰাজখোৱা অসম ফুটবলৰ এটা লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰ। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৭০ কিলোগ্ৰাম ওজনৰ দৰ্শনীয় চেহেৰাৰ খেলুৱৈয়ে ৰাইট-ফুল-বেক্ৰূপে ফলপ্ৰসূ ফুটবল খেলিছিল।

প্ৰসন্ন ৰাজখোৱা ১৯২১ চনৰ ২১ ডিচেম্বৰত ডিব্ৰুগড়ৰ নতুন টেকেলা গাঁৱত জন্ম গ্ৰহণ কৰে। খেতিয়ক পৰিয়ালৰ মুঠ সাতজন(৪ জন ল'ৰা আৰু ৩ জনী ছোৱালী)ৰ এওঁ চাৰি নং সন্তান। ডিব্ৰুগড় গভৰ্ণমেণ্ট হাইস্কুলত দশমমানলৈকে পঢ়ি ১৯৪২ চনত ইণ্ডিয়ান এয়াৰ ফৰ্ছত যোগদান কৰে। ডিব্ৰুগড় টাউন ক্লাৱৰ এই ফুটবলাৰে ৰয়েল এয়াৰ ফৰ্ছ দলত স্থান লাভ কৰি বিশ্বৰ বিভিন্ন ঠাইত খেলে—কৰাচী আৰু জিৱানি (পাৰস্য)। বৃটিছ এয়াৰ ফৰ্ছ ফুটবল দলত প্ৰসন্ন ৰাজখোৱাৰ বাহিৰে সকলো শ্বেতাঙ্গ খেলুৱৈ আছিল। এই খিনিতে তেওঁৰ ফুটবলৰ মানদণ্ড সন্দৰ্ভত এটা অনুমান কৰিব পাৰি।

প্ৰসন্ন ৰাজখোৱাই ১৯৪৭ চনত এয়াৰ ফৰ্ছৰ পৰা প্ৰত্যাৱৰ্ত্তন কৰি পুনৰ ডিব্ৰুগড় টাউন ক্লাৱত খেলিবলৈ লয়। ১৯৫১ চনত তেওঁৰ অধিনায়কত্বতে স্বাধীনতা দিৱস কাপ জয় কৰে। তদুপৰি ১৯৪৯-৫২ লৈকে চাৰিবাৰ ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা খেলি শেষবাৰ তেওঁৰ অধিনায়কত্বতে চেম্পিয়নশ্বিপ কঢ়িয়াই আনে। সেই বছৰ তেওঁ ৰাজ্যিক দলতো নিৰ্বাচন লাভ কৰে। এইখিনিতে উল্লেখ্য তেওঁক ১৯৪৯ চনতো ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ কৰিছিল। ডিব্ৰুগড়ৰ প্ৰখ্যাত লেফ্ট-আউট **গোপেশ দাসৰ** মতে, "পৰিষ্কাৰ ফুটবল খেলা প্ৰসন্ন ৰাজখোৱা ৰক্ষণ বিভাগত ৱালৰ দৰে আছিল।" ১৯৫৩ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ লয়। ১৯৮৯ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। প্ৰসন্ন ৰাজখোৱাই ১৯৯৯ চনৰ ২৫ ডিচেম্বৰত চাইকেলৰে গৈ থাকোতে মাৰুতী গাড়ীয়ে খুন্দিয়াই তেওঁৰ প্ৰাণ নাশ কৰে, স্থান ডিব্ৰুগড়। ◻◻

# পদ্মধৰ নেওগ

অসম ফুটবলত অভ্যুদয় হোৱা শক্তিশালী চেণ্টাৰ-হাফ্সকলৰ ভিতৰত পদ্মধৰ নেওগক নিঃসন্দেহে শীৰ্ষস্থানত বহুৱাব পাৰি। পদ্মধৰ নেওগ অসম ফুটবলত ·পদ্ম নেওগ নামেৰে সৰ্বজন বিদিত। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ, ৬৯ কিলোগ্ৰাম ওজনৰ সুস্বাস্থ্যবান দুৰ্দ্ধৰ্ষ ফুটবলাৰে স্বকীয় বুদ্ধিদীপ্ত খেলেৰে অসম ফুটবলত বিশিষ্ট স্থান অধিকাৰ কৰি গৈছে। তেওঁৰ সন্দৰ্ভত ত্ৰিশ-চল্লিশ দশকৰ প্ৰখ্যাত ফুটবলাৰ প্ৰভাত হাজৰিকাৰ মন্তব্য, "অসমৰ অদ্বিতীয় চেণ্টাৰ-হাফ্, পদ্ম নেওগৰ খেল ব্ৰেইনি আৰু কন্‌ষ্ট্ৰাকটিভ্।" সেইদৰে ১৯৫২ ৰাজ্যিক দলৰ গ'লৰক্ষক গোবিন্দ কলিতাৰ ভাষাত, "দৃঢ় (solid) চেণ্টাৰ-হাফ্, পদ্ম নেওগক ক্ৰছ কৰা কঠিন।" ১৯৫১ আন্তঃ জিলা বিজয়ী গুৱাহাটী দলৰ অধিনায়ক দুৰ্গা চৌধুৰীৰ মন্তব্য, "সেই সময়ৰ নামী চেণ্টাৰ-হাফ্, ষ্ট্ৰং এণ্ড ষ্টাউট শৰীৰৰ ফিট্ ফুটবলাৰ বিশেষকৈ বল ডিচট্ৰিবিউচন অনুপম।" ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে, "ব্ৰেইনি আৰু পৰিশ্ৰমী ফুটবলাৰ পদ্ম নেওগৰ ফিদিং খুউব ভাল উপৰি সোঁ-ভৰিৰ চোৱাৰ্ভিং শুটাৰ।"

পদ্মধৰ নেওগে ১৯২৪ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। ডিব্ৰুগড় খনিকৰ চাহ বাগিচাৰ হেড্ ক্লাৰ্ক বিষ্টুৰাম নেওগ(চাৰি গৰাকী ছোৱালী আৰু এজন ল'ৰা)ৰ সৰ্ব কনিষ্ঠ সন্তান। পঢ়া-শুনাৰ পাতনি ডিব্ৰুগড় জৰ্জ হাইস্কুলত কিন্তু শেষ তিনিটা শ্ৰেণী পাব্লিক হাইস্কুলত অতিবাহিত কৰোঁতে মাত্ৰ দশমমানলৈকে পঢ়ি শিক্ষা সামৰে। ছাত্ৰাৱস্থাতে ডিব্ৰুগড় পল' ফিল্ডত বৃটিছসকলৰ ফুটবল খেলে তেওঁক দকৈ আকৃষ্ট কৰে। পাব্লিক হাইস্কুল দলৰ অতিৰিক্ত খেলুৱৈৰূপে থাকোতে — ডিব্ৰু ৰেলৱেৰ বিৰুদ্ধে তেওঁক ৰাইট-হাফ্ পজিচনত নমায়। সুন্দৰ খেলৰ ফলস্বৰূপে তেওঁ স্কুল দলৰ নিয়মীয়া খেলুৱৈ হৈ পৰে আৰু সেই বছৰতে যোৰহাটত স্কুল টুৰ্ণামেণ্ট খেলে। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত ডিব্ৰুগড় নানান দেশীয় সৈন্যৰে ভৰি পৰে। স্থানীয় খেলসমূহ বন্ধ হ'ল যদিও সৈন্যসকলৰ মাজত খেল অব্যাহত আছিল। ইতিমধ্যে এজন বৃটিছে প্লেণ্টাৰ্চ ষ্টাৰ নামে এটা দল গঠন কৰিছিল আৰু পদ্ম নেওগো এই দলত আছিল। সেই সময়তে ইটালিয়ান, বৃটিছ, স্কটিছ খেলুৱৈৰ ক্ৰীড়া পাৰদৰ্শিতাই তেওঁক দকৈ আকৃষ্ট কৰে আৰু সেইকালৰ পাবাৰ ফুটবল খেলিবলৈ যত্নপৰ হওঁতে শৰীৰ চৰ্চাতো মনোনিবেশ কৰে। পদ্ম নেওগে ব্ৰহ্মপুত্ৰৰ বালিত ৰেষ্টলিং অভ্যাস কৰাৰ উপৰি কোৰৰ নালত বল মাৰি শুটিং অভ্যাস

কৰিছিল। তেওঁৰ মতে পাৱাৰ ফুটবল খেলিবলৈ ৰেষ্টলিং এজন খেলুৱৈৰ পক্ষে অতি আৱশ্যক। ১৯৪৪ চনত তেওঁ ডিব্ৰুগড় ৰেলৱেত যোগদান কৰি অসম ৰেলৱেৰ এজন চকুতপৰা খেলুৱৈৰূপে জিলিকি উঠে।

১৯৪৯ চনৰ আন্তঃ জিলা ফুটবলত ডিব্ৰুগড়ে প্ৰথম যোগদান কৰিয়ে ছেমি-ফাইনেল পায়। পদ্ম নেওগো দলত আছিল। ডিব্ৰুগড়ে উদ্যোক্তা নগাঁৱৰ হাতত পৰাভূত হৈ বিদায় লব লগা হয়। সেইবছৰ ৰাজ্যিক দলত ডিব্ৰুগড় জিলাৰ দুজন খেলুৱৈয়ে নিৰ্বাচন পায়— ৰাইট-হাফ্ পদ্ম নেওগ আৰু গ'লৰক্ষক ডাঃ শৈলেন্দু দাসগুপ্ত। পদ্ম নেওগে অসম ৰেলৱেৰ পক্ষে খেলি ১৯৫০ চনত আন্তঃ জিলা চেম্পিয়ন হয়। যোৰহাটত অনুষ্ঠিত ফাইনেলত শিৱসাগৰক ২-০ গ'লত পৰাভূত কৰে। খেলখন প্ৰথম দিনা ১-১ গ'লত অমীমাংসিত আছিল। অসম ৰেলৱেত খেলোতে মহাৰাণা ক্লাৱতো খেলিবলৈ লয় আৰু ১৯৫৪ চনত পুনৰ ৰাজ্যিক দলত নিৰ্বাচন পায়। ১৯৫৫ আৰু ১৯৫৮ চনত তেওঁ ডিব্ৰুগড় জিলা দলৰ অধিনায়ক আছিল আৰু ইয়াৰ পিচতে ফুটবলৰ পৰা অৱসৰ লয়। এইখিনিতে উল্লেখ্য ১৯৪৪-১৯৫৭ লৈকে তেওঁ ডিব্ৰুগড় জিলাৰ অদ্বিতীয় তথা অসমৰ লেখতলবলগীয়া চেণ্টাৰ-হাফ্ আছিল। অৱসৰ লোৱাৰ পূৰ্বে ফুটবল জীৱনৰ শেষ দুটা বছৰ তেওঁ চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলে। সেইসময়ৰ বহু ক্ৰীড়া সমালোচকৰ মতে তেওঁ উন্নত প্ৰশিক্ষণ পালে অসম নে লাগে ভাৰতৰ ভিতৰতে এজন শ্ৰেষ্ঠ খেলুৱৈ হব পাৰিলেহেঁতেন!! তেওঁৰ অধিনায়কত্বতে ডিব্ৰুগড় ৰেল দলে দুবাৰ (১৯৫৪ আৰু ১৯৫৫) স্বাধীনতা দিৱস কাপত ৰাণাৰ্চ-আপ পায়। ঠেঙালবাৰী ক্লাৱৰ হৈ আই. এফ. এ. শ্বিল্ড খেলে। তেওঁ ভাৰতৰ শক্তিশালী দলসমূহৰ বিৰুদ্ধেও বলিষ্ঠ খেল প্ৰদৰ্শন কৰি গৈছে। ১৯৫২ চনত তেওঁক মোহনবাগান দলে মাতিছিল; কিন্তু নগ'ল। ১৯৫৪ চনত ডিগবৈত অনুষ্ঠিত ডিব্ৰুগড় একাদশ বনাম ইষ্টবেঙ্গল দলৰ তুমুল প্ৰতিদ্বন্দ্বিতা মূলক প্ৰদৰ্শনী খেলখনত ৪-৩ গ'লত পৰাভূত হলেও আমাৰ বাবে এক বিৰল কৃতিত্বৰ স্বাক্ষৰ। তদুপৰি লামডিঙত অনুষ্ঠিত ফুটবল প্ৰতিযোগিতাত মেকানিকেল বনাম ট্ৰেফিক দলৰ ৰোমাঞ্চকৰ খেল অসম ফুটবলৰ বাবে এক নজিৰ হৈ ৰব। পদ্ম নেওগে মেকানিকেল দলৰ হৈ খেলিছিল।

পৰিশ্ৰমী ফুটবলাৰ পদ্ম নেওগৰ ভাষাত এজন পূৰ্ণাঙ্গ খেলুৱৈ হবলৈ "বাঘৰ দৰে শক্তি, ঘোৰাৰ দৰে বেগী আৰু শিয়ালৰ দৰে ধূৰ্ত্ত হোৱা আৱশ্যক।" ১৯৮৩ চনত তেওঁ চাকৰিৰ পৰা অৱসৰ লয় আৰু ১৯৮৫ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। পদ্ম নেওগে ১৯৯৬ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে ডিব্ৰুগড়ৰ নিজা বাসভৱনত মৃত্যু বৰণ কৰে। □□

# ডাঃ শৈলেন্দু দাসগুপ্ত

অসম ফুটবলত গ'লৰক্ষক ডাঃ শৈলেন্দু দাসগুপ্ত সদায় অমৰ চৰিত্ৰৰূপে জিলিকি থাকিব। অৱশ্যে ফুটবল প্ৰাঙ্গনত ডাঃ দাসগুপ্ত (চিনিয়ৰ) নামেৰে সৰ্বজন বিদিত। এই ফুটবলাৰে অসমৰ হৈ প্ৰদৰ্শন কৰা বীৰোচিত খেলৰ বাবে কলিকতাৰ প্ৰথম ডিভিজন ইষ্টবেঙ্গল ক্লাবৰ আমন্ত্ৰণ লাভ কৰিছিল আৰু তাত যোগদান কৰি দলৰ অধিনায়ক হোৱাৰ গৌৰৱো অৰ্জন কৰে।

শৈলেন্দু দাসগুপ্ত ইম্ফলৰ ওচৰৰ কান'পুপৰি নামৰ ঠাইত ১৯২৬ চনত জন্ম গ্ৰহণ কৰে। প্ৰাক্তন গ'লৰক্ষক ডাঃ বঙ্কেশ দাসগুপ্তৰ চাৰি গৰাকী সন্তান (তিনিজন ল'ৰা আৰু এজনী ছোৱালী)ৰ এওঁ জ্যেষ্ঠ। ১৯৪৪ চনত ডিব্ৰুগড় বেঙ্গলী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। অৱশ্যে অষ্টমমান শ্ৰেণীৰ পৰাই স্কুল দলৰ নিয়মিত গ'লৰক্ষক আছিল। স্কুলত পঢ়ি থকা কালত পিতৃৰ উৎসাহ পোৱাৰ উপৰি ডিব্ৰুগড় ৰেলৱেৰ "লুকু চাহাব" নামৰ এজন গ'লৰক্ষকৰ পৰাও উদ্দীপনা লাভ কৰিছিল। ছাত্ৰাৱস্থাৰ পৰা নিয়মিত ব্যায়াম কৰাৰ উপৰি বক্সিং চৰ্চ্চাও কৰিছিল। তদুপৰি তেওঁ ডিব্ৰুগড় টাউন ক্লাবৰ নিয়মিত খেলুৱৈ আছিল। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত কলিকতাৰ বঙ্গবাসী কলেজত ভৰ্ত্তি হয় আৰু ১৯৪৬ চনত আই. এছচি. পাছ কৰে। তাৰ পিচতে ডিব্ৰুগড়ৰ বেৰি হোৱাইট মেডিকেল স্কুলত ভৰ্ত্তি হৈ ১৯৫০ চনত এল. এম. পি. ডিগ্ৰী লয় আৰু সেইবছৰতে গুৱাহাটী বিশ্ববিদ্যালয়ে পোন প্ৰথম আন্তঃ বিশ্ববিদ্যালয় ফুটবলত অংশ গ্ৰহণ কৰোঁতে তেৱেঁ দলৰ গ'লৰক্ষক আছিল। ১৯৪৯ চনত ডিব্ৰুগড়ৰ হৈ আন্তঃ জিলা ফুটবল খেলি ৰাজ্যিক দলতো স্থান লাভ কৰে। তদুপৰি পিচবছৰো (১৯৫০) অসম ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফীত বঙ্গৰ বিৰুদ্ধে তেওঁৰ জীৱনৰ শ্ৰেষ্ঠতম খেলখন খেলে। দহজন অলিম্পিক খেলুৱৈৰে পুষ্ট বঙ্গ দলৰ বলিষ্ঠ আক্ৰমণ নাস্তানাবুদ কৰোঁতে অসম ৩-২ ব্যৱধানত পৰাভূত হয়। অৱশ্যে ইয়াত দাসগুপ্তৰ দুৰ্দ্ধৰ্ষ খেল দেখি ইষ্টবেঙ্গল ক্লাবে আমন্ত্ৰণ জনায় আৰু পিচ বছৰ তেওঁক দলত অন্তৰ্ভুক্ত কৰে। ডাঃ দাসগুপ্তই ১৯৫৫ লৈকে ইষ্টবেঙ্গল দলত খেলোতে ১৯৫৪ চনত দলৰ অধিনায়ক আছিল। ইষ্টবেঙ্গলৰ হৈ ১৯৫২ চনত লীগ খিতাপ আৰু ডুৰাণ্ড কাপ জয় কৰে। ইতিপূৰ্বে ১৯৫১ চনত

আই এফ এ শিল্ড জয় কৰিছিল। তদুপৰি ১৯৫৩ চনত ছোভিয়েট ইউনিয়ন ভ্ৰমণ কৰা ইষ্টবেঙ্গল দলত খেলোতে তেওঁ মস্কো ডায়নামোৰ বিৰুদ্ধে জীৱনৰ শ্ৰেষ্ঠতম খেলখন খেলে যদিও ৮-০ ব্যৱধানত পৰাজিত হয়। এই খেলত ইষ্টবেঙ্গল দলে প্ৰায় চৌবিশ গ'ল খাব লাগিছিল কিন্তু তেওঁৰ বীৰোচিত খেলে গ'লৰ সংখ্যা বৃদ্ধি হব নিদিলে। তেওঁৰ মতে এই খেলখন ১৯৫০ চনৰ অসম বনাম বঙ্গ খেলখনতকৈও অধিক টাফ্ মেচ আছিল।

এই গৰাকী ৫ ফুট ৫ / ইঞ্চি ওখ ৫৮ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ইষ্টবেঙ্গল ক্লাবৰ পৰা আহি এবছৰ এৰিয়ান্স ক্লাবত খেলি ১৯৫৭ চনত অৱসৰ গ্ৰহণ কৰে। ডাঃ দাসগুপ্ত(চিনিয়ৰ)ৰ ১৯৮৪ চনৰ ১৩ মাৰ্চত উজনি অসমৰ ডুমডুমাত পৰলোক প্ৰাপ্তি হয়।

[illegible]

পশ্চিম [illegible] প্ৰশংসনীয় খেলৰ [illegible]

[illegible] গ'লত পৰাজিত

[illegible] খেল প্ৰদৰ্শন

[illegible]

# গোপেশ দাস(গুদু)

ডিব্রুগড় জিলা দলৰ লেফট-আউট গোপেশ দাস কলা কৌশলত চহকী দক্ষ খেলুৱৈ। উভয় ভৰিৰ শুটিং আৰু ড্ৰিবলিং ক্ষমতা থকা গোপেশ দাসৰ স্কিমাৰ আৰু স্কৰাৰৰূপেও খ্যাতি আছিল।

জন্ম ১৯২৩ চন। ডিব্রুগড়ৰ ওচৰৰ মটক গাঁৱত (বৰ্ত্তমান ব্ৰহ্মপুত্ৰৰ মাজত)। ডিব্রুগড় চৰকাৰী স্কুলত সপ্তমমানলৈকে পঢ়ি ১৯৪০ চনত সামৰে। ডিব্রুগড টাউন ক্লাবৰ এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৫৭ কিলোগ্ৰাম ওজনৰ খেলুৱৈযে ১৯৪০-৫৪ লৈকে খেলে। ১৯৫২ আৰু ১৯৫৩ আন্তঃ জিলা বিজয়ী ডিব্রুগড জিলা দলৰ লেফট-আউট আছিল। ১৯৫০ চনত ডিব্রুগড়ৰ গ'লৰক্ষক ডাঃ শৈলেন্দু দাসগুপ্ত আৰু লেফট-আউট গোপেশ দাসক ইষ্টবেঙ্গল ক্লাবে আমন্ত্ৰণ জনায়; কিন্তু তেওঁ নগ'ল। ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মতে, "গোপেশ দাস সেই সময়ৰ উচ্চস্তৰৰ লেফট-আউট বিশেষকৈ বডী চোৱাৰ্ড কৰি বল লৈ যায়।" সেইদৰে **ৰহিয়া বিশ্বাসৰ** মন্তব্য এনে ধৰণৰ, "গোপেশ দাসৰ দৰে লেফট-আউট অসমত আৰু নোলাব। ভৰিত অসম্ভৱ বল কণ্ট্ৰোলৰ ক্ষমতা আছিল।" তেওঁ ডিব্রুগডৰ প্লেণ্টাৰ্ছ ষ্টৰ আৰু ডিব্রুগড় কো-অপাৰেটিভত চাকৰি কৰি ১৯৮৮ চনত অৱসৰ লয়।


ডাঃ শৈলেন্দু দাসগুপ্ত


গোপেশ দাস

# ভোলানাথ বৰা



অসমত বহুতো ফুটবল কলা কুশলীৰ অভ্যুদয় হৈছে। ইয়াৰ ভিতৰত উজনি অসমৰ ভোলানাথ বৰা অন্যতম। ইণ্ডিয়ান নেভী দলত দীৰ্ঘ সাত বছৰ উচ্চ স্তৰৰ ফুটবল খেলি পৰবৰ্ত্তীকালত অফ্ ফৰ্মতো নামৰূপ থাৰ্মেল দলৰ ষ্টপাৰৰূপে যি বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ গ'ল সেয়া তেওঁৰ খেল দেখা দৰ্শকবৃন্দই আজিও পাহৰিব পৰা নাই। এইখিনিতে তেওঁ কোন পৰ্য্যায়ৰ খেলুৱৈ তাক সহজে অনুমান কৰিব পাৰি। অসম্ভৱ ষ্টেমিনাৰ অধিকাৰী দুই ভৰিৰ তীব্ৰ শুটিং ক্ষমতা থকা এই খেলুৱৈ গৰাকীয়ে ডিফেন্সত থাকিলেও এটেকিং ফুটবল খেলা তেওঁৰ সহজাত প্ৰবৃত্তি। খেল সূচনাৰ পৰা অন্ত নপৰালৈকে তেওঁ দ্ৰুততাৰ হ্ৰাস ঘটোৱা নাছিল।

ভোলানাথ বৰাই তিনিচুকীয়াৰ পৰা দহ মাইল দূৰত অৱস্থিত হুগ্ৰীজান চাহ বাগিচাত ১৯২৭ চনত জন্ম গ্ৰহণ কৰে। বাগিচাৰ চাকৰিয়াল মিহিৰাম বৰা(পাঁচজন ল'ৰা আৰু তিনি গৰাকী ছোৱালী)ৰ তৃতীয় সন্তান। ডিব্ৰুগড় জৰ্জ স্কুলত দশমমানলৈকে পঢ়ি (১৯৪৬) হুগ্ৰীজান চাহ বাগিচাত চাকৰি কৰি থাকোতে ১৯৪৯ চনত ভাৰতীয় নৌবাহিনীত যোগদান কৰে। জন্মগত ফুটবলাৰ ভোলানাথ বৰাই (ভোলা বৰা নামেৰে জনপ্ৰিয়) স্বকীয় দক্ষতাৰ গুণত ইণ্ডিয়ান নেভী দলত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হওঁতে ১৯৫৩-১৯৫৯ লৈকে বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ যায়। সেইসময়ত এই দলত খেলা অসমৰ আন এগৰাকী খেলুৱৈ হল, ত্ৰিকচন লিংডু। পশ্চিম ভাৰতৰ শক্তিশালী ফুটবল দল ইণ্ডিয়ান নেভীয়ে ১৯৫৩ চনত কালান কাপ; ১৯৫৪ আৰু ১৯৫৭ চনত বম্বেৰ হাৰউদ লীগ; ১৯৫৭ চনত নাদকাৰ্নি কাপ জয় কৰাৰ উপৰি দুবাৰ (১৯৫৩-৫৪ আৰু ১৯৫৭-৫৮) ছাৰ্ভিচেজ ফুটবল চেম্পিয়নশ্বিপৃত ৰাণাৰ্ছ-আপ পায়। দলৰ এই সাফল্য লানিত ভোলা বৰাৰ



**পঞ্চাশ দশকৰ ভাৰতীয় নৌবাহিনী দল** (ঠিয় হৈ বাঁওফালৰ পৰা দ্বিতীয় জন ভোলানাথ বৰা)

ক্ৰীড়া অবদান চিৰদিন জিলিকি থাকিব।

এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ পেশীবহুল ৰাদাৰ অপাৰেটৰে ইণ্ডিয়ান নেভীৰ পৰা প্ৰত্যাৱৰ্ত্তন কৰা(১৯৫৯)ৰ পিচতে ১৯৬০ চনত গুৱাহাটী টাউন ক্লাবে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল যদিও তেওঁ যোৰহাট আই. টি. আই.-ত ভৰ্ত্তি হয় আৰু ১৯৬২ চনত ফিটাৰ বিষয়ত উত্তীৰ্ণ হৈ নামৰূপৰ সাৰ কাৰখানাত যোগদান কৰি ডেৰবছৰ চাকৰি কৰে আৰু ১৯৬৪ চনত নামৰূপ থাৰ্মেললৈ আহে। এইখিনিতে উল্লেখ্য তেওঁ এগৰাকী দক্ষ এথলীট আছিল বিশেষকৈ ১৯৬৪ চনৰ অল ইণ্ডিয়া এফ. চি আই মিটত ১১০ মিটাৰ হাৰ্ডলছত স্বৰ্ণপদক পায়। তেওঁ যোৰহাট আই. টি. আই. দলত খেলাৰ উপৰি যোৰহাট জিলা ক্ৰীড়া সন্থাৰ হৈ স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফী খেলে। ১৯৬০ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত তেওঁ ডিব্ৰুগড় জিলা দলত আছিল। ১৯৬১ আৰু ১৯৬২ চনত নাহৰকটিয়াৰ স্পৰ্টাৰ্ছ ক্লাৱত খেলে। তেওঁ খেলি থকা কালত নামৰূপ থাৰ্মেল ক্লাৱ উজনি অসমৰ সবাতোকৈ শক্তিশালী ফুটবল দল আছিল। ভোলা বৰাই ১৯৬৮ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰি কুৰি বছৰীয়া প্ৰথম শ্ৰেণী ফুটবলৰ সামৰণি মাৰে।


**ৰফিউৰ ৰহমান**


**পদ্মধৰ নেওগ**

# ৰিয়াচত আলি



অসম ফুটবলত ৰক্ষণবিভাগৰ বহুতো দুৰ্দ্ধৰ্ষ খেলুৱৈ উদ্ভৱ হৈছে। ইয়াৰ ভিতৰত ডিব্ৰুগড়ৰ লেফট্-বেক্ ৰিয়াচত আলি লেখতলবলগীয়া। এই গৰাকী মাত্ৰ ৫ ফুট ৩ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ স্বাস্থ্যৱান আৰু খামীডাঠ ফুটবলাৰ অসমৰ সকলো ফৰোৱাৰ্ডৰ বাবে ত্ৰাসৰ কাৰণ আছিল। মহাৰাণা ক্লাবৰ গ'লৰক্ষক **গোবিন্দ কলিতাৰ** মতে, "ৰিয়াচত ৰাফ্ ডিফেন্স যদিও টিমৰ বাবে খুউব ফলপ্ৰসূ খেলুৱৈ আছিল।" ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** ভাষাত, "ৰাফ্ টিমৰ বিৰুদ্ধে ভাল খেলে। অসমৰ কোনো খেলুৱৈয়েই এওঁৰ ওচৰ নেচাপিছিল।"

ৰিয়াচত আলি ১৯২৪ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। মায়াজান চাহ বাগিচাৰ কৰ্মচাৰী ফৰ্জন আলি (তিনিজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ তৃতীয় সন্তান। সপ্তমমান শ্ৰেণীৰ পৰাই স্কুল দলত ফুটবল খেলা ৰিয়াচত আলিয়ে ডিব্ৰুগড় চৰকাৰী হাইস্কুলত দশমমান লৈকে পঢ়ি ১৯৪৩ চনত পঢ়া সামৰে আৰু ১৯৪৪ চনত ডিব্ৰুগড় বিদ্যুত বিভাগত যোগদান কৰি একেৰাহে বাৰ বছৰ চাকৰি কৰে। পুনৰ ১৯৫৬ চনত মাকুমৰ অসম ফৰেষ্ট প্লাইউদ কাৰখানাত যোগদান কৰে। ইয়াৰ অন্তৰ্গত ১৯৪৫-৫৭ লৈকে ডিব্ৰুগড় টাউন ক্লাবত খেলোতে ১৯৫১ চনত স্বাধীনতা দিৱস কাপ জয় কৰে। তদুপৰি ১৯৪৮-৫৭ লৈকে ডিব্ৰুগড় জিলা দলৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ অন্তৰ্গত ১৯৫২ আৰু ১৯৫৩ চনত চেম্পিয়ন হয়। পিচৰ বছৰত পুনৰ ফাইনেল খেলোতে চিলঙৰ হাতত ১-০ গ'লত পৰাভূত হয় যদিও তেওঁৰ মতে এয়া জীৱনৰ শ্ৰেষ্ঠ খেল আছিল। ১৯৫৭ চনত ১১তম আন্তঃ জিলা খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। যি কি নহওঁক ফুটবলৰ উৰ্বৰভূমি ডিব্ৰুগড়ৰ তাৰকা ফুটবলাৰ সকলৰ মাজত ৰিয়াচত আলি সদায় জিলিকি থাকিব। ইলেকট্ৰিক ইন-চাৰ্জৰূপে চাকৰি কৰা ৰিয়াচত আলিয়ে ১৯৭৪ চনত চাকৰিৰ পৰা অৱসৰ লয়। □□

# ডাঃ সুধেন্দু দাসগুপ্ত

অসম তথা ইষ্টবেঙ্গল ক্লাবৰ খ্যাতনামা গ'লৰক্ষক ডাঃ শৈলেন্দু দাসগুপ্তৰ ভাতৃ ডাঃ সুধেন্দু দাসগুপ্তও এগৰাকী অসমৰ নামজ্বলা গ'লৰক্ষক আছিল। অৱশ্যে ডাঃ দাসগুপ্ত(জুনিয়ৰ) নামেৰে অধিক পৰিচিত। জন্ম তিতাবৰত ১৪ নবেম্বৰ, ১৯২৮ চন। পৰিয়ালৰ এওঁ তৃতীয় সন্তান। ১৯৪৬ চনত ডিব্ৰুগড় বেঙ্গলী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। তেওঁ গ'লৰক্ষক হোৱাৰ উদ্দীপনা পিতৃ আৰু ককায়েকৰ পৰা লাভ কৰে। স্কুল দলত ককায়েক থকা পৰ্য্যন্ত খেলাৰ সুযোগ পোৱা নাছিল। ককায়েকে মেট্ৰিক পাছ কৰাৰ পিছত তেওঁ স্কুল দলত সুযোগ পায়। অৱশ্যে ডিব্ৰুগড় স্পৰ্টিং ইউনিয়ন দলতো তেওঁ খেলিছিল। সৰুৰে পৰা নিয়মিত ব্যায়াম কৰাৰ উপৰি ব্ৰহ্মপুত্ৰৰ বালিচৰত গ'লৰক্ষণৰ বাবে ডাইভ অভ্যাস কৰিছিল।

প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত তেওঁ ৰংপুৰৰ কাৰ্মাইকেল কলেজত পঢ়োতে জলপাইগুৰি কলেজৰ বিৰুদ্ধে খেলা খেলখনৰ জৰিয়তে তেওঁৰ ক্ৰীড়া জীৱনেও এক নতুন ৰূপ লয়। এয়া ভাৰত স্বাধীন হোৱাৰ ঠিক পূৰ্বে ঘটা ঘটনা। ইয়াৰ পিচতে চিলঙৰ চেণ্ট এন্থনি কলেজত ভৰ্ত্তি হৈ আই. এছ চি. পাছ কৰাৰ পিচত ১৯৫১ চনত বি. এছ চি. ডিগ্ৰী লয়। চিলঙত থকাকালীন তেওঁ জয়ন্তীয়া ফুটবল ক্লাবত খেলিছিল। ১৯৫১ চনত তেওঁ ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত ভৰ্ত্তি হৈয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পক্ষে নৰ্থ জুন খিতাপ কঢ়িয়াই আনে, বেনাৰসত। ইয়াৰ পিচত ১৯৫৫ লৈকে বিশ্ববিদ্যালয় দলত খেলে। তদুপৰি তেওঁ ১৯৫২-৫৮ লৈকে ডিব্ৰুগড় জিলা দলৰ হৈ খেলোতে ১৯৫৫ চনত অধিনায়কত্ব কৰে। সেইদৰে ৰাজ্যিক দলত ১৯৫১-ৰ পৰা খেলোতে (১৯৫২, ১৯৫৪ আৰু ১৯৫৬-ত নাই) এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ ৬০ কিলোগ্ৰাম ওজনৰ পেশীবহুল গ'লৰক্ষক ১৯৫৭ চনত অসম দলৰ অধিনায়ক আছিল। ইয়াৰ ভিতৰত ১৯৫৬ চনত আঘাত পোৱা বাবে নেখেলিলে আৰু হৰেন্দ্ৰ নাথক সন্নিৱিষ্ট কৰে। মেডিকেল পঢ়ি থাকোতে তেওঁ ডিব্ৰুগড় টাউন ক্লাবৰ নিয়মিত খেলুৱৈ আছিল অৱশ্যে এবছৰ ডিব্ৰুগড়ৰ ডায়নামো ক্লাবৰ হৈয়ো খেলে। তেওঁ ১৯৫৭ চনত এম. বি. বি. এছ. পাছ কৰাৰ পিচত দিল্লীৰ অল ইণ্ডিয়া ইন্সটিটিউট অব মেডিকেল চাইন্সৰ পৰা

এম. ডি. পাছ কৰে(১৯৬০)। ইয়াৰ পিচতে তেজপুৰ চিভিল হস্পিতালত কৰ্মনিয়োগ ঘটে আৰু সেইবছৰতে তেজপুৰ জিলা দলে তেওঁৰ অধিনায়কত্বতে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত যোগদান কৰে। এই প্ৰতিযোগিতাৰ পিচতে তেওঁ ফুটবলৰ পৰাও অৱসৰ লয়। তেওঁৰ গ্ৰীপ সাংঘাতিক ভাল আছিল। তদুপৰি পাঞ্চ কৰি বল হাফ্-ফিল্ড পাৰ কৰিছিল। ১৯৫৩ চনত তেওঁ জি. এফ.এ. একাদশ বনাম এৰিয়ান্স ক্লাৱৰ খেলত ভাৰত বিখ্যাত মেৱালালৰ বাইচাইকেল-ভলী ব্যৰ্থ কৰি অকুণ্ঠ প্ৰশংসা লাভ কৰিছিল।

১৯৫৫ চনৰ সন্তোষ ট্ৰফীত ডাঃ সুধেন্দু দাসগুপ্ত "Best goal keeper of tournament" ৰূপে আখ্যায়িত হৈছিল। এই প্ৰতিযোগিতাতে **"Sport & Pastime"** ক্ৰীড়া আলোচনীত লিখিছিল, "Many soccer coaches raised their eyebrows when they saw Das Gupta's game The Assam goal-keeper's game contravened every principle of goal-keeping. He was doing the "don'ts" of goal keeping The surprising part of the whole thing was that Das Gupta never let down his side.

The general advice to a goalkeeper is. Don't bounce too much. Don't advance to the penalty area without much thought. Make your clearances quickly But Das Gupta did exactly the opposite. He used to bounce the ball and keep bouncing until an opponent came and tried to dispossess him. Repeatedly he used to rush forward and throw his defenders into confusion. Somehow he came through all right. People had become so much used to his "uncertainties." that whenever he rushed forward or jumped at the nick of time they were not surprised. Das Gupta................. goal-keepers with his quick reflexes Das Gupta was able to succeed where many others may fail. He became a character and was extremely popular with the Ernakulam crowd." তদুপৰি **"দি হিন্দু"** কাকতেও "The most unusual goal-keeper in India, he did everything which a goal-keeper should not do but never let his team down he is a class by himself." বুলি মন্তব্য দিয়ে। ডাঃ দাসগুপ্তই ১৯৯১ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# বগা দাস



টু-বেক্ আৰু থ্ৰি বেক্ এই দুই পদ্ধতি অসমত বিৰাজমান কালতে অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ লেফট-হাফ্‌সকলৰ ভিতৰত ডিব্ৰুগড়ৰ বগা দাস সদায় জিলিকি থাকিব। এই গৰাকী ৫ ফুট ৮ / ইঞ্চি ওখ ৬৩ কিলাগ্ৰাম ওজনৰ বলিষ্ঠ ফুটবলাৰে স্বকীয় দুৰ্দ্ধৰ্ষতাক দক্ষতা সহকাৰে প্ৰযোগ কৰি ফুটবল প্ৰাঙ্গনৰ এক নজিৰৰূপে নিজকে প্ৰতিষ্ঠা কৰি গ'ল। দুই ভৰিৰ দীঘলীয়া শ্বট্, সুন্দৰ টেক্‌লিং আৰু ট্ৰেপিঙৰে প্ৰতিপক্ষৰ ৰাইট-আউটক প্ৰাযে হতভম্ব কৰি পেলাইছিল। গুৱাহাটীৰ প্ৰাক্তন জিলা খেলুবৈ **দুৰ্গা চৌধুৰীৰ** মতে, " ষ্ট্ৰং এণ্ড ষ্টাউট হাফ্ বগা দাস ডিফেন্সত প্ৰাচীৰৰ দৰে আছিল।" গুৱাহাটী বিশ্ববিদ্যালয ফুটবল দলৰ অধিনায়ক **মহম্মদ চেৰিফৰ** ক্ৰীডা ভাষাত, "লেফট-হাফ্ বগা দাস খেল পথাৰত খুউব ষ্টেডি খেলুৱৈ—দুই ভৰিৰ লং কিক্ থকাৰ উপৰি সঠিক স্থানত বল পঠোৱাত পাৰ্গত। সুস্বাস্থ্যৰ অধিকাৰী হোৱাৰ উপৰি দৰ্শনীয খেল আছিল তেওঁৰ।" সেইদৰে ৰাজ্যিক খেলুৱৈ **অধীৰ ৰায়ৰ** মতে, "সুন্দৰ স্বাস্থ্য, দৰ্শনীয় স্পট কিক্, ট্ৰিমেনদিয়াচ শ্বট্, সুন্দৰ বল ডিচট্ৰিবিউচন থকা ব্ৰেইনি ডিফেন্স ডিব্ৰুগড়ৰ লেফট-হাফ্ বগা দাস।" এই গৰাকী দুৰ্দ্ধৰ্ষ খেলুৱৈৰ সন্দৰ্ভত ক্ৰীডা লেখক **অৰুণ বৰুৱাৰ** মন্তব্য এনেধৰণৰ, "টু বেক পদ্ধতিত দক্ষ লেফট-হাফ্ বগা দাস দুই ভৰিৰ লং ৰেঞ্জ শ্বুটিং থকা ৰাফ্ এণ্ড টাফ খেলুৱৈ যদিও তেওঁৰ খেল আছিল পৰিষ্কাৰ।" অৱশ্যে সেই সময়ৰ ফুটবল মক্কা ডিব্ৰুগড়ত ইউৰোপীয় দল সমূহৰ সৈতে খেলা খেলেও তেওঁৰ ফুটবল জীৱন গঠনত ডাঙৰ অৰিহণা যোগাইছিল।

বগা দাসে ১৯২৮ চনৰ ৫ জুনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। চহৰৰে সৰু ঠিকাদাৰ হেমলাল দাসৰ জ্যেষ্ঠ (তিনিজন ল'ৰা আৰু এজনী ছোৱালী) সন্তান।

গ্ৰেহেমবজাৰ এম. ই. স্কুলত সপ্তমমানলৈকে পঢ়ি শিক্ষা সামৰে (১৯৪২)। স্কুলত ফুটবলৰ পাতনি মেলিলেও মহাযুদ্ধৰ সূত্ৰপাতে এই অধ্যায় সামৰি থব লগা হয়। অৱশ্যে কে. বি. এছ. ক্লাৱত ফুটবল অব্যাহত আছিল। ১৯৪৫ চনত ডিব্ৰুগড় ৰেলৱেত যোগদান কৰি ডিব্ৰুগড় টাউন ক্লাৱৰ বিৰুদ্ধে প্ৰথম ডিভিজন ফুটবলত আত্ম-প্ৰকাশ কৰে। স্কুল আৰু ৰেল দলত চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে খেলোতে লীগৰ টপ্ স্কৰাৰ আছিল, যদিও ১৯৪৮ চনৰ পৰা লেফট-হাফ্ পজিচনত খেলিবলৈ লয়। ইয়াৰ ভিতৰত ১৯৫৩ চনত ডিব্ৰুগড় ৰেলৱেৰ ষ্টপাৰৰূপে খেলে। ১৯৫০ চনত অসম ৰেলৱে দলে আন্তঃ জিলা খিতাপ জয় কৰোঁতে বগা দাস ষ্টেণ্ড-বাই খেলুৱৈ আছিল। ১৯৫২ চনত ডিব্ৰুগড় দলে এই খিতাপ জয় কৰোঁতে তেয়ো খেলিছিল। তেওঁ একেলেথাৰিয়ে ১৯৫৬ লৈকে আন্তঃ জিলা খেলে। ইয়াব ভিতৰত ১৯৫২, ১৯৫৪, ১৯৫৫ আৰু ১৯৫৬ চনত ডিব্ৰুগড়ৰ পক্ষে। তেওঁ ১৯৫২, ১৯৫৩, ১৯৫৪ আৰু ১৯৫৬ চনত ৰাজ্যিক দলৰ নিয়মীয়া লেফট হাফ্ আছিল। অৱশ্যে ১৯৫৫-ত ষ্টেণ্ড-বাই তালিকাত থাকে। তদুপৰি যোৰহাটৰ ঠেঙালবাৰী ক্লাৱৰ হৈ এবাৰ আই. এফ. এ. আৰু গুৱাহাটী টাউন ক্লাৱৰ হৈ এবাৰ লীগত অংশ লয়। তেওঁ নিতৌ চাৰি মাইল দৌৰ আৰু খালী হাতৰ ব্যায়ামৰ জৰিয়তে স্বকীয় ফুটবল জীয়াই ৰাখিছিল।

বগা দাসৰ ফুটবল জীৱনত ১৯৫২ চনৰ আন্তঃ জিলা ফাইনেল; ১৯৫৩ চনত অসম বনাম হায়দৰাবাদ (ৰাইট-আউট মইনুদ্দিনক সুবিধা দিয়া নাছিল); ১৯৫৪ চনত ডিগবৈত ডিব্ৰুগড় একাদশ বনাম ইষ্টবেঙ্গল জীৱনৰ শ্ৰেষ্ঠ মেচ। তদুপৰি লামডিঙত মেকানিকেল বনাম ট্ৰেফিকৰ খেলসমূহ জীৱনৰ উল্লেখযোগ্য। এই প্ৰতিযোগিতাত মেকানিকেল তিনিবাৰ জয়ী হৈছিল।

বগা দাসে সুদীৰ্ঘ সোতৰ বছৰ ডিব্ৰুগড় ৰেলৱে ক্লাৱৰ পক্ষে খেলি ১৯৬৩ চনত তিনিচুকীয়াৰ জে. এন. ভূঞা ট্ৰফী তেওঁৰ অধিনায়কত্বতে জয় কৰোঁতে দিনজান এয়াৰ ফৰ্ছক ১-০ গ'লত হৰুৱায়। খেলৰ অন্তত তেওঁৰ বুট যোৰ ক্লাৱৰে যুৱ সদস্য এজনৰ হাতত অৰ্পণ কৰি ফুটবলৰ পৰা অৱসৰ লয়। ১৯৮৭ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পোৱা এই ফুটবল প্ৰতিভাই ১৯৯৬ চনত ২৮ ফেব্ৰুৱাৰী তাৰিখে ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজ হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে।

# ডাঃ শৰৎ দত্ত



অসমত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ ফুটবলাৰ সকলৰ ভিতৰত ডাঃ শৰৎ দত্ত এক অনন্য ক্ৰীড়া চৰিত্ৰ। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ বলিষ্ঠ স্বাস্থ্যৰ পৰিশ্ৰমী লেফট-আউটে দুৰন্ত দৌৰ আৰু বৰতোপৰ গুলীৰ দৰে কোবাল শ্বটে প্ৰতিপক্ষৰ ডিফেন্সক থকা-সৰকা কৰি থৈ যোৱা তেওঁৰ খেল চোৱা দৰ্শকে আজিও পাহৰিব পৰা নাই। ডিব্ৰুগড়ৰ প্ৰখ্যাত গ'লৰক্ষক **মনোজ পাত্ৰৰ** মন্তব্য এনেধৰণৰ. "শৰৎ দত্তৰ বডী ফেইন্ট সাংঘাতিক। বিশেষকৈ বাঁও-ভৰিৰে বল নি সোঁ-ভৰিৰে শ্বট্ কৰে।" ১৯৫৫ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক **মহম্মদ চেৰিফৰ** মতে, "Dr Sarat Dutta with the ball very fast as he get the ball then always create sensation in opposite defence." প্ৰচণ্ড আক্ৰমণাত্মক আৰু দুঃসাহসী এই ফুটবলাৰে অসমৰ পূব প্ৰান্তত অৱস্থিত তিনিচুকীয়া চহৰতে ফুটবল ভেটি প্ৰতিষ্ঠা কৰে। পিচলৈ ডিব্ৰুগড়ৰ বুকুত স্বকীয় ক্ৰীড়া দুৰ্দ্ধৰ্ষতাক দক্ষতা সহকাৰে প্ৰস্ফুটিত কৰাৰ প্ৰয়াস পায়। ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মন্তব্য, "Dr Sarat Dutta very sincere and hard working footballer with left footed sharp shooter" ইউনিভাৰ্চিটি খেলুৱৈ **ফনীধৰ ডেকাৰ** মতে, "ডাঃ শৰৎ দত্তৰ শ্বট অতি কোবাল কিন্তু তেওঁ সাধাৰণতে যি শ্বট্ লয় সেই শ্বট্‌তকৈ গতিমান অৱস্থাত লোৱা শ্বটে আৰু অধিক মাৰাত্মক ৰূপ ধাৰণ কৰে।"

শৰৎ দত্ত ডিব্ৰুগড়ৰ তিনিমাইল পশ্চিমে ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত নগাখেলীয়া গাঁৱত ভূমিষ্ঠ হয়। তাং ২৯ আগষ্ট, ১৯২৯ চন। কৃষক পৰিয়ালৰ শৰৎ দত্তক উজনি অসমৰ সুন্দৰ জলবায়ু তথা মহাবাহু ব্ৰহ্মপুত্ৰৰ পৰশে ফুটবল দুৰ্দ্ধৰ্ষৰূপে গঢ় লোৱাত সহায় কৰিছিল। পিতৃ বাড এণ্ড কোং নামৰ বৃটিছ কাঠফলা কাৰখানাৰ শ্ৰমিক আছিল, মোৰ্কংচেলেকত। তেওঁ তিনিচুকীয়াৰ তুলসীৰাম ৰোড্ এল. পি.

স্কুলৰ পৰা বৃত্তি পাওঁতে বৃহৎ লক্ষীমপুৰ জিলা (তিনিচুকীয়া, ডিব্ৰুগড় আৰু উত্তৰ লক্ষীমপুৰ)ৰ ভিতৰত প্ৰথম স্থান দখল কৰে আৰু তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত পঢ়োতে ক্ৰীড়া শিক্ষক পদ্ম ভট্টাচাৰ্য্যৰ প্ৰভাৱ উল্লেখনীয়। তেওঁ চকুত পৰা ফুটবলাৰ হোৱাৰ উপৰি পঢ়া-শুনাতো শ্ৰেণীৰ এক নং ছাত্ৰ আছিল। ১৯৪৫ চনত ডিব্ৰুগড় গভৰ্ণমেণ্ট স্কুলৰ অষ্টমমান শ্ৰেণীত নাম লগায় আৰু অতি কম সময়ৰ ভিতৰতে চহৰৰ জনপ্ৰিয় খেলুৱৈত পৰিণত হয়। ইয়াত ক্ৰীড়া শিক্ষক ভৱেশ মুখাৰ্জীৰ সান্নিধ্যৰ উপৰি অসমৰ তাৰকা ফুটবলাৰ ৰফিউৰ ৰহমান, ৰিয়াচত আলি, পদ্ম নেওগ, বগা দাস আৰু শৈলেন্দু দাসগুপ্তৰ সৈতে খেলাৰ সুযোগ পায়। ১৯৪৭ চনত ভূগোল আৰু বুৰঞ্জীত লেটাৰসহ প্ৰথম বিভাগত মেট্ৰিক পাছ কৰে আৰু কটন কলেজত পঢ়োতে (১৯৪৭ ৪৯) গুৱাহাটী টাউন ক্লাৱ দলত খেলিছিল। তেওঁ সুখ্যাতিৰে প্ৰথম বিভাগত আই. এছ চি. পাছ কৰি ১৯৪৯ চনত অসম মেডিকেল কলেজত ভৰ্ত্তি হয়। কঠিন চিকিৎসা বিজ্ঞান অধ্যয়নৰ লগতে স্বকীয় উচ্চমানৰ ফুটবল জীয়াই ৰাখিবলৈ সক্ষম হওঁতে কেইবা গৰাকী অধ্যাপকৰ উৎসাহ উদ্দীপনা আৰু সহায় লাভ কৰিছিল। ১৯৫১ চনত বেনাৰসত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পক্ষে নৰ্থ জুন খিতাপ জয় কৰোঁতে ফাইনেলত লক্ষ্ণৌ বিশ্ববিদ্যালয়ক ২-১ ব্যৱধানত পৰাভূত কৰে আৰু দুয়োটা গ'লেই আছিল তেওঁৰ। তেওঁ ১৯৫০-ৰ বিশ্ববিদ্যালয় দলতো খেলিছিল। ১৯৫১ চনত ডিব্ৰুগড় টাউন ক্লাৱৰ হৈ স্বাধীনতা দিৱস কাপ জয় কৰোঁতে ফাইনেলত নগাৱঁৰ ইউনিয়ন স্পৰ্টিঙক পৰাভূত কৰে। ১৯৫২ চনত পোন প্ৰথমবাৰৰ বাবে অনুষ্ঠিত আন্তঃ কলেজ ফুটবলত অসম মেডিকেল কলেজে শিৱসাগৰ কলেজক পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। যোৰহাটত অনুষ্ঠিত এই খেলৰ প্ৰথম সাতমিনিটত আত্মঘাতী গ'ল খাই অসম মেডিকেল কলেজ ০-১ গ'লত পিচপৰি ৰয়। কিন্তু কঠোৰ প্ৰতিদ্বন্দ্বিতা সহকাৰে খেলি অন্তিম মুহূৰ্ত্তত শৰৎ দত্তই তিনিজন খেলুৱৈক ড্ৰিবল কৰি বাঁও-ভৰিৰ শক্তিশালী শ্বট্‌ৰে সমতা স্থাপন কৰে। পিচদিনা অসম মেডিকেল কলেজ ৫-০ ব্যৱধানত জয়ী হওঁতে ২ গ'ল শৰৎ দত্তৰ। এইখিনিতে তেওঁৰ ক্ৰীড়া দুৰ্দ্ধৰ্ষতা সম্পৰ্কে উমান পাব পাৰি। পুনৰ ১৯৫৩ চনত অসম মেডিকেল কলেজে এই খিতাপ জয় কৰোঁতে তেজপুৰত অনুষ্ঠিত ফাইনেলত দৰং কলেজক ৩-১ ব্যৱধানত পৰাভূত কৰে আৰু শৰৎ দত্তৰ ১ গ'লৰ বৰঙণি ৰয়। তেওঁ ১৯৪৯-৫৫ পৰ্য্যন্ত ডিব্ৰুগড়ৰ হৈ আন্তঃ জিলা ফুটবল খেলোতে ১৯৫২ আৰু

১৯৫৩ চনত চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। এই খিনিতে উল্লেখ্য তেওঁ তিনিচুকীয়া, ডিব্ৰুগড়, যোৰহাট আৰু ডিগবৈত কলিকতাৰ খ্যাতনামা দলসমূহৰ বিৰুদ্ধে প্ৰদৰ্শনী খেল খেলে। ইয়াৰ অন্তৰ্গত ১৯৫৪ চনত ২৬ আগষ্টত ইষ্টবেঙ্গলৰ বিৰুদ্ধে ডিগবৈত খেলা খেলখন উল্লেখযোগ্য। অৱশ্যে ডিব্ৰুগড় একাদশ ৪-৩ ব্যৱধানত পৰাভূত হয়। ১৯৫৩ চনৰ ২৩ আগষ্টত ডিব্ৰুগড়ত অনুষ্ঠিত ডিব্ৰুগড় একাদশ বনাম মহমেডান স্পৰ্টিং খেলখনত ২-১ গ'লত জয়ী হওঁতে তেৱেঁই দলৰ অধিনায়ক আছিল। এই খেলখনৰ পাঁচদিন পূৰ্বে ডিব্ৰুগড়তে মোহনবাগানৰ বিৰুদ্ধে খেলোতে ডিব্ৰুগড় একাদশ ৩-০ গ'লত পৰাভূত হৈছিল। ইয়াতো ঘৰুৱা দলত শৰৎ দত্ত আৰু আলহী দলত বিখ্যাত শৈলেন মান্না অধিনায়ক আছিল। পুনৰ ১৯৫৫ চনৰ ১১ আগষ্টত তিনিচুকীয়াত অনুষ্ঠিত ডিব্ৰুগড় একাদশ বনাম মহমেডান স্পটিং খেলখনতো শৰৎ দত্ত অধিনায়ক আছিল। এই খেলখনতো ডিব্ৰুগড় একাদশ ৩-০ গ'লত পৰাভূত হয়। পুনৰ ২৬ আগষ্টত ডিব্ৰুগড়ত আই. এফ. এ. একাদশৰ বিৰুদ্ধে ডিব্ৰুগড় একাদশে তেওঁৰ অধিনায়কত্বতে ২-১ গ'লত হাৰে।

১৯৫৪ চনত এম. বি. বি. এছ. পাছ কৰাৰ পিচতো ফুটবলৰ চৰম মানদণ্ড অব্যাহত থকা সত্বেও অৰ্থাৎ ১৯৫৫ সন্তোষ ট্ৰফী খেলাৰ পিচতেই ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। আৰ্ণাকোলামত অনুষ্ঠিত খেলত দিল্লীৰ বিৰুদ্ধে জয়ী হোৱাৰ পিচত কোৱাৰ্টাৰ-ফাইনেলত বোম্বাইক পৰাভূত কৰোঁতে অধিনায়ক তথা লেফট-আউট ডাঃ শৰৎ দত্তই খেল আৰম্ভৰ দহ মিনিটতে চন্নৰ নংৰ্ৰীৰ পৰা পোৱা এটা পাছৰ সহায়ত প্ৰায় ৪০ গজ দূৰৰ পৰা তীব্ৰ শ্বট্‌ৰে বোম্বাই দলৰ গ'লৰক্ষক সঞ্জীৱক পৰাভূত কৰি অসমক ১-০ গ'লত অগ্ৰসৰৰ অৰিহণা যোগায়। ইতিমধ্যে অসম দলত খেলি থকা দক্ষ ডিফেণ্ডাৰ **সুনীল দাসৰ** মন্তব্য, "You have dis-turbed the sleeping tiger now have it " পৰৱৰ্ত্তী প্ৰথমাৰ্দ্ধ আৰু দ্বিতীয়াৰ্দ্ধত প্ৰাক্তন চেম্পিয়ন বোম্বাইয়ে স্কৰ কৰিবলৈ অসম দলৰ ওপৰত জঁপিয়াই পৰে যদিও অসমৰ ৰক্ষণবিভাগৰ বীৰোচিত খেলে বোম্বাই দলৰ সকলো প্ৰচেষ্টা ব্যৰ্থ কৰি অসম ১-০ গ'লত জয়ী হয়। ছেমি-ফাইনেলত মহীশূৰৰ হাতত হাৰে আৰু তৃতীয়স্থান নিৰ্ণায়কৰ খেলত ছাৰ্ভিচেজৰ বিৰুদ্ধে ২-১ গ'লত পৰাভূত হৈ অসমে চতুৰ্থস্থান দখল কৰিবলৈ সক্ষম হয়। ১৯৯৩ চনত ডাঃ শৰৎ দত্তলৈ অসম চৰকাৰে ক্ৰীড়া পেঞ্চন আগবঢ়াই।

# ছফিকুল হুছেইন



ছফিকুল হুছেইন অসম ফুটবলৰ এটা সৰ্বজন বিদিত নাম। এই গৰাকী ৫ ফুট ৩ ইঞ্চি ওখ ৬৭ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ শদিয়াৰ পৰা ধুবুৰীলৈকে ক্ৰীড়ামোদী ৰাইজৰ পৰিচিত ব্যক্তিত্ব হোৱাৰ মূলতে লেফট আৰু ৰাইট-আউট উভয়স্থানতে সমান দক্ষতাৰে খেলিব পাৰিছিল তথা এনেধৰণৰ প্ৰতিভাসম্পন্ন খেলুৱৈ সেই সময়ত বিৰল বুলিয়ে কব পাৰি। ১৯৫০,১৯৫২, ১৯৫৩, ১৯৫৫, ১৯৫৬ আৰু ১৯৫৭ চনত ৰাজ্যিক দলৰ নিয়মিত লেফট-আউট গৰাকীয়ে ১৯৫৫ চনত ডাঃ শৰৎ দত্ত লেফট-আউটত থকা হেতু তেওঁ ৰাইট-আউট পজিচনত দক্ষতা সহকাৰে খেলে। এই দ্ৰুতগামী ফুটবলাৰে গতিমান অৱস্থাতে তীব্ৰ শ্বট্ লব পাৰিছিল। সেই সময়ত তেওঁক বশ কৰিব পৰা ডিফেণ্ডাৰ অসমত নাছিল বুলিয়ে কব পাৰি। কলিকতাৰ দৰ্শকে তেওঁক "জীপ গাড়ী" নাম দিছিল।

ছফিকুল হুছেইনে ১৯৩৪ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। ডিব্ৰুগড়ৰ ব্যৱসায়ী আবুল হুছেইনৰ পাঁচজন(তিনিজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ এওঁ তৃতীয় সন্তান। শিক্ষাৰ পাতনি জৰ্জ স্কুলত কিন্তু ডিব্ৰুগড় গভৰ্ণমেণ্ট হাইস্কুলৰ পৰা ১৯৫০ চনত প্ৰৱেশিকা পৰীক্ষা দিয়েই পঢ়া সামৰে। ইতিপূৰ্বে ১৯৪৮ চনত জৰ্জ স্কুলৰ হৈ স্কুল টুৰ্ণামেণ্ট খেলে। ১৯৫০ চনত ডিব্ৰুগড় টাউন ক্লাবৰ পক্ষে লীগত আত্ম-প্ৰকাশ কৰাৰ উপৰি ডিব্ৰুগড় ৰেলৱেত যোগদান কৰে। সেইবছৰ আন্তঃ জিলা ফুটবলত অসম ৰেলৱেৰ পক্ষে খেলি চেম্পিয়ন হয়। ১৯৫৪ চনতো ৰেলৱেৰ পক্ষে খেলে কিন্তু ১৯৫২, ১৯৫৩, ১৯৫৫, ১৯৫৬, ১৯৫৯ আৰু ১৯৬০-ত ডিব্ৰুগড় জিলা দলৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ ভিতৰত দুবাৰ ১৯৫২ আৰু ১৯৫৩ চনত চেম্পিয়নশ্বিপ অৰ্জন কৰে।

ছফিকুল হুছেইনে ডিব্ৰুগড় ৰেলৱে ক্লাবৰ হৈ ১৯৭০ পৰ্য্যন্ত খেলে। ইয়াৰ ভিতৰত লামডিঙত মেকানিকেলৰ পক্ষে খেলা খেলসমূহ চিৰস্মৰণীয় হৈ ৰব। দুবাৰমান চূড়ান্ত বিজয়ী হওঁতে এবাৰ আঘাতগ্ৰস্ত ছফিকুল হুছেইনৰ গ'লতে ট্ৰেফিক দলক পৰাভূত কৰে। সেই সময়ত বগা-পদ্ম-ছফিকুলৰ মাজত এক গভীৰ বুজাপৰা আছিল। ৰাজ্যিক ফুটবলাৰ **অমু ঘোষৰ** ভাষাত "কেতিয়াবা ছফিকুল হুছেইনে এনে ফুটবল প্ৰদৰ্শন কৰে তেওঁ যেন ভাৰত শ্ৰেষ্ঠ লেফট-আউট।" আনহাতে ডেৰগাওঁ পুলিচ দলৰ প্ৰকৃত ৰূপ দিওঁতা **আতাউৰ ৰহমানে** এওঁৰ সন্দৰ্ভত কৈছিল, "অসমত ইমান দ্ৰুতগামী আউট খেলুৱৈ আৰু দেখা নাই। উভয় ভৰিৰ শ্যুটিং আৰু দ্ৰুত দৌৰ থকা এই ফুটবলাৰ সকলোৰ বাবে ত্ৰাসৰ কাৰণ আছিল।" সেইবাবে ৰাজ্যিক খেলুৱৈ **অধীৰ ৰায়ে** এওঁৰ বিষয়ে এই মন্তব্য দিছিল, "ছফিকুল হুছেইন দুই ভৰিৰ শক্তিশালী শ্বট্ থকা ক্ষিপ্ৰ আউট খেলুৱৈ; তেওঁ লেফট আৰু ৰাইট উভয় পজিচনত সমান দক্ষতাৰে খেলিব পাৰে।" এন. এফ. ৰেলৱেৰ হৈ দুবাৰ আন্তঃ ৰেল ফুটবল খেলে। মহমেডান স্পৰ্টিং দলে অসম ভ্ৰমণ কৰোঁতে তেওঁক দললৈ মাতিছিল। গুৱাহাটী টাউন ক্লাবৰ হৈ আই-এফ-এ খেলোতে চন্দন নগৰ দলেও মাতিছিল, কিন্তু নগ'ল। তেওঁ মহাৰাণাৰ হৈ এবাৰ লীগ আৰু আই. এফ. এ.; গুৱাহাটী টাউন ক্লাবৰ হৈ দুবাৰ লীগ আৰু এবাৰ আই-এফ-এ আৰু ঠেঙালবাৰী ক্লাবৰ হৈ এবাৰ আই-এফ-এ খেলিছিল। ছফিকুল হুছেইনে ১৯৯২ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।


ডাঃ সুধেন্দু দাসগুপ্ত


দিল বাহাদুৰ ছেত্ৰী

# দিল বাহাদুৰ ছেত্ৰী(ককন)

দিল বাহাদুৰ ছেত্ৰী, অসমৰ খ্যাতনামা ফুটবলাৰ ভক্ত বাহাদুৰ ছেত্ৰীৰ জ্যেষ্ঠ ভাতৃ। "ককন" উপনামৰে খ্যাত দিল বাহাদুৰ ১৯৫৪ আৰু ১৯৫৭ চনত ৰাজ্যিক দলৰ লেফট-ইন আছিল আৰু ১৯৫৫ চনত ষ্টেণ্ড-বাই তালিকাত থাকে। ১৯৫৬ চনতো ৰাজ্যিক দলত নিৰ্বাচন লাভ কৰিছিল কিন্তু ডিব্ৰুগড় জিলা ক্ৰীড়া সন্থাৰ অনুমতি নোলোৱাকৈ এ টি পি এ শ্বিল্ডত ঠেঙালবাৰী ক্লাবৰ পক্ষে খেলা বাবে তেওঁক এবছৰৰ বাবে নিলম্বিত কৰে। ফলত তেওঁ ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফী খেলিব নোৱাৰিলে আৰু তেওঁৰ স্থানত ফৰোৱাৰ্ড বিলাস বৰুৱাক আনি হেমেন বৰুৱাক দলত সন্নিৱিষ্ট কৰে। পঞ্চাশ দশকৰ পাতনিতে শক্তিশালী ডিব্ৰুগড় জিলা দলত তিনি জন সহোদৰ(ভক্ত বাহাদুৰ ৰাইট-ইন, কৃষ্ণ বাহাদুৰ চেণ্টাৰ-ফৰোৱাৰ্ড আৰু দিল বাহাদুৰ লেফট-ইন)ৰ কম্বাইন ফুটবল মনকৰিবলগীয়া। মাত্ৰ ৫ ফুট ৪ ইঞ্চি ওখ ৬৩ কিলোগ্ৰাম ওজনৰ দিল বাহাদুৰৰ দুই ভৰিৰ হাৰ্ড কিক্ থকাৰ উপৰি ভাল হেডিং আৰু ড্ৰিবলিং ক্ষমতা আছিল।

দিল বাহাদুৰে ১৯৩৬ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। বেছি পঢ়া-শুনা নকৰিলেও ডিব্ৰুগড় পুলিচত কিছুদিন চাকৰি কৰি ১৯৫০ চনত ডিব্ৰুগড় ৰেলৱেত যোগদান কৰে। তেওঁ ১৯৪৯-৬১ লৈকে ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা ফুটবলত অংশ লয়। ইয়াৰ ভিতৰত ১৯৫২ ও ১৯৫৩ চনত আন্তঃ জিলা ফুটবল খিতাপ জয় কৰে। বিশেষকৈ ১৯৫৪ আন্তঃ জিলাত ডিব্ৰুগড় দলে ৰাণাৰ্ছ-আপ পাওঁতে তেওঁ সফল ষ্টপাৰৰ ভূমিকা গ্ৰহণৰ পিচৰ পৰাই এই স্থানতে পৰৱৰ্ত্তী ফুটবল অব্যাহত ৰাখে। ১৯৫৫ চনত মাৰ্ঘেৰিটাৰ ইণ্ডিয়া ক্লাৱে ছাৰ চুড়াচন্দ শ্বিল্ড জয় কৰোঁতে দিল বাহাদুৰ দলৰ ষ্টপাৰ আছিল। ১৯৬১ চনত ডিব্ৰুগড়ত অনুষ্ঠিত আন্তঃ জিলা ফুটবল খেলিয়ে অৱসৰ গ্ৰহণ কৰে। ১৯৯৪ চনত এন এফ ৰেলৱেৰ চাকৰিৰ পৰা অৱসৰ লয় আৰু ১৯৯৮ চনৰ ২৮ জুলাইত নাহৰকটিয়াৰ ওচৰৰ মেৰ-বিলত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# ভক্ত বাহাদুৰ ছেত্ৰী



অসম ফুটবলত অভ্যুদয় হোৱা সৰ্বকালৰ শ্ৰেষ্ঠ খেলুৱৈসকলৰ তালিকাত ভক্ত বাহাদুৰ ছেত্ৰীক নিঃসন্দেহে অন্তৰ্ভুক্ত কৰিব পাৰি। এই গৰাকী ৫ ফুট ৫½ ইঞ্চি ওখ, ৫৩ কিলোগ্ৰাম ওজনৰ ফুটবল কলাবিদে স্বকীয় জন্মগত প্ৰতিভাৰ জৰিয়তে অসম ফুটবলৰ জেউতি বৃদ্ধি কৰি গ'ল। ভৰিৰ সুন্দৰ ক্ৰীড়া চাতুৰ্য্য আৰু বুদ্ধিদীপ্ত খেলে গেম মেকাৰৰূপে যি বৰগুণিৰ যোগান ধৰিলে সেয়া অসম ফুটবলত বিৰল। যাৰবাবে ভক্ত বাহাদুৰ শদিয়াৰ পৰা ধুবুৰীলৈকে পৰিচিত ক্ৰীড়া ব্যক্তিত্ব হৈ পৰিছিল।"এই গেম মেকাৰ ইনচাইড-ফৰোৱাৰ্ডৰ ফুটবল মগজুয়ে এটা দলক ধ্বংস কৰিব পাৰিছিল।" এয়া এন. এফ ৰেলৱেৰ খেলুৱৈ **ভবেশ ৰায়ৰ** মন্তব্য। বিশেষকৈ ৰাজ্যিক দলৰ অধিনায়ক **অজয় দাসৰ** ভাষাত, "বহুমুখী প্ৰতিভাসম্পন্ন ভক্ত বাহাদুৰৰ ফুটবল কৌশলে কোন সময়ত কি কৰে তাৰ সঠিকতা নাছিল।" সেইদৰে ৰাজ্যিক খেলুৱৈ **অধীৰ ৰায়ৰ** মতে, "বিচক্ষণ ইনচাইড-ফৰোৱাৰ্ড ভক্ত বাহাদুৰৰ ফুটবলত দখল আছিল অধিক। তীক্ষ্ণ বুদ্ধিসম্পন্ন এই পৰিশ্ৰমী খেলুৱৈ গৰাকীয়ে স্বকীয় বুদ্ধিদীপ্ত খেলেৰে প্ৰতিপক্ষক ফাঁকি দিয়াত সিদ্ধহস্ত আৰু ট্ৰিকি স্কৰাৰ।" তদুপৰি ১৯৫৫ গুৱাহাটী বিশ্ববিদ্যালয় ফুটবল দলৰ অধিনায়ক **মহম্মদ চেৰিফৰ** মতে, "Bhakta Bahadur a rare football talent of Assam as the individualist of both legs— his movements were very fast and belongs to a showy game." ৰাজ্যিক দলৰ নামী চেণ্টাৰ-ফৰোৱাৰ্ড **ৰেব পোদ্দাৰৰ** মতে, "ভক্ত বাহাদুৰ চন্দ্ৰৰ নগ্ৰীতকৈ প্ৰতিভাশালী খেলুৱৈ আছিল।" আৰু এই সন্দৰ্ভত ডিব্ৰুগড়ৰ গ'লৰক্ষক **মনোজ পাত্ৰৰ** মন্তব্য মনকৰিবলগীয়া, "ভক্ত বাহাদুৰৰ সাংঘাতিক বল কণ্ট্ৰোল থকাৰ উপৰি স্কৰিং দক্ষতাও আছিল অপৰিসীম।"

ভক্ত বাহাদুৰে ১৯৩৯ চনৰ ১ জুন তাৰিখে ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। পিতৃ কাল ছেত্ৰী শিলচৰৰ বাসিন্দা তথা পুলিচ বিভাগৰ ছাব-ইন্সপেক্টৰ আছিল। ছয় গৰাকী সন্তান(চাৰিজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ এওঁ তৃতীয়। উত্তৰ পূব ভাৰতৰ ক্ৰীড়া মক্কা ডিব্ৰুগড়ৰ ক্ৰীড়া পৰিবেশ আৰু পৰিয়ালৰ প্ৰভাৱে তেওঁকো এজন দক্ষ ফুটবলাৰৰূপে গঢ় লোৱাত সহায় কৰে। পিতৃ ভাল হকী খেলুৱৈ তথা ককায়েক দ্বয় কৃষ্ণ বাহাদুৰ ছেত্ৰী আৰু দিল বাহাদুৰ ছেত্ৰী অসমৰ নামজ্বলা ফুটবলাৰ আছিল। ডিব্ৰুগড় পুলিচ ৰিজাৰ্ভতে তেওঁৰ ক্ৰীড়া জীৱনে গঢ় লওঁতে ফুটবলৰ প্ৰতি অধিক ৰাপ আছিল। ডিব্ৰুগড় চৰকাৰী স্কুলত পঢ়োতে ষষ্ঠমানৰ পৰাই স্কুল দলৰ ইনচাইড-ৰাইটৰূপে আত্ম-প্ৰকাশ কৰে। ১৯৫১ চনত ডিব্ৰুগড় টাউন ক্লাৱে স্বাধীনতা দিৱস কাপ জয় কৰোঁতে এই প্ৰতিযোগিতাত তেওঁ সবাতোকৈ কম বয়সীয়া খেলুৱৈ আছিল।

১৯৫২ চনত ডিব্ৰুগড়ে আন্তঃ জিলা খিতাপ পায়। বিশেষকৈ উল্লেখ্য প্ৰথমখন খেলতে শক্তিশালী গুৱাহাটীক ১-০ গ'লত পৰাভূত কৰোঁতে তেওঁ অতি সুন্দৰ খেল প্ৰদৰ্শন কৰি এটা দৰ্শনীয় গ'ল কৰে তথা তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ গ'ল ৰূপেও গণ্য কৰা হয়। সেইবছৰতে ডিব্ৰুগড় দলৰ পাঁচজন খেলুৱৈয়ে ৰাজ্যিক দলত স্থান পায়। ১৯৫৩ চনত পুনৰ আন্তঃ জিলা চেম্পিয়ন হৈ ৰাজ্যিক দলত স্থান পাইছিল যদিও বুট বাধ্যতামূলক কৰা হেতু মূল দলত সন্নিবিষ্ট নহ'ল। কিন্তু ১৯৫৪-১৯৫৯ লৈকে ৰাজ্যিক দলৰ অপৰিহাৰ্য্য ইনচাইড-ৰাইটৰূপে যি ক্ৰীড়া বৰঙণি এৰি থৈ গ'ল এয়া দ্বিতীয় কাৰো পক্ষে সম্ভৱ হোৱা নাছিল। ইয়াৰ ভিতৰত ১৯৫৫ চনত অসমে চতুৰ্থস্থান পায়। বিশেষকৈ উল্লেখ্য ১৯৫৯ চনত বঙ্গক ১-০ গ'লত পৰাভূত কৰোঁতে ভক্ত বাহাদুৰৰ আক্ৰমণাত্মক ফুটবল আমাৰ বাবে নজিৰ হৈ ৰব। নগাৱঁত সন্তোষ ট্ৰফীৰ চূড়ান্ত পৰ্য্যায়ৰ খেলত অসম দলে সুন্দৰ খেল প্ৰদৰ্শন কৰে। ভক্ত বাহাদুৰক দুবাৰ (১৯৫৯ আৰু ১৯৬০) জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ জনায়। জাতীয় দলত স্থান নেপালেও তেওঁক জাতীয় স্তৰৰ খেলুৱৈৰূপে গণ্য কৰা হৈছিল অৰ্থাৎ তেওঁৰ প্ৰতিভা এজন জাতীয় খেলুৱৈতকৈ কোনো গুণে কম নাছিল।

১৯৫৪ চনত যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰ নৱমমান শ্ৰেণীত ভৰ্ত্তি হয় আৰু ১৯৫৭ চনত মেট্ৰিক পৰীক্ষা দি শিক্ষা সামৰে। ইয়াৰ ভিতৰত যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলে ১৯৫৫ আৰু ১৯৫৬ চনত উজনি অসম স্কুল টুৰ্ণামেণ্টৰ ফুটবল চেম্পিয়ন

হয়। ১৯৫৫ চনত যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলে তেওঁৰ অধিনায়কত্বতে দেউকণ শ্বিল্ড জয় কৰোঁতে তেজপুৰ একাডেমীক ২-১ গ'লত হৰুৱায় । যোৰহাট জিলা দলৰ পক্ষে ১৯৫৫ আৰু ১৯৫৬ চনত আন্তঃ জিলা স্কুল ফুটবল খেলে। যোৰহাটত মিলিত শিল্পী সংঘৰ পক্ষে লীগ খেলে আৰু পৰৱৰ্ত্তী দুবছৰ (১৯৫৫ আৰু ১৯৫৬) ঠেঙালবাৰী ক্লাবত কটায়। সেইসময়ত ঠেঙালবাৰী ক্লাব এটা দুৰ্দ্ধৰ্ষ দল আছিল। তেওঁৰ অধিনায়কত্বতে ১৯৫৫ চনত বৰদলৈ ট্ৰফী ৰাণাৰ্ছ-আপ পাওঁতে ষ্টেট ট্ৰেন্সপৰ্টৰ হাতত পৰাভূত হয় কিন্তু ১৯৫৬-ৰ এ টি পি এ শ্বিল্ড জয় কৰোঁতে ফাইনেলত ষ্টেট ট্ৰেন্সপৰ্টক পৰাভূত কৰি প্ৰতিশোধ লয়। তিনিবছৰ (১৯৫৪-৫৬) যোৰহাটৰ পক্ষে আন্তঃ জিলা খেলি ১৯৫৫ চনত চেম্পিয়ন হয়। ১৯৫৭ চনত গুৱাহাটীৰ ফুটবললৈ ধাপলি মেলি মহাৰাণা ক্লাবত যোগদান কৰে। তেওঁ ১৯৫৭-৬০ লৈকে গুৱাহাটীৰ পক্ষে আন্তঃ জিলা খেলি তিনিবাৰ চেম্পিয়নশ্বিপ্ জয়ত অৰিহণা যোগায়। ১৯৬১ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা আংশিকভাৱে অৱসৰ লৈ মহাৰাণাৰ পক্ষে ১৯৬৪ লৈকে খেল অব্যাহত ৰাখে। পুনৰ ১৯৬৫ চনত জুবেল ষ্টাৰ দলৰ পক্ষে লীগৰ দুখনমান খেলত অংশ লৈয়ে ফুটবলৰ পৰা পূৰ্ণাঙ্গ অৱসৰ লয়। গুৱাহাটী তেল শোধনাগাৰৰ কৰ্মচাৰী ভক্ত বাহাদুৰ ছেত্ৰীয়ে ১৯৯৭ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে আৰু ২০০০ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।


ৰহিয়া বিশ্বাস


ডাঃ মদন সোণোৱাল

# ৰহিয়া বিশ্বাস

ৰহিয়া বিশ্বাস অসম ফুটবলৰ এক পৰিচিত ক্ৰীড়া চৰিত্ৰ। বৃটিছ ৰাজত্ব কালৰে পৰা ডিব্ৰুগড়ে স্বকীয় ফুটবল ঐতিহ্যক অসম ফুটবলত জলজল পটপট কৰি ৰাখিবলৈ সক্ষম হওঁতে স্বাধীনতাৰ পিচতো বহুতো ফুটবল কলাবিদৰ অভ্যুদয় হয়। ইয়াৰ অন্তৰ্গত ৰাইট আৰু লেফট-বেক্ পজিচনত দক্ষতা সহকাৰে খেলিব পৰা ৰহিয়া বিশ্বাস অসমৰ লেখতলবলগীয়া সকলৰ মাজত জিলিকি উঠিছিল। এই গৰাকী ৫ ফুট ৫$^1/_2$ ইঞ্চি ওখ, ৬০ কিলোগ্ৰামৰ মিঠা বৰণীয়া সুন্দৰ স্বাস্থ্যৰ খেলুৱৈয়ে ৰক্ষণবিভাগৰ খেলুৱৈৰূপে সকলো ধৰণৰ টেক্‌লিঙত দক্ষ আছিল।

ৰহিয়া বিশ্বাস ১৯৩৪ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী চিৰাজ বিশ্বাস(ছয়জন ল'ৰা আৰু পাঁচজনী ছোৱালী)ৰ দ্বিতীয় সন্তান। তেওঁ বেছি পঢ়া-শুনা নকৰিলে যদিও ফুটবলত মত্তহৈ ১৯৫৪ চনৰ পৰা ডিব্ৰুগড় টাউন ক্লাবত খেলিবলৈ লয়। বিশেষকৈ জিলা দলত ১৯৫৫-৬৪ লৈকে নিয়মিত ৰাইট-বেক্ আছিল। ইয়াৰ ভিতৰত ১৯৫৮ ও ১৯৫৯ চনত জিলা দলৰ অধিনায়কত্ব কৰে। ১৯৫৭-ৰ ছেমি-ফাইনেলত গুৱাহাটীৰ হাতত ১-০ গ'লত পৰাভূত হয়। অৱশ্যে ১৯৬৪ চনত চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। জিলা দলত প্ৰদৰ্শন কৰা বলিষ্ঠ আৰু বুদ্ধিদীপ্ত ক্ৰীড়াৰাজিৰ গুণত ৰহিয়া বিশ্বাসে চাৰিবাৰ (১৯৫৬, ১৯৫৭, ১৯৫৮ আৰু ১৯৬০) ৰাজ্যিক দলত স্থান পায়। ইয়াৰ অন্তৰ্গত সৰ্বকালৰ শ্ৰেষ্ঠ ৰাজ্যিক দল(১৯৬০)ত স্থান পোৱাটো কম গৌৰৱৰ বিষয় নহয়। কাৰণ অসমে সন্তোষ ট্ৰফীত তৃতীয়স্থান দখল কৰে। পঞ্চাশৰ দশকত ডিব্ৰুগড় টাউন ক্লাব অসমৰ এটা শক্তিশালী দল আছিল। বিশেষকৈ স্বাধীনতা দিবস কাপ আৰু বৰদলৈ ট্ৰফীত বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ গৈছে। ৰাজ্যিক খেলুৱৈ অজয় দাসৰ ভাষাত, "সুন্দৰ সুঠাম দেহৰ ৰক্ষণবিভাগৰ খেলুৱৈ ৰহিয়া বিশ্বাসৰ খেল ফলপ্ৰসূ হোৱাৰ উপৰি খুউব উপভোগ্য।" তদুপৰি ৰাজ্যিক জুনিয়ৰ দলৰ অধিনায়ক দীপক বেনাৰ্জীৰ মতে, "ৰহিয়া বিশ্বাস ঠাণ্ডা মগজুৰ ডিফেন্স আৰু যি কোনো ফৰোৱাৰ্ডক নিষ্ক্ৰিয় কৰাত পাৰ্গত।" আন্তৰ্জাতিক খেলুৱৈ টচেন বড়াৰ মতে, "ৰহিয়া বিশ্বাস অতি আত্মবিশ্বাসী ৰক্ষণ বিভাগৰ খেলুৱৈ। তেওঁৰ কোবাল শ্বট্ আৰু দলক নিয়ন্ত্ৰণ কৰিব পৰা গুণৰ বাবে আজিও আটাইয়েৰে সমাদৰৰ পাত্ৰ।" ৰহিয়া বিশ্বাসে ১৯৯১ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□

# কনক বুঢ়াগোহাঁই



ফুটবলৰ উৰ্বৰভূমি ডিব্ৰুগড়ত অভ্যুদয় হোৱা দৰ্শনীয় চেহেৰাৰ লেফট-আউট কনক বুঢ়াগোহাঁই এজন চকুতপৰা খেলুৱৈ। ফুটবলাৰৰূপে অল-ৰাউণ্ড কোৱালিটি থকা এই গৰাকী ৫ ফুট ৬৩/৪ ইঞ্চি ওখ, ৬৪ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে গ'ললৈ লোৱা তীব্ৰতৰ শ্বট্‌সমূহৰ ৯০% স্কৰ হৈছিল। ১৯৫৩-ৰ জিলা দলত নিৰ্বাচন নোপোৱাৰ পশ্চাৎ তেওঁৰ ফুটবলত ৰূপান্তৰ দেখা যায় (অৰ্থাৎ দুগুণ উৎসাহৰে অনুশীলনত নিমগ্ন হয়) আৰু পৰৱৰ্তী বছৰ দলত স্থান লাভ কৰাই নহয় ধুবুৰীত অনুষ্ঠিত আন্তঃ জিলা ফুটবলত বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যাওঁতে ছেমি-ফাইনেলত তেজপুৰৰ বিৰুদ্ধে তেওঁ হেট-ট্ৰিক অৰ্জন কৰিছিল। কিন্তু ফাইনেলত চিলঙৰ হাতত পৰাভূত হয়।

১৯৩৩ চনৰ ১৭ ছেপ্টেম্বৰত ডিব্ৰুগড়ৰ ওচৰৰ চিৰিং গাঁৱত ভূমিষ্ঠ হয়। কৃষক পৰিয়ালৰ কনক বুঢ়াগোহাঁইয়ে গাঁৱলীয়া দুৰ্দ্ধৰ্ষতাৰ জৰিয়তে এজন খেলুৱৈ হোৱাৰ উপকৰণ সমূহ যোগাৰ কৰিছিল। বিশেষকৈ তেওঁ এগৰাকী ভাল স্পিণ্টাৰ আৰু গ্ৰুৱাৰ আছিল। জৰ্জ স্কুলত পঢ়োতে উজনি অসম স্কুল টুৰ্ণামেণ্টত ১০০ গজ দৌৰ আৰু ৪ × ১০০ গজ দৌৰত প্ৰথমস্থান পাইছিল। তদুপৰি ১৯৫১ চনত জৰ্জ স্কুলে যোৰহাটৰ খৃষ্টান মিছন্ স্কুলক পৰাভূত কৰি টুৰ্ণামেণ্ট চেম্পিয়ন হওঁতে তেওঁ লেফট-আউট পজিচনত খেলিছিল। কনক বুঢ়াগোহাঁইয়ে ১৯৫১ চনত মেট্ৰিক পাছ্ কৰি মাৰ্ঘেৰিটাৰ এ. আৰ. এণ্ড টি. কোম্পানীত একাউণ্টছ্ ক্লাৰ্কৰূপে যোগদান কৰে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৪৮-৫১ লৈকে ডিব্ৰুগড় টাউন ক্লাব দলত লেফট-ইন আৰু লেফট-আউট দুয়োটা পজিচনতে সুখ্যাতিৰে খেলে। ১৯৫১ চনত জিলা দলত স্থান পায়; অৱশ্যে তেওঁ খেলা নাছিল। ইয়াৰ পিচত তেওঁ ১৯৫৪ আৰু ১৯৫৭ চনত জিলা দলত খেলে; বিশেষকৈ ১৯৫৪ চনৰ ৰাজ্যিক

দলতো স্থান পায়। ১৯৫০ চনত মাৰ্ঘেৰিটা ইণ্ডিয়ান ক্লাবে ছাৰ চুড়াচন্দ শ্বিল্ড জয় কৰি ইতিহাস ৰচনা কৰে গৰণ প্ৰথমবাৰ এই শ্বিল্ড মণিপুৰৰ বাহিৰলৈ যায়। ফাইনেল খেল অমীমাংসিতভাৱে অন্ত পৰোতে তেওঁ একেবাৰে শূন্য কোণৰ পৰা তীব্ৰ শ্বট্ কৰি দ্বিতীয়বাৰত এক আশ্চৰ্য্যজনক গ'লেৰে সমতা স্থাপন (১-১) কৰে। প্লে-অফ্ ফাইনেল সূচনাৰ ১৫ মিনিটতে কনক বুঢ়াগোহাঁইয়ে শ্বিল্ড জয়ী একমাত্ৰ গ'লটো কৰোঁতে শিলচৰ স্পৰ্টিং ইউনিয়নে ৰাণাৰ্ছ-আপ পায়। ১৯৫৫ চনত পুনৰ ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়, যদিও তেওঁ উপস্থিত থাকিব নোৱাৰিলে। এইখিনিতে উল্লেখ্য মাৰ্ঘেৰিটাত থাকোতে এবাৰ "ফুটবল ব্লু" পায় তদুপৰি এথলেটিক্সত প্ৰাধান্য বিস্তাৰ কৰোঁতে জেভেলিন থ্ৰুত ১৯৮ ফুট নিক্ষেপ কৰাৰ কৃতিত্ব লাভ কৰে। ১৯৫৮ চনত তেওঁ এল.আই.চি-ত কম্পিউটাৰ অপাৰেটৰৰূপে যোগদান কৰি গুৱাহাটী টাউন ক্লাবত এবছৰ(১৯৫৯) খেলে আৰু পিচত দ্বিতীয় ডিভিজন ফ্ৰেণ্ডচ ইউনিয়ন ক্লাবৰ লেফট-হাফ্ৰূপে খেলি ১৯৬১ চনত লীগ খিতাপ জয় কৰাত সহায় কৰে। ইয়াৰ পিচতে তেওঁ প্ৰথম শ্ৰেণী ফুটবলৰ পৰা সন্যাস লয়, যদিও কেৱল অফিচ লীগত অভ্যস্ত হৈ ১৯৬৭ চনত ফুটবলৰ পৰা পূৰ্ণাঙ্গ অৱসৰ গ্ৰহণ কৰে। অসমৰ নামী চেণ্টাৰ-ফৰোৱাৰ্ড ৰেব পোদ্দাৰৰ মতে, "কনক বুঢ়াগোহাঁই অতি দুৰন্ত গতিসম্পন্ন খেলুৱৈ আৰু তীব্ৰ শ্বট্ৰ অধিকাৰী আছিল যদিও তেওঁ বেছি দিন নেখেলিলে। তেওঁ উপযুক্ত পৰিৱেশত দীৰ্ঘদিন খেলা হলে ভাৰতৰ চকুত পৰা খেলুৱৈত পৰিণত হোৱাৰ সম্ভাৱনা আছিল।" অসম ফুটবলৰ এই গৰাকী সুযোগ্য ক্ৰীড়াবিদলৈ ১৯৯৮ চনত ক্ৰীড়া পেঞ্চন আগবঢ়ায়।

# ডাঃ মদন সোণোৱাল

ক্ৰীড়া উৰ্বৰা ডিব্ৰুগড় ফুটবলৰ স্বৰ্ণময় যুগত অভ্যুদয় হোৱা কেইবা গৰাকী অসমৰ মুধা-ফুটা খেলুৱৈৰ ভিতৰত মদন সোণোৱালকো সন্নিৱিষ্ট কৰিব পাৰি। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ, ৫৮ কিলোগ্ৰাম ওজনৰ ৰাইট-হাফ্ৰ দৌৰত দুৰন্ত গতি থকা বাবে প্ৰতিপক্ষৰ ফৰোৱাৰ্ডক সোণকালে কৰায়ত্ত কৰিবলৈ সক্ষম হৈছিল। অসমৰ ষ্টাইলিষ্ট হাফ্ টচেন বড়াৰ মতে, "Madan Sonowal interception good and retreat excellent."

মদন সোণোৱালে ১৯৩৫ চনৰ ১ মাৰ্চত খোৱাঙৰ কললোৱা গাঁৱত জন্ম গ্ৰহণ কৰে। কৃষক পৰিয়াল(২ জন ল'ৰা আৰু ৪ জনী ছোৱালী)ৰ এওঁ দুই নং

সন্তান। বুঢ়ীদিহিঙৰ অৱৱাহিকাত অৱস্থিত ধানৰ চহকী কললোৱা গাঁৱত ডাঙৰ দীঘল হয় আৰু স্থানীয় কললোৱা এম. ভি. স্কুলত শিক্ষাৰ পাতনি মেলি খোৱাং হাইস্কুলত পঢ়িবলৈ লয় আৰু ১৯৫১ চনত ডিব্ৰুগড়ৰ জৰ্জ স্কুলত অষ্টমমান শ্ৰেণীত নাম লগায়। মদন সোণোৱালে জৰ্জ স্কুল ফুটবল দলত ৰাইট-বেক্‌ৰূপে আত্ম-প্ৰকাশ কৰি ১৯৫১ উজনি অসম স্কুল টুৰ্ণামেণ্ট খেলোতে ফুটবলত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে। তদুপৰি তেওঁ ১০০ গজ দৌৰতো চেম্পিয়ন হয়(১৯৫৩)। মদন সোণোৱালে ১৯৫৩ চনত জৰ্জ স্কুলৰ পৰাই মেট্ৰিক পাছ কৰে। ইয়াৰ পিচতে কানৈ কলেজত দুবছৰ আই. এছ চি. পঢ়োতে ১৯৫৩ আৰু ১৯৫৪ চনত কলেজ দলৰ পক্ষে আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। আই. এছচি. পাছ কৰি ১৯৫৫ চনত গুৱাহাটীৰ ভেটেৰিণেৰী কলেজত ভৰ্ত্তি হয় আৰু ১৯৫৫-৫৯ লৈকে ভেটেৰিণেৰী কলেজ দলত খেলে। ডিব্ৰুগড়ত পঢ়ি থকাকালীন ডিব্ৰুগড় টাউন ক্লাবৰ অনিয়মিত খেলুৱৈ আছিল। ১৯৫৩ চনত ডিব্ৰুগড় জিলা দলত সদা চৌধুৰী নথকাত মদন সোণোৱাল ৰাইট-হাফ্‌ৰ নিগাজী খেলুৱৈ হৈ পৰে আৰু আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যাওঁতে ফাইনেল অমীমাংসিতৰূপে অন্ত পৰে আৰু তেওঁ সোঁ-আঠুত আঘাত পায়। ফলত ৰি-প্লে ফাইনেলত অংশ লব নোৱাৰিলে। তেওঁৰ স্থানত ছবিফুল হুছেইনে খেলে আৰু ডিব্ৰুগড় দলে খিতাপ জয় কৰে। ভেটেৰিণেৰী কলেজত পঢ়োতে প্ৰতি বছৰেই "শ্ৰেষ্ঠ এথলীট"ৰ সন্মান পোৱা মদন সোনোৱালে ১৯৫৩, ১৯৫৪ আৰু ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি আন্তঃ বিশ্ববিদ্যালয় ফুটবল খেলে। তেওঁ গুৱাহাটী লীগত আত্ম-প্ৰকাশ কৰোঁতে হিন্দু-মুছলিম ক্লাৱত দুবছৰ খেলি ১৯৫৭ চনত মহাৰাণা ক্লাৱত যোগদান কৰে। সেই বছৰ গুৱাহাটী জিলা দলত স্থান লাভ কৰি বলিষ্ঠ ক্ৰীড়া বৰঙণিৰ যোগান ধৰাৰ উপৰি আন্তঃ জিলা খিতাপ জয় কৰে আৰু ৰাজ্যিক দলতো স্থান লাভ কৰি হায়দৰাবাদ সন্তোষ ট্ৰফীত অংশ লয়। পুনৰ ১৯৫৯ চনত গুৱাহাটী দলত খেলোতে চিলঙৰ সৈতে আন্তঃ জিলা ফুটবলত যুগ্ম বিজয়ীৰ সন্মান কঢ়িয়াই আনে। বিশেষকৈ ১৯৫৭ চনত মহাৰাণা ক্লাবৰ পক্ষে লীগ জয়ী হোৱাৰ উপৰি স্বাধীনতা দিৱস কাপ আৰু ডুগৰ শ্বিল্ড জয় কৰি "ত্ৰিপুল ক্ৰাউন"ৰ অধিকাৰী হয়। ১৯৬০ চনত ভেটেৰিণেৰী বিজ্ঞানত স্নাতক ডিগ্ৰী লোৱাৰ পিচতে পশু চিকিৎসকৰূপে চৰকাৰী চাকৰিত যোগদান কৰে আৰু বাধ্য হৈ ফুটবলৰ পৰা অৱসৰ লয়। ১৯৯৫ চনত ডেপুটী ডাইৰেক্টৰ অৱ ভেটেৰিণেৰীৰূপে চাকৰিৰ পৰা অৱসৰ লয়। ১৯৯৭ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# প্ৰফুল্ল শৰ্মা

ডিব্ৰুগড়ে অসমৰ ভিতৰতে সংখ্যাধিক খেলুৱৈৰ জন্ম দিছে। ইয়াৰ ভিতৰত ১৯৬৪ আন্তঃ জিলা চেম্পিয়ন দলৰ অধিনায়ক প্ৰফুল্ল শৰ্মা এগৰাকী জাকত জিলিকা খেলুৱৈ। তেওঁ ৰাইট-হাফ্ আৰু ৰাইট-ইন্ উভয় পজিচনতে বলিষ্ঠ ফুটবল খেলিছে। ষাঠি কিলোগ্ৰামতকৈ কম ওজনৰ ৫ ফুট ৭ ইঞ্চি ওখ এই খেলুৱৈ গৰাকীয়ে প্ৰতিটো মুহূৰ্ত্তত ৰণদেহী মূৰ্ত্তি লৈ দুৰন্ত ফুটবল প্ৰদৰ্শন কৰিছিল। দুৰন্ত গতিত বল নিয়ন্ত্ৰণৰ লগতে তেওঁৰ ফুটবলত আছিল — দৰ্শনীয় কলা-কৌশল।

শক্তিশালী ডিব্ৰুগড় টাউন ক্লাবত সুদীৰ্ঘ তেৰ বছৰ (১৯৫২-৬৪) খেলা এই ফুটবলাৰ গৰাকী ১৯৩৭ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। মিউনিচিপালিটী অফিচৰ কেৰাণী তাৰিণী নাথ শৰ্মা (ছয়জন ল'ৰা আৰু পাঁচ গৰাকী ছোৱালী)ৰ চতুৰ্থ সন্তান। ১৯৪৩ চনৰ পৰা তেওঁলোকৰ পৰিয়াল ডিব্ৰুগড়ত বসতি কৰিবলৈ লয় আৰু ডিব্ৰুগড় গভৰ্ণমেণ্ট স্কুলত পঢ়ি ১৯৫৫ চনত মেট্ৰিক আৰু কানৈ কলেজৰ পৰা ১৯৫৮ চনত আই. এছচি. পাছ কৰে। প্ৰফুল্ল শৰ্মাই ১৯৫৭-১৯৬৭লৈকে ডিব্ৰুগড় জিলা দলত ইয়াৰ অন্তৰ্গত দুলীয়াজানৰ অইল ইণ্ডিয়ালৈ অহাৰ পূৰ্বে ডিব্ৰুগড় ৰেল দলত খেলি এন. এফ. ৰেলৱে দলত স্থান গঢ়ি আন্তঃ ৰেলৱে ফুটবলতো অংশ গ্ৰহণ কৰে।

প্ৰফুল্ল শৰ্মাই কানৈ কলেজত বি. এছচি. পঢ়ি থাকোতে ১৯৬১ আৰু ১৯৬২ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ প্ৰতিনিধিত্ব কৰে আৰু শ্ৰীনগৰত নৰ্থ জুন ফাইনেল খেলে। ১৯৬১ আৰু ১৯৬৪ চনত তেওঁ ৰাজ্যিক দলৰ ৰাইট-ইন আছিল। অৱশ্যে বিশ্ববিদ্যালয় দলত ৰাইট-হাফ্ত খেলিছিল যদিও জিলা দলৰ তেওঁ ৰাইট-হাফ্ আৰু ৰাইট-ইন আছিল। বহু খেল খেলা প্ৰফুল্ল শৰ্মাই ১৯৬৪ চনত তিনিচুকীয়াত অনুষ্ঠিত ডিব্ৰুগড় একাদশ বনাম বি এন আৰ প্ৰদৰ্শনী খেলখনত চমকপ্ৰদ খেলৰ বাবে দুলীয়াজানৰ অইল ইণ্ডিয়া দলৰ চকু পৰে আৰু তেওঁক দললৈ আনে। প্ৰফুল্ল শৰ্মাই অসমৰ চকুত পৰা সাফল্যমণ্ডিত ফুটবল দল অইল ইণ্ডিয়াত দীৰ্ঘ দহবছৰ খেলি ১৯৭৪ চনত অৱসৰ গ্ৰহণ কৰে।

# নিহাৰ নাগ



অসম ফুটবলত বহুতো ফুটবল কলাবিদৰ উদয় ও অস্ত হৈছে। ইয়াৰ অন্তৰ্গত ক্ষীণকায় লেফট-হাফ্ নিহাৰ নাগক নিশ্চয়কৈ অসম ফুটবলে পাহৰিব নোৱাৰে। অসম ফুটবলৰ স্বৰ্ণময় সময়ছোৱাত দলৰ লেফট-হাফ্ নিহাৰ নাগৰ বলিষ্ঠ বৰঙণি এক নজিৰ হৈ ৰব। এই পৰিশ্ৰমী ফুটবলাৰ গৰাকীয়ে সদায় লগৰ হাফ্‌জনক ৰক্ষণাত্মক ভূমিকা দি নিজে ৰক্ষণৰ উপৰি আক্ৰমণত জঁপিয়াই পৰোতে স্কিমাৰৰ ভূমিকা লৈ দলক প্ৰচুৰ ইন্ধন যোগাইছিল। ৰাজ্যিক ফুটবলাৰ অজয় দাসৰ মতে, "নিহাৰ নাগ এগৰাকী অতি কষ্টসহিষ্ণু খেলুৱৈ, বিশেষকৈ বল কাঢ়ি লৈ যোৱাত খুউব সুদক্ষ আছিল।" তেওঁৰ বিষয়ে প্ৰখ্যাত হাফ্ টচেন বড়াৰ মন্তব্য এনে ধৰণৰ, "Nihar Nag is very labouriaus and fine controlling of ball. One of the best half I have ever seen and played with him. We may call him low drive specialist." ডেৰগাওঁ পুলিচৰ দুৰ্দ্ধৰ্ষ লেফট-বেক্ ভূবন গঁগৈৰ মতে "নিহাৰ নাগ কেৱল টিমৰ বাবে খেলা হাৰ্ড ৱৰ্কিং খেলুৱৈ।"

নিহাৰ নাগ কুমিল্লা চহৰ(বৰ্ত্তমান বাংলাদেশ)ৰ পৰা পোন্ধৰ মাইল নিলগৰ এখন গাঁৱত ১৯৪০ চনত জন্ম গ্ৰহণ কৰে। কৃষক পৰিয়ালৰ মুঠ আঠজন সন্তান(পাঁচজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ এওঁ সৰ্বকনিষ্ঠ। সৰুতে অসমলৈ আহি ৰেলৱেত চাকৰি কৰা খুড়ায়েকৰ লগত থাকোতে মৰিয়ণি, গুৱাহাটী আৰু ডিব্ৰুগড়ত পঢ়িছিল আৰু ১৯৫৮ চনত মেট্ৰিক দিয়ে শিক্ষা সামৰে। ডিব্ৰুগড়ত থাকোতে পোন্ধৰ বছৰ বয়সতে খলিহামাৰি ক্লাবৰ জৰিয়তে ফুটবলৰ পাতনি মেলে। এই ক্ষেত্ৰত প্ৰখ্যাত ফুটবলাৰ ৰহিয়া বিশ্বাসৰ নাম উল্লেখনীয়। তেওঁ ক্ৰমে ইয়ং স্পৰ্টছ ক্লাব, ডিব্ৰুগড় স্পৰ্টিং ইউনিয়ন, ডিব্ৰুগড় টাউন ক্লাব, ডিব্ৰুগড় ৰেলৱে ক্লাব আৰু গুৱাহাটীৰ মহাৰাণা ক্লাবত খেলে; কিন্তু ১৯৬৩-ৰ পৰা দুলীয়াজানৰ অইল ইণ্ডিয়া দলত খেলিবলৈ লয়।

নিহাৰ নাগে ডিব্ৰুগড় স্পৰ্টিং ইউনিয়ন ক্লাবৰ জৰিয়তে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে আৰু ১৯৫৬ চনত ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা ফুটবলত ভাগ লয়। ইয়াৰ পিচত ১৯৬১(গুৱাহাটী) আৰু ১৯৬২ (এন এফ ৰেলৱে)ত দুবাৰ ৰাণাৰ্ছ-আপ হয়। ১৯৬৪ চনত ডিব্ৰুগড় জিলা দলে চূড়ান্ত বিজয়ী হওঁতে তেৰোঁ খেলিছিল। তেওঁ ১৯৫৮-১৯৬৪ লৈকে ৰাজ্যিক দলৰ নিয়মিত খেলুৱৈ আছিল। ডিব্ৰুগড় টাউন ক্লাবৰ এই খেলুৱৈ গৰাকীক অনিমেষ গাঙ্গুলীয়ে ১৯৫৯ চনত মহাৰাণা দললৈ নিয়ে। ইতিপূৰ্বে ৰাণীবাৰী ক্লাবত এবছৰ খেলে (১৯৫৮)। পোনতে চেণ্টাৰ-হাফ্‌ৰূপে ফুটবলৰ পাতনি মেলি পিচত অসম দলৰ চকুত পৰা লেফট-হাফ্‌ত পৰিণত হয়। তেওঁৰ ফুটবল জীৱনত ১৯৫৮ আৰু ১৯৬৪ আন্তঃ জিলা ফাইনেল ১৯৫৯ চনত বঙ্গৰ বিৰুদ্ধে আৰু ১৯৬০ চনত ছাৰ্ভিচেজ আৰু কেৰালাৰ বিৰুদ্ধে খেলা খেলসমূহেই জীৱনৰ শ্ৰেষ্ঠ খেল। ফুটবলত তেওঁৰ ফৰ্ম তুঙ্গত থকাকালতে ভাৰতৰ প্ৰায় সকলোবোৰ খ্যাতনামা খেলুৱৈৰ বিৰুদ্ধে সফল ফুটবল খেলিছে। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ আৰু ষাঠি কিলোগ্ৰামতকৈ কম ওজনৰ পৰিশ্ৰমী ফুটবলাৰে ১৯৫৫-ৰ পৰা ৰেলৱেত চাকৰি কৰি ১৯৬৩ চনত দুলীয়াজানৰ অইল ইণ্ডিয়াত যোগদান কৰে। তেওঁ অইল দলতো দীৰ্ঘ বাৰবছৰ বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি ১৯৭৫ চনত অৱসৰ লয়। যি কি নহওঁক অসমৰ তিনি দুৰ্দ্ধৰ্ষ হাফ্ টমলিন লামাৰে আৰু চৌ জিত গোহাঁইৰ লগত এটা নাম সদায় জড়িত থাকিব — নিহাৰ নাগ। তেওঁৰ খেলত আকৃষ্ট হৈ কলিকতাৰ মহমেডান স্পৰ্টিং, বাটা স্পৰ্টছ ক্লাব আৰু কালীঘাট ক্লাবে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল। বিশেষকৈ ১৯৫৯ আৰু ১৯৬০-ৰ অসম দলত প্ৰদৰ্শন কৰা বলিষ্ঠ খেলে ভাৰতীয় ফুটবলৰ দৃষ্টি আকৰ্ষণ কৰিছিল।


হাৰাণ পুৰুকায়স্থ


প্ৰফুল্ল শৰ্মা

# মহেন্দ্ৰ গগৈ

ফুটবল উৰ্বৰভূমি উজনি অসমত অভ্যুদয় হোৱা তাৰকা ফুটবলাৰ সকলৰ ভিতৰত মহেন্দ্ৰ গগৈ অন্যতম। টু-বেক্ পদ্ধতি অচল হওঁতে থ্ৰি-বেক্ পদ্ধতিত উজনি অসমৰ চকুতপৰা ষ্টপাৰৰূপে জিলিকি উঠিছিল। সেই সময়ত অসমৰ শক্তিশালী ফুটবল দল ডিব্ৰুগড় টাউন ক্লাবৰ মহেন্দ্ৰ গগৈ এনেদৰে জড়িত আছিল, "Without Mahendra Gogoi Dibrugrah Town club can't play football at any place." দলত তেওঁ থাকিলে যি কোনো প্ৰতিপক্ষই পৰাভূত কৰা অসম্ভৱ হৈ উঠিছিল। ৰক্ষণ বিভাগত প্ৰাচীৰৰ দৰে থিয় দিয়া সুস্বাস্থ্যৰ অধিকাৰী মহেন্দ্ৰ গগৈৰ শাৰীৰিক সক্ষমতা —উচ্চতা ৫ ফুট ৮ ইঞ্চি আৰু ওজন ৭০ কিলোগ্ৰাম আছিল।

মহেন্দ্ৰ গগৈ ১৯৪৩ চনত চেপনৰ ওচৰৰ ডুমৰদলং চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। বাগিচাৰ কৰ্মচাৰী নীলকান্ত গগৈ(চাৰিজন ল'ৰা আৰু এজনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। ডিব্ৰুগড় চৰকাৰী হাইস্কুলত পঢ়ি ১৯৬০ চনত মেট্ৰিক পাছ কৰে আৰু গুৱাহাটীৰ ইঞ্জিনীয়াৰিং ইন্সটিটিউটত দুবছৰ চিভিল ইঞ্জিনীয়াৰিং পঢ়ে; কিন্তু আধৰুৱা হয়। ১৯৫৮ চনত ডিব্ৰুগড় গভৰ্ণমেণ্ট হাইস্কুলে উজনি অসম স্কুল টুৰ্ণামেণ্টত বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি মহেন্দ্ৰ গগৈয়ে "শ্ৰেষ্ঠ খেলুৱৈ"ৰ সন্মান পায়। এইখিনিতে উল্লেখ্য ডিব্ৰুগড় টাউন ক্লাবত খেলি থাকোতেই অষ্টমমান শ্ৰেণীৰ ছাত্ৰ মহেন্দ্ৰ গগৈয়ে ডিব্ৰুগড় জিলা দলত স্থান পায়(১৯৫৮)। তেওঁ ১৯৫৯ আৰু ১৯৬০ চনতো জিলা দলত খেলে। ইয়াৰ অন্তৰ্গত ১৯৫৯ চনত ৰাজ্যিক দলত স্থান পায়। এইখিনিতে উল্লেখ্য সেই বছৰ মাৰ্ঘেৰিটাৰ পৰা শিৱসাগৰলৈকে এই বৃহৎ অঞ্চলৰ পৰা ৰাজ্যিক দলত স্থান পোৱা একমাত্ৰ খেলুৱৈ গৰাকী হল — মহেন্দ্ৰ গগৈ। অৱশ্যে ৰাজ্যিক দলত তেওঁ ৰাইট-হাফ্ পজিচনত খেলে। ১৯৬০ চনটো তেওঁক পুনৰ ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ কৰিছিল।

১৯৫৯ চনত ডিব্ৰুগড় টাউন ক্লাব দলে স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফীত প্ৰদৰ্শন কৰা বীৰোচিত ফুটবলৰ বাবে "Gallant Fighter" নাম পাইছিল।

দুই ভৰিৰ শ্বুটিং থকা এই ফুটবলাৰ সকলো দিশতে চহকী কুশলী খেলুৱৈ আছিল বিশেষকৈ কৰ্ণাৰ কিক্ মৰাত। গুৱাহাটীত পঢ়োতে দুবছৰ এমেচাৰ ক্লাৱত খেলে। ১৯৬৩ আন্তঃ কলেজ ফুটবলত তেওঁ কানৈ কলেজৰ পক্ষে খেলে। ৰাজ্যিক খেলুৱৈ ৰহিয়া বিশ্বাসৰ মতে, "ডিব্ৰুগড় টাউন ক্লাৱৰ ষ্টপাৰ মহেন্দ্ৰ গগৈ এজন ঠাণ্ডা মস্তিষ্কৰ ব্ৰেইনি ফুটবলাৰ, বিশেষকৈ কভাৰিং উত্তম।" মহেন্দ্ৰ গগৈৰ বিষয়ে জিলা খেলুৱৈ ক্ষীৰেশ্বৰ হাজৰিকাৰ মন্তব্য "দৰ্শনীয় চেহেৰাৰ লগতে সুন্দৰ স্বাস্থ্যৰ অধিকাৰী মহেন্দ্ৰ গগৈ শুদ্ধ শ্বুটিং, হেডিং, ট্ৰেপিং তথা বল ডেলিভাৰী আদিৰ সঠিক সমন্বয়ে এজন পূৰ্ণাঙ্গ ফুটবলাৰত পৰিণত কৰিছিল।" ৰাইজিং ইলেভেনৰ খেলুৱৈ বিনয় মেধিৰ মতে, "দেখা যায় মহেন্দ্ৰ গগৈয়ে গৰিষ্ঠ সংখ্যক বল কৰঙনত ৰিচিভ্ কৰে। একুৰেট গ্ৰাউণ্ড পাছ, সুন্দৰ লৱসহ ডিচট্ৰিবিউচন থকা এজন পৰিপক্ক ডিফেণ্ডাৰ।" ১৯৬৫ চনত চেপন চাহ বাগিচাত যোগদান কৰে আৰু ১৯৬৮ চনৰ এ টি পি এ শ্বিল্ড খেলিয়ে প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লয়।


মহেন্দ্ৰ গগৈ


ক্ষীৰেশ্বৰ হাজৰিকা

# ক্ষীৰেশ্বৰ হাজৰিকা

অসমত বহুতো ফুটবল কলাবিদৰ অভ্যুদয় হৈছে। ইয়াৰ ভিতৰত নাহৰকটিয়াৰ ক্ষীৰেশ্বৰ হাজৰিকা অন্যতম । তেওঁ ডিব্ৰুগড়ৰ ফুটবলতে আবদ্ধ নথকা হলে অসমৰ মূধা ফুটা চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে জিলিকি থাকিব পাৰিলেহেঁতেন তাত সন্দেহ নাই। উজনি অসমৰ অতি প্ৰতিভাসম্পন্ন এই ফুটবল কলাবিদে বল আয়ত্তত ৰাখিব পৰা আৰু যি কোনো স্থানৰ পৰা যি কোনো ভৰিয়ে তীব্ৰ শ্বট্ লব পৰা

ক্ষমতা আছিল। খেলপথাৰত তেওঁ অৱতীৰ্ণ হলে প্ৰতিপক্ষৰ ডিফেন্সে প্ৰতিটো মুহূৰ্ত্ত সন্ত্ৰাসৰ মাজত অতিবাহিত কৰিব লগা হৈছিল। তেওঁৰ বিষয়ে এবাৰ **নুৰুল আমিনে** এনে ধৰণৰ মন্তব্য দি থৈ গৈছে, "মই বহুতো ফুটবলাৰ দেখিছো কিন্তু এওঁৰ দৰে দুই ভৰিৰ তীব্ৰ শ্বট্ তথা বল ড্ৰিবলিং ইণ্ডিযাত বিৰল।" অসমৰ খ্যাতনামা লেফট-হাফ্ **টচেন বড়াৰ** মতে, "ক্ষীৰেশ্বৰ হাজৰিকা অতি দক্ষ ড্ৰিবলাৰ লগতে গ'ল কৰিব পৰা অসীম ক্ষমতা — দুয়োটা ভৰিতে সমান।" ক্ষীৰেশ্বৰ হাজৰিকা ১৯৬১-৬৯ পৰ্য্যন্ত ডিব্ৰুগড় জিলা দলৰ নিগাজি চেণ্টাৰ- ফৰোৱাৰ্ড আছিল। ইয়াৰ ভিতৰত ১৯৬১, ১৯৬৩ আৰু ১৯৬৫ চনত ৰাজ্যিক দলত স্থান পায়ো বিভিন্ন কাৰণ বশ তঃ খেলিব নোৱাৰিলে। তেওঁ চেণ্টাৰ-ফৰোৱাৰ্ডৰ উপৰি আক্ৰমণ বিভাগৰ যি কোনো পজিচনত দক্ষতা সহকাৰে খেলিব পাৰিছিল।

ক্ষীৰেশ্বৰ হাজৰিকা ১৯৩৯ চনত নাহৰকটিয়াৰ গাতে লাগি থকা দীঘলা-পথাৰ গাঁৱত জন্ম গ্ৰহণ কৰে। খেতিযক ভক্তিপ্ৰসাদ হাজৰিকা (চাৰিজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ সবাতোকৈ কনিষ্ঠ পুত্ৰ। নাহৰকটিযা হাইস্কুলত পঢ়োতে (১৯৫০-৬০) তেওঁ ফুটবলৰ উপৰি এথলেটিক্সতো পাৰদৰ্শী আছিল। সেই সময়তে নাহৰকটিয়া স্পৰ্টাৰ্ছ ক্লাব আৰু নাহৰকটিয়া টাউন ক্লাবত খেলি ১৯৫৮ চনত প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰে। ছাত্ৰ অৱস্থাত অধ্যাপক ফটিক গগৈৰ উদগনিয়ে তেওঁক খেলুৱৈৰূপে গঢ় লোৱাত মূল অৰিহণা যোগায়। পৰৱৰ্ত্তীকালত মহেন্দ্ৰ হাজৰিকা আৰু নুৰুল আমিনৰ প্ৰশিক্ষণ পায়। জিলা দলত আত্ম-প্ৰকাশ কৰাৰ পিচতে ডিব্ৰুগড়ৰ পাঁচ আলি ক্লাব, শান্তিপুৰ ক্লাব আৰু ডিব্ৰুগড় টাউন ক্লাবত একো বছৰকৈ খেলে। জিলা দলত খেলি গ'লৰ বন্যা অব্যাহত ৰাখোতে ১৯৬৪ চনত ডিব্ৰুগড় দল আন্তঃ জিলা চেম্পিয়ন হয়। তেওঁ ১৯৬৯ চনৰ আন্তঃ জিলা খেলিয়ে প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়।

এই গৰাকী ৫ ফুট ৬½ ইঞ্চি ওখ ৫৫ কিলোগ্ৰাম ওজনৰ প্ৰতিভাশালী ফুটবলাৰে এইচ এফ চি আই, নামৰূপ থাৰ্মেল, এন এফ ৰেলৱে, অসম পুলিচ আৰু অইল ইণ্ডিয়াৰ পৰা চাকৰিৰ আহ্বান পাইছিল কিন্তু তেওঁ লেঙেৰীজান চাহ বাগিচাত তিনিবছৰ আৰু এফ চি আই-ত আঢ়ৈ বছৰ চাকৰি কৰি কৌলিক বৃত্তি কৃষিকে আকোয়ালি লয়।

# মনোজ পাত্ৰ

অসম ফুটবলত মনোজ পাত্ৰ এটা চিনাকি নাম। তেওঁ ১৯৫৬-৫৯ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় দল আৰু ১৯৬১ চনত ৰাজ্যিক দলৰ গ'লৰক্ষক আছিল। এই গৰাকী মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫৭ কিলোগ্ৰাম ওজনৰ গ'লৰক্ষকে ১৯৫৬ চনৰ পৰা জিলা খেলুৱৈৰূপে স্থান লাভ কৰিলেও ডাঃ দাসগুপ্ত(সৰু) থকা বাবে ডিব্ৰুগড় জিলা দলৰ দুই নং গ'লৰক্ষক আছিল আৰু ১৯৫৯ চনত চিলঙত অনুষ্ঠিত আন্তঃ জিলাৰ পৰাহে ফুটবল প্ৰাঙ্গনত প্ৰস্ফুটিত হৈ উঠে।

মনোজ পাত্ৰই ১৯৩৯ চনৰ ২৭ নবেম্বৰত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। উকীল শক্তিব্ৰত পাত্ৰৰ সাতজন(চাৰিজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ সৰ্বকনিষ্ঠ সন্তান। তেওঁ ডিব্ৰুগড় বেঙ্গলী হাইস্কুলৰ পৰা মেট্ৰিক (১৯৫৬) আৰু কানৈ কলেজৰ পৰা বি. এ. (১৯৬৪) পাছ কৰে। তেওঁ ১৯৫৪-ৰ পৰা স্কুল দল আৰু ১৯৫৬-ৰ পৰা ডিব্ৰুগড় টাউন ক্লাবত খেলিবলৈ লয়। ১৯৫৮ চনত বৃটিছ কোচ ৰণ মিডছৰ প্ৰশিক্ষণ পায়। ইতিপূৰ্বে ১৯৫৭ চনত তেওঁ আন্তঃ কলেজ এথলেটিক্সৰ ১০০ মিটাৰ দৌৰত চূড়ান্ত বিজয়ী হয়। ১৯৫৮ আন্তঃ কলেজ ফুটবল ফাইনেলত কানৈ কলেজে চেণ্ট এডমাণ্ডছ কলেজক ২-১ গ'লত পৰাভূত কৰি খিতাপ পায়। প্ৰথমদিনা খেল ২-২ ভাবে ড্ৰ আছিল। ১৯৫৮ আন্তঃ বিশ্ববিদ্যালয় ইষ্ট জ়ন ফাইনেলত গুৱাহাটী বিশ্ববিদ্যালয় দল পাটনা বিশ্ববিদ্যালয়ৰ হাতত ১-০ গ'লত পৰাভূত হয়। ইতিপূৰ্বে ৰেঙ্গুন বিশ্ববিদ্যালয় দলে গুৱাহাটী বিশ্ববিদ্যালয়ৰ হাতত হাৰে। তেওঁ ১৯৬০ আৰু ১৯৬১ চনত ক্ৰমে চিলং টাউন ক্লাব আৰু লাইটুমুখৰা ক্লাবত খেলে। দুয়োবছৰ চিলঙৰ পক্ষে আন্তঃ জিলাত খেলে। ১৯৬২ চনত গুৱাহাটীৰ মহাৰাণা ক্লাবত খেলোতে সেই বছৰ এন এফ ৰেলৱেৰ হৈ আন্তঃ জিলা ফুটবলত ৰাণাৰ্ছ-আপ হয়। ১৯৬৩ চনত ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা ফুটবল খেলে। ডিব্ৰুগড় টাউন ক্লাবত খেলি থাকোতেই ১৯৬৭ চনত ফুটবলৰ পৰা অৱসৰ লয়। অৱসৰৰ পিচতো ক্ৰীড়া সংগঠনৰ কামত জড়িত মনোজ পাত্ৰ, ১৯৯৭ চনত অসম জুনিয়ৰ ৰাজ্যিক দলে জাতীয় ফুটবলত ৰাণাৰ্ছ-আপ পাওঁতে তেৱেঁই দলৰ মেনেজাৰ আছিল। ১৯৯৯ চনত মনোজ পাত্ৰলৈ অসম চৰকাৰে ক্ৰীড়া পেঞ্চন আগবঢ়াই।

# চামচুল হুছেইন

ফুটবল উর্বৰভূমি ডিব্ৰুগড়ত অভ্যুদয় হোৱা সংখ্যাধিক খেলুৱৈৰ ভিতৰত চামচুল হুছেইনক অসমৰ বেগী ৰাইট-আউটসকলৰ সৈতে সন্নিৱিষ্ট কৰিব পাৰি। ডিব্ৰুগড় পাইওনিয়াৰ্ছ স্পৰ্টছ ক্লাবৰ ৫ ফুট ৭ ইঞ্চি ওখ ৫৫ কিলোগ্ৰাম ওজনৰ চামচুল হুছেইন ১৯৬০ আৰু ১৯৬১ চনত ৰাজ্যিক খেলুৱৈ আছিল। সাধাৰণ ব্যৱসায়ী পৰিয়ালৰ চামচুল হুছেইন ১৯৩৯ চনত উত্তৰ লক্ষীমপুৰৰ মোৰ্কংচেলেকত জন্ম গ্ৰহণ কৰে; কিন্তু ভূমিকম্পৰ পিচৰে পৰা (১৯৫১) মাৰ্ঘেৰিটাত ডাঙৰ দীঘল হয়। তেওঁ বেছি পঢ়া-শুনা নকৰিলে আৰু দিৰাক চাহ বাগিচাত কৰ্মনিয়োগ ঘটে। এই গৰাকী জন্মগত খেলুৱৈয়ে স্বকীয় ফুটবল প্ৰতিভাৰ জৰিয়তে পাইওনিয়াৰ্ছ স্পৰ্টছ ক্লাবত এবছৰ খেলোতে ৰাজ্যিক দলতো স্থান পায়। তেওঁ ১৯৬০-১৯৬৭লৈকে ডিব্ৰুগড়ৰ হৈ আন্তঃ জিলা খেলোতে ১৯৬৪ চনত চূড়ান্ত বিজয়ী হয়। চামচুল হুছেইন ১৯৬০-৬৩ লৈকে চাৰি বছৰ এন.এফ. ৰেলৱেত চাকৰি কৰিছিল। ইয়াৰ ভিতৰত ১৯৬২ চনত এন. এফ. ৰেলৱেৰ পক্ষে আন্তঃ জিলা খেলি ৰাণাৰ্ছ-আপ পাওঁতে গোলাঘাটৰ হাতত পৰাভূত হয়। ১৯৬৪ চনত দুলীয়াজানৰ অইল ইণ্ডিয়া দলত যোগদান কৰি ১৯৬৮ চনত প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লয়।

# খনিন শেনচোৱা

খনিন শেনচোৱা ১৯৪১ চনত ডিব্ৰুগড়ৰ এক সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰে। আঠ গৰাকী(৪ জন ল'ৰা আৰু ৪ জনী ছোৱালী)ৰ তৃতীয় সন্তান। ডিব্ৰুগড় জৰ্জ হাইস্কুলৰ পৰা ১৯৫৯ চনত মেট্ৰিক আৰু ১৯৬১ চনত কানৈ কলেজৰ পৰা আই. এছচি. পাছ কৰে। ফুটবলৰ সুভাৰম্ভ উজনি অসম স্কুল টুৰ্ণামেণ্টত স্কুল দলৰ পক্ষে খেলে যদিও প্ৰথম শ্ৰেণীৰ ফুটবল স্থানীয় পাইওনিয়াৰ্ছ স্পৰ্টছ ক্লাবত। পিচত ডিব্ৰুগড় ৰেলৱেত যোগদান কৰে। ১৯৬৩ চনত এই গৰাকী মিঠা বৰুণীয়া পাহুৱাল

লেফট-বেক্ ৰাজ্যিক খেলুৱৈ আছিল আৰু সেইবছৰতে দুলীয়াজানৰ অইল ইণ্ডিয়াত যোগদান কৰি একেৰাহে দহবছৰ উন্নততৰ খেল প্ৰদৰ্শন কৰি ১৯৭৩ চনত অৱসৰ লয় আৰু পৰৱৰ্ত্তী এবছৰ দুলীয়াজান ক্লাৱত খেলে। তেওঁ ১৯৫৭-৭৩ লৈকে ডিব্ৰুগড় জিলা দলৰ নিয়মিত খেলুৱৈ আছিল।

১৯৬২ অসম জুনিয়ৰ দলৰ অধিনায়ক **দীপক বেনাৰ্জী**ৰ মতে, "সেই সময়ৰ ডিফেণ্ডাৰসকলৰ ভিতৰত খনিন শেনচোৱাৰ এটা বিশেষত্ব বলটো দক্ষতা সহকাৰে ক্লিয়েৰ কৰি লং শ্বট্ লব পাৰিছিল।" সেইদৰে ষ্টাইলিষ্ট লেফট-হাফ্ **টচেন বড়া**ৰ মতে, "খনিন শেনচোৱা সূক্ষ্ম অনুধাৱন শক্তিৰে বিপক্ষৰ আক্ৰমণ কলিতে বাধা দিব পৰা ক্ষমতা অপৰিসীম।" এই গৰাকী অসম ফুটবলৰ সুযোগ্য খেলুৱৈ ১৯৭৮ চনৰ ২ অক্টোবৰত অসম মেডিকেল কলেজ হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে।

# চক্ৰপাণি ৰায়

ৰাজ্যিক দলত নিৰ্বাচন নেপালেও ডিব্ৰুগড় জিলা দলৰ চক্ৰপাণি ৰায় এজন সুন্দৰ চেহেৰাৰ চকুত পৰা দ্ৰুতগামী লেফট-আউট তথা গতিমান অৱস্থাতে দূৰৰ পৰা গ'ললৈ তীব্ৰ শ্বট্ লব পৰা খেলুৱৈ আছিল। দেখা যায় চক্ৰপাণি ৰায়ৰ পিচত তেওঁৰ সমকক্ষ খেলুৱৈ আজিলৈকে ডিব্ৰুগড় তথা উজনি অসমত ওলোৱা নাই। বিশেষকৈ তিনিচুকীয়াত অনুষ্ঠিত প্ৰদৰ্শনীমূলক ফুটবল খেলত ডিব্ৰুগড় একাদশৰ হৈ গুৱাহাটী টাউন ক্লাব, বি এন আৰ আৰু ইষ্টবেঙ্গলৰ বিৰুদ্ধে লেফট-আউট চক্ৰপাণি ৰায়ৰ খেল এক জলন্ত নিদৰ্শন হৈ ৰব। ১৯৪২ চনত তিনিচুকীয়াত জন্ম গ্ৰহণ কৰা চক্ৰপাণি ৰায় ডাঃ ভীমকৰ্ণ ৰায় (৫ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ দ্বিতীয় সন্তান। চক্ৰপাণিয়ে তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত পঢ়ি মেট্ৰিক পাছ কৰে। তেওঁ স্কুল দলত ফুটবলৰ পাতনি মেলিলেও প্ৰথম শ্ৰেণী ফুটবলৰ শুভাৰম্ভ ডিব্ৰুগড় পাইওনিয়াৰ্ছ স্পৰ্টছ ক্লাৱত। ইয়াৰ অন্তৰ্গত ১৯৬১-৬৭ লৈকে ডিব্ৰুগড় জিলা দলত খেলে। ১৯৬২-৭০ লৈকে দুলীয়াজান অইল ইণ্ডিয়া দলত খেলি ১৯৭১ চনত অৱসৰ লয়। চাকৰি কৰি থাকোতেই চক্ৰপাণি ৰায় ১৯৮৫ চনৰ ১৯ আগষ্টত শেষ নিঃশ্বাস ত্যাগ কৰে।

# হাৰাণ পুৰকায়স্থ

অসমত কিছু সংখ্যক খেলুৱৈ আছে যিসকলে ৰাজ্যিক দলত স্থান পোৱা নাই অথচ তেওঁলোকৰ ক্ৰীড়ামান অতি উচ্চ স্তৰৰ আছিল। ইয়াৰ ভিতৰত ডিব্ৰুগড় জিলাৰ হাৰাণ পুৰকায়স্থক উনুকিয়াব পাৰি। তেওঁ ১৯৫৯-৬৭ লৈকে জিলা দলত খেলোতে ১৯৬৪ চনত চূড়ান্ত বিজয়ী হয় আৰু ১৯৬২ চনত দলৰ অধিনায়ক আছিল। সাধাৰণতে চাইড-বেক্ আৰু ষ্টপাৰ দুয়োটা পজিচনতে খেলিছিল যদিও আবশ্যক হলে হাফ্ আৰু চেণ্টাৰ-ফৰোৱাৰ্ডতো খেলে। ১৯৬০ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈ হাৰাণ পুৰকায়স্থক ১৯৬৩-ৰ ৰাজ্যিক দল বাছনি শিবিৰলৈ মাতিছিল যদিও নিৰ্বাচন নেপালে। সেই সময়ত চেণ্টাৰ-হাফ্ পজিচনৰ বাবে এন.এফ. ৰেলবেৰ পৰেশ মজুমদাৰ আৰু শিলচৰৰ অসীম দত্ত প্ৰধান প্ৰতিদ্বন্দ্বী আছিল। তেওঁ যে কিমান উচ্চ স্তৰৰ খেলুৱৈ এয়া ১৯৬৪ চনত তিনিচুকীয়াত অনুষ্ঠিত ডিব্ৰুগড় একাদশ বনাম বি. এন. আৰ. খেলখনত জৰিপ কৰিব পৰা যায়। হাৰাণ পুৰকায়স্থই ষ্টপাৰ পজিচনত প্ৰাচীৰ স্বৰূপে থিয় দিওঁতে দুৰন্ত হেডিং আৰু ফাষ্ট টাইম হাফ্ ভলীৰে বি. এন. আৰ.-ৰ আক্ৰমণ প্ৰতিহত কৰিছিল। তদুপৰি ডিব্ৰুগড়ত (১৯৬৩) ডিব্ৰুগড় একাদশ বনাম জলন্ধৰ লীডাৰ্চ (১-১) আৰু নগাঁৱত (১৯৬৫) অইল ইণ্ডিয়া বনাম ১৯৬৪ বৰদলৈ ট্ৰফী হল্ডাৰ অসম ৰাইফলছক ২-১ গ'লত পৰাভূত কৰোঁতে হাৰাণ পুৰকায়স্থৰ দুৰ্দ্ধৰ্ষ খেল মনকৰিবলগীয়া।

হাৰাণ পুৰকায়স্থই ১৯৪০ চনত ডিগবৈত জন্ম গ্ৰহণ কৰে। পিতৃ অসম অইল কোম্পানীৰ চাকৰিয়াল আৰু হাৰাণ তেওঁৰ তৃতীয় সন্তান। ১৯৫৮ চনত ডিগবৈ এ অ চি বয়জ স্কুলৰ পৰা মেট্ৰিক পাছ কৰে আৰু শিলচৰ কলেজত নাম লগায় কিন্তু পিছত ডিব্ৰুগড়ৰ কানৈ কলেজত পঢ়োতে ১৯৬০ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান পায়। তেওঁ ১৯৫৯-৬২ লৈকে ডিব্ৰুগড় টাউন ক্লাব দলত খেলে। এ.অ.চি.-ৰ চাকৰিয়াল হাৰাণ পুৰকায়স্থই অসম অইল কোম্পানী দল আৰু ডিগবৈ ইণ্ডিয়া ক্লাবতো খেলিছিল। এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ শক্তিশালী ষ্টপাৰ ১৯৬৪ চনত দুলীয়াজানৰ অইল ইণ্ডিয়া দললৈ আহে আৰু এই দলত খেলি থাকোতেই ১৯৭১ চনত ফুটবলৰ পৰা অবসৰ লয়।

# দীপক বেনাৰ্জী

দীপক বেনাৰ্জীক অসম ফুটবলৰ এটা উল্লেখ কৰিব লগীয়া ক্ৰীড়া চৰিত্ৰ বুলি ধৰিব পাৰি। কাৰণ এই গৰাকী ৫ ফুট ১১ ১/২ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ সুন্দৰ স্বাস্থ্যৰ ফুটবলাৰ আমাৰ বাবে সদায় এক নজিৰ হৈয়ে ৰব। তেওঁ স্বকীয় এথলীটিচিমক ফুটবলত প্ৰয়োগ কৰি উজনি অসমৰ চকুত পৰা খেলুৱৈৰূপে জিলিকি আছিল। বিশেষকৈ ফুটবলৰ বহুতো টেক্‌লিং ৰাজ্যিক খেলুৱৈ জামাল হুছেইনৰ পৰা আয়ত্ত কৰে।

দীপক বেনাৰ্জী ১৯৪১ চনৰ ২৫ ডিচেম্বৰত ডিগবৈত জন্ম গ্ৰহণ কৰে। অসম অইল কোম্পানীৰ কেৰাণী হৰিপদ বেনাৰ্জী(তিনিজন ল'ৰা আৰু এজনী ছোৱালী)ৰ দ্বিতীয় সন্তান। ১৯৬৪ চনত এ.অ.চি. বয়জ স্কুলৰ পৰা মেট্ৰিক পাছ কৰি ডিব্ৰুগড়ৰ কানৈ কলেজত নাম লগায়। ১৯৬৬ চনত কলিকতাৰ আশুতোষ কলেজৰ পৰা পি. ইউ.(কমাৰ্চ) পাছ কৰে। উজনি অসম স্কুল টুৰ্ণামেণ্টৰ জৰিয়তে ক্ৰীড়া জীৱনৰ সূত্ৰপাত ঘটাওতে ১৯৬০ চনত ১০০ আৰু ২০০ মিটাৰ দৌৰত চেম্পিয়ন হয়। ১৯৬২ চনত এ অ চি একাদশৰ পক্ষে এ টি পি এ শ্বিল্ড আৰু স্বাধীনতা দিৱস কাপ খেলোতে এই লেফট-বেক্ গৰাকীৰ ওপৰত অসম ফুটবল সন্থাৰ সম্পাদক নুৰুল আমিনৰ চকু পৰে আৰু সেইবছৰতে অসম স্কুল দলত স্থান পায় আৰু এই দলে বৰদলৈ ট্ৰফী খেলে। সেইবছৰ বি. চি ৰয় ট্ৰফী খেলিবলৈ যোৱা প্ৰথম অসম জুনিয়ৰ দলৰ তেবে অধিনায়ক আছিল। তদুপৰি চিনিয়ৰ ৰাজ্যিক দল বাছনি শিবিৰলৈও আমন্ত্ৰণ পায়। ১৯৬৪ চনত ডিব্ৰুগড় ৰেলৱেৰ পক্ষে ৰেলৱে ডিভিজনেল ফুটবলত অংশ লৈ ফাইনেলত আলিপুৰদোৱাৰৰ হাতত ২ ০ গ'লত পৰাভূত হয়। আনহাতে কানৈ কলেজে ধুবুৰীত আন্তঃ কলেজ চেম্পিয়ন হওঁতে চিলঙৰ চেণ্ট এডমাণ্ডছ কলেজক ৩-২ গ'লত হৰুৱায়। তেওঁ দলৰ সহ-অধিনায়ক আছিল। সেই বছৰ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় দলতো খেলে। তদুপৰি ডিব্ৰুগড়ৰ পক্ষে খেলি আন্তঃ জিলা চেম্পিয়ন হয় আৰু ৰাজ্যিক দলতো স্থান লাভ কৰে। ইতিমধ্যে কলিকতাৰ এৰিয়ান্স ক্লাৱৰ চকুত পৰে আৰু দুবছৰ ( ১৯৬৫ আৰু ১৯৬৬ ) এই দলত কটায়। প্ৰত্যাৱৰ্ত্তন কৰি ১৯৬৭ চনত ডিগবৈৰ অসম

অইল কোম্পানীত যোগদান কৰে। ১৯৬৯ চনত যোৰহাটত ডিগবৈ কলেজে আন্তঃ কলেজ ফুটবল খিতাপ অৰ্জন কৰে আৰু ১৯৭০ চনত গোলাঘাটত অনুষ্ঠিত আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপত ডিগবৈ কলেজৰ পক্ষে খেলি ৰাণাৰ্ছ-আপ হয় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় দলতো স্থান লাভ কৰে; অৱশ্যে তেওঁ খেলিবলৈ নগ'ল। সদায় ৪ নং জাৰ্চি পিন্ধা লেফট-বেক্ দীপক বেনাৰ্জী শ্বট প্ৰুত কলিকতা বিশ্ববিদ্যালয়ত চতুৰ্থ স্থান পায় তদুপৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ শ্বট প্ৰু ৰেকৰ্ড আজিও অক্ষুন্ন আছে। তেওঁৰ ফুটবল জীৱনত শ্ৰেষ্ঠ খেল খেলে ১৯৬৪ আন্তঃ কলেজ ফুটবলত কানৈ কলেজ বনাম শিৱসাগৰ কলেজ (ছেমি-ফাইনেল) আৰু ১৯৬৪ আন্তঃ জিলাত ডিব্ৰুগড় বনাম মণিপুৰ (ছেমি-ফাইনেল) আৰু ১৯৬৯ আন্তঃ কলেজত ডিগবৈ কলেজ বনাম শিৱসাগৰ কলেজ। দীপক বেনাৰ্জীয়ে ১৯৭৬ চনত অসম অইল কোম্পানীৰ পক্ষে তিনিচুকীয়াৰ জে এন ভূএগ্ৰা শ্বিল্ড খেলিয়ে অৱসৰ লয়।



চামচুল হুছেইন　　খনিন শেনচোৱা　　দীপক বেনাৰ্জী



মনোজ পাত্ৰ　　চক্ৰপাণি ৰায়

# টচেন বড়া



বুঢ়ীদিহিঙৰ অৱবাহিকাত অৱস্থিত ধানৰ চহকী চাচনী মৌজাৰ অন্তৰ্গত বৰবাম গাঁৱতে অসমৰ প্ৰসিদ্ধ ফুটবল খেলুৱৈ টচেন বড়া ১৯৫০ চনৰ ১৪ ফেব্ৰুৱাৰী তাৰিখে ভূমিষ্ঠ হয়। কৃষক মনেশ্বৰ বড়া (দুজনী ছোৱালী আৰু চাৰিজন ল'ৰা)ৰ দ্বিতীয় সন্তান। সৰুৰে পৰা দ পথাৰৰ চুঙা বোকাত হাল কোৰ বাই ডাঙৰ দীঘল হোৱা টচেন বড়াৰ গাঁৱলীয়া দুৰ্দ্ধৰ্ষতাই এগৰাকী ভাৰত খ্যাত খেলুৱৈ হোৱাৰ মূল অৰিহণা বুলি কলে বঢ়াই কোৱা নহয়। চুটি চাপৰ যদিও শৰীৰৰ প্ৰতিটো অঙ্গত বিদ্যমান আছিল প্ৰচণ্ড শক্তি বিশেষকৈ শক্তিশালী পদৰাজিয়ে বলিষ্ঠ আৰু আকৰ্ষণীয় ফুটবল খেলি থৈ গৈছে। যি শৈলী ৰাজি অসমৰ ফুটবলত এক বিৰল কলাৰূপে জীৱন্ত হৈ ৰব। অসাধাৰণ বল আয়ত্তৰ ক্ষমতা থকা টচেন বড়াৰ মনোৰম দজিং আৰু নিখুঁত পাছ আদিৰ সঠিক সমন্বয়ে অসমৰ মহান ইণ্ডিভিজিউলিষ্টৰূপে প্ৰস্ফুটিত কৰি তুলিছিল। এই ষ্টাইলিষ্ট চাইড-হাফ্ গৰাকীৰ ছন্দময় ফুটবলে ক্ৰীড়ামোদীক বিশেষভাৱে আকৰ্ষণ কৰিব পাৰিছিল। ৰাজ্যিক দলৰ প্ৰশিক্ষক **লুলা দাসৰ** মতে, "টচেন বড়া এটেক আৰু ডিফেন্সত সমান দক্ষ হাফ্ বিশেষকৈ তেওঁৰ গেম ছেন্স্ আৰু ডিচট্ৰিবিউচন উত্তম।"

টচেন বড়াই নাহৰকটিয়া উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ত শিক্ষাৰ পাতনি মেলি ১৯৬৭ চনত হায়াৰ ছেকেণ্ডেৰী পাছ কৰে। ইয়াৰ পিচত ডিব্ৰুগড়ৰ কানৈ কলেজত এবছৰ পঢ়ি ১৯৬৮ চনত গুৱাহাটীৰ কটন কলেজত ভৰ্ত্তি হৈ ১৯৭০ চনত বি. এ. আৰু ১৯৭৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰে। অৱশ্যে তেওঁৰ খেলৰ বুনিয়াদ গঢ়ে নাহৰকটিয়াত আৰু ইয়াৰ মূলতে স্কুলৰ প্ৰধান অধ্যক্ষ শ্ৰীফটিক গগৈৰ অৱদান মনকৰিবলগীয়া। সপ্তমমান শ্ৰেণীতে স্কুলদলত

আত্ম-প্ৰকাশ কৰি (১৯৬৩) অজয় মেমৰিয়েল শ্বিল্ডত তেওঁ সুন্দৰ খেল প্ৰদৰ্শন কৰে। সেই বছৰতে নাহৰকটিয়া আৰু দুলীয়াজানৰ কম্বাইণ্ড একাদশত এৰিয়ান্সৰ বিৰুদ্ধে খেলাৰ সুযোগ পায়। বিশেষকৈ জুনিয়ৰ ডিষ্ট্ৰিক্ট ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পাইছিল যদিও সফল হ'ব নোৱাৰিলে। এই ঘটনাৰ পিচৰে পৰা তেওঁ দুগুণ উৎসাহৰে অনুশীলনত নিমগ্ন হয় আৰু এই সন্ধিক্ষণতে তেওঁৰ ক্ৰীড়া জীৱনে এক নতুন দিশ লয়। ১৯৬৩-৬৪ বতৰত জাৰ্মান গণ প্ৰজাতন্ত্ৰৰ পৰা ফুটবলত প্ৰশিক্ষণপ্ৰাপ্ত প্ৰশিক্ষক জি. এম. পাটিয়াস আহোতে শিলচৰত অনুষ্ঠিত উত্তৰ পূব ভাৰতৰ ট্ৰেইনিং কেম্পলৈ ডিব্ৰুগড়ৰ টচেন বড়া, গণেশ সোণোৱাল আৰু সুবোধ চৌধুৰীয়ে আমন্ত্ৰণ পায়। এই তিনিমহীয়া শিবিৰতে টচেন বড়াই ফুটবলৰ ক খ গ শিকাৰ উপৰি এগৰাকী পূৰ্ণাঙ্গ খেলুৱৈৰূপে গঢ় লোৱাৰ উপাদানসমূহ লাভ কৰে। তেওঁ পাঁচটা পজিচনত দক্ষতা সহকাৰে খেলি শিবিৰৰ শ্ৰেষ্ঠ খেলুৱৈৰ স্বীকৃতি পোৱাৰ উপৰি ভৱিষ্যতৰ তাৰকা ফুটবলাৰৰ আগজাননী দিয়ে। ১৯৬৪ চনত যোৰহাটত অনুষ্ঠিত জুনিয়ৰ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত টচেন বড়াৰ খেলৰ শ্ৰেষ্ঠত্ব প্ৰমাণিত হয়। তদুপৰি ১৯৬৪ চনত ডিব্ৰুগড়ত অনুষ্ঠিত চিনিয়ৰ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত মাত্ৰ ১৪-বছৰ বয়সীয়া নবীন ফুটবলাৰ টচেন বড়া উদ্যোক্তা দলৰ অন্যতম সদস্য আছিল। সেইবছৰ চিলঙত অনুষ্ঠিত নেচনেল স্কুল ফুটবলত তেওঁ অসম দলৰ সহ-অধিনায়কত্ব কৰে। পৰৱৰ্ত্তী তিনিবছৰো (১৯৬৫,১৯৬৬ আৰু ১৯৬৭) তেওঁ অসম স্কুল আৰু ৰাজ্যিক জুনিয়ৰ দলৰ অধিনায়ক আছিল। ইয়াৰ অন্তৰ্গত ১৯৬৬ চনত জুনিয়ৰ ইণ্ডিয়া ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। ইতিপূৰ্বে ১৯৬৫ চনত ছোভিয়েট দলৰ বিৰুদ্ধে অসম একাদশত খেলে গুৱাহাটীত। ১৯৬৭ চনত কানৈ কলেজে ডিব্ৰুগড় বিশ্ববিদ্যালয় আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ জয় কৰোঁতে টচেন বড়া দলৰ অধিনায়ক আছিল। সেইবছৰ তেওঁ ডিব্ৰুগড় বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অংশ লয়।

মাত্ৰ ৫ ফুট ৩ ইঞ্চি ওখ, ৬৩ কিলোগ্ৰাম ওজনৰ ষ্টাইলিষ্ট লেফট-হাফ্ টচেন বড়াই ১৯৬৮ চনত গুৱাহাটীৰ মহাৰাণা ক্লাবত যোগদান কৰি তেওঁৰ সাফল্যমণ্ডিত দ্বিতীয় পৰ্য্যায়ৰ ফুটবল পাতনি মেলে আৰু ১৯৬৯ আৰু ১৯৭১ চনত লীগ জয়ী হয়। তদুপৰি গুৱাহাটী দলে ১৯৬৯ আৰু ১৯৭০ চনৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত দুবাৰ ৰাণাৰ্চ-আপ পাওঁতে পিচৰ বছৰ তেৰে



অধিনায়ক আছিল। ১৯৭১ চনত শিৱসাগৰত অনুষ্ঠিত আন্তঃ জিলাত গুৱাহাটী বনাম গোলাঘাটৰ খেলখন তেওঁৰ স্মৰণীয়। টচেন বড়াই ১৯৬৯-৭২ লৈকে চাৰি বছৰ ৰাজ্যিক দলত খেলি ১৯৭০ আৰু ১৯৭১ চনত অধিনায়কত্ব কৰে। সন্তোষ ট্ৰফীত ছাৰ্ভিচেজ (১৯৬৯) আৰু মহীশূৰ(১৯৭১)ৰ বিৰুদ্ধে বলিষ্ঠ ফুটবল খেলে। ১৯৬৯ চনত ইষ্টবেঙ্গল ক্লাবেও তেওঁক যোগদানৰ আমন্ত্ৰণ জনাইছিল। বিশেষকৈ উল্লেখ্য ১৯৭২ চনত ভাৰতীয় দলৰ হৈ ৰেঙ্গুনত প্ৰাক্ অলিম্পিকৰ কোৱালিফাইং খেলত অংশ গ্ৰহণ কৰে। নিৰ্বাচিত হোৱাৰ পূৰ্বলৈকে তেওঁ ৬ বাৰ জাতীয় ট্ৰায়েল কেম্প(জুনিয়ৰ আৰু চিনিয়ৰ)লৈ আমন্ত্ৰণ পাইছিল। ১৯৭০ চনতো ছোভিয়েট ইউনিয়ন গামী ভাৰতীয় দলত স্থান পাইছিল যদিও সোঁ-ভৰিৰ এঙ্কলত আঘাত পোৱা বাবে যাব নোৱাৰিলে আৰু তেওঁৰ সলনি জেৰি বচিক দলত অন্তৰ্ভুক্ত হয়। সেই বছৰতে পশ্চিম জাৰ্মেনিৰ নেদাৰ জেকচন দলে খেলিবলৈ আহোতে তেওঁ অসম দলৰ অধিনায়ক আছিল। অসম ৩-২ গ'লত পৰাভূত হলেও টচেন বড়াৰ খেল প্ৰশংসনীয়।

টচেন বড়াই একেৰাহে চাৰি বছৰ (১৯৬৮-৭১) গুৱাহাটী বিশ্ববিদ্যালয় দলত বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যায়।

ইযাৰ অন্তৰ্গত ১৯৭১ চনৰ সৰ্বভাৰতীয বিশ্ববিদ্যালয ফুটবলত ৰাণাৰ্ছ-আপ পায় আৰু তেওঁ "শ্ৰেষ্ঠ খেলুৱৈ"ৰ সন্মান অৰ্জন কৰে। বিশেষকৈ ইষ্ট জুন ফাইনেলত কলিকতা বিশ্ববিদ্যালযৰ বিৰুদ্ধে স্মৰণীয ফুটবল খেলে। ১৯৬৯ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক আছিল। টচেন বড়াই ১৯৭২ চনৰ ২৯ জুলাইত নামৰূপৰ এফ. চি আই.-ত যোগদান কৰে আৰু ১৯৭৩ চনত গুৱাহাটী টাউন ক্লাবত খেলি লীগ জয়ী হয। এই সাফল্যৰ পিচতে ক্লাব কৰ্তৃপক্ষই তেওঁক এবছৰৰ বাবে নিলম্বিত কৰে। ১৯৭৩-৭৪ বতৰত বোম্বাইৰ এফ.চি. আই. দলত খেলোতে 'বি' ডিভিজন হাৰউদ লীগ আৰু জুনিয়ৰ ৰভাৰ্ছ কাপ জয় উল্লেখযোগ্য। ১৯৭৫ চনত নামৰূপলৈ প্ৰত্যাবৰ্ত্তন কৰি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। টচেন বড়াক ইষ্টবেঙ্গলৰ উপৰি বোম্বাইৰ টাটা আৰু মহেন্দ্ৰ এণ্ড মহেন্দ্ৰই আমন্ত্ৰণ জনাইছিল। তদুপৰি ভাৰতীয সৈন্য বাহিনীত চৰ্ট ছাৰ্ভিচ কমিচনৰ বাবেও তেওঁ আকৰ্ষিত নহ'ল। একেদৰে অসম চৰকাৰৰ লোক সেৱা আয়োগৰ বিবেচনাৰ বাবেও সমানেই অনাসক্ত আছিল। তেওঁ ১৯৭৫-৭৯ লৈকে ভাৰতীয় জুনিয়ৰ চিলেকচন কমিটিৰ সদস্য নিৰ্বাচিত হয়। ১৯৮৭-৮৯ লৈকে অসম ৰাজ্যিক ক্ৰীড়া পৰিষদৰ সদস্য হৈ থকাৰ উপৰি শেষ বছৰত কলিকতাস্থ কেন্দ্ৰৰ পৰা ৭২% নম্বৰ পাই ফুটবল প্ৰশিক্ষণৰ প্ৰথম শ্ৰেণীৰ প্ৰথমস্থান দখল কৰি এন. আই. এছ. ডিপ্লমা পোৱা প্ৰথম অসমীয়া। টচেন বড়া ১৯৯৬ আৰু ১৯৯৮ চনত ৰাজ্যিক দলৰ প্ৰশিক্ষক আছিল। বিশেষকৈ উল্লেখ্য তেওঁৰ প্ৰশিক্ষণতে ১৯৯৭ চনত অসম স্কুল দলে জাতীয় চেম্পিয়ন হয়, পঞ্জাবৰ মাহিলপুৰত।

Padma Dhar Bhagy
17/7/92

N. Citi

# অমল ফুকন



যোৰহাটত অনুষ্ঠিত ১৯৬৮ ডিব্ৰুগড় বিশ্ববিদ্যালয় আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত তিনিচুকীয়া কলেজে ৰাণাৰ্ছ-আপ হয়। বিজিত দলৰ ৫ ফুট ৫১/২ ইঞ্চি ওখ ৫৯ কিলোগ্ৰাম ওজনৰ ১৭-বছৰ বয়স্ক চেণ্টাৰ-ফৰোৱাৰ্ড অমল ফুকনে শ্ৰেষ্ঠ খেলুৱৈ আৰু সৰ্বোচ্চ গ'লদাতা (১৪ গ'ল)ৰ সন্মান অৰ্জন কৰে। এই আন্তঃ কলেজত দুৰ্দ্ধৰ্ষ ফুটবল খেলি অৰ্জা খ্যাতিৰ ফলস্বৰূপে ৰাজ্যিক দলতো স্থান লাভ কৰে। এই খিনিতে উল্লেখ্য আন্তঃ জিলা নেখেলাকৈ কেৱল আন্তঃ কলেজ খেলি পোনে পোনে ৰাজ্যিক দললৈ নিৰ্বাচিত হোৱা অসমৰ প্ৰথম খেলুৱৈ গৰাকী হ'ল — অমল ফুকন। তেওঁ পিচৰ তিনিবছৰ (১৯৬৯, ১৯৭০ আৰু ১৯৭১) ৰাজ্যিক দলত স্থান নেপালেও ডিব্ৰুগড় বিশ্ববিদ্যালয় দলৰ প্ৰতিনিধিত্ব কৰে। অৱশ্যে ১৯৭০ চনত তিনিচুকীয়া কলেজে আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপত চূড়ান্ত বিজয়ী হয়। যি কি নহওঁক আন্তঃ কলেজত অভ্যুদয় হোৱা অমল ফুকন যেন অসম ফুটবলৰ বিস্ফোৰণ। সুন্দৰ স্বাস্থ্যৰ এই টাফ্ ফুটবলাৰ গৰাকীৰ খেলে প্ৰতি মুহূৰ্ত্তত প্ৰতিপক্ষৰ ডিফেন্সত ত্ৰাসৰ সৃষ্টি কৰিছিল। বিশেষকৈ তেওঁৰ দুৰন্ত হাফ্-ভলী আৰু বাই-চাইকেল ভলীসমূহ স্মৰণীয় হৈ ৰব। অৱশ্যে তেওঁৰ বলিষ্ঠ ফুটবলৰ ক্ৰীড়া ৰেঙণি সদায় অইল ইণ্ডিয়া দলৰ সৈতেহে যুক্ত থাকিব। ৰাজ্যিক দলৰ তিনিবাৰ (১৯৭৫, ১৯৭৬ আৰু ১৯৭৭) অধিনায়কত্ব কৰা অমল ফুকনৰ বিষয়ে প্ৰখ্যাত ফুটবলাৰ টচেন বড়াৰ মন্তব্য, "Amal phukan has penetrating capacity with and without ball, fierce shooting ability and well header." ১৯৫০ চনৰ ৩০ অক্টোবৰ তাৰিখে তিনিচুকীয়াৰ ওচৰৰ ৰাজগড় আলি চাহ বাগিচাত অমল ফুকনৰ জন্ম হয়। বাগিচাৰ কৰ্মচাৰী সূৰ্য্যকান্ত ফুকন(৬ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ তৃতীয় সন্তান। মাকুম

হাইস্কুলৰ পৰা ১৯৬৬ চনত মেট্ৰিক পাছ কৰি তিনিচুকীয়া কলেজত পঢ়োতে ১৯৭২ চনত বি. এছচি. পৰীক্ষা দিয়েই শিক্ষা সামৰে। স্কুলত পঢ়োতে ফুটবল খেলিছিল, যদিও কলেজীয়া জীৱনতহে নিজকে প্ৰতিষ্ঠিত খেলুৱৈৰূপে আত্ম-প্ৰকাশ কৰিবলৈ সক্ষম হয়। ১৯৭০ চনত অইল ইণ্ডিয়া দলত যোগদান কৰে আৰু ৰাজ্যিক খেলুৱৈ অমল ফুকনে ১৯৭২ চনত ডিব্ৰুগড় জিলা দলত আত্ম-প্ৰকাশ কৰি আন্তঃ জিলা চেম্পিয়ন হওঁতে জয়সূচক গ'লটো তেৱেঁ দিছিল। ইয়াৰ পিচত ১৯৭৩ আৰু ১৯৭৬ চনতো চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। তেওঁ ১৯৭৬, ১৯৭৮ আৰু ১৯৭৯ চনত জিলা দলৰ অধিনায়কত্ব কৰোঁতে ১৯৭৮ চনত "শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা পায়। তদুপৰি তেওঁ সাতবাৰ (১৯৭২-৭৮) ৰাজ্যিক দলৰো প্ৰতিনিধিত্ব কৰে। অমল ফুকনে তেওঁৰ খেল জীৱনত ডেনিচ ডান, লুলা দাস আৰু আব্দুল লতিফৰ প্ৰশিক্ষণ লাভ কৰে। লুলা দাসৰ এওঁৰ সন্দৰ্ভত মন্তব্য, "অমল ফুকন স্পিডি খেলুৱৈ আৰু শ্বুটিং কেপাচিটি আছিল।"

অমল ফুকনে দহ বছৰ (১৯৭০-৮০) অইল ইণ্ডিয়া দলত খেলোতে এ.টি.পি.এ. শ্বিল্ড, স্বাধীনতা দিৱস কাপ, ডুগৰ শ্বিল্ড জয় কৰাৰ উপৰি বৰদলৈ ট্ৰফী(১৯৭৯) ৰাণাৰ্ছ-আপ হয়। বিশেষকৈ ডি. চি. এম. ট্ৰফীত জে. চি. টি. মিলক ৩-১ আৰু ইষ্টবেঙ্গলক ১-০ গ'লত পৰাভূত কৰে। অৱশ্যে মালয়চি য়াৰ টেঙ্গুনাইন ক্লাবৰ হাতত ১-৩ গ'লত পৰাভূত হয় যদিও অধিনায়ক অমল ফুকনে দলৰ একমাত্ৰ গ'লটো লেফট-ফ্লেঙ্কৰ ২৫ গজ দূৰৰ পৰা সোঁ-ভৰিৰ কালিং শ্বট্‌ৰে ছেকেণ্ড-বাৰত স্কৰ কৰে। তেওঁৰ আন এটা উল্লেখযোগ্য স্কৰ ১৯৭৬ চনৰ স্বাধীনতা দিৱস কাপত অসম ৰাইফলছৰ বিৰুদ্ধে বলটো ড্ৰিবলিং কৰি অগ্ৰসৰ হওঁতে পেনাল্টি বক্সৰ বাহিৰত দুজন ৰক্ষণ বিভাগৰ খেলুৱৈৰ ওপৰেদি বলটো ঠেলি সোঁফালেদি অভাৰলীপ কৰে আৰু শূন্যতে সেই বল হাফ্-ভলী মাৰি স্কৰ কৰে। খেলৰ অন্তত প্ৰতিপক্ষৰ গ'লৰক্ষক প্ৰেম বাহাদুৰ ছেত্ৰীয়ে তেওঁক সাৱটি ধৰি কয়, "এনেকুৱা প্ৰম্পট শ্বুটিং মই জীৱনত দেখা নাই।" তদুপৰি ইষ্টবেঙ্গলৰ বিৰুদ্ধে অইল ইণ্ডিয়া দলে আক্ৰমণাত্মক ভূমিকা লওঁতে তেওঁ তিনি-চাৰিটামান তীব্ৰতৰ হাফ্-ভলী মাৰে। তাৰে এটা গ'লৰক্ষক ভাস্কৰ গাঙ্গুলীৰ আয়ত্তৰ বাহিৰলৈ যাওঁতে ৰেৱতী ফুকনে গ'ল কৰে।

অমল ফুকনৰ ক্ৰীড়া জীৱনত স্মৰণীয় খেল — ১৯৬৮ আন্তঃ কলেজ ফাইনেল; ১৯৭২ আন্তঃ জিলাৰ ছেমি-ফাইনেল (ডিব্ৰুগড় বঃ গুৱাহাটী) আৰু

ফাইনেল (ডিব্ৰুগড় বঃ গোলাঘাট); ১৯৭৬ আৰু ১৯৭৭ স্বাধীনতা দিৱস কাপ ফাইনেল; ১৯৭৭ ডি চি এম ট্ৰফী (অইল ইণ্ডিয়া বঃ ইষ্টবেঙ্গল); ১৯৭৯ বৰদলৈ ট্ৰফী ফাইনেল (অইল ইণ্ডিয়া বঃ পৰ্ট অথৰিটি, বেঙ্কক) আদি। তদুপৰি ১৯৭৯ ফেডাৰেচন কাপত ছেমি-ফাইনেল আদি।

অমল ফুকনে ১৯৭৬ চনত নগাঁৰত অনুষ্ঠিত অসম একাদশ বনাম ছোভিয়েট দল আৰু ৰভাৰ্ছ কাপ খেলিবলৈ যোৱা অসম দলৰ অধিনায়ক আছিল। তদুপৰি ১৯৭৯ চনত যোৰহাটত অসম একাদশ বনাম পৰ্ট অথৰিটি খেলখনো খেলে। তেওঁ ১৯৮০ লৈকে খেলি ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে, যদিও ১৯৮৪ চনত দুলীয়াজানত অনুষ্ঠিত অল ইণ্ডিয়া অইল মিট খেলিয়ে পূৰ্ণাঙ্গ অৱসৰ লয়। ইয়াতে দেৰাদুন অ. এন.জি. চি. দলৰ বিৰুদ্ধে তেওঁ বাই-চাইকেল ভঙ্গীৰে এটা গ'ল কৰে। ইতিপূৰ্বে (১৯৮০) দেৰাদুনত অনুষ্ঠিত এই প্ৰতিযোগিতাত অইল ইণ্ডিয়া দলে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে অমল ফুকনে "বেষ্ট প্লেয়াৰ অৱ দি টুৰ্ণামেণ্ট" বঁটা পায়। তেওঁ ১৯৮৭-৮৮ বতৰত ফুটবলৰ এন আই. এছ. ডিপ্লমা লয়।



১৯৭৭ ডি চি এম ট্ৰফীত অমল ফুকনৰ দুৰন্ত ভঙ্গী

# ক্ষীৰোদ ৰাজখোৱা

অসম ফুটবলত অভ্যুদয় হোৱা সুন্দৰ সুঠাম দেহৰ সুশ্ৰী তথা খেলপথাৰত জিলিকি থকা নামৰূপ থাৰ্মেল ক্লাবৰ ষ্টপাৰ ক্ষীৰোদ ৰাজখোৱা। এই গৰাকী ৰঙা বগা চেহেৰাৰ ৫ ফুট ৯ ইঞ্চি ওখ ৬৯ কিলোগ্ৰাম ওজনৰ দীৰ্ঘ দেহী ফুটবলাৰৰ অবিচল অটলতাই নামৰূপ থাৰ্মেল দলক উজনি অসমৰ লেখতলবলগীয়া একাদশত পৰিণত কৰি শক্তিশালী অইল ইণ্ডিয়া দলৰ প্ৰধান প্ৰতিদ্বন্দ্বীৰূপে থিয় দিছিল। সেইসময়ত থাৰ্মেল দলে অসমৰ সকলোবোৰ ট্ৰফীতে যোগদান কৰি সুনাম অৰ্জন কৰিছিল।

ক্ষীৰোদ ৰাজখোৱাই ১৯৪৪ চনৰ ১৩ মে তাৰিখে চেপনত জন্ম গ্ৰহণ কৰে। পিতৃ ভোলানাথ ৰাজখোৱা চেপনৰ পৰা পাঁচমাইল নিলগৰ মৌখুটি চাহ বাগিচাৰ কৰ্মচাৰী আছিল। এওঁলোক বকতাৰ দেউধাই আহোম ফৈদৰ লোক। মুঠ ৬ জন (১ জন ল'ৰা আৰু ৫ জনী ছোৱালী)ৰ পঞ্চম সন্তান ক্ষীৰোদ ৰাজখোৱাই গুৱাহাটীৰ ডন বস্কো স্কুলত শিক্ষাৰ পাতনি মেলি ১৯৬১ চনত মেট্ৰিক পাছ কৰে। ডন বস্কো স্কুল দলত খেলোতে ১৯৫৮ আৰু ১৯৫৯ চনত দেউকণ শ্বিল্ড জয়ী হয় আৰু ১৯৫৯ চনত গুৱাহাটী জিলা স্কুল দলৰ পক্ষে আন্তঃ জিলা স্কুল ফুটবলত অংশ লৈ ৰাণাৰ্ছ-আপ হয়। মেট্ৰিক পাছ কৰি চিলঙৰ চেণ্ট এণ্ঠনি কলেজত নাম লগায় আৰু কলেজ দলত খেলি আন্তঃ কলেজ ফুটবলত ৰাণাৰ্ছ-আপ পায়। ১৯৬৪ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত লেফট-বেক্ খেলুৱৈৰূপে নিৰ্বাচিত হওঁতে তেওঁ জে. বি. কলেজৰ ছাত্ৰ। এইখিনিতে উল্লেখ্য গুৱাহাটীত থাকোতে তেওঁ চিটি ক্লাব(ৰাণীবাৰী ক্লাব)ৰ পক্ষে লীগত আত্ম-প্ৰকাশ কৰে। ১৯৬৫ চনত চেপন চাহ বাগিচাত যোগদান কৰে, যদিও বেছি দিন চাকৰি নকৰিলে আৰু ১৯৬৮ চনত কেৰাণীৰূপে অসম ৰাজ্যিক বিদ্যুৎ বৰ্ডত যোগদান কৰি নামৰূপ থাৰ্মেল ক্লাবৰ পক্ষে বলিষ্ঠ ফুটবল অব্যাহত ৰাখে। কিন্তু অসম ফুটবলৰ দুৰ্ভাগ্য ১৯৭১ চনৰ ৩১ ডিচেম্বৰত মটৰ চাইকেল দুৰ্ঘটনা হৈ তেওঁ ভৰিত আঘাত পায় আৰু ফুটবলৰ পৰা অৱসৰ লবলৈ বাধ্য হয়। যি কি নহওঁক উজনি অসমৰ শিহৰণ সৃষ্টিকাৰী ফুটবল প্ৰদৰ্শন কৰোঁতা নামৰূপ থাৰ্মেল ক্লাবৰ ষ্টপাৰ পঞ্জিচনত এটা নাম সদায় জিলিকি থাকিব — ক্ষীৰোদ ৰাজখোৱা। □□

# ভবানন্দ চেতিয়া

ভবানন্দ চেতিয়াক ৰাজ্যিক দলত নিৰ্বাচিত নকৰিলেও ১৯৬৬ চনত ডোৰাণ্ড কাপ খেলিবলৈ যোৱা অসম একাদশত সন্নিৱিষ্ট কৰি তেওঁৰ ক্ৰীড়া দক্ষতাক ৰাজ্যিক পৰ্য্যায়ৰ মৰ্য্যাদা দিয়ে। এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ ৬৪ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে টু-বেক্ পদ্ধতিত চেণ্টাৰ-হাফ্, থ্ৰি-বেক্ পদ্ধতিত ষ্টপাৰ আৰু ফৰ-বেক্ পদ্ধতিত ডিফেন্সৰ সকলো স্থানতে দক্ষতা সহকাৰে স্বকীয় ফুটবলৰ বলিষ্ঠ নজিৰ এৰি থৈ গৈছে। বিশেষকৈ ১৯৫৯-৬০ বতৰত ডিব্ৰুগড়ৰ ভালে সংখ্যক নামী খেলুৱৈৰ অইল ইণ্ডিয়া দলত যোগদানে ডিব্ৰুগড়ৰ প্ৰথম ডিভিজন ফুটবলত ভবানন্দ চেতিয়া জিলিকি উঠিবলৈ সক্ষম হয়।

ভবানন্দ চেতিয়াই ১৯৪৮ চনৰ ১ মাৰ্চত ডিগবৈৰ ওচৰৰ পেঙ্গেৰী চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। পিতৃ বাগিচাৰ কৰ্মচাৰী আছিল। পঢ়া-শুনাৰ পাতনি গুৱাহাটী ডন বস্কো স্কুলত যদিও ডিব্ৰুগড় গভৰ্ণমেণ্ট হাইস্কুলৰ পৰা ১৯৬৩ চনত মেট্ৰিক পাছ কৰে। ইতিপূৰ্বে ১৯৬১ চনত উজনি অসম স্কুল টুৰ্ণামেণ্টৰ ফুটবল ফাইনেলত ডিব্ৰুগড় গভৰ্ণমেণ্ট স্কুলে ৰাণাৰ্ছ-আপ পায় আৰু ডিব্ৰুগড় জিলা স্কুল দলৰ পক্ষে আন্তঃ জিলা স্কুল ফুটবলত অংশ গ্ৰহণ কৰে। ১৯৬২ চনত অসম স্কুল দলতো খেলে।



দেখা যায় মেট্ৰিক পাছ কৰাৰ পিচতে তেওঁৰ ফুটবলত প্ৰভূত উন্নতি হয় আৰু কানৈ কলেজ দলত খেলাৰ উপৰি ডিব্ৰুগড় টাউন ক্লাব দলতো খেলিবলৈ লয়। ইতিপূৰ্বে দুবছৰ (১৯৬১ আৰু ১৯৬২) খলিহামাৰী এথলেটিক ক্লাবত খেলিছিল। কানৈ কলেজে ষ্টপাৰ ভবানন্দ চেতিয়াৰ বলিষ্ঠ অধিনায়কত্বৰ জৰিয়তে ১৯৬৪ আন্তঃ কলেজ খিতাপ জয় কৰোঁতে ফাইনেলত চেণ্ট এডমাণ্ডছ কলেজক পৰাভূত কৰে আৰু তেওঁ "বেষ্ট ফুটবলাৰ

অৱ দি টুৰ্ণামেণ্ট” খ্যাতিৰ অধিকাৰী হয়। সেইবছৰ গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি এলাহাবাদত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাতো অংশ গ্ৰহণ কৰে। বিশেষকৈ ১৯৬৪ চনত চিনিয়ৰ আন্তঃ জিলা বিজয়ী ডিব্ৰুগড় জিলা দলৰ অন্যতম সদস্য আছিল। সেইবছৰতে তেওঁক ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ জনাইছিল যদিও স্থান লাভ কৰিব নোৱাৰিলে। পৰৱৰ্ত্তী দুবছৰো তেওঁ ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা ফুটবলত অংশ লয়। এইখিনিতে উল্লেখ্য তেওঁ ১৯৬৪ আৰু ১৯৬৫ চনত ডিব্ৰুগড়ৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি ১৯৬৫ চনত ৰাজ্যিক জুনিয়ৰ দলত স্থান লাভ কৰোঁতে সহ-অধিনায়কৰ দায়িত্ব দিয়ে।

কানৈ কলেজৰ বিজ্ঞান শাখাৰ স্নাতক মহলাৰ ছাত্ৰ ভৱানন্দ চেতিয়াই ১৯৬৫ আৰু ১৯৬৬ চনত ডিব্ৰুগড় ৰেলৱেৰ পক্ষে খেলি ১৯৬৭ চনত নামৰূপৰ এফ চি আই-ত যোগদান কৰে। সেই বছৰতে ডিব্ৰুগড়ত অনুষ্ঠিত ডিব্ৰুগড় বিশ্ববিদ্যালয় প্ৰথম আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ্‌ত কানৈ কলেজক চূড়ান্ত বিজয়ী হোৱাত তেওঁ অৰিহণা যোগায় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় দলে তেওঁৰ অধিনায়কত্বতে কলিকতাত আন্তঃ বিশ্ববিদ্যালয় ফুটবলত অংশ গ্ৰহণ কৰে। কিন্তু দুখৰ বিষয় ১৯৬৭ চনত এনে এগৰাকী খেলুৱৈক জিলা দল বাছনি শিবিৰলৈকে আমন্ত্ৰণ নকৰিলে। যাৰফলস্বৰূপ তেওঁৰ উৰ্দ্ধগামী ফুটবলৰাজি প্ৰতিবন্ধকৰ সন্মুখীন হয়। অৱশ্যে তেওঁ এফ. চি আই. দলত ১৯৭৫ লৈকে খেল অব্যাহত ৰাখি অৱসৰ গ্ৰহণ কৰে। ❑❑


ক্ষীৰোদ ৰাজখোৱা


শিৱব্ৰত নাথ

# শিৱব্ৰত নাথ(ৰঞ্জন)

উজনি অসমত "ৰঞ্জন" উপনামৰে খ্যাত শিৱব্ৰত নাথ এগৰাকী সুন্দৰ ফুটবল খেলুৱৈ আছিল। তেওঁ অসমত বেছি দিন নেখেলিলেও এই দক্ষতাসম্পন্ন খেলুৱৈ গৰাকীয়ে অদূৰ ভৱিষ্যতে যে সুনাম কঢ়িয়াব সেয়া অসমত খেলি থকা কালতে প্ৰস্ফুটিত হৈ উঠিছিল। শিৱব্ৰত নাথে ১৯৫১ চনত ডিগবৈত জন্ম গ্ৰহণ কৰে। তেওঁলোকৰ আদি ঘৰ হাইলাকান্দিত। আসাম অইল কোম্পানীৰ কৰ্মচাৰী সুৰেন্দ্ৰ মোহন নাথ (সাতজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ পঞ্চম সন্তান। পঢ়া-শুনাৰ পাতনি ডিগবৈ বয়জ হাইস্কুলত। স্কুল টুৰ্ণামেণ্টৰ জৰিয়তে শিৱব্ৰত নাথে লেফট-ইনৰূপে ফুটবলৰ শুভাৰম্ভ ঘটায়। সেইসময়ত এই খেলুৱৈজনে বগাপানী চাহ বাগিচাৰ এছিচষ্টেণ্ট মেনেজাৰ তথা প্ৰাক্তন ৰাজ্যিক খেলুৱৈ জাষ্টিচ লিংডুৰ প্ৰশিক্ষণ পায়। আনকি ১৯৭০ জাতীয় স্কুল ক্ৰীড়াত অসম ফুটবল দলৰ প্ৰতিনিধিত্ব কৰে। ১৯৬৯ চনত ডিব্ৰুগড়ৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা ফুটবলত অংশ লয়। মেট্ৰিক পাছ কৰি ১৯৭১-৭২ বতৰত তিনিচুকীয়া কলেজত পি.ইউ. পঢ়োতে ডিব্ৰুগড় বিশ্ববিদ্যালয় দলত খেলে। ডিগবৈ বয়জ ইউনিয়ন দলৰ খেলুৱৈ গৰাকীৰ উপস্থিতিত তিনিচুকীয়া কলেজৰ ফুটবল শক্তি বৃদ্ধি পায়। কাৰণ সেইসময়ত তিনিচুকীয়া কলেজৰ ফুটবল দল ভালে কেইজন উদীয়মান প্ৰতিভাৰে পৰিপুষ্ট আছিল। ইয়াৰ পিচতে তেওঁ গুৱাহাটীৰ স্পৰ্টিং ইউনিয়নলৈ আহে আৰু ১৯৭২ চনৰ নৱেম্বৰত কলিকতাৰ ভাতৃসংঘ ক্লাৱত যোগদান কৰি লীগত ৯ গ'ল কৰে আৰু জাতীয় জুনিয়ৰ ফুটবলত বঙ্গ দলৰ অধিনায়ক হয় (১৯৭৩)। তদুপৰি স্বাধীনতা দিৱস কাপৰ ফাইনেলত ভাতৃসংঘ দল অসম পুলিচৰ হাতত ২-০ গ'লত পৰাভূত হয়। ৰভাৰ্ছ কাপত তেওঁৰ গ'লতে ভাতৃসংঘই বি এন আৰ-ক পৰাভূত কৰে। সেই বছৰতে জুনিয়ৰ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায় যদিও ষড়যন্ত্ৰৰ বলি হৈ জাতীয় দলত স্থান নেপালে। বিশেষকৈ উল্লেখ্য ১৯৭৪ চনৰ লীগত মোহনবাগানক ১-০ গ'লত পৰাভূত কৰোঁতে স্কৰ কৰিছিল শিৱব্ৰত নাথে তথা ভাতৃসংঘৰ ফুটবলতো তেওঁ ইতিহাস ৰচনা কৰে। এই সাফল্যই ৫ ফুট ৩ ইঞ্চি ওখ ৫৪ কিলোগ্ৰাম ওজনৰ শিৱব্ৰত নাথ কলিকতাৰ চকুতপৰা খেলুৱৈৰূপে জিলিকি উঠে আৰু ১৯৭৫ চনত মোহনবাগান দলত যোগদান কৰি এবছৰ কাল খেলে। সেইবছৰ তেওঁ জাতীয় দলৰ ষ্টেণ্ড-বাই খেলুৱৈ আছিল। পৰবৰ্ত্তী বছৰ জৰ্জ টেলিগ্ৰাফ্ দলত খেলোতে এ টি-পি এ শ্বিল্ড ফাইনেলত পুনৰ অসম পুলিচৰ হাতত পৰাভূত হয়। ১৯৭৭ আৰু ১৯৭৮ চনত চালকিয়া ফ্ৰেণ্ডছ দলত খেলি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। ◻◻

# ডম্বৰু খনিকৰ



ডম্বৰু খনিকৰ অসম ফুটবলৰ এটা জাকত-জিলিকা ক্ৰীড়া চৰিত্ৰ। তেওঁ ৰাইট-হাফ্ পজিচনত যি ফুটবল কলা প্ৰদৰ্শন কৰি গ'ল এয়া আমাৰ বাবে উদাহৰণ হৈয়ে ৰব। খেলপথাৰত সদায় চকুত পৰা মৰম লগা এখনি মুখ ডম্বৰু খনিকৰ। তেওঁৰ অমায়িক ব্যৱহাৰে সদায় লগৰ খেলুৱৈৰ মৰম আৰু আদৰৰ ব্যক্তিত্ব হোৱাৰ উপৰি কৰ্মকৰ্ত্তাৰো দৃষ্টি আকৰ্ষণ কৰিছিল। ডম্বৰু খনিকৰক স্বাভাৱিকতে নিৰ্জু যেঁন দেখা গলেও খেলপথাৰত তেওঁৰ দ্ৰুতগামী ফুটবল ছন্দই এক দুৰ্দ্ধৰ্ষ ৰূপ ধাৰণ কৰি দলক অতিৰিক্ত ইন্ধনৰ যোগান ধৰিছিল। ডম্বৰু খনিকৰৰ খেলৰাজিয়ে অনিমেষ গাঙ্গুলীৰ দৃষ্টি আকৰ্ষণ কৰোঁতে তেওঁক ভাৰতৰ ভিতৰতে এগৰাকী চকুত পৰা ৰাইট-হাফ্‌ৰূপে গঢ়িবলৈ থিৰাং কৰি উদগনি দিছিল। কিন্তু ইতিমধ্যে তেখেতৰ মৃত্যু হয়। গতিকে ডম্বৰু খনিকৰ কিমান উচ্চস্তৰৰ খেলুৱৈ আছিল আৰু তেওঁৰ ফুটবল ভৱিষ্যত কিমান উজ্বল এয়া হয়তো ফুটবল কাৰীকৰ অনিমেষ গাঙ্গুলীৰ বিজ্ঞ চকুতহে ধৰা পৰিছিল! অসমৰ খ্যাতিসম্পন্ন হাফ্ টচেন বড়াৰ মন্তব্য এনেধৰণৰ, "A skillful player with perfect ball dribbling within no space " তদুপৰি ৰাজ্যিক দলৰ অধিনায়ক অমল ফুকনৰ মতে, "ডম্বৰু খনিকৰ উচ্চস্তৰৰ ড্ৰিবলিং আৰু কণ্ট্ৰোলিং থকা ফুটবল প্লেয়াৰ।"

ডম্বৰু খনিকৰ তিনিচুকীয়া চহৰৰ পৰা বাৰ মাইল দূৰৰ বৰুৱাহোলা গাঁৱত ১৯৫১ চনত জন্ম গ্ৰহণ কৰে। নাহৰকটিয়া পি ডব্লিউ ডি-ৰ চাকৰিয়াল মদ্ৰজিত খনিকৰ(তিনিজন ল'ৰা আৰু ছয় গৰাকী ছোৱালী)ৰ এওঁ ষষ্ঠ সন্তান। স্কুলীয়া জীৱনৰ শুভাৰম্ভ ক্ৰীড়া পৰিৱেশৰে পৰিপূৰ্ণ সৰু চহৰ নাহৰকটিয়াত। সৰুৰে পৰা ফুটবল ভাল পোৱা এই ছাত্ৰজনৰ ক্ৰীড়া ৰাজিয়ে নাহৰকটিয়া উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ৰ অধ্যক্ষ ফটিক চন্দ্ৰ গগৈৰ দৃষ্টি আকৰ্ষণ কৰে আৰু অষ্টমমান

শ্ৰেণীত পঢ়ি থাকোতেই (১৯৬৬) স্কুল দলত খেলাৰ সুযোগ পায়। যি কি নহওঁক তেখেতৰ অনুপ্ৰেৰণাতে তেওঁৰ ফুটবল ভেটি গঠন হয়। তেতিয়াৰ পৰা তেওঁ নাহৰকটিয়া টাউন ক্লাৱতো প্ৰথম শ্ৰেণী ফুটবলৰ প্ৰতনি মেলোতে নগাঁৱৰ স্বাধীনতা দিৱস কাপ খেলে। পিচবছৰ ডিব্ৰুগড় জিলা দলৰ হৈ জুনিয়ৰ আন্তঃ জিলা ফুটবল খেলে আৰু ১৯৬৮ চনত হায়াৰ ছেকেণ্ডেৰী ফাইনেল পৰীক্ষা দিয়াৰ পিচতে নামৰূপ থাৰ্মেলত যোগদান কৰে। ইয়াত তেওঁৰ চাকৰি জীৱনৰ লগে লগে প্ৰকৃত ফুটবলৰ শুভাৰম্ভ হয় আৰু দলৰ হৈ অসমৰ সকলোবোৰ ট্ৰফীতে খেলাৰ সুযোগ পায়। ইয়াৰ অন্তৰ্গত মণিপুৰৰ ছাৰ চূড়াচন্দ শ্বিল্ডৰ ফাইনেলত উপনীত হৈছিল। নামৰূপ থাৰ্মেল ক্লাৱৰ পক্ষে দুবছৰ খেলি ১৯৭০ চনত দুলীয়াজানৰ অইল ইণ্ডিয়ালৈ আহে। এইখিনিতে উল্লেখ্য ১৯৭৫ চনত তেওঁৰ অধিনায়কত্বতে অইল ইণ্ডিয়া দলে এ.টি.পি.এ. শ্বিল্ড জয় কৰে। তদুপৰি ১৯৭৬ আৰু ১৯৭৭ চনত স্বাধীনতা দিৱস কাপ জয় কৰোঁতে তেওঁৰ ভূমিকা অতি তাৎপৰ্য্যপূৰ্ণ আছিল। ১৯৭২ চনত গোলাঘাট আৰু ১৯৭৩ চনত শিৱসাগৰত অনুষ্ঠিত আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত ডিব্ৰুগড় দল জয়ী হওঁতে ডম্বৰু খনিকৰে গুৰুত্বপূৰ্ণ ভূমিকা লয়। তেওঁ ১৯৭৮ লৈকে জিলা দলৰ প্ৰতিনিধিত্ব কৰোঁতে ৰাইট-ইন পজিচনত খেলিছিল। তদুপৰি ৰাজ্যিক দলত নিৰ্বাচন লাভ কৰোঁতে ১৯৭৩, ১৯৭৪, ১৯৭৫, ১৯৭৬ আৰু ১৯৭৭ চনত নিয়মিত তথা নিৰ্ভৰযোগ্য ৰাইট-হাফ্ আছিল। ইয়াৰ ভিতৰত ১৯৭৪ চনত জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। আনকি অনিমেষ গাঙ্গুলীয়েও তেওঁৰ ওপৰত বহু আশা ৰাখিছিল আৰু জাতীয় একাদশৰ নিয়মিত ৰাইট-হাফ্ৰূপে গঢ়াৰ সপোন দেখিছিল।

এই গৰাকী ৫ ফুট ৬১/২ ইঞ্চি ওখ ৬৩ কিলোগ্ৰাম ওজনৰ ফুটবলাৰৰ উল্লেখযোগ্য খেলৰ ভিতৰত ১৯৭৭ চনৰ ডি. চি. এম. ট্ৰফী। ইয়াত অইল ইণ্ডিয়া দলে ছেমি-ফাইনেল খেলাৰ সুযোগ পাওঁতে জে. চি. টি. মিলক ৩-১ আৰু ইষ্টবেঙ্গল ক্লাৱক ১-০ গ'লত হৰুৱায়। কিন্তু মালয়ছিয়াৰ টেঙ্গুনাইনৰ হাতত ৩-১ গ'লত হাৰে। বিশেষকৈ সম্পূৰ্ণ জাতীয় খেলুৱৈৰে পুষ্ট ইষ্টবেঙ্গল দলটোৰ বিৰুদ্ধে তেওঁলোকে বীৰোচিত খেল প্ৰদৰ্শন কৰোঁতে খেলৰ অন্তত ইষ্টবেঙ্গলৰ প্ৰশিক্ষক অমল দত্তয়ো অইল ইণ্ডিয়াৰ খেলুৱৈসকলক সম্বৰ্দ্ধনা জনাইছিল। ডম্বৰু খনিকৰে ১৯৭৯ লৈকে নিয়মিতৰূপে খেলি ১৯৮০ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

# উমেশ গগৈ(ভাইটি)

উজনি অসমৰ ফুটবলত 'ভাইটি' উপনামৰে পৰিচিত ডিব্ৰুগড় টাউন ক্লাবৰ উমেশ গগৈয়ে স্বকীয় নেৰানেপেৰা ক্ৰীড়া শৈলীৰ জৰিয়তে ৰাজ্যিক দলৰ মিড-ফিল্ডত স্থান গঢ়ি লবলৈ সক্ষম হৈছিল। ৪-২-৪ পদ্ধতিত নিজক এগৰাকী পৈণত লেফট-লিঙ্কমেনৰূপে আত্ম-প্ৰকাশৰ যৎপৰোনাস্তি চেষ্টা অব্যাহত ৰাখিছিল। শৰীৰৰ উচ্চতা ৫ ফুট ৩ ইঞ্চি আৰু ওজন ৬০ কিলোগ্ৰাম। উচ্চতা কম হলেও শৰীৰৰ ওজনে স্বকীয় ফুটবল অগ্ৰগতিত বিশেষ ভূমিকা লৈছিল। দেখা যায় বলিষ্ঠ ডিফেণ্ডিং ক্ষমতাৰ লগতে উত্তম ডিষ্ট্ৰিবিউচনে তেওঁ ৰক্ষণ ও আক্ৰমণ বিভাগৰ মাজত বিশেষ যোগসূত্ৰ সৃষ্টি কৰি খেল অব্যাহত ৰাখিছিল।

উমেশ গগৈয়ে ১৯৫১ চনত ডিব্ৰুগড়ৰ পৰা পাঁচ মাইল নিলগৰ বকুল চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। পিতৃ শশীধৰ গগৈ চাহ বাগিচাৰ কৰ্মচাৰী আছিল। মুঠ ৭ জন (৩ জন ল'ৰা আৰু ৪ জনী ছোৱালী)ৰ এওঁ সৰ্বকনিষ্ঠ সন্তান। বকুল হাইস্কুলৰ পৰা ১৯৬৮ চনত মেট্ৰিক পাছ কৰি ডিব্ৰুগড়ৰ কানৈ কলেজত ভৰ্ত্তি হয় আৰু পি.ইউ. পাছ কৰি ডিব্ৰু কলেজত নাম লগায় (১৯৭১)। তেওঁ মুঠ চাৰিবাৰ আন্তঃ কলেজ ফুটবল খেলোতে ১৯৬৯ আৰু ১৯৭০ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয় দলতো স্থান লাভ কৰি আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। বিশেষকৈ ১৯৭১ চনত ডিব্ৰুগড়ৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা ফুটবলত ৰাণাৰ্ছ-আপ সন্মান কঢ়িয়াই আনে। তদুপৰি সেই বছৰতে চিনিয়ৰ জিলা দলতো স্থান পায় একেৰাহে ১৯৭৮লৈকে খেলোতে ডিব্ৰুগড়ে তিনিবাৰ চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। ইয়াৰ ভিতৰত ১৯৭৩ চনৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত উমেশ গগৈ আৰু ডম্বৰু খনিকৰে যুটীয়াভাৱে প্ৰতিযোগিতাৰ শ্ৰেষ্ঠ হাফ্ৰ খ্যাতি আৰ্জে।

উমেশ গগৈ ১৯৭২-১৯৭৭ লৈকে ৰাজ্যিক দলত স্থান লাভ কৰোঁতে দুবাৰ (১৯৭৩ আৰু ১৯৭৪) ষ্টেণ্ড-বাই তালিকাত আছিল। ১৯৭৪ চনত তেওঁ অইল ইণ্ডিয়া দলত যোগদান কৰি চাৰি বছৰ দলৰ সৈতে জড়িত থাকোতে বলিষ্ঠ ফুটবলৰ নজিৰ এৰি থৈ গৈছে আৰু ১৯৭৮ চনৰ ফেডাৰেচন কাপৰ পিচতে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

# সুবোধ চৌধুৰী(সুমতি)

অসম ফুটবলত ডিব্ৰুগড়ৰ খেলুৱৈ সুবোধ চৌধুৰী "সুমতি" নামেৰে পৰিচিত। এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ ৫৯ কিলোগ্ৰাম ওজনৰ ৰক্ষণ বিভাগৰ খেলুৱৈয়ে থ্ৰি-বেক্ পদ্ধতিত ষ্টপাৰ/লেফট-বেক্ আৰু ৪-২-৪ পদ্ধতিত লেফট-ষ্টপাৰ পজিচনত বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে। ১৯৬৭ -১৯৭২ লৈকে তেওঁ অসম স্কুল আৰু ৰাজ্যিক জুনিয়ৰ দলত মুঠ ৯ বাৰ খেলে। ইয়াৰ ভিতৰত ১৯৬৯ চনত অসম স্কুল ফুটবল দলে তেওঁৰ অধিনায়কত্বতে জাতীয় স্কুল চেম্পিয়নশ্বিপ্ জয় কৰে আৰু তেওঁ জাতীয় স্কুল দলতো স্থান পায়। ১৯৭০ চনত অসম স্কুল দলত খেলোতে তেওঁ সহ-অধিনায়ক আছিল আৰু অসমৰ দুজন খেলুৱৈ জুনিয়ৰ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰিত হয় - এডুৱেল ৰয় লামিন আৰু সুবোধ চৌধুৰী। বোধকৰো ৰহিয়া বিশ্বাস আৰু খনিন শেনচোৱাৰ পিচতে ডিব্ৰুগড়ত অভ্যুদয় হোৱা সুবোধ চৌধুৰী এগৰাকী নিৰ্ভৰযোগ্য ৰক্ষণ বিভাগৰ খেলুৱৈ আছিল। শাৰীৰিক দিশৰ পৰা খুউব এটা ওখ ডাঙৰ শৰীৰৰ অধিকাৰী নহলেও গাঁঠলু দেহ গঠনৰ সুমতি এজন ফলপ্ৰসূ খেলুৱৈ আছিল।

সুবোধ চৌধুৰী ১৯৫২ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। পিতৃ ডাক বিভাগৰ কনিষ্ঠ অভিযন্তা আছিল। মুঠ ১২ জন(১০ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ পঞ্চম সন্তান। ডিব্ৰুগড় বেঙ্গলী হাইস্কুলত পঢ়ি থাকোতেই ১৯৬৭ চনত ডিব্ৰুগড় জিলা জুনিয়ৰ দলত স্থান পায় আৰু সেইবছৰতে ৰাজ্যিক জুনিয়ৰ আৰু অসম স্কুল দলতো স্থান লাভ কৰে। ইয়াৰ লগে লগে ডিব্ৰুগড় টাউন ক্লাৱত যোগদান কৰি প্ৰথম শ্ৰেণী ফুটবলতো আত্ম-প্ৰকাশ কৰে। তেওঁ একেৰাহে ১৯৭১ লৈকে জুনিয়ৰ জিলা দলত খেলোতে শেষবছৰ তেওঁৰ অধিনায়কত্বতে ডিব্ৰুগড়ে ৰাণাৰ্ছ-আপ হয়। ইতিপূৰ্বে (১৯৬৮) তেওঁ ৰাজ্যিক চিনিয়ৰ দলতো স্থান লাভ কৰিছিল। সুবোধ চৌধুৰীয়ে দশমমানলৈকে পঢ়ি ১৯৭১ চনত দুলীয়াজানৰ অইল ইণ্ডিয়াত যোগদান কৰি স্বকীয় দ্বিতীয় লানি ফুটবলৰ পাতনি মেলে। সেইসময়ত অইল ইণ্ডিয়া অসমৰ চকুত পৰা দলৰূপে পৰিগণিত হৈছিল। অইল ইণ্ডিয়া দলৰ সফল ফুটবলত সুবোধ চৌধুৰীৰ অৱদান সদায় সজীৱ হৈ ৰব। ডিব্ৰুগড় জিলা দল আৰু অইল ইণ্ডিয়াত খেলি থাকোতে সুবোধ চৌধুৰীয়ে ১৯৭৩, ১৯৭৪, ১৯৭৫ আৰু ১৯৭৬ চনত ৰাজ্যিক দলত খেলে। ১৯৭৯ চনত তেওঁ অইল দলৰ পৰা অৱসৰ লৈ দুবছৰ দুলীয়াজান ক্লাৱত খেলি ১৯৮১ চনতহে ফুটবলৰ পৰা পূৰ্ণাঙ্গ অৱসৰ লয়।

# গণেশ ৰায়

টচেন বড়াৰ পিচতে খেলুৱৈৰ উৰ্বৰভূমি নাহৰকটিয়াত উদ্ভৱ হোৱা অসম ফুটবলৰ চকুত পৰা ক্ৰীড়া চৰিত্ৰ গৰাকী হল - গণেশ ৰায়। পোনতে ইনচাইড-ফৰোৱাৰ্ডৰূপে চমকপ্ৰদ খেল প্ৰদৰ্শন কৰা এই খেলুৱৈ গৰাকীক অসম স্কুল দল গঠনৰ অৰ্থে অনুষ্ঠিত বাছনি শিবিৰত কোচ্ চাওলা সিঙে মিড-ফিল্ডলৈ আনে।

গণেশ ৰায় ১৯৫৭ চনৰ ৫ জুন তাৰিখে নাহৰকটিয়াৰ ওচৰৰ তিনি আলি চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। পিতৃ সৈন্য বাহিনীৰ চাকৰিয়াল। মুঠ পাঁচজন(তিনিজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ তৃতীয় সন্তান। ফুটবলৰ শুভাৰম্ভ নাহৰকটিয়া উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ত। তেওঁ অষ্টমমান শ্ৰেণীৰ পৰাই স্কুল দলত খেলাৰ সুযোগ পায় — ইনচাইড-ৰাইট পজিচনত। তেওঁৰ ফুটবলত প্ৰধান উৎকৰ্ষ সাধক স্কুলৰ অধ্যক্ষ ফটিক চন্দ্ৰ গগৈ আৰু প্ৰাক্তন জিলা খেলুৱৈ ক্ষীৰেশ্বৰ হাজৰিকা। তেওঁ নাহৰকটিয়া এথলেটিক ক্লাবৰ হৈও খেলিছিল। ১৯৭৩ চনত নাহৰকটিয়া উচ্চতৰ মাধ্যমিক স্কুলে দেউকণ শ্বিল্ড ফুটবলত ৰাণাৰ্ছ-আপ পায় আৰু তেওঁ অসম স্কুল দলত স্থান লাভ কৰি জাতীয় স্কুল দল বাছনি শিবিৰলৈও আমন্ত্ৰণ পাইছিল। সেই বছৰ তেওঁ ডিব্ৰুগড় জুনিয়ৰ জিলা দলত খেলোতে বোকাখাটত অনুষ্ঠিত ফাইনেলত মৰিগাঁৱক ৬-১ ব্যৱধানত পৰাভূত কৰে। ১৯৭৪ চনত মেট্ৰিক পাছ কৰি গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজত নাম লগায় আৰু ১৯৭৬ চনত প্ৰি-ইউনিভাৰ্চিটি পাছ কৰে। এইখিনিতে উল্লেখ্য ১৯৭৪ চনৰ পৰা তেওঁ মহাৰাণা ক্লাবত খেলে আৰু ১৯৭৫ চনত গুৱাহাটীয়ে জুনিয়ৰ আন্তঃ জিলা খিতাপ জয় কৰোঁতে যোৰহাটক ৫-১ ব্যৱধানত পৰাভূত কৰে। গণেশ ৰায়ে ১৯৭৫ আৰু ১৯৭৬ চনত অসম জুনিয়ৰ ৰাজ্যিক দলত খেলোতে পিচবছৰ নেচনেল জুনিয়ৰ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰিত হয় আৰু তেওঁ চাৰি গৰাকী ষ্টেণ্ড-বাইৰ তালিকাত থাকে। ১৯৭৭ চনৰ আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপত প্ৰাগজ্যোতিষ কলেজে ৰাণাৰ্ছ-আপ পাওঁতে গণেশ ৰায় আৰু পাছিঘাট কলেজৰ বেগি ইটিয়ে "বেষ্ট প্লেয়াৰ অৱ দি টুৰ্ণামেণ্ট" খ্যাতি অৰ্জন কৰে। ১৯৭৬ আৰু ১৯৭৭ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে প্ৰথম বছৰ ইণ্ডিয়া ইউনিভাৰ্চিটি দল বাছনি শিবিৰলৈ

মাতে। পিচৰ বছৰ তেওঁৰ অধিনায়কত্বতে গুৱাহাটী বিশ্ববিদ্যালয় দলে সদৌ ভাৰত বিশ্ববিদ্যালয় ফুটবলত অংশ লয়। ১৯৭৬ চনত চিনিয়ৰ আন্তঃ জিলাত আত্ম-প্ৰকাশ কৰি ১৯৮৩, ১৯৮৬ আৰু ১৯৮৭ চনত গুৱাহাটী দল চেম্পিয়ন হয়। ১৯৮৩ চনত তেওঁ দলৰ অধিনায়ক আছিল।

গণেশ ৰায়ে ১৯৭৮ আৰু ১৯৭৯ চনত ৰাজ্যিক দলত খেলোতে ১৯৭৮ এচিয়ান গেমছ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায় আৰু চূড়ান্ত ২২ জনৰ মাজত স্থান লাভ কৰে, যদিও তেওঁ ষ্টেণ্ড-বাই তালিকাত থাকে। এই গৰাকী ৫ ফুট ৭১/২ ইঞ্চি ওখ, ৬২ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৭৪-৭৬ লৈকে মহাৰাণা ক্লাৱ; ১৯৭৭ আৰু ১৯৭৮ শান্তিপুৰ ক্লাৱত খেলি ১৯৭৯ চনত অসম ৰাজ্যিক বিদুৎ পৰিষদত যোগদান কৰি ১৯৯০ লৈকে খেলোতে ১৯৮৯ চনত এন. আই. এছ. লয়।


উমেশ গগৈ


সুবোধ চৌধুৰী


বিমল বৰুৱা


গনেশ ৰায়

# ৰেৱতী ফুকন

অসমৰ পূব প্ৰান্তত অভ্যুদয় হোৱা বাঁও-ভৰিৰ ফুটবল খেলুৱৈ ৰেৱতী ফুকন এজন অসম্ভৱ দম থকা আক্ৰমণ বিভাগৰ কষ্টসহিষ্ণু আক্ৰমণাত্মক খেলুৱৈ আছিল বিশেষকৈ দলক আক্ৰমণৰ অৰিহণা যোগোৱাৰ উপৰি বাৰম্বাৰ আক্ৰমণে প্ৰতিপক্ষৰ ৰক্ষণত সকলো সময়তে ত্ৰাসৰ সৃষ্টি কৰিছিল। তেওঁৰ ফুটবলত এটা ডাঙৰ গুণ বলটো তেওঁৰ আয়ত্তলৈ অহাৰ লগে লগে ফিল্ডখনৰ পথালিভাৱে দ্ৰুত গতিত বল সহিত প্ৰতিপক্ষৰ ৰক্ষণত সোমাই পৰে। তদুপৰি খেলৰ সম্পূৰ্ণ সময় সমগ্ৰ ফিল্ড দৌৰী দলক অতিৰিক্ত ইন্ধনৰ যোগান ধৰা তেওঁৰ সহজাত প্ৰবৃত্তি। যাৰফলত অইল ইণ্ডিয়া দলে বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছিল আৰু অসমৰ চকুতপৰা দলৰূপে জিলিকি উঠিছিল।

ৰেৱতী ফুকন ১৯৫০ চনৰ ১৫ ছেপ্টেম্বৰ তাৰিখে তিনিচুকীয়াৰ সাত মাইল পশ্চিমে জেৰাই চকলীভৰীয়া গাঁৱত জন্ম গ্ৰহণ কৰে। পিতৃ নৰ্থ বালিজান চাহ বাগিচাৰ কৰ্মচাৰী আছিল। মুঠ সাতজন (৫ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ এওঁ দ্বিতীয় সন্তান আৰু ল'ৰাৰ ভিতৰত জ্যেষ্ঠ। গাঁৱত ডাঙৰ দীঘল হোৱা কৃষক পৰিয়ালৰ সন্তান ৰেৱতী ফুকনৰ চাৰিজন সহোদৰ প্ৰথম শ্ৰেণীৰ ফুটবলাৰ। ইয়াৰ ভিতৰত তিনি গৰাকী চিনিয়ৰ ৰাজ্যিক খেলুৱৈ। অসমত এনে কৃতিত্ব এয়ে প্ৰথম। পানীতোলা হাইস্কুলত পঢ়ি থাকোতে সৰুৰে পৰা ফুটবল খেলিছিল। বিশেষকৈ জন্মগত প্ৰতিভা, ফুটবলৰ প্ৰতি থকা গভীৰ আগ্ৰহ আৰু গাঁৱলীয়া দুৰ্দ্ধৰ্ষতাই তেওঁক এগৰাকী দক্ষতা সম্পন্ন খেলুৱৈলৈ ৰূপান্তৰ কৰিছিল। ১৯৬৮ চনত মেট্ৰিক পাছ কৰাৰ পিচতে তিনিচুকীয়া কলেজত ভৰ্ত্তি হয় আৰু তিনিচুকীয়া নেতাজী ক্লাবৰ পক্ষে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। আচল কথা কব গলে কলেজত ভৰ্ত্তি হোৱাৰ পিচতে তেওঁৰ ক্ৰীড়া প্ৰতিভা জিলিকি উঠা পৰিলক্ষিত হয়। সেইসময়ত তিনিচুকীয়া কলেজে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টত আধিপত্য বিস্তাৰ কৰাৰ লগে লগে প্ৰতিযোগিতাৰ সবাতেকৈ শক্তিশালী তথা চকুতপৰা দল আছিল। ১৯৭১ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয় দলত তিনিচুকীয়া কলেজৰ ছজন খেলুৱৈয়ে স্থান লাভ কৰে। ইয়াৰ অন্তৰ্গত ৰেৱতী ফুকনো আছিল। তিনিচুকীয়া কলেজৰ তিনি গৰাকী খেলুৱৈ(অমল ফুকন, প্ৰবীণ বৰা আৰু লুইচ

ভেংৰা)ক সেইসময়ৰ দুৰ্দ্ধৰ্ষ ফুটবল শক্তি অসম পুলিচ দলেও যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল।

১৯৭১ আন্তঃ কলেজৰ পিচতে (১৯৭২) ৰেৱতী ফুকনে নামৰূপৰ এফ. চি. আই-ত যোগদান কৰি দুবছৰ খেলে। ইয়াৰ ভিতৰত ১৯৭৩ চনত ডিব্ৰুগড় জিলা দললৈ আমন্ত্ৰিত হয়। এইখিনিতে ফুটবল সন্দৰ্ভত ৰেৱতী ফুকনৰ এষাৰ বক্তব্য, "টচেন বড়া মোৰ ফুটবল গুৰু। এফ. চি. আই. দলত তেখেতৰ সৈতে খেলোতে পোৱা আধুনিক ফুটবলৰ সান্নিধ্যই মোৰ ক্ৰীড়াৰাজিতো পৰিপক্কতা প্ৰদান কৰে।" জিলা দলত আত্ম-প্ৰকাশ কৰা বছৰতে ৰাজ্যিক দলৰ ষ্টেণ্ড-বাই তালিকাত স্থান পায়, যদিও জীৱন বৰুৱা যাব নোৱাৰাত তেওঁ মূল দলত স্থান লাভ কৰিবলৈ সক্ষম হয়। ১৯৭৪ চনত ৰেৱতী ফুকনে দুলীয়াজানৰ অইল ইণ্ডিয়াত যোগদান কৰি চাঞ্চল্য সৃষ্টিকাৰী ফুটবলৰ অৱতাৰণা কৰে। দলৰ পক্ষে এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ আৰু ডুগৰ শ্বিল্ড জয় কৰাৰ উপৰি বৰদলৈ ট্ৰফীত ৰাণাৰ্ছ-আপ হয়। ইয়াৰ ভিতৰত ১৯৭৯ চনত তেওঁৰ অধিনায়কত্বতে অইল ইণ্ডিয়া দলে অসমৰ চাৰিটা প্ৰধান ফুটবল প্ৰতিযোগিতাত ফাইনেল খেলি দুখনত চেম্পিয়ন আৰু দুখনত ৰাণাৰ্ছ-আপ হয়। বিশেষকৈ বৰদলৈ ট্ৰফী ফাইনেলত প্ৰথম দিনা ১-১ গ'লত ড্ৰ থাকোতে দলৰ হৈ স্কৰ কৰিছিল ৰেৱতী ফুকনে। তদুপৰি এলাহাবাদৰ পুটু মজুমদাৰ শ্বিল্ডত বিহাৰ ষ্টেটৰ সৈতে যুগ্ম বিজয়ী হয়। বিশেষকৈ ১৯৭৭ চনৰ ডি চি এম ট্ৰফীৰ কোৱাৰ্টাৰ-ফাইনেল লীগত ইষ্টবেঙ্গল ক্লাৱক ১-০ গ'লত পৰাভূত কৰোঁতে ৰেৱতী ফুকনৰ স্কৰ আজিও স্মৰণীয়।

এই গৰাকী ৫ ফুট ৩ ইঞ্চি ওখ, মাত্ৰ ৪৮ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় খেলুৱৈয়ে ১৯৭৩-১৯৭৯ লৈকে ডিব্ৰুগড় জিলা দলৰ লেফট-আউট পজিচনত খেলি অসমৰ চকুত পৰা খেলুৱৈৰূপে জিলিকি উঠোতে ১৯৭৩ আৰু ১৯৭৬ চনৰ আন্তঃ জিলা ফুটবলত ডিব্ৰুগড়ে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰিছিল। বিশেষকৈ ১৯৭৬-ৰ ফাইনেলত গোলাঘাটক ১-০ গ'লত পৰাভূত কৰোঁতে স্কৰ ৰেৱতী ফুকনৰ। ৰেৱতী ফুকনে ১৯৭৪-১৯৮২ লৈকে অইল ইণ্ডিয়া দলত খেলি ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৮৯ সন্তোষ ট্ৰফী গুৱাহাটীত অনুষ্ঠিত হওঁতে তেওঁ অসম দলৰ মেনেজাৰ আছিল।



# পৰেশ কাকতি

অসম ফুটবলত অভ্যুদয় হোৱা ট্ৰিকি ডিফেণ্ডাৰসকলৰ ভিতৰত নিঃসন্দেহে পৰেশ কাকতিক সন্নিৱিষ্ট কৰিব পাৰি। শাৰীৰিক দিশৰ পৰা খুউব এটা বলিষ্ঠ দেহৰ অধিকাৰী নহলেও খেলপথাৰত এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ আৰু মাত্ৰ ৫৬ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় খেলুৱৈয়ে স্বকীয় বুদ্ধিদীপ্ততাৰ জৰিয়তে নিজকে অসমৰ এগৰাকী লেখতলবলগীয়া ডিফেণ্ডাৰৰূপে আত্ম-প্ৰকাশ কৰিবলৈ সক্ষম হৈছিল। মুঠতে অসমত এতিয়ালৈকে যিমান কেইজন কলা কৌশলৰ দিশৰ পৰা চহকী ডিফেণ্ডাৰৰ আৱিৰ্ভাৱ হ'ল ইয়াৰ ভিতৰত পৰেশ কাকতিক একেবাৰে শেষৰজন বুলি কলে বঢ়াই কোৱা নহয়। কাৰণ এওঁৰ পিচতে সেই স্তৰৰ ডিফেণ্ডাৰ অসম ফুটবলত চকুত পৰা নাই। বিশেষকৈ তেওঁৰ ফলপ্ৰসূ ক্ৰীড়াধাৰা প্ৰতিপক্ষৰ বাবে মূৰৰ কামোৰণি স্বৰূপ আছিল।

পৰেশ কাকতি ১৯৫৪ চনৰ ১ ফেব্ৰুৱাৰীত ক্ৰীড়া অগ্ৰগামী ক্ষুদ্ৰ চহৰ নাহৰকটিয়াত জন্ম গ্ৰহণ কৰে। সাধাৰণ ব্যৱসায়ী পৰিয়ালত ভূমিষ্ঠ হোৱা পৰেশ কাকতি (৫ জন ল'ৰা আৰু ২ জনী ছোৱালী) সৰ্বকনিষ্ঠ সন্তান। পঢ়া-শুনাৰ পাতনি নাহৰকটিয়া উচ্চতৰ মাধ্যমিক স্কুলত। ১৯৭৩ চনত বিজ্ঞান বিভাগত শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয়। সেই সময়তে তেওঁ স্কুল দলৰ উপৰি নাহৰকটিয়া টাউন ক্লাবৰ পক্ষে ৰাইট-হাফ্ পজিচনত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। তেওঁ ১৯৭২ চনত ডিব্ৰুগড় জিলা দলত স্থান লাভ কৰি জুনিয়ৰ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত অংশ গ্ৰহণ কৰে আৰু ১৯৭৩ চনত ষ্টপাৰ পৰেশ কাকতিৰ অধিনায়কত্বতে ডিব্ৰুগড় জিলা দল চূড়ান্ত বিজয়ী হয়। ১৯৭৪ আৰু ১৯৭৫ চনত গুৱাহাটী জিলা দলত খেলি দুবাৰ আন্তঃ জিলা খিতাপ জয়ত অৰিহণা যোগায়। ইয়াৰ পিচত ১৯৭৪ চনত অসম ৰাজ্যিক জুনিয়ৰ দলত স্থান লাভ কৰে আৰু তেওঁক অধিনায়কৰ বাব দিয়া হয়। সেই বছৰতে অসমৰ দুজন খেলুৱৈক জাতীয় জুনিয়ৰ ট্ৰায়েল কেম্পলৈ মাতে। ইয়াৰ ভিতৰত পৰেশ কাকতিও এজন।

কটন কলেজত পঢ়ি থাকোতে তেওঁ কলেজ দলত খেলাৰ উপৰি মহাৰাণা ক্লাবৰ নিয়মিত খেলুৱৈ আছিল। ১৯৭৩ চনত কটন কলেজ দলে আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপত ৰাণাৰ্ছ-আপ খিতাপ দখল কৰে। তেওঁ একেৰাহে চাৰি

বছৰ (১৯৭৩-৭৪ ৭৫-৭৬) গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে শেষৰ বছৰত ইষ্ট জুন চেম্পিয়ন হয় তথা তেওঁ দলৰ অধিনায়ক আছিল। সেই বছৰ ইণ্ডিয়ান ইউনিভাৰ্চিটি দল গঠনৰ বাছনি শিবিৰলৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা চাৰি গৰাকী খেলুৱৈক আমন্ত্ৰণ জনাইছিল ইয়াৰ ভিতৰত পৰেশ কাকতিও আছিল। আন তিনি গৰাকী যথাক্ৰমে দেৱাশীষ ৰায়, গণেশ ৰায় আৰু প্ৰেম কান্তি সিং। পৰেশ কাকতিয়ে ১৯৭৫ আৰু ১৯৭৬ চনত গুৱাহাটী জিলা দলৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি এবাৰ চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। তদুপৰি তেওঁ দুয়োটা বছৰতে ৰাজ্যিক দলতো স্থান লাভ কৰি সন্তোষ ট্ৰফীত অংশ গ্ৰহণ কৰে। ১৯৭৭ চনত তেওঁ দুলীয়াজানৰ অইল ইণ্ডিয়া দলত যোগদান কৰি একেলেথাৰিয়ে ১৯৮৫ লৈকে খেলে। অইল দলৰ সফল ফুটবল লানিত জড়িত থাকিব এটা নাম পৰেশ কাকতি। তেওঁ ডিব্ৰুগড় জিলা দলত নিয়মিত খেলোতে ১৯৭৯ আৰু ১৯৮১ চনত দলৰ অধিনায়ক আছিল। অইল ইণ্ডিয়াত চাকিৰি কৰি থাকোতে ১৯৮৬ আৰু ১৯৮৭ চনত ছুটীলৈ গুৱাহাটী লীগত যথাক্ৰমে শান্তিপুৰ এ.চি. আৰু ৰাইজিং ইলেভেনৰ পক্ষে খেলে। ১৯৯০ চনত অইল ইণ্ডিয়া দলত খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। এইখিনিতে উল্লেখ্য অসমত আঙুলি মূৰত লেখিব পৰা কেইগৰাকীমান খেলুৱৈয়ে ফুটবলৰ উপৰি ভলীবলতো ৰাজ্যিক দলত খেলাৰ নজিৰ আছে। ইয়াৰ ভিতৰত পৰেশ কাকতিও এজন আৰু তেওঁ ১৯৭১ আৰু ১৯৭২ চনত ৰাজ্যিক দলৰ পক্ষে জাতীয় ভলীবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিছিল।


ৰেৱতী ফুকন


পৰেশ কাকতি

# বিমল বৰুৱা

টাফ্ ডিফেণ্ডাৰ বিমল বৰুৱাই দীৰ্ঘ দহ বছৰ ডিব্ৰুগড় জিলা দলৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল। তেওঁ চাইড-বেক্ আৰু ষ্টপাৰ এই দুইটা পজিচনতে ফলপ্ৰসূ ফুটবল খেলি থৈ গৈছে। বিমল বৰুৱা ১৯৫৩ চনৰ ২ মে তাৰিখে ডিব্ৰুগড়ৰ এক সৰু ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰে। ডিব্ৰুগড় বেঙ্গলী হাইস্কুলত পঢ়া-শুনাৰ পাতনি মেলি ১৯৭৫ চনত মেট্ৰিক আৰু ১৯৭৭ চনত কানৈ কলেজৰ পৰা প্ৰি. ইউ. পাছ কৰে। বিমল বৰুৱাই ১৯৬৪-১৯৬৯ লৈকে ডিব্ৰুগড় টাউন ক্লাৱত খেলি ১৯৭০ চনত কৰ্মনিয়োগ ঘটোতে নামৰূপ থাৰ্মেলত যোগদান কৰে। এই দলত তিনি বছৰ খেলি ১৯৭৪ চনত অইল ইণ্ডিয়া দললৈ আহে। অইল দলত ১৯৭৪-১৯৮৩ লৈকে একেলেথাৰিয়ে খেলে।

বিমল বৰুৱাই ১৯৭০-১৯৭৩ লৈকে ডিব্ৰুগড় জিলাৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা খেলি ১৯৭০ চনত ৰাণাৰ্ছ-আপ খিতাপ পায়। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ ৬৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৬৯-১৯৭৯ লৈকে দহ বছৰ আন্তঃ জিলা ফুটবলত অংশ গ্ৰহণ কৰি ডিব্ৰুগড় জিলা দলক তিনিবাৰ খিতাপ জয়ত অৰিহণা যোগায়। ইয়াৰ লগে লগে চাৰিবাৰ (১৯৭৩, ১৯৭৫,১৯৭৬ আৰু ১৯৭৭) ৰাজ্যিক দলতো স্থান লাভ কৰে। যি কি নহওঁক অসম স্কুল, অসম জুনিয়ৰ ৰাজ্যিক দল, অইল ইণ্ডিয়া আৰু নামৰূপ থাৰ্মেল দলৰ সফল ফুটবল ৰাজিত এটা নাম জড়িত থাকিব বিমল বৰুৱা। বিমল বৰুৱাই ১৯৮৩ চনত ফুটবলৰ পৰা অৱসৰ লয়।

# চৈয়দ আবিদ ইমাম

চৈয়দ আবিদ ইমামৰ জন্ম ২০ ছেপ্তেম্বৰ ১৯৬৮ চন। স্থান নামৰূপ। ডিব্ৰুগড়ৰ মিলন জ্যোতি সংঘত অভ্যুদয় হোৱা এই খেলুৱৈ গৰাকীৰ গুৱাহাটীত ফুটবলৰ পাতনি ষ্টাৰ স্পৰ্টিং দলত। তাৰ পিচত নৱজ্যোতি ক্লাৱত খেলে। ইয়াত কেইবছৰমান খেলি ইষ্টবেঙ্গল দললৈ যায়। ১৯৮৫ চনত জাতীয় দলৰ পক্ষে অল নেপাল টুৰ্ণামেণ্ট খেলে। ১৯৮৬ চনত জাতীয় জুনিয়ৰ দলত নিৰ্বাচন লাভ কৰি কুৱেটত অনুষ্ঠিত এচিয় যুৱ ফুটবল চেম্পিয়নচিপ্ত অংশ গ্ৰহণ কৰে। □□

# শিৱসাগৰৰ ফুটবল বুৰঞ্জী




বুৰঞ্জী প্ৰসিদ্ধ শিৱসাগৰৰ ক্ৰীড়া ঐতিহ্য ৰোমন্থন কৰিলে আমাৰ দৃষ্টি 'ৰংঘৰ'ৰ ওপৰত পৰে। এই ৰংঘৰ ১৭৪৬ খৃষ্টাব্দত আহোম স্বৰ্গদেউ প্ৰমত্ত সিংহই নিৰ্মাণ কৰিছিল। এইখিনিতে উল্লেখ্য বৃটিছ ৰাজত্বকালতে (১৮৩৯ চন) শিৱসাগৰ জিলাৰ সৃষ্টি হয় আৰু উনবিংশ শতিকাৰ শেষ তথা বিংশ শতিকাৰ পাতনিৰে পৰা শিৱসাগৰত ফুটবল খেলাৰ প্ৰমাণ পোৱা যায় যদিও দ্বিতীয় বিশ্বযুদ্ধৰ পূৰ্বলৈকে তেনে কোনো ক্ৰীড়া সংগঠন নাছিল। তথাপিও শিৱসাগৰ চৰকাৰী হাইস্কুল আৰু বেজবৰুৱা হাইস্কুলে ভালে সংখ্যক প্ৰতিভাশালী খেলুৱৈ জন্ম দিবলৈ সক্ষম হৈছিল। ১৯৪১ চনত শিৱসাগৰ ক্ৰীড়া সন্থা গঠন হওঁতে **ভৱধৰ ঠাকুৰ** প্ৰতিষ্ঠাপক সভাপতি আৰু **ভৰত চন্দ্ৰ গঁগৈ** সাধাৰণ সম্পাদক আছিল। ইতিমধ্যে বিশ্ব যুদ্ধৰ সূত্ৰপাতত এই সন্থা প্ৰায় মৃতপ্ৰায় হৈ পৰে আৰু ১৯৪৬ চনত পুনৰ গঠন হওঁতে **বিষ্ণু প্ৰসাদ চলিহা** সভাপতি আৰু **পৰাগধৰ চলিহা** সাধাৰণ সম্পাদক হয়। অৱশ্যে ১৯৫৬ চনৰ ১৭ জুনত এখন নিজস্ব সংবিধান গ্ৰহণ কৰে। সেই দিনটোকে শিৱসাগৰ ক্ৰীড়া সন্থাৰ আনুষ্ঠানিক জন্ম দিন বুলি কব পাৰি।

শিৱসাগৰত আবিৰ্ভাৱ হোৱা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত আমি প্ৰথমেই ভূবন গঁগৈৰ নাম লব লাগিব। স্কটিছ চাৰ্চ কলেজৰ ছাত্ৰ ভূবন গঁগৈয়ে ১৯১৩ আৰু ১৯১৪ চনত মোহনবাগান ক্লাৱত খেলে তথা কলিকতাৰ প্ৰথম ডিভিজন খেলা ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথমজন ফুটবল খেলুৱৈ। স্বাধীনতাৰ আগলৈকে শিৱসাগৰৰ বুকুত ভালে সংখ্যক খেলুৱৈৰ অভ্যুদয় হয়। কিন্তু সেই সময়ত কোনো নিয়মিত আনুষ্ঠানিক ফুটবল প্ৰতিযোগিতা নাছিল। স্বৰাজোত্তৰকালত শিৱসাগৰত অভ্যুদয় হোৱা খেলুৱৈসকলে অসম ফুটবলত হা-হুতাশৰ ঢৌ সৃষ্টি কৰোঁতে ৰাজ্যিক দলত স্থান পোৱা প্ৰথম খেলুৱৈ গৰাকী হল, তোষেশ্বৰ দত্ত (১৯৫০)। অৱশ্যে ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পোৱা জীৱন বৰঠাকুৰ শিৱসাগৰৰ প্ৰথম খেলুৱৈ (১৯৪৯)।

পৰৱৰ্ত্তীকালত ৰাজ্যিক দলৰ জাৰ্চি পৰিধান কৰা খেলুৱৈসকল – প্ৰফুল্ল হাজৰিকা, পৱন গোহাঁই, আমানুল্লা, আব্দুল হামিদ, মাখন ভট্টাচাৰ্য্য, ডাঃ গিৰিশ ফুকন, মুকুল চাৱাৰ্হ, দোলেন চেতিয়া, সত্যেন শৰ্মা, ৰমেশ ফুকন, মনোবিজন খাৰঘৰীয়া আদি উল্লেখযোগ্য। ইয়াৰ ভিতৰত প্ৰফুল্ল হাজৰিকা তিনিবাৰ অসম দলৰ অধিনায়ক আছিল। এই সকলৰ উপৰি শিৱসাগৰৰ প্ৰতিভাসম্পন্ন ফুটবল খেলুৱৈসকল মহম্মদ আনোৱাৰ হুছেইন, জীৱন বৰঠাকুৰ, ৰাম গঁগৈ, মাণিক চেতিয়া, জীৱন শৰ্মা, হেমন্ত বৰঠাকুৰ, মহম্মদ নাজিবুল্লা, মতিউল্লা, দানকান আচাও, জেহেৰুদ্দিন আহমেদ, জাৰ্ণ্টি আলি, তৰুণ গঁগৈ, ইন্দ্ৰনাথ বুঢ়াগোহাঁই, বৰফ তাঁতী, মাণিক আৰণধৰা, চামচুদ্দিন আহমেদ, হেম বৰা, জামনা ধান, বিপিন শইকীয়া, ভিক্তৰ স্মিথ, ডিম্বেশ্বৰ বৰা, বিনোদ গঁগৈ, ধীৰেন ভাগৱতী, ডিম্বেশ্বৰ চেতিয়া, কুল গঁগৈ, নীল গঁগৈ, কিনাৰাম দুৱৰা, মহম্মদ মটক, মহম্মদ মকিবুৰ খান, গণেশ দত্ত, অৱনি পাইট, বিপুল হাজৰিকা, বিনন্দ ৰাজকোঁৱৰ, ডাঃ সুনন্দ শইকীয়া, মাণিক দিহিঙ্গীয়া, বিনোদ দত্ত, দুৰ্গা দত্ত, বেণু হাজৰিকা, ভোগেশ্বৰ গঁগৈ, মকী খান, যাদৱ শৰ্মা, টুলটুল চাৱাৰ্হ, ডিম্বেশ্বৰ নেওগ, গোবিন গঁগৈ আদি।



ভৱধৰ ঠাকুৰ

শিৱসাগৰৰ প্ৰথম শ্ৰেণী দলসমূহৰ ভিতৰত শিৱসাগৰ টাউন ক্লাব, দৰবাৰ ইউনিয়ন (পিচলৈ মুছলিম ক্লাব), গড়গাওঁ ক্লাব, লিট্‌ল্ বয়জ ইউনিয়ন, শিৱসাগৰ অট'মবাইল ক্লাব আদি উল্লেখযোগ্য। তদুপৰি শিৱসাগৰ চৰকাৰী হাইস্কুল, বেজবৰুৱা হাইস্কুল, অসম পলিটেক্‌নিক্ ইন্সটিটিউট আৰু শিৱসাগৰ কলেজ ফুটবল দলৰ বৰঙণিও মনকৰিবলগীয়া। ইয়াৰ ভিতৰত শিৱসাগৰ এমেচাৰ ক্লাবে ১৯৫৫ চনৰ আই. এফ. এ. শ্বিল্ডত চাঞ্চল্য সৃষ্টিকাৰী ফুটবল প্ৰদৰ্শন কৰে। কোৱাৰ্টাৰ-ফাইনেলত ইষ্টবেঙ্গলৰ বিৰুদ্ধে প্ৰথম দিনা ১-১ ড্ৰ কৰে আৰু ৰি-প্লে খেলত ১-০ গ'লত পৰাভূত হয়। (এই সন্দৰ্ভত বিশদ বিৱৰণ ৬ পৃষ্ঠাত চাওঁক)।

·শিৱসাগৰ জিলা দলে ১৯৪৯ চনত পোন প্ৰথম আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত আত্ম-প্ৰকাশ কৰে। এই প্ৰতিযোগিতাত শিৱসাগৰ দল শক্তিশালী প্ৰতিদ্বন্দ্বীৰূপে অভ্যুদয় হলেও এবাৰো চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰিবলৈ সক্ষম হোৱা নাই। অৱশ্যে ১৯৫০, ১৯৫১ আৰু ১৯৭১ চনত ৰানাৰ্ছ-আপ খিতাপ পায়। বিশেষকৈ উল্লেখ্য ১৯৫৫ চনত সূচনা হোৱা আন্তঃ জিলা স্কুল ফুটবল প্ৰতিযোগিতা শিৱসাগৰত অনুষ্ঠিত হওঁতে ফাইনেলত ঘৰুৱা দলে 'মণিপুৰক ২-১ গ'লত পৰাভূত কৰে। বিজয়ী শিৱসাগৰ দলৰ খেলুৱৈসকল – যাদৱ শৰ্মা, ভূপেন কোঁৱৰ, মকী খান(অধিনায়ক), টুলটুল শৰ্মা, বি. শইকীয়া, পি. দুৱৰা, এন. শৰ্মা, পি. মোহন, এইচ. বৰঠাকুৰ, বি. ৰাজকোঁৱৰ, আই. হক, ইউ. বৰঠাকুৰ, এম. গোহাঁই, এম. থেনচেন, এন. বিনাল, ইকবাল, মনেশ্বৰ আদি। ১৯৬৪ চনত এই প্ৰতিযোগিতা আন্তঃ জিলা জুনিয়ৰ ফুটবলৰূপে নামাকৰণ কৰা হয় আৰু শিৱসাগৰে ১৯৯১ চনত চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰে। ৰাজ্যিক জুনিয়ৰ দলত স্থান পোৱা শিৱসাগৰৰ প্ৰথম খেলুৱৈ কেইগৰাকী – মহম্মদ আব্দুল হুছেইন, পুষ্প বৰা, মাখন গগৈ, চৈয়দ হকীকুৰ ৰহমান আৰু প্ৰতাপ চাংকাকতি আদি। পৰৱৰ্তীকালতো ভাল সংখ্যকে ৰাজ্যিক জুনিয়ৰ দলত স্থান লাভ কৰিবলৈ সক্ষম হৈছে। ১৯৮৮ চনত লিগিৰীপুখুৰী হাইস্কুলে দেউকণ শ্বিল্ড জয় কৰে আৰু সুব্ৰত কাপ ফুটবলত ছেমি-ফাইনেললৈকে উধায়। ১৯৬৩ চনৰ গুৱাহাটী বিশ্ববিদ্যালয় আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতা শিৱসাগৰত অনুষ্ঠিত হয়। ৰি-প্লে ফাইনেলত ইম্ফল কলেজৰ হাতত শিৱসাগৰ কলেজ ১-০ গ'লত পৰাভূত হয। প্ৰথম দিনাৰ খেল গ'লশূন্যভাৱে অন্ত পৰিছিল। তদুপৰি ১৯৬৭ চনত অনুষ্ঠিত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ১ম আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত শিৱসাগৰ কলেজে ৰানাৰ্ছ-আপ খিতাপ পায়। এই প্ৰতিযোগিতাতো শিৱসাগৰ



ভুবন গগৈ



ফটো ৰমেশ ফুকনৰ সৌজন্যত

**শিৱসাগৰ জিলা দল ১৯৭১**

ঠিয় হৈ বাঁওফালৰ পৰা - লক্ষী গগৈ, বেণু হাজৰিকা, শশী দাস, গোবিন গগৈ, ব্ৰজেন গোহাঁই, ৰমেশ ফুকন, কৃষ্ণ বৰা, ধন চুতীয়া। বহি - আব্দুল নেক, হীৰেন সুত্ৰধৰ, বিপুল হাজৰিকা, দোলেন চেতিয়া, মাখন গগৈ, জি. দত্ত।

কলেজে মাত্ৰ এবাৰ(১৯৭৩) চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলা শিৱসাগৰৰ প্ৰথম খেলুৱৈ গৰাকী হ'ল দুলাল দত্ত(১৯৫০)। ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলে সদৌ ভাৰত বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত ৰানাৰ্ছ-আপ পাওঁতে শিৱসাগৰ কলেজৰ বিনোদ গগৈ, তোষেশ্বৰ দত্ত আৰু পৱন গোহাঁইয়ে খেলে।

ঐতিহাসিক দিখৌৰ পাৰত অৱস্থিত ফুটবলৰ ক্ৰীড়াখনি শিৱসাগৰৰ 'দৰবাৰ ফিল্ড' আৰু 'বৰ্ডিং ফিল্ড' দুখনেই মূল খেলপথাৰ। নতুন ষ্টেডিয়াম নিৰ্মাণৰ বাবে চৰকাৰে ১৯৬২ চনত ২৩ বিঘা ভূমি আবণ্টন দিছে আৰু ইয়াতেই পিয়লি ফুকন ষ্টেডিয়াম নিৰ্মাণ কৰা হৈছে। ক্ৰীড়া সংগঠক পৰাগধৰ চলিহাৰ উপৰি লিখনেশ্বৰ বৰুৱা, কালি প্ৰসাদ চন্দ' আৰু ডিম্বেশ্বৰ চেতিয়াৰ নামটো উল্লেখ কৰিবলগীয়া।



কুশল ৰাজকোঁৱৰ

# তোষেশ্বৰ দত্ত



অসম ফুটবলত তোষেশ্বৰ দত্তৰ দৰে দুৰ্দ্ধৰ্ষ ডিফেণ্ডাৰ দ্বিতীযজনৰ আৱিৰ্ভাৱ হোৱা নাই বুলি ক'লে ভুল নহ্ব। অসমৰ ডিফেন্স– সুনীল দাস আৰু তোষেশ্বৰ দত্তক কলিকতাৰ ফিল্ডত "চাইনীজ ৱাল" আখ্যা দিয়া হৈছিল। আনহাতে তোষেশ্বৰ দত্তক "Another Manna from Asssm" বুলি কোৱা হয়। এইখিনিতে তোষেশ্বৰ দত্ত কিমান উচ্চস্তৰৰ খেলুৱৈ তাক অনুমান কৰিব পাৰি। ১৯৫১ আন্তঃ জিলা বিজয়ী গুৱাহাটী দলৰ অধিনায়ক **দুৰ্গা চৌধুৰীৰ** মন্তব্য, "তোষেশ্বৰ দত্ত দুই ভৰিত শ্বট্ থকা এগৰাকী জোৰৱান খেলুৱৈ। তেওঁৰ ফুটবলত আছিল লং শ্বট্, ভাল এণ্টিচিপেচন আৰু ভৰিৰ পৰা বল ওলাই যাব নোৱাৰা গুণ। কোনোবা ফৰোৱাৰ্ডে অতিক্ৰম কৰি গলেও বাধা দিবলে প্ৰাণপণে চেষ্টা কৰে।" তদুপৰি ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মন্তব্য এনেধৰণৰ, "খেলত অসীম দম (breadth) থকা তোষেশ্বৰ দত্তই সদায় উচ্চ মনোভাৱ লৈ অৱতীৰ্ণ হওঁতে খেলপথাৰত কাকো এৰি নিদিয়ে খেলুৱৈ যিমানেই নামী বা দামী নহওঁক লাগে।"

তোষেশ্বৰ দত্ত ১৯২৮ চনত শিৱসাগৰৰ কোঁৱৰপুৰ মৌজাৰ কাঠপাৰ গাঁৱৰ এক কৃষক পৰিয়ালত জন্ম গ্ৰহণ কৰে। শম্ভুৰাম দত্ত(তিনিজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ চতুৰ্থ সন্তান। স্কুলীয়া শিক্ষা শিৱসাগৰ বেজবৰুৱা হাইস্কুলত। ১৯৪৮ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। খেতিয়কৰ সন্তানৰূপে সৰুৰে পৰা খেতি কৰিবলগীয়া হৈছিল আৰু স্কুললৈ তিনি মাইল পথ খোজকাঢ়ি অহা যোৱা কৰিছিল। ঘৰৰ ওচৰৰ ৰজাদিনীয়া ৰহধলা পুখুৰী আৰু দৰিকা নৈত সাঁতুৰি-নাদুৰি ডাঙৰ দীঘল হোৱা তোষেশ্বৰ দত্তই এই দুৰ্দ্ধৰ্ষতাৰ মাজত এজন বলী ও সাহসী যুৱকত পৰিণত হৈছিল। স্কুলত

পঢ়োতে ফুটবলৰ উপৰি এথলেটিক্সতো পাৰদৰ্শী আছিল। ষষ্ঠমান শ্ৰেণীতে স্কুলৰ 'বি' টিমত খেলাৰ সুযোগ পায় আৰু সপ্তমমানত স্কুলৰ 'এ' টিমত স্থান গঢ়ি লয় (১৯৪৫)। ১৯৪৭ চনত শিৱসাগৰ পুখুৰী সাঁতোৰ প্ৰতিযোগিতাত তেওঁ চূড়ান্ত বিজয়ী আছিল। ১৯৪৮ চনত বেজবৰুৱা হাইস্কুলে উজনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হওঁতে লেফট-বেক্ তোষেশ্বৰ দত্তৰ অধিনায়কত্বত ডিব্ৰুগড জৰ্জ স্কুলক পৰাভূত কৰে। অৱশ্যে তেওঁ চেণ্টাৰ-ফৰোৱাৰ্ডৰূপেহে ফুটবলৰ পাতনি মেলিছিল। সেই সময়ত বেজবৰুৱা হাইস্কুলে শিৱসাগৰ কলেজৰ দৰে দুৰ্দ্ধৰ্ষ দলকো পৰাভূত কৰিছিল। স্কুলত পঢ়ি থকাকালত শিৱসাগৰ টাউন ক্লাৱতো খেলিছিল। মেট্ৰিক পাছ কৰাৰ পিচত তেওঁ শিৱসাগৰ কলেজত নাম লগায়। ইতিমধ্যে আৰ. জি. বৰুৱাৰ দৃষ্টি গোচৰ হোৱাত ১৯৫০ চনত তেওঁক অসম ট্ৰিবিউনত চাকৰি দিয়ে আৰু তেওঁ গুৱাহাটী টাউন ক্লাৱ দলত খেলিবলৈ লয়। তদুপৰি ১৯৫১-৫৩ লৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অন্যতম ফুটবলাৰ আছিল। ইয়াৰ ভিতৰত ১৯৫১ সৰ্বভাৰতীয় বিশ্ববিদ্যালয় খেলত ৰাণাৰ্ছ-আপ পাওঁতে কটকত অনুষ্ঠিত ফাইনেলত . নাগপুৰ বিশ্ববিদ্যালয়ৰৰ হাতত ২-১ গ'লত পৰাভূত হয়। গুৱাহাটী টাউন ক্লাৱত খেলোতে ১৯৫৪ চনত ত্ৰিপুল ক্ৰাউন পায়, তেওঁৰ অধিনায়কত্বত। ইয়াৰ ভিতৰত বৰদলৈ ট্ৰফী জয়ী হওঁতে "বেষ্ট মেন" পায় আৰু সেই বছৰৰে শেষলৈ অসম ৰাজ্যিক পৰিবহনত যোগদান কৰে। ১৯৫৫ চনত ষ্টেট ট্ৰেন্সপৰ্ট দলে বৰদলৈ ট্ৰফীৰ উপৰি এ. টি. পি. এ. আৰু ডুগৰ শ্বিল্ড জয় কৰে। ইয়াৰ ভিতৰত বৰদলৈ ট্ৰফীত দ্বিতীয়বাৰৰ বাবে "বেষ্ট মেন" পায়। এই খিতাপ দুবাৰ পোৱা এওঁৱে একমাত্ৰ ফুটবলাৰ। ১৯৪৯ চনত শিৱসাগৰ জিলাৰ পক্ষে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত আত্ম-প্ৰকাশ কৰে। ১৯৫১-৫৪ পৰ্যন্ত গুৱাহাটী আৰু ১৯৫৫-৫৭ পৰ্যন্ত চিলঙৰ হৈ খেলে। তদুপৰি ১৯৫০-৫৫ পৰ্যন্ত ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰে। এইখিনিতে উল্লেখ্য ৰাজ্যিক দলত খেলা এওঁ শিৱসাগৰৰ প্ৰথম ফুটবলাৰ। তোষেশ্বৰ দত্তই ১৯৫৫ চনত শিৱসাগৰ এমেচাৰ ক্লাৱ আৰু সন্তোষ ট্ৰফীত ৰাজ্যিক দলৰ হৈ বম্বেৰ বিৰুদ্ধে আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ খেলা খেলসমূহেই জীৱনৰ স্মৰণীয় খেল আছিল। আৰ্ণাকোলাম সন্তোষ ট্ৰফীৰ পিচতে তেওঁক কলিকতাৰ মোহনবাগান আৰু ইষ্টবেঙ্গল ক্লাৱে আমন্ত্ৰণ জনাইছিল ; কিন্তু নগ'ল। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম

ওজনৰ দুৰ্দ্ধৰ্ষ বেক্‌ৰ অধিনায়কত্বত শিৱসাগৰ কলেজে ইম্ফল কলেজৰ হাতত ১-০ গ'লত পৰাভূত হৈ ১৯৬৩ আন্তঃ কলেজ ফুটৱল টুৰ্ণামেণ্টত ৰাণাৰ্ছ-আপ পায়। এইখনেই তেওঁৰ শেষ প্ৰতিদ্বন্দ্বিতামূলক ফুটবল। ১৯৬৪ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ লয়। অৱশ্যে ডিভিজনেল চুপাৰিটেণ্ডেণ্টৰূপে ১৯৮৫ চনত চাকৰিৰ পৰা অৱসৰ লয় আৰু শিৱসাগৰ ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। পঞ্চাশ দশকৰ দুৰ্দ্ধৰ্ষ বেক্ তথা ক্ৰীড়া পেঞ্চনাৰ (১৯৮৭) তোষেশ্বৰ দত্ত কৰ্কট ৰোগত আক্ৰান্ত হৈ ১৯৯১ চনৰ ৫ মাৰ্চ তাৰিখে গুৱাহাটী মেডিকেল কলেজ হস্পিতালত মৃত্যু মুখত পৰে। □□



পৱন গোহাঁই



মাণিক চেতিয়া

# পৱন গোহাঁই

পৱন গোহাঁই অসম ফুটবলৰ এটা লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰ। তেওঁৰ বলিষ্ঠ ফুটবলৰাজিয়ে চেণ্টাৰ-হাফ্ আৰু ৰাইট-বেক্ পজিচনত সাফল্যমণ্ডিত ক্ৰীড়া ৰেঙণি এৰি থৈ গৈছে। জিলা দলত সফল চেণ্টাৰ-হাফ্; ৰাজ্যিক পৰিবহন তথা ৰাজ্যিক দলৰ ৰাইট-বেক্ পজিচনত খেলে। পকা থেকেৰাৰ দৰে ৰঙা-বগা চেহেৰাৰ এই গৰাকী ৫১/২ ফুট ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ দৰ্শনীয় যুৱক ফুটবল প্ৰাঙ্গনত সৰ্বদা জিলিকি আছিল। ষ্টাইলিষ্ট আৰু ষ্টেদি ফুটবলাৰৰূপে জনাজাত পৱন গোহাঁই ১৯৫৪ আৰু ১৯৫৫-ৰ ৰাজ্যিক খেলুৱৈ। শিৱসাগৰ টাউন ক্লাব আৰু শিৱসাগৰ জিলা খেলুৱৈ তথা সহযোগী আমানুল্লাৰ মতে, "খেলপথাৰৰ ষ্টেদি ষ্টাইলিষ্ট ফুটবলাৰ পৱন গোহাঁয়ে চেণ্টাৰ-হাফ্ত খেলে, যদিও আৱশ্যক হলে ৰাইট-বেক্ আৰু লেফট-বেক্ পজিচনতো দক্ষতা সহকাৰে খেলিব পাৰে।"

পৱন গোহাঁই ১৯৩০ চনৰ ৫ জুনত ঐতিহাসিক চহৰ শিৱসাগৰৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ অনন্ত কুমাৰ বুঢ়াগোহাঁইৰ মুঠ সাত গৰাকী সন্তান(তিনিজন ল'ৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ এওঁ সৰ্ব কনিষ্ঠ। সৰুৰে পৰা সুন্দৰ স্বাস্থ্যৰ অধিকাৰী পৱন গোহাঁয়ে সপ্তমমানৰ পৰাই স্কুল দলত খেলে। ১৯৪৯ চনত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি শিৱসাগৰ কলেজত ভৰ্ত্তি হয় আৰু শিৱসাগৰ টাউন ক্লাব দলতো খেলিবলৈ লয়। সেই বছৰতে প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰাৰ উপৰি আন্তঃ জিলা ফুটবলত শিৱসাগৰ দলত স্থান পায়। ইয়াৰ পিচত ১৯৫০-১৯৫৭ লৈকে জিলা দলৰ চেণ্টাৰ-হাফ্ৰূপে খেলোতে ১৯৫০ আৰু ১৯৫১ চনত ৰাণাৰ্চ্ছ-আপ পায়। ১৯৫৩ চনত তেওঁ জিলা দলৰ অধিনায়ক আছিল। ১৯৫২ চনত অনুষ্ঠিত প্ৰথম আন্তঃ কলেজ ফুটবল চেম্পিয়নচিপত শিৱসাগৰ কলেজে ৰানাৰ্চ্ছ-আপ পাই। কলেজত পঢ়ি থকা কালত গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিৰ্ভৰযোগ্য চেণ্টাৰ-হাফ্ আছিল (১৯৫১-৫৫)। ইয়াৰ মাজতে বেনাৰসত নৰ্থ জুন চেম্পিয়ন হয় (১৯৫১); কটকত চূড়ান্ত পৰ্য্যায়ৰ খেলত চাউথ জুন চেম্পিয়ন নাগপুৰ বিশ্ববিদ্যালয়ৰ হাতত

২-১ গ'লত পৰাভূত হৈ ৰাণার্ছ-আপ পায়। পৱন গোহাঁয়ে দুবছৰ (১৯৫৪ আৰু ১৯৫৫) যোৰহাটৰ ঠেঙালবাৰী ক্লাৱ দলত খেলোতে ১৯৫৫ চনৰ বৰদলৈ ট্ৰফীত ৰাণার্ছ-আপ পায়। সেই বছৰতে শিৱসাগৰ এমেচাৰ ক্লাৱৰ পক্ষে আই. এফ. এ. শ্বিল্ডত আলোড়ন সৃষ্টিকাৰী ফুটবল প্ৰদৰ্শন কৰোঁতে কোৱাৰ্টাৰ-ফাইনেলত ইষ্টবেঙ্গলৰ বিৰুদ্ধে ৰি-প্লে খেলত ০-১ গ'লত পৰাভূত হয়। প্ৰথমখন খেল ১-১ গ'লত অমীমাংসিত আছিল। ইতিমধ্যে তেওঁ ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰি নিৰ্ভৰযোগ্য ৰাইট-বেক্‌ৰূপে খেলে। পঞ্চাশৰ দশকত পৱন গোহাঁইৰ দৰে বহুমুখী প্ৰতিভাসম্পন্ন খেলুৱৈ চকুত পৰা নাই। বিশেষকৈ ১৯৫৬ বৰদলৈ ট্ৰফী ফাইনেলত তেওঁ এনে এক জলন্ত নিদৰ্শন এৰি থৈ যাওঁতে **"দি আসাম ট্ৰিবিউন্"** কাকতে লিখিছিল – "Transport's defender Paban Gohain has proved that he is a master in any position and the way he played as he leader of attack to-day will long be remembered by the Gauhati football fans. First day in defence in next two match in place Lal Bahadur he played as Centre-forward." ষ্টেট ট্ৰেন্সপৰ্ট আৰু গুৱাহাটী টাউন ক্লাৱৰ মাজত অনুষ্ঠিত এই ঐতিহাসিক ফাইনেল তিনি দিন ড্ৰ আছিল ফলত যুগ্ম বিজয়ীৰ সন্মান প্ৰদান কৰে।

পৱন গোহাঁইৰ ফুটবল জীৱনত শিৱসাগৰ এমেচাৰ ক্লাৱৰ পক্ষে জীৱনৰ শ্ৰেষ্ঠ ফুটবল খেলি ১৯৫৫-ৰ আই. এফ. এ. শ্বিল্ডত চাঞ্চল্য সৃষ্টি কৰে। তদুপৰি ১৯৫৫-ৰ এ. টি. পি. এ. শ্বিল্ড ফাইনেল আৰু ১৯৫৪ আন্তঃ জিলাৰ কোৱাৰ্টাৰ-ফাইনেল শিৱসাগৰ বনাম গুৱাহাটী তেওঁৰ অন্যতম শ্ৰেষ্ঠ খেল আছিল। পৱন গোহাঁয়ে ১৯৬০ লৈকে ষ্টেট ট্ৰেন্সপৰ্ট দলত খেলি ফুটবলৰ পৰা অৱসৰ লয়। অৱসৰ লোৱাৰ পিচতো তেওঁ ক্ৰীড়া সংগঠনৰ কামত জড়িত থাকে – শিৱসাগৰ জিলা ক্ৰীড়া সন্থাত। ১৯৮৯ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। ❑❑

# মাণিক চেতিয়া

শিৱসাগৰত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ ফুল-বেক্ মাণিক চেতিয়াক তোষেশ্বৰ দত্তৰ সমকক্ষ খেলুৱৈৰূপে আখ্যা দিয়া হৈছিল। মাণিক চেতিয়া শিৱসাগৰতে আবদ্ধ থকা হেতু তেওঁৰ ক্ৰীড়া সৌৰভ বিয়পিবলৈ সুযোগ নোলাল। এই গৰাকী বলী ফুটবলাৰ ১৯৩০ চনত শিৱসাগৰৰ ওচৰৰ বেতবাৰী কোঁৱৰ গাঁৱত জন্ম গ্ৰহণ কৰে। হাল-কোৰ বাই ডাঙৰ হোৱা মাণিক চেতিয়াই শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯৫০ চনত মেট্ৰিক পাছ কৰে। শিৱসাগৰ স্পৰ্টিং ইউনিয়ন দলত খেলা মাণিক চেতিয়াই জিলা দলত তোষেশ্বৰ দত্তৰ সৈতে এক বলিষ্ঠ বেক্-লাইন গঢ়ি তুলিছিল। ১৯৫০-১৯৫২ লৈকে জিলা দলত খেলোতে দুবাৰ আন্তঃ জিলা ৰাণাৰ্চ-আপ খিতাপ লাভত তেওঁৰ অৰিহণা আছিল। এইখিনিতে উল্লেখ্য তেওঁ দীঘলীয়া শ্বট্ লৈ বলটো ফিল্ডখনৰ ইপাৰ সিপাৰ কৰিছিল। পিচত শিৱসাগৰ এমেচাৰ ক্লাৱতো খেলে। শিৱসাগৰ কলেজৰ পৰা ১৯৫৯ চনত আই. এ. আৰু ১৯৬২ চনত বি.এ. পাছ্ কৰে। শিৱসাগৰ ডি. আই. অফিচত কেৰাণীৰূপে যোগদান কৰি ১৯৯২ চনত অৱসৰ লয়। ১৯৯৭ চনৰ ১ ফেব্ৰুৱাৰীত শিৱসাগৰত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# জীৱন বৰঠাকুৰ

শিৱসাগৰত জন্ম গ্ৰহণ কৰা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত জীৱন বৰঠাকুৰক নিসন্দেহে শীৰ্ষস্থানত বহুৱাব পাৰি। এই গৰাকী খেলুৱৈয়ে সমগ্ৰ জীৱন শিৱসাগৰৰ খেলপথাৰতে আবদ্ধ থকা হেতু তেওঁৰ ক্ৰীড়া সৌৰভ বিয়পিবলৈ সুযোগ নেপালে। ইয়াৰ ভিতৰত ১৯৫৫ চনত শিৱসাগৰ এমেচাৰ ক্লাৱৰ পক্ষে আই. এফ. এ. শ্বিল্ড খেলোতে লেফট-হাফ্ জীৱন বৰঠাকুৰৰ বলিষ্ঠ ক্ৰীড়াধাৰা আমাৰ বাবে এক নজিৰ হৈ ৰব।

শিৱ দৌলৰ পূজাৰী তথা ফুটবল খেলুৱৈ জীৱন বৰঠাকুৰ ১৯২৬ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। ধাৰ্মিক ব্ৰাহ্মণ পৰিয়ালৰ জীৱন বৰঠাকুৰে

শিৱসাগৰ টেক্‌নিকেল স্কুলত পঢ়িছিল। পিতৃ মাণিক ঠাকুৰ আৰু মাতৃ শুভবালা দেৱী। শিৱসাগৰ টাউন ক্লাবৰ এই জন্মগত খেলুৱৈ গৰাকী ১৯৪৯-১৯৬০ লৈকে শিৱসাগৰৰ হৈ আন্তঃ জিলা খেলোতে ১৯৫৬ চনত দলৰ অধিনায়ক আছিল। ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পোৱা শিৱসাগৰৰ প্ৰথম ফুটবলাৰ (১৯৪৯)। এই প্ৰতিভাসম্পন্ন খেলুৱৈ গৰাকীয়ে ১৯৫৬ চনৰ ৰাজ্যিক দলত ষ্টেণ্ড-বাই তালিকাত আছিল। ১৯৫৫ চনত শিৱসাগৰত অনুষ্ঠিত শিৱসাগৰ একাদশ বনাম আই এফ এ বিজয়ী ৰাজস্থান ক্লাবৰ খেলখন গ'লশূন্যভাৱে অন্ত পৰোতে শিৱসাগৰ দলৰ আক্ৰমণত ৰাজস্থান ক্লাব কথমপি ৰক্ষা পৰে। এই খেলখনত জীৱন বৰঠাকুৰে লেফট-আউট পজিচনত খেলে। একালৰ এই বেগৱান খেলুৱৈ ১৯৭৮ চনৰ ২৩ জুলাইত শেষ নিঃশ্বাস ত্যাগ কৰে। ☐☐

# ডিম্বেশ্বৰ চেতিয়া

জন্মগত দুৰ্দ্ধৰ্ষ খেলুৱৈৰ আবাসভূমি শিৱসাগৰত উদ্ভৱ হোৱা সংখ্যাধিক ফুটবলাৰৰ ভিতৰত ডিম্বেশ্বৰ চেতিয়া বিশেষভাৱে উল্লেখনীয়। মাত্ৰ ৫ ফুট ৭ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ এই গৰাকী শক্তিশালী খেলুৱৈয়ে শিৱসাগৰ জিলা দলত একেৰাহে দহবছৰ খেলি অসমৰ উল্লেখনীয় ষ্টপাৰৰূপে জিলিকি উঠিছিল। দ-পথাৰত হাল-কোৰ বাই ডাঙৰ দীঘল হোৱা টাফ্ ফুটবলাৰ ডিম্বেশ্বৰ চেতিয়াই যি কোনো দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ডক পৰাভূত কৰাত পাৰ্গত আছিল। জীৱনত কেতিয়াও পেনাল্টি মিছ্ নকৰা চাৰ্প শ্যুটাৰ হোৱাৰ উপৰি লং ৰেঞ্জ শ্যুটিং আছিল। ৰাজস্থান ক্লাব বনাম শিৱসাগৰ একাদশ খেলখনত তেওঁ পেনাল্টি মাৰোতে নেট ফালি বল ওলাই যায়। এইখিনিতে তেওঁৰ শ্যুট্‌ৰ তীব্ৰতা অনুমান কৰিব পাৰি।

ডিম্বেশ্বৰ চেতিয়া ১৯৩০ চনত শিৱসাগৰৰ ওচৰৰ বেতবাৰী ২নং কোঁৱৰ গাঁৱত জন্ম গ্ৰহণ কৰে। শিৱসাগৰ টাউন হাইস্কুলত পঢ়া-শুনাৰ পাতনি মেলি খেলৰ বাবে বেজবৰুৱা হাইস্কুলত যোগদান কৰে। ১৯৫০ চনত বেজবৰুৱা হাইস্কুল উজনি অসম স্কুল টুৰ্ণামেণ্টৰ ফুটবলত চূড়ান্ত বিজয়ী হয়। ১৯৫২ চনত মেট্ৰিক পাছ কৰি শিৱসাগৰ অট'মবাইল দলত খেল

অব্যাহত ৰাখে। ১৯৫২-১৯৬৩ লৈকে শিৱসাগৰ জিলা দলত খেলোতে ১৯৫৫ আৰু ১৯৫৯ চনত তেওঁ দলৰ অধিনায়ক আছিল। বিশেষকৈ ১৯৫৬ চনৰ আন্তঃ জিলা ছেমি-ফাইনেলত তেজপুৰৰ বিৰুদ্ধে ১-০ গ'লত পৰাভূত হয়। এয়া তেওঁৰ এখন স্মৰণীয় খেল আছিল। সেই বছৰতে ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। ১৯৫৬ চনত ভেটেৰিণেৰী ফিল্ড এছিষ্টেণ্টৰূপে চাকৰিত যোগদান কৰি যোৰহাটৰ ঠেঙালবাৰী ক্লাৱত তিনি বছৰ খেলে। ১৯৫৮ আৰু ১৯৫৯ চনত ৰেষ্ট গুৱাহাটী ক্লাৱত খেলে। তেওঁ শিৱসাগৰ টাউন ক্লাৱত খেলি থাকোতেই ১৯৬৫ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৯৪ চনত লাইভ ষ্টক ইন্সপেক্টৰৰূপে চাকৰিৰ পৰা অৱসৰ লয়। খেলৰ পৰা অৱসৰ লোৱাৰ পিচতো তেওঁ শিৱসাগৰ জিলা, ক্ৰীড়া সন্থাৰ নিয়মীয়া কাৰ্য্যবাহী সদস্য আছিল। তদুপৰি তেওঁ বেতবাৰী অঞ্চলত ক্ৰীড়া সংগঠকৰূপে বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। যাৰফলত অসম চৰকাৰে ১৯৯৬ চনত তেওঁক ক্ৰীড়া পেঞ্চন দিযে।



ডিম্বেশ্বৰ চেতিয়া



জীৱন বৰঠাকুৰ

# প্ৰফুল্ল হাজৰিকা

অসমৰ ক্ৰীড়াঙ্গনত প্ৰফুল্ল হাজৰিকা এটা উল্লেখযোগ্য ফুটবল চৰিত্ৰ। এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ ফুটবলাৰক অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ গ'লৰক্ষকৰূপে স্বীকৃতি দিয়া হয়। তেওঁৰ দুৰ্দ্ধৰ্ষ ক্ৰীড়াধাৰাই প্ৰতিপক্ষৰ তীব্ৰতৰ আক্ৰমণ ব্যৰ্থ কৰি দলক নিশ্চিত বিপদৰ পৰা ৰক্ষা কৰাৰ নজিৰ বহুত আৰু বিশেষকৈ অসমৰ শক্তিশালী বেক্ দ্বয় আমানুল্লা আৰু তোষেশ্বৰ দত্তৰ সৈতে গ'লকীপাৰ প্ৰফুল্ল হাজৰিকাৰ অতি গভীৰ বুজাপৰা আছিল। অকল এয়াই নহয় ১৯৫৮, ১৯৫৯ আৰু ১৯৬০ চনত একেৰাহে তিনিবাৰ অসম দলৰ অধিনায়কত্ব কৰা এই গ'লৰক্ষক গৰাকীক দুবাৰ (১৯৫৯ আৰু ১৯৬০) ভাৰতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ জনাইছিল। প্ৰফুল্ল হাজৰিকাই জাতীয় দলত স্থান নেপালেও সেই সময়ত ভাৰতৰ এগৰাকী আগশাৰীৰ গ'লৰক্ষকৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল।

প্ৰফুল্ল হাজৰিকা শিৱসাগৰ জিলাৰ অন্তৰ্গত কোঁৱৰপুৰ মৌজাৰ কাড়ী গাঁৱত ১৯২৯ চনৰ ১৩ জানুৱাৰীত জন্ম গ্ৰহণ কৰে। কৃষক পমু হাজৰিকাৰ ছয়জনী সন্তানৰ এওঁ সৰ্ব কনিষ্ঠ। পঢ়া-শুনাৰ পাতনি শিৱসাগৰ বেজবৰুৱা হাইস্কুলত। অৱশ্যে শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯৫১ চনত প্ৰৱেশিকা পৰীক্ষা দিয়ে শিক্ষা সামৰে। গাঁৱলীয়া দুৰ্দ্ধৰ্ষতা বিৰাজমান প্ৰফুল্ল হাজৰিকা স্কুলত পঢ়ি থাকোতে ভাল এথলীট আছিল। তদুপৰি ভলী আৰু ফুটবল খেলিছিল। সেই সময়ত বেজবৰুৱা হাইস্কুলৰ ক্ৰীড়া শিক্ষক শিৱ বুঢ়াগোহাঁই আৰু গোবিন্দ বৰুৱা উপৰি শিৱসাগৰ চৰকাৰী হাইস্কুলৰ শিক্ষক প্ৰমোদ গগৈৰ উৎসাহ উদ্দীপনা পায়। তেওঁ শিৱসাগৰ পুখুৰীত অনুষ্ঠিত বছেৰেকীয়া সাঁতোৰ প্ৰতিযোগিতাটো অংশ লৈছিল।

১৯৫০ চনত যোৰহাটত অনুষ্ঠিত আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত শিৱসাগৰ টাউন ক্লাবৰ এই খেলুৱৈ গৰাকীক শিৱসাগৰৰ পক্ষে খেলায়। পিচৰ বছৰ গুৱাহাটীত অনুষ্ঠিত এই টুৰ্ণামেণ্টত শিৱসাগৰ জিলা দলৰ অধিনায়ক আছিল — প্ৰফুল্ল হাজৰিকা। ইয়াৰ পিচতে তেওঁ গুৱাহাটী টাউন

ক্লাবত যোগদান কৰে। সেই সময়ত গুৱাহাটী টাউন ক্লাবে একেৰাহে দুবছৰ লীগ চেম্পিয়নশ্বিপ (১৯৫৪ আৰু ৫৫) অর্জন কৰাৰ উপৰি ১৯৫৪, ১৯৫৬ আৰু ১৯৬৩ চনত বৰদলৈ ট্রফী জয় কৰে। ১৯৫৬ চনত স্বাধীনতা দিৱস কাপ জয় কৰিছিল। প্রফুল্ল হাজৰিকাই মুঠ নবাৰ (১৯৫২, ১৯৫৩, ১৯৫৪, ১৯৫৬, ১৯৫৭, ১৯৫৮, ১৯৫৯, ১৯৬০ আৰু ১৯৬১) ৰাজ্যিক দলৰ প্রতিনিধিত্ব কৰে। সন্তোষ ট্রফীত তেওঁৰ উল্লেখযোগ্য খেলৰ ভিতৰত ১৯৫৪ চনত মাদ্রাজত ছার্ভিচেজ দলৰ বিৰুদ্ধে খুউব ভাল খেল প্রদর্শন কৰোঁতে গ'লশূন্যভাৱে অন্ত পৰে কিন্তু দ্বিতীয় দিনা অসম দল ৩-০ গ'লত পৰাভূত হয়। সেই বছৰ ছার্ভিচেজ দলে ৰাণার্ছ-আপ পায়। ১৯৫৮ সন্তোষ ট্রফীৰ পূব মণ্ডলৰ খেলসমূহ যোৰহাটত অনুষ্ঠিত হওঁতে ৪ অক্টোবৰত বঙ্গৰ বিৰুদ্ধে অসম ৪-১ গ'লত পৰাভূত হলেও জিৰণিলৈকে খেল গ'লশূন্য ভাবে আছিল। অসম দলৰ গ'লৰক্ষক প্রফুল্ল হাজৰিকাৰ নিপুণ গ'লৰক্ষণৰ বাবেই সেইদিনা গ'লৰ সংখ্যা বৃদ্ধি হবলৈ নেপালে আৰু পিছদিনা 'নতুন অসমীয়া' বাতৰি কাকতত ডাঙৰ আখৰেৰে লিখিছিল, "অসমৰ হাফ্ লাইনৰ ব্যর্থতা ঃ গলী হাজৰিকাৰ কৃতিত্ব" ১৯৫৯ চনত বার্ণপুৰত অসমে পূব মাণ্ডলিক চেম্পিয়ন হওঁতে বঙ্গক ১-০ গ'লত হৰুৱায়। বিশেষকৈ ১৯৬০ সন্তোষ ট্রফীত তৃতীয় স্থান দখল কৰি চাম্পাঙ্গী কাপ পায়। সেইবাৰ ছেমি-ফাইনেলত ছার্ভিচেজৰ হাতত ১-০ গ'লত পৰাভূত হৈ তৃতীয় স্থান নির্ণায়ক খেলত কেৰালাৰ বিৰুদ্ধে ১-১ গ'লত অন্ত পৰে।

প্রফুল্ল হাজৰিকাৰ ক্রীড়া জীৱনত এটা স্মৰণীয় মুহূর্ত হল – ১৯৫৫ চনত শিৱসাগৰ এমেচাৰ ক্লাবৰ হৈ আই. এফ. এ. শ্বিল্ডত ত্রাসৰ সঞ্চাৰ কৰোঁতে কোৱার্টাৰ-ফাইনেলত ইষ্টবেঙ্গল ক্লাবৰ হাতত ১-০ গ'লত পৰাভূত হয় যদিও "দি ষ্টেটচ্‌মেন" বাতৰি কাকতৰ মন্তব্য, "Goal Keeper Prafulla Hazarika nevertheless deserves a special medal" তদুপৰি তেওঁ গুৱাহাটী টাউন ক্লাবৰ পক্ষে ডুৰাণ্ড কাপ আৰু ডি চি এম ট্রফীও খেলে। এইখিনিতে উল্লেখ্য ১৯৬৪ চনত গুৱাহাটী টাউন ক্লাবে পুনৰ লীগ খিতাপ পায় আৰু এই খেল তেওঁৰ শেষ ফুটবল সাফল্য। কিয়নো ১৯৬৫ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ লয়। ১৯৯২ চনত অসম চৰকাৰৰ ক্রীড়া পেঞ্চন পায়। প্রফুল্ল হাজৰিকা ২০০৩ চনৰ ৯ জানুৱাৰীত হৃদৰোগত আক্রান্ত হৈ গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে।

# আমানুল্লা



অসমৰ ফুটবলত মহম্মদ আমানুল্লাৰ দৰে দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ অতি বিৰল। তেওঁৰ বলিষ্ঠ ফুটবলে অসমৰ ফুটবল প্ৰাঙ্গনসমূহ সদায় মহীয়ান কৰি ৰাখিছিল। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৭০ কিলোগ্ৰাম ওজনৰ ক্ৰীড়াবিদৰ ফুটবল ৰাজিত কোনো ষ্টাইল নাছিল যদিও অপৰিসীম শক্তি আৰু ষ্টেমিনা থকা এই ফুটবলাৰ বিপক্ষৰ বাবে সদায় চীনৰ প্ৰাচীৰ সদৃশ আছিল । বোধকৰো আমানুল্লাৰ পিচত তেওঁৰ সমকক্ষ ডিফেন্স (বেক্) আজি পৰ্যন্ত অসম ফুটবলত অভ্যুদয় হোৱা নাই । অসমৰ প্ৰসিদ্ধ ক্ৰীড়া লেখক **পুলক লাহিড়ীৰ** ভাষাত, "শৰৎ দাস আৰু পুটু চৌধুৰীৰ পৰৱৰ্ত্তীকালত কেই গৰাকীমান প্ৰতিভাৱান 'বেক্'ৰ আৱিৰ্ভাৱ ঘটিছিল ......... যেনে – জামাল হুছেইন, সুনীল দাস, উমেশ দাস, মণ্টু চৌধুৰী, মণি ঘোষ, ৰহিয়া বিশ্বাস, তোষেশ্বৰ দত্ত আৰু পৱন গোহাঁই । কিন্তু এইসকল খেলুৱৈৰ তুলনাত আমানুল্লাৰ খেলৰ এক বৈশিষ্ট্য আছিল। টাফ্, অসাধাৰণ টেক্লিং, সোঁ-ভৰিব প্ৰচণ্ড শ্বট্ আৰু দৃষ্টিনন্দন হেড্ৱৰ্ক আছিল আমানুল্লাৰ খেলৰ প্ৰধান বৈশিষ্ট্য ।" সেইদৰে দ্ৰুতগামী চেণ্টাৰ-ফৰোৱাৰ্ড **নাৰায়ণ বৰাৰ** মতে, "টাফ্ ৰাইট-বেক্ আমানুল্লাৰ ফুটবলত ডাঙৰ গুণ হল – এণ্টিচিপেচন সাংঘাতিক ; যদি তেওঁ আৰু অলপ ফাষ্ট হলহেঁতেন তেন্তে ভাৰতৰ লেখতলবলগীয়া ডিফেন্স হব পাৰিলেহেঁতেন ।" ৰাজ্যিক খেলুৱৈ **অধীৰ ৰায়ৰ** মন্তব্য, "শক্তিশালী টেক্লিং, লং কিক্ আৰু ভাল এণ্টিচিপেচন থকা আমানুল্লাক পুণ্যেশ্বৰ কছাৰী আৰু প্ৰফুল্ল মেচৰ টাফ্নেচৰ সৈতে ৰিজাব পাৰি ।" ভাৰতৰ খ্যাতনামা ফুটবলাৰ **চাহু মেৱালালে**, আমানুল্লাক "Iron man of Assam" বুলি কৈ গৈছে।

আমানুল্লা ১৯৩২ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। খেতিয়ক পিতৃ পপন আলি গড়কাপ্টানি বিভাগত সৰু ঠিকাদাৰ আছিল। পাঁচজন সন্তান(দুজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ আমানুল্লা সবাতোকৈ জ্যেষ্ঠ। শিৱসাগৰ হাই মাদ্ৰাছা স্কুলৰ ছাত্ৰ গৰাকীয়ে দৰবাৰ ইউনিয়ন ক্লাবৰ জৰিয়তে ফুটবলৰ শুভাৰম্ভ কৰে(১৯৪৪)। অৱশ্যে ১৯৪৬-ৰ পৰাহে প্ৰথম ডিভিজন খেলাৰ সুযোগ পায়। ইতিমধ্যে (১৯৪৭) পিতৃ বিয়োগে দশমমান শ্ৰেণীতে স্কুল এৰিবলৈ বাধ্য কৰে। খেতিয়কৰ সন্তান আমানুল্লাই খেতি পথাৰত হাল বোৱা, কোৰ মৰাৰ উপৰি ঘৰৰ দৈনন্দিন কাম-কাজ কৰি নিজকে উপযুক্ত ফুটবলাৰৰূপে গঢ় দিওঁতে ১৯৪৯-৫১ পৰ্যন্ত শিৱসাগৰ টাউন ক্লাবত খেলে। ১৯৫২-১৯৫৪ লৈকে যোৰহাট পুলিচ দলত অতিবাহিত কৰি ১৯৫৫ চনত পুলিচৰ চাকৰি এৰি ঠেঙালবাৰী ক্লাবত এবছৰ কাল খেলে আৰু ১৯৫৬-৫৯ লৈকে গুৱাহাটী টাউন ক্লাবত খেলে। ১৯৬০ চনত ডেৰগাওঁ পুলিচ দলত খেলোতে এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফী জয় কৰাৰ উপৰি গোলাঘাটৰ হৈ আন্তঃ জিলা খিতাপ কঢ়িয়াই আনে। ১৯৬১ চনত পুনৰ গুৱাহাটী টাউন ক্লাবত যোগদান কৰাৰ পিচত তেল শোধনাগাৰত নিযুক্তি পায়।

আমানুল্লাই দুবাৰ স্বাধীনতা দিৱস কাপ জয় (যোৰহাট পুলিচ ১৯৫৪ আৰু গুৱাহাটী টাউন ক্লাব ১৯৫৬) আৰু দুবাৰ বৰদলৈ ট্ৰফী জয় (গুৱাহাটী টাউন ক্লাব ১৯৫৬ আৰু ১৯৬২) কৰাৰ খ্যাতি অৰ্জন কৰে। জীৱনত বহু খেল খেলা আমানুল্লাই ১৯৪৯-১৯৬৩ লৈকে আন্তঃ জিলা খেলোতে শিৱসাগৰ-যোৰহাট-গোলাঘাট-গুৱাহাটী এই চাৰিওখন জিলাৰ হৈ খেলিছিল। তদুপৰি চাৰিবাৰ (১৯৫৬, ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯) ৰাজ্যিক দলৰ নিৰ্ভৰযোগ্য তথা অদ্বিতীয় ৰাইট-বেক্ আছিল।

তেওঁৰ উল্লেখযোগ্য খেলৰ ভিতৰত ১৯৫২ চনত যোৰহাট ষ্টেডিয়াম মুকলি কৰোঁতে যোৰহাট টাউন ক্লাবৰ হৈ মহমেডান স্পৰ্টিং, মোহনবাগান আৰু এৰিয়ান্স ক্লাবৰ বিৰুদ্ধে খেলা খেল। তদুপৰি ১৯৬২ চনত গুৱাহাটীৰ নেহৰু ষ্টেডিয়াম মুকলি কৰোঁতে প্ৰথম ডিভিজন লীগৰ ফাইনেল গুৱাহাটী টাউন ক্লাব বনাম মহাৰাণা খেলখনত অংশ লয়। টাউন ক্লাব দলে ৰাণাৰ্ছ-আপ পায় যদিও খেল গ'লশূন্যভাৱে অন্ত পৰে।

আমানুল্লাৰ ক্ৰীড়া জীৱনৰ শ্ৰেষ্ঠ খেল ১৯৫৮-ৰ বৰদলৈ ট্ৰফীত গুৱাহাটী টাউন ক্লাৱ বনাম চাউদাৰ্ণ ৰেলৱে ইন্সটিটিউট খেলখন। প্ৰথম দিনা ১-১ গ'লত ড্ৰ হয়। কিন্তু দ্বিতীয় দিনা টাউন ক্লাৱ দল ২-১ ব্যৱধানত পৰাভূত হয়। অন্য এখন টাফ্ আৰু স্মৰণীয় খেল — ১৯৫৯ আন্তঃ জিলা ফাইনেল, গুৱাহাটী বনাম চিলং। গুৱাহাটী ০-১ গ'লত পিচপৰি থাকোতে খেল অন্ত পৰিবলৈ মাত্ৰ এক মিনিট আছিল। ইতিমধ্যে অখিল ডেকাই মৰা কৰ্ণাৰ কিক্ আমানুল্লাই হেড্ কৰি খেল ১-১ গ'লত ড্ৰ কৰাৰ লগতে যুগ্ম বিজয়ীৰ সন্মান কাঢ়িয়াই আনে। সেই বছৰতে আই এফ এ শ্বিল্ডত গুৱাহাটী টাউন ক্লাৱৰ হৈ তৃতীয় ৰাউণ্ডত তেওঁ আৰু এখন টাফ্ গেম খেলে। প্ৰতিপক্ষ আছিল মহমেডান স্পৰ্টিং। প্ৰথম দিনা ড্ৰ (১-১) আৰু দ্বিতীয় দিনা টাউন ক্লাৱ দল ২-১ গ'লত পৰাভূত হয়।

আমানুল্লাই ১৯৬৮ লৈকে গুৱাহাটী টাউন ক্লাৱৰ পক্ষে খেলি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। অৱশ্যে গুৱাহাটী তেল শোধনাগাৰ দলত ১৯৭০ লৈকে খেলে। নিজৰ দল তথা ফুটবলক অতি গভীৰভাৱে ভালপোৱা আমানুল্লাই মাত্ৰ ৫৮-বছৰ বয়সতে ১৯৯০ চনৰ ১৪ জুলাই তাৰিখে গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে। □□



প্ৰফুল্ল হাজৰিকা



বিনোদ গগৈ

# বিনোদ গগৈ

শিৱসাগৰত অসমৰ ভালে সংখ্যক মুধা-ফুটা ফুটবল খেলুৱৈৰ অভ্যুদয় হৈছে। ইয়াৰ ভিতৰত গ'লৰক্ষক বিনোদ গগৈৰ নামটো উল্লেখযোগ্য। বিনোদ গগৈয়ে ৰাজ্যিক দলত স্থান নেপালেও তেওঁৰ ক্ৰীড়া দক্ষতাই অসমৰ আগশাৰীৰ গ'লৰক্ষকসকলৰ সৈতে শ্ৰেণীভুক্ত কৰিছে। ৰাজ্যিক খেলুৱৈ **আব্দুল হামিদৰ** মন্তব্য অনুসৰি, "বিনোদ গগৈ প্ৰফুল্ল হাজৰিকাতকৈও ওখ খাপৰ গ'লৰক্ষক আছিল, যদিও তেওঁ ৰাজ্যিক দলত নিৰ্বাচিত হোৱা নাই।" মুকুল চাৱাৰ্হৰ পিচতে শিৱসাগৰৰ গ'লৰক্ষণত উত্তৰাধিকাৰী **দোলেন চেতিয়াৰ** মতে, "বিনোদ গগৈৰ গ্ৰীপ, লিফটিং আৰু পজিচন জ্ঞান সাংঘাতিক আছিল। বিশেষকৈ ৰাজ্যিক দলৰ নামী গ'লৰক্ষক মুকুল চাৱাৰ্হে তেওঁৰ ক্ৰীড়া শৈলী ৰাজি অনুকৰণ কৰিছিল।" এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ ৬২ কিলোগ্ৰাম ওজনৰ খেলুৱৈ বিনোদ গগৈ ১৯৫১ সদৌ ভাৰত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ প্ৰাপ্ত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ মুখ্য গ'লৰক্ষক আছিল।

বিনোদ গগৈ ১৯৩২ চনৰ ৩১ নৱেম্বৰত শিৱসাগৰৰ এক মধ্য বিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। ঐতিহ্যপূৰ্ণ চহৰ শিৱসাগৰৰ বুকুতে গঢ় লোৱা এই গৰাকী জন্মগত খেলুৱৈয়ে শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে (১৯৫০)। শিৱসাগৰ কলেজত পঢ়ি পিচত শিৱসাগৰ টাউন হাইস্কুলত শিক্ষকৰূপে নিযুক্ত হয়। এইখিনিতে উল্লেখ্য তেওঁ ফুটবলৰ উপৰি এজন দক্ষ ভলীবল খেলুৱৈ আছিল। শিৱসাগৰ চৰকাৰী হাইস্কুলে তিনিবাৰ উজনি অসম স্কুল টুৰ্ণামেণ্টত ভলীবল চেম্পিয়নশ্বিপ্ জয় কৰিছিল। উপৰি আন্তঃ কলেজ ভলীবল চেম্পিয়নশ্বিপ্‌তো বহুবাৰ ৰাণাৰ্ছ-আপ পায়। শিৱসাগৰ টাউন ক্লাৱৰ এই গৰাকী দীৰ্ঘ দেহী গ'লৰক্ষকে ১৯৪৯-১৯৬১ লৈকে একেৰাহে জিলা দলত খেলোতে দুবাৰ (১৯৫০ আৰু ১৯৫১) আন্তঃ জিলা ফুটবলত ৰাণাৰ্ছ-আপ খিতাপ জয় কৰে। তদুপৰি ১৯৬০ চনত ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। ১৯৬৮ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। এই গৰাকী প্ৰতিভাশালী ক্ৰীড়াবিদলৈ ১৯৯২ চনত অসম চৰকাৰে ক্ৰীড়া পেঞ্চন আগবঢ়াইছিল। □□

# হেমন্ত বৰঠাকুৰ

শিৱসাগৰ বিষ্ণু দৌলৰ পূজাৰী হেমন্ত বৰঠাকুৰ পঞ্চাশৰ দশকত শিৱসাগৰ জিলা দলৰ নিয়মীয়া চেণ্টাৰ-ফৰোৱাৰ্ড আছিল। মাত্ৰ ৫ ফুট ৩ ইঞ্চি ওখ ৫৭ কিলোগ্ৰাম ওজনৰ ৰঙা-বগা চেহেৰাৰ এই দ্ৰুতগামী খেলুৱৈয়ে ফলচ্ দি খেলোতে প্ৰতিপক্ষক প্ৰায়ে বিবুদ্ধিত পেলাইছিল। ১৯৫৩-১৯৬৫ লৈকে জিলা দলত খেলা হেমন্ত বৰঠাকুৰে ১৯৩৬ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। ১৯৫৩ চনত বেজবৰুৱা হাইস্কুল উজনি অসম স্কুল টুৰ্ণামেণ্টত ফুটবল চেম্পিয়ন হয়। তদুপৰি ১৯৫৫ চনত আন্তঃ জিলা স্কুল ফুটবল চেম্পিয়নশ্বিপ জয় কৰোঁতে শিৱসাগৰ স্কুল জিলা দলে মণিপুৰক পৰাভূত কৰে। হেমন্ত বৰঠাকুৰে ১৯৫৭ চনত মেট্ৰিক, ১৯৫৯ চনত তিনিচুকীয়া কলেজৰ পৰা আই. এ. পাছ কৰি শিৱসাগৰ কলেজত বি. এ. পঢ়োতে ১৯৬২-৬৪ লৈকে আন্তঃ কলেজ খেলি ১৯৬৩ চনত ৰাণাৰ্চ্-আপ পায়। তেওঁ ১৯৭০ লৈকে শিৱসাগৰ টাউন ক্লাৱত খেলি প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লয়। □□

# জীৱন শৰ্মা

১৯৫৫ চনত শিৱসাগৰ এমেচাৰ ক্লাৱে আই. এফ. এ. শ্বিল্ডত ৰোমাঞ্চকৰ ফুটবল প্ৰদৰ্শন কৰোঁতে ৰাইট-হাফ্ জীৱন শৰ্মাৰ নামটো জিলিকি উঠে। সম্পূৰ্ণ নাম জীৱন কৃষ্ণ শৰ্মা, খেলপথাৰৰ উপনাম "ভেকুলী"।

জীৱন শৰ্মা ১৯৩৭ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। পিতৃ গড়কাপ্তানি বিভাগৰ টেক্‌নিকেল ছুপাৰভাইজাৰ আছিল। বেজবৰুৱা হাইস্কুলত পঢ়ি থাকোতেই সেৱা দলৰ পক্ষে ১৯৪৮ চনত প্ৰথম শ্ৰেণী ফুটবলত আত্ম প্ৰকাশ কৰে আৰু পিচত শিৱসাগৰ টাউন ক্লাৱলৈ যায়। ১৯৫০-১৯৬০ লৈকে শিৱসাগৰ জিলা দলৰ নিয়মীয়া ৰাইট-হাফ্ আছিল। ইয়াৰ মাজতে ১৯৫৫ চনত যোৰহাট জিলা দলত খেলি আন্তঃ জিলা খিতাপ জয় কৰে। জীৱন শৰ্মাই ১৯৫৫-১৯৬০ লৈকে যোৰহাটৰ ঠেঙালবাৰী ক্লাৱত খেলে। মাত্ৰ ৫ ফুট ৫ ইঞ্চি ওখ ৫৫ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে উভয় হাফ্ পজিচনত দক্ষতা সহকাৰে খেলোতে ফাৰ্ষ্ট টাইম কভাৰ কৰি খেলা আৰু ভলী মৰাত দক্ষ আছিল। □□

# আব্দুল হামিদ(জানবাবা)

ঐতিহাসিক শিৱসাগৰ নগৰৰ কাষেদি বৈ যোৱা দিখৌৰ পাৰতে অৱস্থিত অৰ্জুনগুৰি। ইয়াতেই ১৯৩৮ চনৰ ১ জানুৱাৰীত আব্দুল হামিদে জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী পিতৃ আব্দুল কাদিৰো এজন ফুটবলাৰ আছিল। চাৰি গৰাকী সন্তানৰ ভিতৰত আব্দুল হামিদ জ্যেষ্ঠ । ঘৰৰ ক্ৰীড়া পৰিবেশে আব্দুল হামিদকো ফুটবলাৰৰূপে গঢ় লবলৈ অৰিহণা যোগাইছিল। চোতাল আৰু কঠীয়াতলিত টেঙাবল আৰু ধানখেৰ ভৰোৱা পুৰণি-বল খেলিয়ে ফুটবলৰ তৃষ্ণা দূৰ কৰিছিল। পিচলৈ এই ফুটবলাৰ গৰাকী অসম ফুটবলত "জানবাবা" নামেৰে সকলোৰে পৰিচিত ব্যক্তিত্ব হৈ পৰে।

শিক্ষাৰ পাতনি বেজবৰুৱা হাইস্কুলত। ১৯৫৩ চনত স্কুল দলৰ পক্ষে আত্ম-প্ৰকাশ কৰোঁতে তেওঁ সপ্তমমান শ্ৰেণীৰ ছাত্ৰ আছিল শিৱসাগৰ কলেজৰ বিৰুদ্ধে তেওঁ খেলা খেলখন গ'লশূন্যভাৱে অন্ত পৰে। আব্দুল হামিদে ১৯৫৫ লৈকে স্কুল দলত খেলোতে ১৯৫৩ চনত উজনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হয়। ১৯৫৩ চনত শিৱসাগৰ টাউন ক্লাৱৰ হৈ স্বাধীনতা দিৱস কাপ খেলে আৰু গুৱাহাটীৰ কেলনাৰ ক্লাৱৰ হাতত ৩-১ গ'লত পৰাভূত হয় অৱশ্যে দলৰ একমাত্ৰ গ'লটো আছিল আব্দুল হামিদৰ। ১৯৫৩ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত শিৱসাগৰৰ পক্ষে খেলে। এই প্ৰতিযোগিতা ১৯৫৪ চনত ধুবুৰীত অনুষ্ঠিত হওঁতে বুট বাধ্যতামূলক কৰে। চেণ্টাৰ-হাফ্‌ত খেলা আব্দুল হামিদে ৰাজ্যিক দলতো স্থান পায় যদিও বয়স কম হোৱা হেতু সন্নিৱিষ্ট নকৰিলে। ১৯৫৫ চনত যোৰহাট ঠেঙালবাৰী ক্লাৱৰ হৈ বৰদলৈ ট্ৰফী খেলোতে ৰাণাৰ্ছ-আপ পায়। ইয়াত পিলিক চৌধুৰী আৰু আব্দুল হামিদে শ্ৰেষ্ঠ ইনচাইড-ফৰোৱাৰ্ডৰ খ্যাতি অৰ্জন কৰে।

১৯৫৬ চনত গুৱাহাটী টাউন ক্লাৱ দলত যোগদান কৰাৰ উপৰি অসম ট্ৰিবিউনত কৰ্ম সংস্থান হয়। সেই সময়ত টাউন ক্লাৱে বৰদলৈ ট্ৰফী, স্বাধীনতা দিৱস কাপ, ডুগৰ শ্বিল্ড আৰু এ টি পি এ শ্বিল্ড জয় কৰে। সাতবছৰ তেওঁ এই দলৰ অধিনায়ক আছিল। গুৱাহাটী দলত একেলেথাৰিয়ে দহ বছৰ খেলি ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯ চনত তিনিবাৰ আন্তঃ জিলা



BARDOLOI TROPHY

# Hamid To The Rescue Of Town Club

## HOWRAH UNION HELD BY LAST MINUTE GOAL

Gauhati Town Club—3 : Howrah Union—3

(By Our Sports Reporter)

Gauhati, August 28

A spectacular goal scored thirty seconds before the final whistle by A. Hamid enabled Gauhati Town Club to hold the Runners-Up, Howrah Union Club of Calcutta, to a 3-3 draw in to-day's third round match of the Bardoloi Trophy Tournament before a record crowd. The teams meet again on August 30.

চেম্পিয়ন হয়। জিলা দলত তিনিবাৰ অধিনায়কো আছিল। মাত্ৰ ৫ ফুট ২ ইঞ্চি ওখ, ৬২ কিলোগ্ৰাম ওজনৰ আব্দুল হামিদে ১৯৫৭, ১৯৫৮, ১৯৫৯, ১৯৬১ আৰু ১৯৬৩ চনত মুঠ পাঁচবাৰ ৰাজ্যিক দলত খেলে। আনকি গুৱাহাটী স্পৰ্টিং ইউনিয়নৰ হৈ পাটনা, জলপাইগুৰি আৰু শিলিগুৰিত খেলোতে কলিকতাৰ খিদিৰপুৰ আৰু মহমেডান স্পৰ্টিঙে তেওঁৰ খেলত আকৃষ্ট হৈ দলত যোগদানৰ আমন্ত্ৰণ জনাইছিল।

তেওঁৰ জীৱনৰ সবাতোকৈ স্মৰণীয় খেলখন হ'ল ১৯৬৩ বৰদলৈ ট্ৰফীৰ তৃতীয় ৰাউণ্ডৰ খেল — গুৱাহাটী টাউন ক্লাৱ বনাম হাওৰা ইউনিয়ন। শৰীৰত প্ৰচণ্ড জ্বৰ লৈ খেলি শেষ হ'বলৈ এক মিনিট থাকোতে আব্দুল হামিদে স্কৰ কৰি ড্ৰ কৰে আৰু দৰ্শকে আনন্দত তেওঁক কান্ধত তুলি লয়। পিচৰখন খেলত হাওৰা ইউনিয়নক পৰাভূত কৰে। সেইবছৰ গুৱাহাটী টাউন ক্লাৱ আৰু জলন্ধৰ লীডাৰ্ছ যুগ্ম বিজয়ী হয়।

আব্দুল হামিদে ১৯৬৮ চনত ফুটবলৰ পৰা অৱসৰ লয়। সেই সময়ৰ অসম ফুটবলত এওঁৰ দৰে আক্ৰমণ আৰু ৰক্ষণ দুয়োটা বিভাগতে সমান দক্ষতাৰে খেলিব পৰা ফুটবলাৰ বিৰল। ৰাজ্যিক ফুটবলাৰ অজয় দাসৰ মতে, "আব্দুল হামিদক বুদ্ধিমান খেলুৱৈৰূপে তেওঁৰ খেল ভাল লাগিছিল।" ৰাজ্যিক খেলুৱৈ আমানুল্লাৰ হামিদ সন্দৰ্ভত মন্তব্য "প্ৰচুৰ স্কিম ক্ষমতা থকা ইনচাইড-ফৰোৱাৰ্ড আব্দুল হামিদে যিকোনো পজিচনত দক্ষতা সহকাৰে খেলিব পাৰিছিল। যি গুণ সেই সময়ৰ ফুটবলত অতি কম খেলুৱৈৰ ক্ষেত্ৰত পৰিলক্ষিত হয়।" তদুপৰি গুৱাহাটী ক্ৰীড়া সন্থাৰ কৰ্মকৰ্তা কুমুদেশ্বৰ হাজৰিকাৰ মন্তব্য, "আব্দুল হামিদ সেই সময়ত যি কোনো পজিচনত দক্ষতা সহকাৰে খেলিব পৰা অসমৰ একমাত্ৰ ফুটবল খেলুৱৈ আছিল।" দীৰ্ঘ দিন ধৰি কৰ্কট ৰোগত ভোগী থকা আব্দুল হামিদে ১৯৯৪ চনৰ ২১ মে'ত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে। হামিদৰ মৃত্যুত ক্ৰীড়ালেখক ও সমালোচক পুলক লাহিড়ীৰ কলম (দৈনিক অসম ২৯ মে, ১৯৯৪ চন), "ভাৰতীয় ফুটবলত যথাৰ্থ 'বল প্লেয়াৰ' হিচাপে আহমেদ খা, মেৱালাল, ছাত্তাৰ, বলৰাম, চুনী গোস্বামী আৰু কাজল মুখাৰ্জী স্মৰণীয় হৈ আছে। অসমৰ খেলুৱৈৰ মাজত এই গুণ আছিল পিলিক চৌধুৰী, চন্দ্ৰৰ নংব্ৰী আৰু আব্দুল হামিদৰ পৰৱৰ্ত্তীকালত একমাত্ৰ টচেন বড়াৰ কথা উল্লেখ কৰিব পাৰি।" ☐☐

# ডাঃ গিৰিশ ফুকন



অসমত ভালে সংখ্যক প্ৰতিভাসম্পন্ন খেলুৱৈক প্ৰচাৰৰ অভাৱত আমাৰ ক্ৰীড়ামোদী ৰাইজে চিনিকে নেপায়। এইখিনিতে নাজিৰাত আত্ম-প্ৰকাশ কৰা শিৱসাগৰ জিলা আৰু ডিব্ৰুগড় জিলা দলৰ প্ৰতিভাশালী ইনচাইড-ৰাইট ডাঃ গিৰিশ ফুকনক উনুকিয়াব পাৰি। শাৰীৰিক দিশৰ পৰা বৰ এটা চকুতপৰা বিধৰ নহলেও মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ আৰু ৫০ কিলোগ্ৰামতকৈ কম ওজনৰ খেলুৱৈ গৰাকীৰ বল কণ্ট্ৰোল আছিল প্ৰশংসনীয়। দুই ভৰিত প্ৰচণ্ড শ্যুটিং ক্ষমতা থকা এই খেলুৱৈ গৰাকী কৰ্ণাৰ-কিক্ বিশেষজ্ঞৰূপে সদায় স্মৰণীয় হৈ ৰব। ৰাজ্যিক খেলুৱৈ দীপক বেনাৰ্জীৰ মতে, "ডাঃ গিৰিশ ফুকনৰ অসম্ভৱ বল কণ্ট্ৰোলৰ ক্ষমতা আছিল। বিশেষকৈ নিজৰ স্কিলত বল নিয়া এজন দক্ষ স্কিমাৰ।" তদুপৰি জিলা খেলুৱৈ ক্ষীৰেশ্বৰ হাজৰিকাৰ মন্তব্য এনে ধৰণৰ, "চাৰ্প শ্যুটাৰ ডাঃ গিৰিশ ফুকনৰ খেলৰ ধৰণ তিকৰি-ৰ সৈতে সামঞ্জস্য আছিল।"

গিৰিশ ফুকন ১৯৩৭ চনত নাগিনীমৰাৰ ওচৰৰ চন্তক চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। বামুন পুখুৰী আৰু নাজিৰা হাইস্কুলত পঢ়ি ১৯৫৮ চনত মেট্ৰিক পাছ কৰে। তেওঁ ফুটবলৰ লগে লগে এথলেটিক্সতো পাৰদৰ্শী আছিল। নাজিৰা হাইস্কুলৰ চেণ্টাৰ-ফৰোৱাৰ্ড গিৰিশ ফুকনে নাজিৰা এছ'চিয়েটেড ক্লাবৰ হৈ প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলোতে দুবছৰ এই দলত খেলে। ইয়াৰ মাজতে ১৯৫৫ চনত নাজিৰাৰ শ্ৰেষ্ঠ ফুটবলাৰৰূপে পুৰস্কৃত হয়। মেট্ৰিক পাছ কৰি যোৰহাটৰ জে. বি. কলেজত পঢ়োতে ১৯৫৯ চনত আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ্ জয় কৰে। ১৯৬০ চনত আই. এছচি. পাছ কৰি ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত ভৰ্ত্তি হয়। ১৯৬১ আন্তঃ কলেজ এথলেটিক্সৰ ৫০০০ মিটাৰ দৌৰত পঞ্চম স্থান পায়

(জালুকবাৰী)। ১৯৬২, ১৯৬৩ আৰু ১৯৬৫ চনত অসম মেডিকেল কলেজৰ হৈ আন্তঃ কলেজ ফুটবল খেলোতে ১৯৬২ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰে। তদুপৰি ১৯৬৩ আন্তঃ কলেজ এথলেটিক্সৰ ৪X৪০০ মিটাৰ ৰীলেত অসম মেডিকেল কলেজে ব্ৰঞ্জপদক জয় কৰোঁতে তেৰোঁ ৰীলে দলৰ সদস্য আছিল।

গিৰিশ ফুকনে ১৯৬০ চনত শিৱসাগৰৰ হৈ আন্তঃ জিলা খেলে। ডিব্ৰুগড় টাউন ক্লাবৰ এই খেলুৱৈ গৰাকীয়ে ১৯৬১ চনত পুনৰ শিৱসাগৰ জিলাৰ হৈ আন্তঃ জিলা খেলোতে অসম ফুটবল সন্থাই তেওঁক তিনিবছৰৰ বাবে নিলম্বিত কৰে। ফলত ১৯৬২ চনৰ আন্তঃ জিলাত অংশ লব নোৱাৰিলে। ১৯৬৩-১৯৬৬ লৈকে ডিব্ৰুগড় জিলা দলত খেলোতে শেষ বছৰ তেৰে দলৰ অধিনায়ক আছিল। ১৯৬৪ চনত ডিব্ৰুগড়ে আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ্ জয় কৰে। মেডিকেল পঢ়ি থাকোতে ডিব্ৰুগড় টাউন ক্লাব (১৯৬১), পাইওনিয়াৰ্ছ ক্লাব (১৯৬৩ আৰু ১৯৬৪) আৰু পাঁচআলি যুৱক সংঘ (১৯৬৫ আৰু ১৯৬৬) দলত খেলে। গিৰিশ ফুকনে দুবাৰ (১৯৬৪ আৰু ১৯৬৫) ৰাজ্যিক দলত স্থান পায়। তেওঁৰ ফুটবল জীৱনত স্মৰণীয় কৃতিত্ব – ১৯৬৪ চনৰ আন্তঃ জিলা ছেমি-ফাইনেলত মণিপুৰৰ বিৰুদ্ধে কৰ্ণাৰ-কিক্ মাৰি প্ৰত্যেক্ষভাৱে গ'ল কৰে। এবাৰ আন্তঃ কলেজ ফুটবলত অসম মেডিকেল কলেজ বনাম ডি এম কলেজ খেলত অ. ইয়াচকুল সিঙক ডাইৰেক্ট কৰ্ণাৰ-কিক্‌ৰে পৰাভূত কৰি গ'ল কৰিছিল। তদুপৰি তেওঁ শিৱসাগৰ একাদশৰ হৈ উৰিষ্যা টেক্সটাইল মিল ; ডিব্ৰুগড় একাদশৰ হৈ ইষ্টবেঙ্গল, জলন্ধৰ লীডাৰ্ছ, বাৰ্ণপুৰ ইউনাইটেড আৰু এৰিয়ান্স ক্লাবৰ বিৰুদ্ধে প্ৰদৰ্শনীমূলক খেলসমূহত অংশ গ্ৰহণ কৰে। গিৰিশ ফুকনে ১৯৬৬ চনত অসম একাদশৰ হৈ ডুৰাণ্ড কাপ খেলিয়ে প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়।

# বিপুল হাজৰিকা



শিৱসাগৰত সংখ্যাধিক বলিষ্ঠ ফুটবল খেলুৱৈৰ অভ্যুদয় হৈছে। ইয়াৰ ভিতৰত বিপুল হাজৰিকা অন্যতম। তেওঁ দীৰ্ঘকাল ধৰি শিৱসাগৰ জিলা দলৰ ৰক্ষণ বিভাগত বলিষ্ঠ ভূমিকাৰে অসম ফুটবলত খদমদমাই গ'ল। ইয়াৰ মাজতে ১৯৬০-১৯৭২ লৈকে তেওঁ টপ্ ফৰ্মত আছিল আৰু সেই সময়তে গুৱাহাটী টাউন ক্লাব দলে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ পাহুৱাল খেলুৱৈয়ে ষ্টপাৰ পজিচনত খেলিলেও ফুটবলৰ সূচনা চেণ্টাৰ-ফৰোৱাৰ্ডত। বিশেষকৈ তেওঁৰ হেডিং আৰু হাফ্-ভলী অতি উচ্চ স্তৰৰ আছিল। অসমৰ আঙুলি মূৰত লেখিব পৰা বাই-চাইকেল ভলী মাৰোতাসকলৰ এজন আছিল বিপুল হাজৰিকা। অসম পুলিচৰ প্ৰতিভাসম্পন্ন ৰাইট-আউট কমলা নাথে কথা প্ৰসঙ্গত এবাৰ বিপুল হাজৰিকাক কৈছিল, "ককাইদেউ, আপোনাৰ বিৰুদ্ধে বহুবাৰ খেলিলো কিন্তু আপোনাৰ মূৰৰ বল কোনো দিনে আয়ত্তাধীন কৰিবলৈ সক্ষম নহলো।" এইখিনিতে তেওঁ কিমান উচ্চ স্তৰৰ ৰক্ষণ বিভাগৰ খেলুৱৈ তাক অনুমান কৰিব পাৰি। আনকি ভাৰতৰ প্ৰখ্যাত ফুটবল খেলুৱৈ চাহু মেৱালালৰো তেওঁ বৰ আদৰৰ আছিল। এবাৰ মেৱালালে যোৰহাটৰ এ টি পি এ শ্বিল্ডত আলহী হৈ আহোঁতে তেওঁ বিপুল হাজৰিকাক শিৱসাগৰৰ পৰা লগত লৈ ভি আই পি আসনত সমান স্থান দিছিল। এয়া এজন খেলুৱৈৰ পক্ষে কম গৌৰৱৰ বিষয় নহয়!

বিপুল হাজৰিকা ১৯৩৮ চনৰ ১৩ ফেব্ৰুৱাৰীত শিৱসাগৰৰ গাতে লাগি থকা দিচিয়াল গাঁৱত জন্ম গ্ৰহণ কৰে। পিতৃ যোগেন্দ্ৰ নাথ হাজৰিকা বেজবৰুৱা হাইস্কুলৰ শিক্ষক আছিল। শিক্ষিত কৃষক পৰিয়ালত জন্ম গ্ৰহণ কৰা বিপুল হাজৰিকা পৰিয়ালৰ ২নং সন্তান। মনকৰিবলগীয়া চাৰি গৰাকী সহোদৰৰ সকলোৱে ফুটবল খেলিছিল। পঢ়া-শুনাৰ পাতনি শিৱসাগৰ

বেজবৰুৱা হাইস্কুলত। ১৯৫৫ চনত মেট্রিক পাছ কৰি শিৱসাগৰ কলেজত ভৰ্ত্তি হয় আৰু পলমকৈ ১৯৬৭ চনতহে প্রি-ইউনিভাৰ্চিটি পাছ কৰে। স্থানীয় লিট্‌ল্ বয়জ ইউনিয়ন ক্লাবৰ যোগেদি প্রথম শ্রেণী ফুটবলৰ পাতনি মেলি সমগ্র জীৱন এই দলতে অতিবাহিত কৰে। ইয়াৰ ভিতৰত দিচিয়াল গাঁৱৰ খেলুৱৈৰে পুষ্ট এই দলে কেইবাবাৰো শিৱসাগৰৰ প্রথম ডিভিজন লীগ খিতাপ জয়ী হয়। তদুপৰি তেওঁ কলেজ দলতো ১৯৫৬-১৯৬৭ লৈকে চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলোতে ১৯৬৩ আৰু ১৯৬৭ চনৰ আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টত দুবাৰ ৰাণাৰ্ছ-আপ পায়। তদুপৰি শিৱসাগৰ জিলা দলত ১৯৫৪-১৯৭৫ লৈকে খেলে ইয়াৰ অন্তৰ্গত ১৯৭১ চনত ৰাণাৰ্ছ-আপ পায়। বিশেষকৈ ১৯৬৮ চনৰ আন্তঃ জিলা ফুটবলৰ কোৱাৰ্টাৰ-ফাইনেলত সম্পূৰ্ণ ৰাজ্যিক খেলুৱৈৰে পুষ্ট শক্তিশালী এন এফ ৰেলৱে দলক ২-১ গ'লত হৰুৱায় আৰু ছেমি-ফাইনেলত উদ্যোক্তা চিলঙৰ হাতত আন এখন উত্তেজনাপূৰ্ণ খেলত শিৱসাগৰে পৰাজয় বৰণ কৰে। ইতিপূৰ্বে ১৯৬৪ আন্তঃ কলেজ ফুটবল প্রতিযোগিতাত জে বি কলেজৰ বিৰুদ্ধে আন এখন ৰোমাঞ্চকৰ খেল খেলে। সেই বছৰতে এ টি পি এ শ্বিল্ডৰ ছেমি-ফাইনেলত শিৱসাগৰ জিলা ক্রীড়া সন্থাৰ হৈ খেলোতে উৰিষ্যা টেক্সটাইল মিলৰ বিৰুদ্ধে তিনিদিন ড্র আছিল। বিশেষকৈ তেজপুৰত অনুষ্ঠিত ইষ্টবেঙ্গল বনাম তেজপুৰ একাদশ খেলত তেওঁক তেজপুৰ দলত খেলাৰ সুযোগ দিছিল। খেলৰ বাবেই ১৯৬৫ চনত অ এন জি চি-ৰ বিগ্‌মেনৰূপে চাকৰিত যোগদান কৰে। তেওঁ অ এন জি চি দলত খেলি থাকোতেই প্রশিক্ষক অসীম মুখাৰ্জীয়ে চেণ্টাৰ-ফৰোৱাৰ্ডৰ পৰা ষ্টপাৰ পজিচনলৈ আনে আৰু শিৱসাগৰ তথা অসমৰ এগৰাকী লেখতলবলগীয়া ষ্টপাৰ-বেক্‌লৈ ৰূপান্তৰ হয়। ইয়াত খেলাকালতে জাতীয় খেলুৱৈ তথা কোচ্ ৰাম বাহাদুৰৰ প্রশিক্ষণ পায়। বিপুল হাজৰিকাই দীৰ্ঘ ফুটবল জীৱনত কেতিয়াও আঘাতগ্রস্ত হোৱা নাই। খেলৰ পৰা অৱসৰ লোৱাৰ পিচত ক্রীড়া সংগঠকৰূপে জিলা ক্রীড়া সন্থাত বলিষ্ঠ ভূমিকা অব্যাহত ৰাখে। ১৯৯৬ চনত এগজিকিউটিভ ইঞ্জিনীয়াৰৰূপে অ এন জি চি-ৰ পৰা অৱসৰ লয়।

# মাখন ভট্টাচাৰ্য্য



মাখন ভট্টাচাৰ্য্য ১৯৬০ চনত অসম ৰাজ্যিক দলৰ ৰাইট-ইন পজিচনৰ খেলুৱৈ আছিল। সেই বছৰ অসমে সন্তোষ ট্ৰফীত তৃতীয় স্থান লাভ কৰে। শাৰীৰিক দিশৰ পৰা বৰ এটা চকুতপৰা বিধৰ নহলেও অসম ফুটবল তথা ক্ৰীড়া জগতত এওঁৰ দৰে খেল-ধেমালি আৰু পঢ়া-শুনা উভয়তে অগ্ৰগণী ভূমিকা লোৱা দ্বিতীয়জন চকুত নপৰে। শাৰীৰিক পৰিমাপ (উচ্চতা ৫ ফুট আৰু ওজন ৫০ কিলোগ্ৰাম ) কম যদিও স্প্ৰিণ্টাৰ আৰু জাম্পাৰৰূপে এজন দক্ষ এথলীট হোৱাৰ উপৰি পিচলৈ অসমৰ প্ৰথম গৰাকী আনুষ্ঠানিকভাৱে স্বীকৃতিপ্ৰাপ্ত এথলেটিক্স জুৰী হোৱাৰ গৌৰৱ অৰ্জন কৰে।

মাখন ভট্টাচাৰ্য্য ১৯৩৯ চনত শিৱসাগৰ চহৰৰ ওচৰৰ কালু গাঁৱত জন্ম গ্ৰহণ কৰে। পিতৃ ভৱনাথ ভট্টাচাৰ্য্য বৰপাত্ৰ দৌল হাইস্কুলৰ প্ৰধান শিক্ষক আছিল। শিক্ষিত পৰিয়ালত জন্ম গ্ৰহণ কৰা মাখন ভট্টাচাৰ্য্যই বৰপাত্ৰ দৌল হাইস্কুলত নৱমমানলৈকে পঢ়ি যোৰহাটৰ শঙ্কৰদেৱ ছেমিনাৰী স্কুলৰ পৰা ১৯৫৪ চনত দ্বিতীয় বিভাগত মেট্ৰিক পাছ কৰে। ইয়াৰ পিচতে জে. বি. কলেজত ভৰ্ত্তি হয় আৰু ১৯৫৯ চনত বি. এছচি. পাছ কৰে তাৰ পিচতে গুৱাহাটী বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞান বিষয়ত অধ্যয়ন কৰি ১৯৬২ চনত এম. এছচি. ডিগ্ৰী লৈ দুবছৰ স্থানীয় বৰপাত্ৰ দৌল হাইস্কুলত শিক্ষকতা কৰি শিৱসাগৰ কলেজত প্ৰবক্তাৰূপে যোগদান কৰে।

মাখন ভট্টাচাৰ্য্য ১৯৫৭-১৯৫৮-১৯৫৯ চনত একেৰাহে তিনিবছৰ জে. বি. কলেজৰ "শ্ৰেষ্ঠ এথলীট" আছিল। তেওঁ ১৯৬১ লৈকে এথলেটিক্স অব্যাহত ৰাখে। শিৱসাগৰ টাউন ক্লাব দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৫৯, ১৯৬০, ১৯৬১, ১৯৬৪ আৰু ১৯৬৬ চনত জিলা দলত খেলে। ১৯৬৪ চনত তেওঁ দলৰ অধিনায়ক আছিল। বিশেষকৈ উল্লেখ্য

১৯৫৯ চনত আন্তঃ কলেজ ফুটবল খিতাপ বিজয়ী জে. বি. কলেজ দলৰ অন্যতম সদস্য আছিল। ১৯৬১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে তেওঁক ৰাইট-আউট পজিচনত নমায়। এই গৰাকী চুটি চাপৰ ফুটবলাৰে গ'ল স্কৰ কৰাতকৈ স্কিমাৰৰ ভূমিকাৰে ফলপ্ৰসূ ফুটবলৰ অৱতাৰণা কৰিছিল। ৰাজ্যিক দলত ৰাইট-ইন পজিচনত খেলোতে তৃতীয়স্থান নিৰ্ণায়কৰ গুৰুত্বপূৰ্ণ খেলখনত কেৰালাৰ বিৰুদ্ধে অংশ লয়। খেল অমীমাংসীতভাৱে অন্ত পৰে। তেওঁ শিৱসাগৰ টাউন ক্লাবৰ উপৰি পিচলৈ শিৱসাগৰ অট'মবাইল ক্লাবতো খেলে আৰু ১৯৭০ চনত ফুটবলৰ পৰা অৱসৰ লয়। ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচতো তেওঁৰ এথলেটিক্স প্ৰেমী মনটোয়ে খেল জগতৰ পৰা আঁতৰ কৰি আনিব নোৱাৰিলে আৰু অসমৰ প্ৰথম গৰাকী এথলেটিক্স জুৰীৰূপে স্বীকৃতি পাওঁতে ১৯৭৫-৭৬ মৰছুমত নেচনেল অল-ইণ্ডিয়া এথলেটিক্স জুৰী পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁৰ সৈতে এই খ্যাতি অৰ্জা আন দুগৰাকী ব্যক্তি হল ধীৰেন দুৱৰা (তিনিচুকীয়া) আৰু পৰেশ গোস্বামী (গুৱাহাটী)। পৰৱৰ্ত্তী বছৰ তেওঁ ভলীবল ৰেফাৰীৰ চাৰ্টিফিকেটো লাভ কৰে। ২০০০ চনত মাখন ভট্টাচাৰ্য্যক ক্ৰীড়া পেঞ্চনাৰৰ তালিকাভুক্ত কৰে। ❑❑



দোলেন চেতিয়া



মুকুল চাৰ্বাহ

# ডাঃ সুনন্দ শইকীয়া

সুনন্দ শইকীয়া শিৱসাগৰ জিলা দলত দশককাল ধৰি ৰাইট-আউট পজিচনত বলিষ্ঠ ফুটবল খেলিলেও কেতিয়াবা চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনতো খেলিছিল। তেওঁ একাধাৰে ফুটবলাৰ হোৱাৰ উপৰি এগৰাকী ভাল এথলীট আছিল। তেওঁৰ ফুটবলত আছিল বল সহিত দ্ৰুততম দৌৰ তথা বল লৈ অগ্ৰসৰ হলে অন্যই বাধা দিয়া কঠিন; বিশেষকৈ হেডিঙত পটু সুনন্দ শইকীয়া এগৰাকী ভাল স্কিমাৰ।

সুনন্দ শইকীয়া ১৯৩৫ চনৰ ২৮ ফেব্ৰুৱাৰীত শিৱসাগৰ সমীপত থকা বানমুখ কাঠপাৰ গাঁৱত জন্ম গ্ৰহণ কৰে। পিতৃ লোকনাথ শইকীয়া লোকেল ব'ৰ্ডৰ টেক্স কলেক্টৰ আছিল। পৰিয়ালৰ তিনিজনৰ মাজু সন্তান। তেওঁ শিৱসাগৰ গভৰ্ণমেণ্ট হাইস্কুলত পঢ়ি ১৯৫১ চনত মেট্ৰিক পাছ কৰে। তাৰ পিচত তেওঁ জে. বি. কলেজত দুবছৰ পঢ়ি ১৯৫৩ চনত আই. এছচি. পাছ কৰে। চিলঙৰ চেণ্ট এডমাণ্ডছ কলেজত বি. এছচি. পঢ়োতে এবছৰৰ পিচত অসম ভেটেৰিণেৰী কলেজত ভৰ্ত্তি হয় আৰু ১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে, বেনাৰস। ১৯৫৯ চনত ভেটেৰিণেৰী বিজ্ঞানত স্নাতক ডিগ্ৰী লয়।

স্কুলত পঢ়ি থাকোতে তেওঁ ফুটবল খেলাৰ উপৰি এথলেটিক্সত পাৰদৰ্শী হৈ উঠে। ১৯৪৯ চনৰ উজনি অসম স্কুল টুৰ্ণামেণ্টত স্প্ৰিণ্টত 'ডাবল' পায়। তেওঁ কলেজত পঢ়োতে ২২০ গজ দৌৰ, লংজাম্প আৰু হপ ষ্টেপ এণ্ড জাম্পত আন্তঃ কলেজ চেম্পিয়নশ্বিপ্ অৰ্জন কৰিছিল। তেওঁৰ এই এথলেটিক গুণৰাজিৰ জৰিয়তে ফুটবলত দুৰ্দ্ধৰ্ষৰূপ ধাৰণ কৰিব পাৰিছিল। তেওঁ শিৱসাগৰ টাউন ক্লাৱ দলত খেলি থাকোতে ১৯৫১ চনত জিলা দলতো স্থান পায় আৰু একেৰাহে ১৯৬২ লৈকে খেলে। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ খেলুৱৈ গৰাকীয়ে ১৯৫৩ আৰু ১৯৫৪ চনত চিলং টাউন ক্লাৱত খেলে। তাৰ পিচত দুবছৰ গুৱাহাটী টাউন ক্লাৱ দলতো খেলিছিল। চাকৰি কৰি থাকোতে ডেৰগাওঁ টাউন ক্লাৱতো খেলে আৰু ১৯৬৬ চনত অইল ইণ্ডিয়াৰ বিৰুদ্ধে ডুমডুমা টাউন ক্লাৱ দলত খেলিয়ে অৱসৰ লয়। ১৯৯৩ চনত ডেপুটি ডাইৰেক্টৰ অৱ ভেটেৰিণেৰীৰূপে চাকৰিৰ পৰা অৱসৰ লয়। ১৯৯৯ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# বিনন্দ ৰাজকোঁৱৰ



শিৱসাগৰ জিলা দলত দীৰ্ঘকাল ধৰি লেফট-ইন পজিচনত বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰা খেলুৱৈ বিনন্দ ৰাজকোঁৱৰ। অসম ফুটবল সন্থাই তেওঁক ৰাজ্যিক খেলুৱৈৰ স্বীকৃতি নিদিলে। হয়তো কৰ্মকৰ্ত্তাৰ সৈতে সৃষ্টি হোৱা মনোমালিন্যৰ বাবেই জিলা দলতো ১৯৬১-১৯৬৯ পৰ্য্যন্ত মুঠ তিনিবাৰহে প্ৰতিনিধিত্ব কৰিছিল। শেষ বছৰ তেওঁ দলৰ অধিনায়ক আছিল। অৱশ্যে আনুষ্ঠানিক প্ৰতিযোগিতাতকৈ অনানুষ্ঠানিক খেলতে বিভিন্ন দলৰ হৈ অপূৰ্ব কৃতিত্বৰ নজিৰ ৰাখি থৈ গৈছে। যাৰবাবে তেওঁক প্ৰতিভাসম্পন্নসকলৰ সৈতে সন্নিৱিষ্ট কৰিব পাৰি। তেওঁ সুদীৰ্ঘ চৈধ্যবছৰকাল প্ৰথম শ্ৰেণী ফুটবলত ন্যস্ত আছিল।

বিনন্দ ৰাজকোঁৱৰ ১৯৪১ চনৰ ৩১ মাৰ্চ তাৰিখে লাকুৱা অঞ্চলৰ চাৰিমুঠিয়া কোঁৱৰ গাঁৱত জন্ম গ্ৰহণ কৰে। কৃষক পৰিয়ালৰ বিনন্দই নাজিৰা হাইস্কুলত ভৰ্তি হৈ ১৯৫৯ চনত মেট্ৰিক পাছ কৰি যোৰহাট জে. বি. কলেজৰ বিজ্ঞান শাখাত নাম লগায়। ১৯৬৪ চনত বি. এছচি. পৰীক্ষা দিয়ে সোণাৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত সহকাৰী-শিক্ষকৰূপে যোগদান কৰি খেলুৱৈ তথা সংগঠকৰূপে ক্ৰীড়া তৃপ্তি অব্যাহত ৰাখে। বিনন্দ ৰাজকোঁৱৰে খুউব সৰুৰে পৰাই ফুটবল খেলত অভ্যস্ত আছিল। ১৯৫৩ চনত টেনজিং ক্লাৱ গঠন কৰি নাজিৰা 'বি' ডিভিজন লীগত তেওঁ সুন্দৰ খেল প্ৰদৰ্শন কৰাৰ পিচৰে পৰা নাজিৰা স্কুল দলত তেওঁৰ অন্তৰ্ভুক্তি ঘটে। ইয়াৰ পিচতে ১৯৫৫ চনত শিৱসাগৰ জিলা স্কুল একাদশত খেলি আন্তঃ জিলা স্কুল ফুটবল খিতাপ জয় কৰে। ইতিপূৰ্বে নাজিৰা এছ'চিয়েটেড ক্লাৱৰ হৈ বৰদলৈ ট্ৰফী, স্বাধীনতা দিৱস কাপ, ভুগৰ শ্বিল্ড আৰু এ টি পি এ শ্বিল্ড আদিত অংশ লয়। ১৯৫৫ চনৰ বৰদলৈ ট্ৰফীত শিলচৰ জিলা ক্ৰীড়া সন্থাৰ বিৰুদ্ধে প্ৰথম শ্ৰেণী ফুটবলত

আত্ম-প্ৰকাশ কৰে। এই দলত খেলি থাকোতে নিজা পজিচন(লেফট-ইন)ত খেলাৰ পৰা বঞ্চিত হওঁতে ১৯৫৯ চনত নাজিৰাৰ আননোন ক্লাব্ প্ৰতিষ্ঠা কৰে। সেই বছৰতে মেট্ৰিক পাছ কৰি জে. বি. কলেজত নাম লগায়। তেওঁ জে. বি. কলেজৰ হৈ শিৱসাগৰত আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ জয় কৰে। ফাইনেলত চিলঙৰ চেণ্ট এণ্ঠনি কলেজক ২-১ ব্যৱধানত পৰাভূত কৰে। ১৯৬০ চনত ভাষা আন্দোলনৰ বাবে এই টুৰ্ণামেণ্ট অনুষ্ঠিত নহ'ল। ১৯৬১ চনত তেজপুৰত অনুষ্ঠিত খেলত পুনৰ চেণ্ট এণ্ঠনিক পৰাভূত কৰি জে. বি. কলেজে দ্বিতীয়বাৰৰ বাবে এই খিতাপ জয় কৰে। সেই বছৰতে তেওঁ শিৱসাগৰ জিলা দলতো স্থান লাভ কৰি আন্তঃ জিলা ফুটবলত অংশ লয়। ্যাৰ পিচত ১৯৬৫ আৰু ১৯৬৯ চনত জিলা দলত খেলে। শেষৰবাৰ তেওঁ অধিনায়ক আছিল। পুনৰ ১৯৬২ চনত জে. বি. কলেজে আন্তঃ কলেজ খিতাপ জয় কৰোঁতে গোলাঘাটত চেণ্ট এণ্ঠনি কলেজক ৭-০ ব্যৱধানত ধৰাশায়ী কৰে। প্ৰতিপক্ষৰ নামী ফুটবলাৰ বিলাস বৰুৱাই খেলৰ অন্তত কৈছিল, "বিনন্দ থকা মই আৰু ইণ্টাৰ কলেজ টুৰ্ণামেণ্ট নেখেলোঁ।" তেওঁ চাকৰি কৰি থাকোতে বিভিন্ন দলৰ হৈ মাজে মাজে খেলে — যেনে সোণাৰি এথলেটিক ক্লাব, অ. এন. জি. চি, গোলাঘাটৰ আমোলাপট্টি ক্লাব, ডেৰগাওঁ টাউন ক্লাব, ঔফলীয়া চাহ বাগিচা, বামুণ পুখুৰী চাহ বাগিচা, গৌৰীসাগৰ একাদশ, শিৱসাগৰ পি. ডব্লিউ. ডি. আদি । ইয়াৰ ভিতৰত সোণাৰি(১৯৬৫)ত সোণাৰি হাইস্কুল বনাম টিয়ক ৰজাবাৰী দলৰ খেলত তেওঁৰ বাঁও-ভৰিৰ কোবাল শ্বট্ পেটত লাগি টিয়ক দলৰ এজন খেলুৱৈৰ থিতাতে মৃত্যু হয়। আন এখন স্মৰণীয় খেল শিৱসাগৰ বৰ্ডিং ফিল্ডত অ. এন. জি. চি. বনাম পি ডব্লিউ ডি, শিৱসাগৰ। অ. এন. জি. চি.-ৰ হৈ শিৱসাগৰ জিলাৰ বছা বছা খেলুৱৈসকলে খেলিছিল যদিও অৱশেষত পি. ডব্লিউ. ডি. দলে ১-০ গ'লত জয়লাভ কৰে। এয়া তেওঁৰ জীৱনৰ আন এখন স্মৰণীয় খেল আছিল। খেলৰ অন্তত দৰ্শকে তেওঁক কান্ধত তুলি লৈছিল। তেওঁ ১৯৬৯ আন্তঃ জিলাত চিলঙৰ বিৰুদ্ধে ছেমি-ফাইনেল খেলি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা মেলানি মাগে।

[redacted]

# বিনোদ দত্ত

শিৱসাগৰত আত্ম-প্ৰকাশ কৰা প্ৰতিভাৱান ডিফেণ্ডাৰসকলৰ ভিতৰত বিনোদ দত্ত এটা পৰিচিত ফুটবল চৰিত্ৰ। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬০ কিলোগ্ৰামতকৈ কম ওজনৰ ফুটবলাৰে ৰাইট আৰু লেফট্-বেক্ পজিচনত সুখ্যাতিৰে খেলাৰ উপৰি উভয় হাফ্তো বলিষ্ঠ ফুটবলৰ বেঙুণি এৰি থৈ গৈছে।

বিনোদ দত্ত গৌৰীসাগৰৰ দুলীয়া গাঁৱত ১৯৪৩ চনত জন্ম গ্ৰহণ কৰে। কৃষক গঙ্গাৰাম দত্তৰ চাৰি গৰাকী সন্তানৰ ভিতৰত বিনোদ দত্ত সবাতোকৈ জ্যেষ্ঠ আছিল। মোমায়েকৰ ঘৰ ধুলীয়াপাৰ গাঁৱত ডাঙৰ দীঘল হোৱা বিনোদ দত্তই সৰুৰে পৰা দ-পথাৰত মহৰ হাল বাইছিল। এই কঠোৰ পৰিশ্ৰমে তেওঁক ফুটবলাৰৰূপে গঢ় লোৱাত ইন্ধন আছিল। বেজবৰুৱা হাইস্কুলত পঢ়ি ১৯৬১ চনত মেট্ৰিক পাছ্ কৰে। অৱশ্যে ৰূপহী ক্লাবৰ জৰিয়তে শিৱসাগৰত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। সেই সময়ত এই দলে লীগ খিতাপ জয় কৰিছিল। শিৱসাগৰ কলেজত পঢ়োতে ১৯৬৩ চনত শিৱসাগৰত অনুষ্ঠিত আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপৰ ফাইনেলত ইম্ফল কলেজৰ হাতত ১-০ গ'লত পৰাভূত হয়। প্ৰথম দিনা গ'লশূন্য ভাৱে অমীমাংসিত আছিল। সেই বছৰতে গুৱাহাটী টাউন ক্লাবত যোগদান কৰে। ইয়াৰ ভিতৰত ১৯৬৪ চনত আৰ্য্য বিদ্যাপীঠ কলেজৰ পৰা পি. ইউ. পাছ্ কৰাৰ উপৰি গুৱাহাটী টাউন ক্লাবে লীগ খিতাপো জয় কৰে। তেওঁ ১৯৬৬ লৈকে গুৱাহাটী টাউন ক্লাবত খেলোতে গুৱাহাটী জিলা দলৰ হৈ আন্তঃ জিলা খেলি শিৱসাগৰলৈ প্ৰত্যাবৰ্ত্তন কৰে। ১৯৬৭ চনত তেওঁৰ অধিনায়কত্বতে শিৱসাগৰ কলেজে আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপত পুনৰ ৰাণাৰ্ছ-আপ খিতাপ জয় কৰোঁতে ডিব্ৰুগড়ৰ কানৈ কলেজৰ হাতত পৰাভূত হয়। সেই বছৰতে তেওঁ ৰাজ্যিক দল বাছনি শিবিৰলৈও আমন্ত্ৰণ পায়। ইতিমধ্যে অ এন জি চি-ত তেওঁৰ কৰ্ম নিয়োগ ঘটে। ১৯৭১ চনত শিৱসাগৰত অনুষ্ঠিত আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত শিৱসাগৰে ৰাণাৰ্ছ-আপ খিতাপ জয় কৰে। বিনোদ দত্তই ১৯৭৩ লৈকে জিলা দলত নিয়মিতৰূপে খেলি ফুটবলৰ পৰা সন্যাস লয়। □□

# মুকুল চাৰাৰ্ছ

মুকুল চাৰাৰ্ছ অসমৰ এটা পৰিচিত ফুটবল চৰিত্ৰ। এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে দীৰ্ঘ দিন ধৰি দুৰ্ভেদ্য গ'লৰক্ষকৰ ভাৱত অৱতীৰ্ণ হৈ অসমৰ চকুতপৰা খেলুৱৈত পৰিণত হৈছিল। জাতীয় খেলুৱৈ টচেন বড়াৰ চাৰাৰ্ছ সন্দৰ্ভত মন্তব্য, "Mukul Showers a dependable goalkeeper with maximum flexibility both physically as well as mentally." তেওঁ কেতিয়াবা কেতিয়াবা খেলপথাৰত এনে দুৰ্দ্ধৰ্ষ ৰূপ ধাৰণ কৰে যে কোনো ফৰোৱাৰ্ডৰ পক্ষে গ'ল দিয়া দুৰূহ হৈ পৰে। আধুনিক ফুটবলত তেওঁৰ দৰে টেক্‌নিক্ আৰু টেক্‌টিকেল দিশত পৰিপক্ক গ'লৰক্ষক অসমত দ্বিতীয় গৰাকী নাই বুলি কব পাৰি।

মুকুল চাৰাৰ্ছ ১৯৪৪ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰে। সৰু ব্যৱসায়ী পৰিয়াল (তিনিজন ল'ৰা আৰু এজনী ছোৱালী)ৰ এওঁ দ্বিতীয় সন্তান। শিৱসাগৰ বেজবৰুৱা হাইস্কুলত পঢ়োতে স্কুল টুৰ্ণামেণ্টৰ জৰিয়তে ফুটবলৰ পাতনি মেলে। তেতিয়া তেওঁ হাফ্ পজিচনৰ খেলুৱৈ। কিন্তু ১৯৬১ চনত শিৱসাগৰ ফুটবল সন্থাৰ হৈ স্বাধীনতা দিৱস কাপ খেলোতে দলৰ গ'লৰক্ষকে আঘাত পাই খেলিবলৈ অক্ষম হোৱাত তেওঁক এই স্থানত খেলায় আৰু সেইদিনাৰ পৰাই তেওঁ গ'লৰক্ষক হৈ পৰে। ১৯৬১ চনত মেট্ৰিক পাছ কৰি শিৱসাগৰ কলেজত পঢ়োতে এথলেটিক্সত তিনি বছৰ "বেষ্ট মেন" পায়। ১৯৬৩ আন্তঃ কলেজ ফুটবলত শিৱসাগৰ কলেজে ৰাণাৰ্ছ-আপ পাওঁতে মুকুল চাৰাৰ্ছ প্ৰতিযোগিতাৰ শ্ৰেষ্ঠ গ'লৰক্ষক আছিল। তেওঁ ১৯৬৩ আৰু ১৯৬৪ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ হৈ আন্তঃ বিশ্ববিদ্যালয় ফুটবল খেলে। ১৯৬১ চনত শিৱসাগৰ জিলা দলত বিনোদ গগৈ থকা হেতু তেওঁ দলৰ দুই নং গ'লৰক্ষক আছিল। কিন্তু ১৯৬৩ আৰু ১৯৬৪-ত নিয়মিত গ'লৰক্ষক হয়। ১৯৬৫ চনত গুৱাহাটী টাউন ক্লাৱত যোগদান কৰে আৰু বৰদলৈ ট্ৰফীত হায়দৰাবাদ চিটি কলেজ আৰু জলন্ধৰ লীডাৰ্ছৰ বিৰুদ্ধে বীৰোচিত খেল প্ৰদৰ্শন কৰে। তেওঁ প্ৰতিযোগিতাৰ শ্ৰেষ্ঠ গ'লৰক্ষকৰ স্বীকৃতি পায়। সেই বছৰ তেওঁ ৰাজ্যিক দলতো স্থান লাভ কৰে। ১৯৬৬ চনত

নেফা বন বিভাগত কর্ম নিয়োগ ঘটে আৰু চিলঙৰ লাবান ময়দান ক্লাবত খেলিবলৈ লয়। ১৯৬৭ চনত চিলঙৰ হৈ আন্তঃ জিলা খেলে। ১৯৬৯ চনত দুলীয়াজানৰ অইল ইণ্ডিয়া দলত যোগদান কৰি ১৯৭০, ১৯৭১, ১৯৭৩, ১৯৭৪ আৰু ১৯৭৫ চনত ৰাজ্যিক দলত খেলে । ইয়াৰ মাজতে ১৯৭৪ চনত জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। ১৯৬৬ চনত মহমেডান স্পৰ্টিং আৰু ১৯৬৮ চনত টাটা দলে আমন্ত্ৰণ কৰিছিল ; কিন্তু নগ'ল। ১৯৭৬ চনত বাৰ্ণপুৰ ইউনাইটেডৰ বিৰুদ্ধে স্বাধীনতা দিৱস কাপ খেলিয়ে অৱসৰ লয়।

# দোলেন চেতিয়া

শিৱসাগৰৰ গ'লৰক্ষক দোলেন চেতিয়া অসম ফুটবলৰ এটা পৰিচিত নাম। তেওঁ ১৯৭০ আৰু ১৯৭২ চনৰ সন্তোষ ট্ৰফী ফুটবল প্ৰতিযোগিতাত অসম দলৰ গ'লৰক্ষক আছিল । সেই সময়ত তেওঁৰ প্ৰধান প্ৰতিদ্বন্দ্বী গ'লৰক্ষকসকল আছিল ক্ৰমে দীপক কুমাৰ লিম্বু, কলিমুদ্দিন আহমেদ, দীপেন মুখাৰ্জী আৰু মুকুল চাৰাৰ্হ আদি। ১৯৭১ চনতো তেওঁ ৰাজ্যিক দলত স্থান লাভ কৰিছিল যদিও বসন্ত ৰোগত আক্ৰান্ত হৈ যাব নোৱাৰিলে ফলত তেওঁৰ স্থানত দীপেন মুখাৰ্জীক অন্তৰ্ভুক্ত কৰে।

দোলেন চেতিয়া ১৯৪৮ চনৰ ১৯ ফেব্ৰুৱাৰী তাৰিখে শিৱসাগৰ জিলাৰ অন্তৰ্গত ৰাজমাই চাহ বাগিচাত জন্ম গ্ৰহণ কৰে । এই বাগিচাৰে কৰ্মচাৰী তোলন চন্দ্ৰ চেতিয়া পাটৰ-ৰ আঠজন সন্তান(৬ জন ল'ৰা আৰু ২ ছোৱালী)ৰ ভিতৰত সবাতোকৈ কনিষ্ঠ । শিৱসাগৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা ১৯৬৫ চনত হাইয়াৰ ছেকেণ্ডেৰী পাছ কৰে। স্কুল দলৰ হৈ ফুটবল আৰু ভলীবল খেলোতে ১৯৬৫ চনৰ উজনি অসম স্কুল টুৰ্ণামেণ্টত চেম্পিয়ন হয় । তেওঁ শিৱসাগৰ কলেজত পঢ়ি থাকোতে শিৱসাগৰ টাউন ক্লাবতো খেলিছিল (১৯৬৬-১৯৭১) । ১৯৬৭ চনত অনুষ্ঠিত প্ৰথম ডিব্ৰুগড় বিশ্ববিদ্যালয় আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত তেওঁ শিৱসাগৰ কলেজক প্ৰতিনিধিত্ব কৰিছিল। ফাইনেলত কটনৈ কলেজৰ হাতত ৪-২ গ'লত পৰাভূত হয় যদিও তেওঁ বিশ্ববিদ্যালয় দলত নিৰ্বাচন লাভ কৰে। ১৯৬৫ চনত মুকুল

চাৰাৰ্হে গুৱাহাটী টাউন ক্লাব দলত যোগদান কৰাৰ পিচতে তেওঁ শিৱসাগৰ জিলা দলৰ নিয়মিত খেলুৱৈ হৈ পৰে। ১৯৭১ চনত শিৱসাগৰত অনুষ্ঠিত আন্তঃ জিলা ফুটবলত ঘৰুৱা দলে ৰাণাৰ্ছ-আপ পায়। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ আৰু মাত্ৰ ৫৪ কিলোগ্ৰাম ওজনৰ গ'লৰক্ষকে ১৯৭৪ চনত জিলা দলৰ অধিনায়কত্ব কৰে। ১৯৬৭ চনত শিৱসাগৰ কলেজৰ পৰা বি. এছচি. পাছ কৰি ১৯৭২ চনত অ. এন. জি. চি.-ত যোগদান কৰে। অ এন জি চি-ৰ হৈ ১৯৭২-৭৪ লৈকে খেলে। ১৯৭৪ চনত ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰিত হোৱা ৩৭ জনৰ ভিতৰত তেওঁৰ নামো আছিল কিন্তু তেওঁ নগ'ল। চাকৰিৰ সূত্ৰে কলিকতালৈ ট্ৰেন্সফাৰ লওঁতে তেওঁ ফুটবলৰ পৰা আঁতৰি থাকিব লগা হয় যদিও ১৯৮০ চনত পুনৰ শিৱসাগৰ অ এন জি চি-ৰ খেলি অৱসৰ গ্ৰহণ কৰে। □□

# কুশল ৰাজকোঁৱৰ

জন্ম ২৬ ডিচেম্বৰ ১৯৮১ চন। স্থান মজলীয়া কোঁৱৰ গাওঁ, লাকুৱা। খেতিয়ক পৰিয়ালৰ সন্তান কুশল ৰাজকোঁৱৰে লাকুৱা টাইনটিয়া উচ্চতৰ মাধ্যমিক স্কুলত শিক্ষাৰ পাতনি মেলিলেও SAI নিৰ্বাচন লাভ কৰি ১৯৯৪ চনত গোলাঘাটৰ বেজবৰুৱা উচ্চতৰ মাধ্যমিক স্কুললৈ আহে। ১৯৯৭ চনত মেট্ৰিক পাছ কৰি ডিব্ৰুগড় চিটি কলেজত নাম লগায় আৰু ১৯৯৯ চনত উচ্চতৰ মাধ্যমিক পাছ কৰে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৯৭ চনত গুৱাহাটীৰ SAI হোষ্টেল লৈ আহে। মাত্ৰ ৫ ফুট ৫½ ইঞ্চি ওখ ৫৮ কিলোগ্ৰাম ওজনৰ মিড্-ফিল্ডাৰ কুশল ৰাজকোঁৱৰে ১৯৯৮ চনত ছাব-জুনিয়ৰ জাতীয় দল আৰু ১৯৯৯ চনত জুনিয়ৰ জাতীয় দলত স্থান লাভ কৰে। এইখিনিতে উল্লেখ্য জাতীয় দলত খেলা এওঁয়ে শিৱসাগৰৰ প্ৰথম ফুটবলাৰ। তেওঁ অনবদ্য ক্ৰীড়া শৈলীৰ বাবেই ২০০০ চনত এন এফ ৰেলৱেত কৰ্ম নিয়োগ ঘটে। □□

# যোৰহাটৰ ফুটবলত এভুমুকি




অসমৰ আধুনিক ক্ৰীড়া সভ্যতাক সুপ্ৰতিষ্ঠিত কৰাত যোৰহাট নগৰৰ বৰঙণি অসমৰ অন্যান্য চহৰতকৈ অধিক বুলি কলে বঢ়াই কোৱা নহয়। কাৰণ আহোমৰ শেষ ৰাজধানী যোৰহাটতেই ইংৰাজসকলে খোপনি পোতি শাসনৰ বাহুজৰী নিয়ন্ত্ৰণ কৰাৰ উপৰি আৰু ১৮৪৬ চনত যোৰহাট মহকুমা গঠন কৰে। ক্ৰীড়া বীজৰ নাহৰী "জিমখানা ক্লাব"ৰ প্ৰতিষ্ঠা ১৮৭৪ চনত। মুঠ মাটি কালি ২৪৫ বিঘা। কেৱল ইংৰাজ চাহ বাগিচাৰ বিষয়া কৰ্মচাৰীৰ বাবে এই ক্লাবত পল', ৰাগবী, গলফ্, ফুটবল, হকী, লন টেনিছ, বিলিয়াৰ্ড, টেবুল্ টেনিছ খেলাৰ সুবিধা আছিল যদিও এই ক্লাবৰ জৰিয়তে অসমৰ খিলঞ্জীয়াসকলৰ গাতো আধুনিক ক্ৰীড়াৰ প্ৰভাৱ পৰিছিল। এই যোৰহাটতে ১৯০৮ চনত উজনি অসম স্কুল টুৰ্ণামেণ্টৰ সূচনা হয়। যোৰহাট ফুটবল লীগৰ সূচনা ১৯১১ চনত আৰু ইয়াৰ জন্মদাতা আছিল এইচ. চি. হাৱলাৰ। উল্লেখনীয় যে ১৯২২ চনত যোৰহাট ক্ৰীড়া সন্থাও গঠন হয়। এই সন্থাৰ প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদকদ্বয় ক্ৰমান্বয়ে এইচ. আৰ. কুপাৰ আৰু দ্বিজেন মিত্ৰ। ১৯১৩ চনত শিৱসাগৰ জিলাৰ সদৰ কাৰ্য্যালয় শিৱসাগৰৰ পৰা যোৰহাটলৈ স্থানান্তৰ কৰাৰ পিচৰে পৰা যোৰহাট চহৰৰ গুৰুত্ব বৃদ্ধি পাই উজনি অসমৰ প্ৰাণ-কেন্দ্ৰ স্বৰূপ হৈ পৰে।

১৯৩৯ চনত মহাৰাণা ক্লাব আৰু যোৰহাট একাদশৰ মাজত যোৰহাটত অনুষ্ঠিত প্ৰদৰ্শনীমূলক খেলখনত টিকট সংগ্ৰহ কৰি খেল উপভোগ কৰাৰ ব্যৱস্থা কৰা হৈছিল (খেলপথাৰৰ চাৰিও দিশে টিংপাতৰ বেৰাৰে আগুৰি)। ইয়েই অসমৰ প্ৰথম টিকট লগোৱা খেল বুলি প্ৰবাদ আছে। বিশেষ উল্লেখ্য যে সেই বছৰতে অসম অলিম্পিক সন্থা গঠন হয়। ১৯৪০ চনত যোৰহাটতে "প্ৰথম অসম অলিম্পিক" অনুষ্ঠিত হৈ অসমক আধুনিক ক্ৰীড়া সভ্যতা আৰু

সংস্কৃতিৰ সৈতে সম্পূৰ্ণভাৱে জড়িত কৰে।

দ্বিতীয় বিশ্বযুদ্ধৰ সূচনাই ১৯৪১ চনৰ পৰা যোৰহাটত কোনো খেল প্ৰতিযোগিতা অনুষ্ঠিত হোৱা নাছিল। যুদ্ধৰ অন্তত খেলপথাৰসমূহত থকা সৈন্যৰ শিবিৰে ক্ৰীড়াঙ্গনৰ ৰূপ ধাৰণ কৰিবলৈ সক্ষম হয় আৰু ১৯৪৮ চনৰ ১১ জানুৱাৰীত যোৰহাট ক্ৰীড়া সন্থা পুনৰ গঠন হৈ উজনি অসমৰ কেন্দ্ৰ মগজু যোৰহাটৰ ক্ৰীড়া-প্ৰাণ পুনৰ সজীৱ হৈ উঠে। ১৯৪৯ চনৰ পৰা ফুটবল লীগৰ পুনৰ শুভাৰম্ভ হয়। বিশেষকৈ বাঙ্গালোৰত জন্ম গ্ৰহণ কৰা অসম বন বিভাগৰ বিষয়া পি. ডি. ষ্ট্ৰেচি-ৰ প্ৰচেষ্টাত অসমৰ প্ৰথমখন ষ্টেডিয়াম যোৰহাটত গা কৰি উঠে(১৯৫২)। সেয়ে ষ্ট্ৰেচিক অসম ষ্টেডিয়ামৰ পিতৃ স্বৰূপ বুলি স্বীকৃতি দিয়া হয়। ইয়াৰ লগে লগে অসমৰ ক্ৰীড়া সভ্যতাই আৰু এখোপ উধাবলৈ সক্ষম হয়।

১৯৪৯ চনত যোৰহাটতে প্ৰথম দেউকণ শ্বিল্ড প্ৰতিযোগিতাৰ শুভাৰম্ভ ঘটে। ফাইনেলত যোৰহাটৰ খৃষ্টান মিছন স্কুলে নগাওঁ চৰকাৰী হাইস্কুলক পৰাভূত কৰি চূড়ান্ত বিজয়ী হয়। প্ৰথম

**শশীপ্ৰসাদ বৰুৱা**



শশীপ্ৰসাদ বৰুৱাক "Sports Messenger of the East" বুলি কব পাৰি। কাৰণ এই গৰাকী ক্ৰীড়া সংগঠকে উজনি অসমৰ কেন্দ্ৰ-বিন্দু যোৰহাটৰ ক্ৰীড়া অগ্ৰগতিত যি ভূমিকা গ্ৰহণ কৰিলে এনে নজিৰ বিৰল। শশীপ্ৰসাদ বৰুৱা ১৯০৩ চনত যোৰহাটৰ ওচৰৰ ঠেঙালত জন্ম গ্ৰহণ কৰে। তেওঁ ১৯৫১-১৯৬৬ লৈকে যোৰহাট জিলা ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদক আৰু ১৯৬৭-১৯৭২ লৈকে সভাপতি আছিল। তেওঁৰ কাৰ্য্যকালতে যোৰহাটৰ খেলা-ধুলাৰ উন্নতিৰ কাৰণে নিজৰ জেপৰ লাখ লাখ ধন ব্যয় কৰিছিল। ক্ৰিকেট আৰু ফুটবল প্ৰশিক্ষণৰ বাবে নিজৰ পইচা খৰচ কৰি প্ৰশিক্ষক আনিছিল। ফুটবল প্ৰশিক্ষণৰ বাবে কলিকতাৰ প্ৰশিক্ষক মোহিনী বেনাৰ্জীক আনি ঠেঙালবাৰী ক্লাবত প্ৰশিক্ষণ প্ৰদান কৰি অসমৰ নামজ্বলা দলত পৰিণত কৰিছিল। শশীপ্ৰসাদ বৰুৱা ১৯৮৩ চনৰ ৩০ ডিচেম্বৰত যোৰহাটত শেষ নিশ্বাস ত্যাগ কৰে।

## নবীন চন্দ্ৰ বৰুৱা



ক্ৰীড়া সংগঠক নবীন চন্দ্ৰ বৰুৱা (চাহাব) অসম ফুটবলৰ এক সৰ্বজনবিদিত নাম। জন্ম ২২ নবেম্বৰ ১৯০৮ চন। স্থান চিলং। ডেপুটী ইন্‌চপেক্টৰ অব স্কুল, ৰায়চাহাব গোলাপ চন্দ্ৰ বৰুৱাৰ পুত্ৰ। ১৯২৫ চনত যোৰহাট চৰকাৰী হাই ইংলিছ স্কুলৰ পৰা 'ষ্টাৰ' পাই প্ৰথম বিভাগত মেট্ৰিক; ১৯২৭ চনত কটন কলেজৰ পৰা আই. এছচি. পাছ কৰি বেঙ্গল ইঞ্জিনীয়াৰিং কলেজৰ পৰা ১৯৩১ চনত সুখ্যাতিৰে বি. ই. পাছ কৰে। নবীন চন্দ্ৰ বৰুৱাই কটন কলেজৰ 'বি' টিমত ফুটবল খেলিছিল। বেঙ্গল ইঞ্জিনীয়াৰিং কলেজ দলৰ হৈ ফুটবল, হকী আৰু ক্ৰিকেট খেলোতে ফুটবল দলৰ অধিনায়ক আছিল। তদুপৰি তেওঁ ভবানীপুৰ ক্লাবতো খেলিছিল। নবীন চন্দ্ৰ বৰুৱাই উজনি অসমৰ কেন্দ্ৰ-বিন্দু যোৰহাটত ক্ৰীড়া সংগঠনৰ কাৰ্য্যত মগ্ন হওঁতে ১৯৫১-৫৯ লৈকে যোৰহাট জিলা ক্ৰীড়া সন্থাৰ ফুটবল সম্পাদক আছিল। ১৯৬০-১৯৬৬ লৈকে উপ-সভাপতি; ১৯৬৭-১৯৭২ লৈকে সাধাৰণ সম্পাদক; ১৯৭৩-১৯৭৫ লৈকে সভাপতি আৰু ১৯৭৬ চনৰ পৰা যোৰহাট জিলা ক্ৰীড়া সন্থাৰ উপদেষ্টা হয়। নবীন চন্দ্ৰ বৰুৱা ১৯৭৭-১৯৮১ লৈকে অসম ফুটবল সন্থাৰ সভাপতি পদত আছিল। এই গৰাকী ক্ৰীড়া সংগঠকে ১৯৮৩ চনৰ ১২ এপ্ৰিলত তেজপুৰত শেষ নিশ্বাস ত্যাগ কৰে।

আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতা যোৰহাটত অনুষ্ঠিত হওঁতে অসম মেডিকেল কলেজে চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰে (১৯৫২)। তদ্ৰূপ ১৯৬৪ চনত প্ৰথম জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত হয়। ফাইনেলত নগাঁৱে গুৱাহাটীক পৰাভূত কৰে। বিশেষকৈ উল্লেখ্য ১৯৭০ চনত যোৰহাটতে নৱম জাতীয় জুনিয়ৰ ফুটবল চেম্পিয়নশ্বিপ্ আয়োজন কৰে আৰু অসমে ফাইনেলত পৰাভূত হৈ ৰানাৰ্ছ-আপ পায়।

বিশ্ব যুদ্ধৰ পিচতে প্ৰতিষ্ঠা হোৱা যোৰহাট ক্লাবে অসম ফুটবললৈ ভালে সংখ্যক প্ৰতিভাশালী খেলুৱৈ উপহাৰ দিছে। বিশেষকৈ স্থানীয় খেলুৱৈসকলৰ বাটকটিয়া স্বৰূপ আছিল — যোৰহাট ক্লাব। এইখিনিতে উল্লেখ কৰিবলগীয়া অসমৰ খ্যাতনামা ক্ৰীড়া সংগঠক নৃপেন্দ্ৰ নাৰায়ণ সিংহ এই ক্লাবৰে খেলুৱৈ আছিল। ১৯৫০ আৰু ১৯৫২ চনৰ স্বাধীনতা দিৱস কাপ ফুটবলত যোৰহাট ক্লাবে ৰানাৰ্ছ-আপ খিতাপ পায়। সেই সময়তে যোৰহাটৰ ঠেঙালবাৰী ক্লাবে অসম ফুটবলত ধুমুহাৰ সৃষ্টি কৰে। ১৯৫৫ বৰদলৈ ট্ৰফী ফাইনেলত বলিষ্ঠ ফুটবল প্ৰদৰ্শন




যোৰহাট জিমখানা ক্লাব খেলপথাৰ

কৰি ৰানাৰ্ছ-আপ খিতাপ জয় কৰে আৰু ষ্টেট ট্ৰেন্সপৰ্টৰ হাতত ১-০ গ'লত পৰাভূত হয়। ১৯৫৬ চনৰ এ. টি. পি. এ. শ্বিল্ড ফাইনেলত পুনৰ এই দুই দলৰ ক্ৰীড়া যুদ্ধত ঠেঙালবাৰী ক্লাবে ষ্টেট ট্ৰেন্সপৰ্টক পৰাভূত কৰে। আনকি ঠেঙালবাৰী ক্লাবে আই. এফ. এ. শ্বিল্ডতো প্ৰতিদ্বন্দ্বিতা কৰিছিল। এই ঠেঙালবাৰী ক্লাবৰে মুখ্য সংগঠক শৰ্ৎ প্ৰসাদ বৰুৱাক "উজনি অসমৰ ক্ৰীড়া বাহক" ৰূপে অভিহিত কৰিলেও হয়তো সমালোচনাৰ জোৱাৰ নুঠিব। কাৰণ তেওঁ নিজৰ পইচা খৰচ কৰি ফুটবল প্ৰশিক্ষণৰ ব্যৱস্থা কৰে আৰু কলিকতাৰ মোহিনী বেনাৰ্জীক আনি প্ৰশিক্ষণ দিয়াইছিল। ফলস্বৰূপ ঠেঙালবাৰী ক্লাব অসমৰ চকুতপৰা দলত পৰিণত হৈছিল।

সমগ্ৰ অসমৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা যোৰহাট পুলিচ দলৰ ফুটবলে ১৯৫৪ চনত স্বাধীনতা দিৱস কাপ জয় কৰে তথা পৰৱৰ্ত্তীকালৰ অসম পুলিচ ফুটবল দল গঠনৰ মূল উৎস। ১৯৫৮ চনত যোৰহাট পুলিচ দলে এ. টি. পি. এ. শ্বিল্ড জয় কৰিবলে সক্ষম হয়। এইখিনিতে উল্লেখ্য এ. টি. পি.এ. শ্বিল্ড অসমৰ মুখ্য পাঁচখন ফুটবল প্ৰতিযোগিতাৰ অন্তৰ্গত আৰু এই শ্বিল্ডৰ শুভাৰম্ভ ১৯৫৫ চনত। জে. বি. কলেজে আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত সুনাম কঢ়িয়াই আনোতে ১৯৫৯, ১৯৬১ আৰু ১৯৬২ চনত খিতাপ জয় কৰিছিল। উপৰি ১৯৬৮, ১৯৭৬, ১৯৮৮ আৰু ১৯৯৭ চনত আন্তঃ কলেজ ফুটবল (ডিব্ৰুগড় বিশ্ববিদ্যালয়) চেম্পিয়নশ্বিপ অৰ্জন কৰে।



এ টি পি এ শ্বিল্ড

যোৰহাটত অভ্যুদয় হোৱা কেইগৰাকীমান বিখ্যাত খেলুৱৈ টালিমেৰাণ আও, নগেন চাংকাকতি, মুকলি বৰদলৈ, ত্ৰৈলোক্য গোস্বামী, গণেশ বৰকটকী, যোগেশ্বৰ পাঠক, দেবেন দত্ত, যতীন পালদাং, অমৃত তালুকদাৰ, জয় দাস, ভূপেন কটকী,

বিনোদ দত্ত, নৱ ফুকন, শি ৰেশ ফুকন, লোকেশ্বৰ গগৈ, টঙ্ক কটকী, দুৰ্গেশ্বৰ বৰুৱা, কেমন মেচ, কৰু’: বৰুৱা, লোকনাথ হাজৰিকা, জেদ ৰমিঅ, নুং চাং আও, টিপেশ্বৰ মেচ, আগষ্টাচ ৰিচাৰ্ডছ, প্ৰদীপ ফুকন, প্ৰফুল্ল কটকী, জগদীশ শীল, সাগৰ ভঁৰালী আদি উল্লেখযোগ্য। তদুপৰি যোৰহাট জিলা দলে ১৯৫৫ চনত আন্তঃ জিলা খিতাপ জয় কৰে। দলৰ অধিনায়ক আছিল ইন্দু হাজৰিকা। সেই বছৰ তেওঁ ৰাজ্যিক দলৰো সহ-অধিনায়ক হয়। এইখিনিতে উল্লেখ্য ৰাজ্যিক দলত স্থান পোৱা যোৰহাটৰ প্ৰথম খেলুৱৈ গৰাকী হ'ল – ৰেব পোদ্দাৰ (১৯৫২)। এওঁৰ পিচতে জামাল হুছেইন, অমল ৰিচাৰ্ডছ, ইন্দু হাজৰিকা, সত্যজিৎ দত্ত, পুণ্যেশ্বৰ কছাৰী, ভুবন গগৈ, শিৱ ভঁৰালী, খাকান আহমেদ, নৃপেন সভাপণ্ডিত, অৰুণ বৰঠাকুৰ, গণেশ বৰুৱা, বুদ্ধেশ্বৰ বুঢ়াগোহাঁই আদিয়ে ৰাজ্যিক দলত খেলে।

ক্ৰীড়া অগ্ৰগামী যোৰহাটত অভ্যুদয় হোৱা নমস্য ক্ৰীড়া সংগঠক শশীপ্ৰসাদ বৰুৱাৰ লগতে **নবীন চন্দ্ৰ বৰুৱাৰ** নামটোও সংযুক্ত থাকিব। উপনাম “চাহাব” তথা অসম ফুটবল সন্থাৰ চতুৰ্থজন সভাপতি। অসম ৰাজ্যিক ক্ৰীড়া পৰিষদৰ প্ৰাক্তন উপদেষ্টা নৃপেন্দ্ৰ নাৰায়ণ সিংহ অসমৰ প্ৰথম তিনি গৰাকী প্ৰথম শ্ৰেণী ৰেফাৰীৰ অন্তৰ্গত। তদুপৰি তেওঁ অসম ৰেফাৰী বৰ্ডৰ সম্পাদক, অসম ফুটবল সন্থাৰ সম্পাদক আৰু ৰাজ্যিক ক্ৰীড়া পৰিষদৰ সচিব পদতো আছিল। প্ৰথম শ্ৰেণীৰ ৰেফাৰী হ্ৰেন বৰুৱা ১৯৫৮ আৰু ১৯৫৯ চনত অসম ৰাজ্যিক ফুটবল দলৰ মেনেজাৰ আছিল। প্ৰাক্তন জিলা খেলুৱৈ অৰুণ বৰুৱা ক্ৰীড়া সংগঠক, ক্ৰীডা লেখক, ক্ৰীড়া সমালোচক আৰু ক্ৰীড়া বুৰঞ্জীবিদৰূপে সকলোৰে পৰিচিত নাম। তদুপৰি নৃপেন সভাপণ্ডিত ১৯৯৭ অসম ৰাজ্যিক দল(২১-বছৰ অনুৰ্দ্ধ)ৰ মেনেজাৰ হয়। বিশেষকৈ উল্লেখ্য ১৯৯৮ চনত ফিফা বেজ পোৱা ৰেফাৰী – **নিৰ্মল চেতিয়া**। এই খ্যাতি অৰ্জা এওঁ অসমৰ তৃতীয়জন ৰেফাৰী। ▢▢

# জামাল হুছেইন(ফুল)

মির্জা জামাল হুছেইন "ফুল" নামেৰে জনাজাত আছিল। মহাৰাণা ক্লাবত পুটু চৌধুৰী আৰু জামাল হুছেইনৰ গভীৰ বুজাপৰাই এক দুৰ্দ্ধৰ্ষ বেক্-লাইন গঢ়ি তুলিছিল। ৰাইট-বেক্ উমেশ দাসে(চিনিয়ৰ) অসম পুলিচত যোগদান কৰাৰ পিচত তেওঁৰ স্থান পূৰ্ণ কৰে জামাল হুছেইনে। সৰুৰে পৰা সুস্থ সবল স্বাস্থ্যৰ অধিকাৰী এই যুৱকে অতি কম বয়সৰ পৰাই ফুটবল খেলিছিল।

জন্ম ১৯২৪ চন। স্থান যোৰহাট। পিতৃ মিৰ্জা আমীৰুল হাছান ট্ৰেন্সপৰ্ট চুপাৰিণটেণ্ডেণ্ট আছিল। দুটা সন্তান (এটা ল'ৰা আৰু এজনী ছোৱালী)ৰ ভিতৰত তেওঁ জ্যেষ্ঠ। পঢ়া-শুনাৰ পাতনি যোৰহাট গৰ্ভৰ্ণমেণ্ট হাইস্কুলত হয়। পঢ়ি থাকোতেই অতি কম বয়সতে স্কুল দলত খেলাৰ সুযোগ পায়। কিন্তু ইয়াত ষষ্ঠমানলৈকে পঢ়ি বেজবৰুৱা হাইস্কুলত ভৰ্ত্তি হয়। স্কুল দলত ফুটবল খেলাৰ উপৰি তেওঁ এজন ভাল এথলীট আছিল বিশেষকৈ চুটি দূৰত্বৰ দৌৰত। স্কুলত পঢ়ি থকা কালত যোৰহাট কহিনুৰ ক্লাবতো খেলিছিল। দশমমানলৈকে পঢ়ি ১৯৪২ চনত শিক্ষা সাং কৰে আৰু ফুটবলকে মূল বৃত্তি ৰূপে লয়। লামডিং ৰেলৱে দলৰ হৈ খেলোতে তেওঁ মহাৰাণা ক্লাবৰ দৃষ্টি গোচৰ হয় আৰু ১৯৪৪ চনত এই দলত যোগদান কৰি একেৰাহে ছয় বছৰ কাল খেলে। তেওঁ জিলা দলৰো নিয়মিত খেলুৱৈ আছিল।

মহাৰাণাত খেলি থকা কালতে ১৯৫০ চনত কহিনুৰ ক্লাবৰ হৈ ডিগবৈত এখন ফ্ৰেণ্ডলি মেচ খেলিবলৈ যাওঁতে তেওঁ অসম অইল কোম্পানীত নিযুক্তি পায়। ১৯৫৩ চনৰ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টত এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ বেক্‌ক ডিব্ৰুগড় জিলা দলৰ অধিনায়কত্বৰ ভাৰ দিয়ে আৰু চূড়ান্ত বিজয়ী হয়। ফাইনেলত শিলচৰক ৫-১ গ'লত পৰাভূত কৰে। প্ৰথম দিনা খেল (২-২) ড্ৰ আছিল। সেই বছৰ তেওঁ ৰাজ্যিক দলতো খেলে।

ৰাইট-বেক্ আৰু লেফট-বেক্ উভয় স্থানতে খেলা জামাল হুছেইনে বল টেকলিং আৰু দুই ভৰিৰ শ্বুটিঙত দক্ষ তথা অতি কম ফাউল কৰি খেলা খেলুৱৈজন ফ্ৰি-কিক্ আৰু পেনাল্টি মৰাত পাৰ্গত আছিল। তেওঁৰ শ্বট্ লাগি বহু গ'লৰক্ষক আহত হৈছিল আনকি এবাৰ গ'লবাৰ ভগাৰো নজিৰ আছে। জামাল হুছেইনৰ দীঘলীয়া শ্বট্ (এটা গ'লৰ পৰা আনটো গ'লপোষ্ট) সদায় সজীৱ হৈ থাকিব। তেওঁ দীৰ্ঘদিন ধৰি অসম অইল কোম্পানী দলত ফুটবল খেলি সত্তৰৰ দশকৰ প্ৰথম ভাগত অৱসৰ লয়। জামাল হুছেইনে ১৯৮৩ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৯০ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায় আৰু দীৰ্ঘদিন ধৰি অসুখত ভোগী থকা জামাল হুছেইন ১৯৯৬ চনৰ ২৯ ছেপ্টেম্বৰত ডিগবৈত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# পুণ্যেশ্বৰ কছাৰী



পুণ্যেশ্বৰ কছাৰী অসম ফুটবলৰ এটি উজ্জ্বল ক্ৰীড়া চৰিত্ৰ। তেওঁৰ বলিষ্ঠ ক্ৰীড়া বৰঙণিয়ে অসম ফুটবলক সদায় খ্যাতিমন্ত কৰি ৰাখিব। চেণ্টাৰ-হাফ্‌ত খেলা এই ফুটবলাৰ গৰাকীৰ খেলত কোনো সৌন্দৰ্য্যবোধ নাছিল, যদিও তেওঁৰ ফুটবল আছিল অতি ফলদায়ক। দলত পুণ্যেশ্বৰ কছাৰী থাকিলে যিকোনো অফেন্সৰ বাবে সদায় চিন্তাৰ বিষয় হৈ পৰিছিল। তেওঁৰ বুদ্ধিদীপ্ত খেলে দললৈ কঢ়িয়াই আনিছিল অফুৰন্ত শক্তি। অতি ধৈৰ্য্যশীল এই খেলুৱৈ গৰাকীয়ে জয়-পৰাজয় উভয়কে সহজভাৱে লৈছিল। ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে,"অসীম ধৈৰ্য্যৰ অধিকাৰী আৰু ক্ৰীড়া সুলভতাৰ পৰা সমুলি আঁতৰি নোযোৱা পুণ্যেশ্বৰ কছাৰীয়ে সমগ্ৰ ফিল্ড কভাৰ কৰি খেলোতে সদায়ে কমাণ্ডাৰ অৱ দি টিম আছিল।"

পুণ্যেশ্বৰ কছাৰী ১৯২৭ চনত যোৰহাটত জন্ম গ্ৰহণ কৰে। যোৰহাট পুলিচৰ কনিষ্টবল তথা শিৱসাগৰ দৰিকাপাৰ গাঁৱৰ বাসিন্দা খগেশ্বৰ কছাৰী (দুজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ তেওঁ জ্যেষ্ঠ সন্তান আছিল। যোৰহাট পুলিচ ৰিজাৰ্ভত ডাঙৰ দীঘল হোৱা পুণ্যেশ্বৰ কছাৰীয়ে বেজবৰুৱা হাইস্কুলত নৱমমান লৈকে পঢ়ে। স্কুল দলৰ জৰিয়তে ফুটবলৰ পাতনি মেলি পিচলৈ যোৰহাট টাউন ক্লাৱতো খেলিছিল। ১৯৪৬ চনৰ ১০ ফেব্ৰুৱাৰীত যোৰহাট পুলিচত যোগদান কৰে। এইখিনিতে উল্লেখ্য যে পুণ্যেশ্বৰ কছাৰীয়ে পোনতে গ'লৰক্ষকৰূপে ফুটবলৰ পাতনি মেলি পিচত চেণ্টাৰ-ফৰোৱাৰ্ড আৰু ইনচাইড-ফৰোৱাৰ্ড পজিচনত খেলি এজন পৈণত চেণ্টাৰ-হাফ্‌ত পৰিণত হয়। ১৯৫৪ চনৰ স্বাধীনতা দিৱস কাপ ফাইনেলত যোৰহাট পুলিচ দলে শক্তিশালী ডিব্ৰুগড় ৰেলৱেক ৪-০ গ'লত পৰাভূত কৰে। এই সাফল্যই আলোড়ন সৃষ্টি কৰাৰ লগতে দলৰ বাবে এক বলিষ্ঠ প্ৰেৰণা হৈ ৰয়। ১৯৫৫ চনত যোৰহাটত অনুষ্ঠিত আন্তঃ জিলা ফুটবলত উদ্যোক্তা দলে নগাঁৱক পৰাভূত কৰি চেম্পিয়ন হয়। সেই সময়ত পুণ্যেশ্বৰ কছাৰীয়ে জিলা দলৰ

লেফট-ইন পজিচনত খেলিছিল। এই খিনিতে উল্লেখ্য সেই বছৰ তেওঁ ৰাজ্যিক দলৰ ষ্টেণ্ড-বাই তালিকাত আছিল। ১৯৫৫ চনৰ ১৩ আগষ্টত যোৰহাটত অনুষ্ঠিত যোৰহাট একাদশ বনাম ৰভার্চ্ছ কাপ বিজয়ী মহমেডান স্পৰ্টিঙৰ খেলখনত ২-১ গ'লত জয়ী হওঁতে প্ৰাক্তন অলিম্পিয়ান আৰু জাতীয় খেলুৱৈ ৰমণ আৰু আবিদে পুণ্যেশ্বৰ কছাৰীৰ সহ্যশক্তি আৰু শাৰীৰিক ক্ষমতাৰ প্ৰশংসা কৰিছিল।

১৯৫৯ চনত ডেৰগাওঁ পুলিচ দল গঠন হয় যদিও তেওঁ ১৯৬০ চনতহে ইয়াত যোগদান কৰে। পৰৱৰ্ত্তী সময়ছোৱাত ডেৰগাওঁ পুলিচৰ দুৰ্দ্ধৰ্ষ ফুটবলে অসমৰ ক্ৰীড়াঙ্গনত ত্ৰাসৰ সৃষ্টি কৰাৰ উপৰি পুলিচ খেলুৱৈৰে পুষ্ট গোলাঘাট জিলা দলে ১৯৬০ আৰু ১৯৬২ চনত আন্তঃ জিলা চেম্পিয়ন হয়। তেওঁ যোৰহাটৰ হৈ আন্তঃ জিলা খেলি দুবাৰ (১৯৫৮ আৰু ১৯৫৯) ৰাজ্যিক দলত স্থান লাভ কৰে। ১৯৫৯ চনত জিলা দলৰ অধিনায়ক আছিল - পুণ্যেশ্বৰ কছাৰী। অসমে ১৯৫৯ চনত সন্তোষ ট্ৰফীৰ পূব মাণ্ডলিক খেলত চেম্পিয়ন হওঁতে পুণ্যেশ্বৰ কছাৰীৰ দুৰ্দ্ধৰ্ষ খেলে অগণন দৰ্শকৰ মন জয় কৰিবলৈ সক্ষম হয়। নামী জাতীয় খেলুৱৈৰে পুষ্ট বঙ্গ দলক ১-০ গ'লত পৰাভূত কৰি ভাৰতীয় ফুটবলতো চাঞ্চল্য সৃষ্টি কৰে। এই খেলখনত প্ৰতিপক্ষৰ ৰাইট-আউট পি.কে. বেনাৰ্জীৰ প্ৰায় দহ গজ দূৰৰ পৰা গ'ললৈ লোৱা ছয়/সাতটামান শক্তিশালী শ্বট্ বুকুতে ৰিচিভ্ কৰি ব্যৰ্থ কৰে। নগাঁৱত চূড়ান্ত পৰ্য্যায়ৰ খেলত অসমে তেনে সফলতা অৰ্জন কৰিব নোৱাৰিলেও ছাৰ্ভিচেজৰ বিৰুদ্ধে আন এখন জীৱনৰ শ্ৰেষ্ঠ মেচ খেলে। এই খেলত প্ৰতিপক্ষৰ চেণ্টাৰ-ফৰোৱাৰ্ড কেপ্টেইন লাহিড়ীক তেওঁ সম্পূৰ্ণ ব্লক কৰি এটা শ্বটো লবলৈ নিদিলে। পুণ্যেশ্বৰ কছাৰীয়ে ১৯৫৩-১৯৬২ লৈকে উজ্জীৱিত খেল প্ৰদৰ্শন কৰিছিল। ১৯৬৪ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰোঁতে স্বাধীনতা দিৱস কাপ তেওঁৰ শেষ প্ৰতিযোগিতামূলক খেলৰূপে খোদিত হয়। তেওঁৰ বিষয়ে অসমৰ দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ আমানুল্লাৰ মন্তব্য, — "চেণ্টাৰ-হাফ্ পুণ্যেশ্বৰ কছাৰীয়ে সমগ্ৰ ডিফেন্স অকলে কভাৰ কৰোঁতে বোধকৰো নিজৰ ফিল্ডত এনে এটা স্থান নেথাকে য'ত তেওঁৰ ভৰিৰ স্পৰ্শ নপৰে। অদূৰ ভৱিষ্যতে এওঁৰ সমকক্ষ খেলুৱৈ যে ওলাব ই কল্পনাতীত।" ৰাজ্যিক খেলুৱৈ লুৰে ছেত্ৰীৰ মতে, "পি. কছাৰী থাকিলে অসমৰ কথা বাদ দুৰ্দ্ধৰ্ষ ভাৰতীয় ফৰোৱাৰ্ডৰ পক্ষেও তেওঁক অতিক্ৰম কৰা কঠিন। খেলপথাৰত প্ৰতিপক্ষৰ বাবে তেওঁ সদায় এটা বিষাক্ত বস্তু স্বৰূপ আছিল।" গুৱাহাটী টাউন ক্লাব তথা ৰাজ্যিক দলৰ দুৰ্দ্ধৰ্ষ লেফট-হাফ্ চৌজিত গোহাঁইৰ মতে, "Puyneswar Kachari was the most dedicated

footballer of Assam " আন এগৰাকী ৰাজ্যিক ফুটবলাৰ **অধীৰ ৰায়ৰ** ভাষাত, "পৰিশ্ৰমী চেণ্টাৰ-হাফ্ পুণ্যেশ্বৰ কছাৰী উভয় ভৰিৰ টেক্‌লিং ক্ষমতা থকা টাফ্ ডিফেন্স আছিল।" সেইদৰে অসম পুলিচৰ জন্মদাতা **আতাউৰ ৰহমানৰ** দৃষ্টিত, "He is the best player I have ever seen."

পুণ্যেশ্বৰ কছাৰী ফুটবলত খুউব ভাৱগম্ভীৰ খেলুৱৈ আছিল। দলৰ অধিনায়ক থাকিলেও সুন্দৰ সুঠাম দেহৰ এই ফুটবলাৰে সমগ্ৰ দলটো পৰিচালনা কৰিছিল আৰু প্ৰতি মুহূৰ্ত্তত খেলুৱৈৰ অভাৱবোৰ আঙুলিয়াই দিছিল। প্ৰকৃততে খেলপথাৰত ফুটবল সম্পৰ্কে তেওঁৰ অগাধ জ্ঞান আছিল। তেওঁৰ হেড্ ৱৰ্ক, টেক্‌লিং, বল ডিষ্ট্ৰিবিউচন, ফুট ৱৰ্ক আৰু দুই ভৰিৰ শ্যুটিং আছিল অতি চমৎকাৰ। মুঠতে টেক্‌লিং আৰু এণ্টিচিপেচন সাংঘাতিক। অসমৰ বিখ্যাত লেফট-আউট **ৰিয়াজ আলিৰ** মতে, "যি কোনো খেলুৱৈয়ে এই ব্ৰেইনি ফুটবলাৰ জনৰ কাষ চাপিব নোৱাৰিছিল। তেওঁৰ এটা বিশেষত্ব হল বুকুৰে বল ৰিচিভ্ কৰা। যিমান ওচৰ বা দূৰৰ পৰাই বিপৰীত পক্ষই তীব্ৰ শ্বট্ নেমাৰক লাগিলে তেওঁ বুকুৰে ৰিচিভ্ কৰি বল ৰখাইছিল; যিটো গুণ আজি পৰ্য্যন্ত অসম নেলাগে ভাৰতীয় ফুটবলতো পৰিলক্ষিত হোৱা নাই।" খেলপথাৰত বিভ্ৰান্তিৰ সৃষ্টি হলে পুণ্যেশ্বৰ কছাৰীয়ে অতি কম সময়ৰ ভিতৰতে দলক পুনৰগঠন (reorganise) কৰাৰ ক্ষমতা আছিল। স্বকীয় ফুটবলৰ বিয়লি বেলিত তেওঁ এনে এটা নজিৰ এৰি থৈ গৈছে। অসমৰ উদীয়মান অৰুণ বৰঠাকুৰে এবাৰ তেওঁৰ বিৰুদ্ধে খেলাৰ সুযোগ পাওঁতে পোনতে এটা গ'ল দিয়ে যদিও পৰৱৰ্ত্তী সময়ছোৱাত পি. কছাৰীয়ে ডিফেন্সক এনে ভাৱে নিয়ন্ত্ৰণ কৰে যে এওঁলোকে গ'ল দিয়া দূৰৰ কথা বেষ্টৰ ভিতৰত প্ৰৱেশ কৰাই কঠিন হৈ পৰিল। ক্ৰীড়া লেখক **পুলক লাহিড়ীৰ** ভাষাত "পুণ্যেশ্বৰ কছাৰীৰ দৰে পৰিশ্ৰমী চেণ্টাৰ-হাফ্ আজিলৈকে অসমত ওলোৱা নাই।" ঐতিহাসিক ডেৰগাওঁ পুলিচ দলৰ ফুটবলাৰ **অজয় দাসৰ** মতে "পুণ্যেশ্বৰ কছাৰীৰ দৰে সাহসী খেলুৱৈ মোৰ জীৱনত দ্বিতীয় এজন দেখা নাই।"

ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচত তেওঁ অসম পুলিচ দলৰ প্ৰশিক্ষক নিযুক্ত হয়। এ. বি. এছ. আই. ৰূপে চাকৰি কৰি থাকোতে বোকাজানত হঠাৎ অসুস্থ হৈ পৰে আৰু ডিফু হস্পিতালত ভৰ্ত্তি কৰা হয়; কিন্তু আৰোগ্য লাভ নকৰাত গুৱাহাটী মেডিকেল কলেজ হস্পিতালত চিকিৎসাধীন কৰা হয় যদিও ১৯৭৮ চনৰ ৯ ডিচেম্বৰত এই জনা নামী খেলুৱৈয়ে শেষ নিঃশ্বাস ত্যাগ কৰে। ▢▢

# আগষ্টাচ ৰিচাৰ্ডছ

আগষ্টাচ ৰিচাৰ্ডছ ১৯৩১ চনৰ ২১ জানুৱাৰীত যোৰহাটত জন্ম গ্ৰহণ কৰে। যোৰহাট খৃষ্টান মিছন স্কুলত পঢ়োতে স্কুল দলতে ফুটবলৰ পাতনি মেলে আৰু ১৯৪৯ চনত মিছন স্কুলে উজনি অসম স্কুল টুৰ্ণামেণ্টৰ ফুটবলত চূড়ান্ত বিজয়ী হয়। তদুপৰি পোন প্ৰথমবাৰৰ বাবে অনুষ্ঠিত দেউকণ শিল্ড প্ৰতিযোগিতাত খৃষ্টান মিছন স্কুলে তেওঁৰ অধিনায়কত্বতে চূড়ান্ত বিজয়ী হওঁতে ফাইনেলত নগাওঁ গভৰ্ণমেণ্ট স্কুলক ৩-০ গ'লত হৰুৱাই। তেওঁ ১৯৪৯ চনত মেট্ৰিক পাছ কৰি গুৱাহাটীৰ কটন কলেজত পঢ়োতে স্পৰ্টিং ইউনিয়ন দলত লেফট-ইনৰূপে শোভাবৰ্দ্ধন কৰিছিল। ১৯৫১ চনত আই. এছচি. পাছ কৰি পুনৰ যোৰহাটৰ জে.বি. কলেজত বি.এ. পঢ়িবলৈ লয়। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ ৬০ কিলোগ্ৰাম ওজনৰ লেফট-ইনে ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰে আৰু সেই বছৰ সৰ্বভাৰতীয় বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত গুৱাহাটী বিশ্ববিদ্যালয় দলে ৰাণাৰ্ছ-আপ হয়। ফাইনেল খেলত আধিপত্য থকা সত্বেও নাগপুৰ বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। যোৰহাটত তেওঁ যোৰহাট টাউন ক্লাব আৰু কহিনুৰ ক্লাবত খেলিছিল। যোৰহাট জিলা দলত লেফট-ইনৰ উপৰি লেফট-আউটতো ১৯৪৮-ৰ পৰা খেলে আৰু ১৯৫৫ চনত আন্তঃ জিলা চেম্পিয়ন হয়। নেফা (বৰ্ত্তমান অৰুণাচল)ৰ যোগান বিভাগত যোগদান কৰি ১৯৬০ চনত ফুটবলৰ পৰা অৱসৰ লয়। এইখিনিতে উল্লেখ্য ৰাজ্যিক খেলুৱৈ অমল ৰিচাৰ্ডছ তেওঁৰে ভ্ৰাতৃ।



আগষ্টাচ ৰিচাৰ্ডছ    জামাল হুছেইন

# অৰুণ বৰুৱা



স্বাধীনতাৰ পূৰ্বে আৰু পৰৱৰ্ত্তীকালতো অসম ফুটবলত সংখ্যাধিক ব্যক্তি জড়িত থকা পৰিলক্ষিত হয়। ইয়াৰ ভিতৰত আঙুলি মূৰত লেখিব পৰা কিছু সংখ্যক ক্ৰীড়া ব্যক্তিত্বই তেওঁলোকৰ অকৃত্ৰিম ভাল পোৱা ক্ৰীড়া প্ৰেমী মনটোৰ জৰিয়তে সমগ্ৰ জীৱন দেশৰ ক্ৰীড়াৰ বিকাশৰ অৰ্থে আত্মাহুতি দিয়া দেখা যায়। এই সকলৰ ভিতৰত খেলুৱৈ, প্ৰশিক্ষক, সংগঠক, ক্ৰীড়া লেখক তথা সমালোচকৰূপে সমগ্ৰ জীৱনক বিভিন্ন সময়ত জড়িত ৰাখি অসম ফুটবলত জিলিকি উঠা ক্ৰীড়া ব্যক্তিত্ব গৰাকী হল আমাৰ পৰিচিত — অৰুণ বৰুৱা। বোধকৰো অসমৰ ক্ৰীড়া জগতত তেওঁৰ দৰে স্পষ্টবাদী ক্ৰীড়া সমালোচক আৰু ক্ৰীড়া বুৰঞ্জীবিদ দ্বিতীয় এগৰাকী নোলাব।

অৰুণ চন্দ্ৰ বৰুৱা ১৯৩০ চনৰ ৫ ছেপ্টেম্বৰত যোৰহাট নগৰৰ এক মধ্যবিত্ত শিক্ষিত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পেষ্কাৰ নামেৰে জনাজাত পিতৃ নন্দনাথ বৰুৱা। মাতৃ টঙ্কেশ্বৰী 'মইনি' বৰুৱা ভাল শিপিনী আছিল। পৰিয়ালৰ ৭ জন(৩ জন ল'ৰা আৰু ৪ জনী ছোৱালী)ৰ ভিতৰত অৰুণ বৰুৱা ৬ নং সন্তান। তেওঁ যোৰহাট গৰ্ভৰ্ণমেণ্ট হাইস্কুলত পঢ়া-শুনা কৰি ১৯৫৩ চনত মেট্ৰিক পাছ কৰে আৰু প্ৰিন্স অব বেলছ্ত ভৰ্ত্তি হয় যদিও শিক্ষা সম্পূৰ্ণ কৰিব নোৱাৰিলে। বিশেষকৈ উল্লেখ্য উজনি অসম স্কুল টুৰ্ণামেণ্টত অৰুণ বৰুৱাই তিনিবাৰ (১৯৫০, ১৯৫১ আৰু ১৯৫২) শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান পাওঁতে ১৯৫০ চনত শিৱসাগৰ বেজবৰুৱা স্কুলৰ তোবেশ্বৰ বৰা আৰু ১৯৫২ চনত খৃষ্টান মিছন স্কুলৰ নং চাং আওৰ সৈতে যুটীয়াভাৱে লাভ কৰিছিল। ১৯৫৫ চনত যোৰহাট জিলা স্কুল দলৰ হৈ আন্তঃ জিলা স্কুল ফুটবল খেলে। স্কুল দলৰ হৈ নিয়মিত ফুটবল খেলা অৰুণ বৰুৱা ১৯৫১ চনত যোৰহাট জিলাৰ শ্ৰেষ্ঠ এথলীট আছিল। স্প্ৰিণ্টাৰ অৰুণ বৰুৱাই

১৯৫৫ আৰু ১৯৫৬ আন্তঃ কলেজ এথ্‌লেটিক্স চেম্পিয়নশ্বিপৰ ৪০০ মিটাৰ দৌৰত দুবাৰ্ ৰূপৰ পদক পায়। তদুপৰি তেওঁ যোৰহাট ক্লাবৰ অন্যতম সদস্য আছিল আৰু দলে ১৯৫০ আৰু ১৯৫২ চনৰ স্বাধীনতা দিবস কাপত ৰাণাৰ্ছ-আপ হয়। বিশেষকৈ ১৯৫০-ৰ ছেমি-ফাইনেলত মহাৰাণা ক্লাবৰ বিৰুদ্ধে দলৰ লেফট-হাফ্ দেবেন দত্তই আঘাত পোৱাত যোৰহাট ক্লাব্ ০-১ গ'লত পিচ পৰি আছিল, যদিও অন্তিম পাঁচমিনিটত ৩ গ'ল কৰি ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে তথা তেওঁৰ স্মৰণীয় মেচ আছিল। ১৯৬০ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ ছেমি-ফাইনেলত চিলঙৰ বিৰুদ্ধে বিস্ফোৰক খেলখনত অনন্য ভূমিকাত অৱতীৰ্ণ হয়। তদুপৰি ১৯৫৫ চনত যোৰহাটত অনুষ্ঠিত যোৰহাট একাদশ বনাম মহমেডান স্পৰ্টিঙৰ খেলখনত লেফট-বেক্ অৰুণ বৰুৱা আৰু ৰাইট-বেক্ আমানুল্লাক প্ৰতিপক্ষৰ দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ড ৰমণ, আবিদ আৰু নায়াৰ আদিৰ দৰে খেলুৱৈয়েও সুৰুঙা উলিয়াবলৈ অক্ষম হয়। এই খেলখনত যোৰহাট একাদশে ২-১ গ'লত জয়লাভ কৰে। অৰুণ বৰুৱাই ১৯৫৩ চনত পুনৰ এৰিয়ান্সৰ বিৰুদ্ধে আন এখন উল্লেখযোগ্য খেল খেলে যোৰহাট একাদশৰ পক্ষে। তেতিয়া এৰিয়ান্সৰ অধিনায়ক আছিল কলিকতা বিশ্ববিদ্যালয়ৰ খেলুৱৈ অশোক মিত্ৰ। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ ৬২ কিলোগ্ৰাম ওজনৰ পেশীবহুল শৰীৰৰ অৰুণ বৰুৱাই যোৰহাট জিলা দলৰ হৈ ৰাইট আৰু লেফট-বেক্‌ৰ উপৰি চাইড-হাফ্ পজিচনতো খেলিছিল। তেওঁৰ খেলৰ বিশেষত্ব সদায় প্ৰতিপক্ষৰ ফৰোৱাৰ্ডৰ দুৰ্বল দিশটোৰ ওপৰত লক্ষ্য ৰাখি সফল ৰক্ষকৰ ভূমিকাত অৱতীৰ্ণ হোৱা। ফুটবল জীৱনত তেওঁ মোহিনী বেনাৰ্জী আৰু নবীন চন্দ্ৰ বৰুৱাৰ প্ৰশিক্ষণ লাভ কৰিছিল। তদুপৰি অৰুণ বৰুৱা এজন সফল প্ৰশিক্ষক আছিল। জে. বি. কলেজ দল তেওঁৰ প্ৰশিক্ষণতে ১৯৫৯ আৰু ১৯৬২ চনৰ আন্তঃ কলেজ ফুটবল খিতাপ জয় কৰে। ১৯৫৮ চনত এফ এ কোচ্ ৰণ মিডচে অসমৰ পাঁচ গৰাকীক সফল প্ৰশিক্ষক ৰূপে স্বীকৃতি দিছিল। ইয়াৰ ভিতৰত অৰুণ বৰুৱাও আছিল।

তেওঁ ১৯৬০ আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্টৰ পিচতে ফুটবলৰ পৰা অৱসৰ ললেও সংগঠকৰূপে জড়িত থাকোতে ১৯৬৯, ১৯৭৩, ১৯৭৪, ১৯৭৭ আৰু ১৯৮৪ সন্তোষ ট্ৰফী খেলিব যোৱা অসম ৰাজ্যিক দলৰ মেনেজাৰ আছিল। তদুপৰি তেওঁ এজন চোকা আৰু স্পষ্টবাদী ক্ৰীড়া সমালোচক। ১৯৯৩ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চনেৰে তেওঁক যথোচিত সন্মান প্ৰদান কৰে। ☐☐

# কৰুণ বৰুৱা

যোৰহাটত অভ্যুদয় হোৱা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত কৰুণ বৰুৱাক সন্নিৱিষ্ট কৰিব পাৰি। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ সুশ্ৰী ফু টবলাৰে ১৯৫১-১৯৫৫ লৈকে যোৰহাট জিলা দলৰ নিয়মীয়া লেফট-ইনচাইড-ফৰোৱাৰ্ড আছিল। ইয়াৰ অন্তৰ্গত ১৯৫৩ আৰু ১৯৫৪ চনত দলৰ অধিনায়কত্ব কৰে। ১৯৫৫ চনত যোৰহাট জিলা দলে আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ্ জয় কৰে।

কৰুণ বৰুৱা ১৯৩১ চনৰ ২৫ এপ্ৰিলত যোৰহাটৰ এক শিক্ষিত আৰু সম্ভ্ৰান্ত পৰিয়াল(দোঁলাকাষৰীয়া বৰুৱা বংশ)ত জন্ম গ্ৰহণ কৰে। পিতৃ বিপিন চন্দ্ৰ বৰুৱা ব্যৱসায়ী তথা যোৰহাটৰ এচিয়াটিক প্ৰিণ্টিং প্ৰেছৰ স্বত্বাধিকাৰী আছিল। কৰুণ বৰুৱাই ডিব্ৰুগড়ৰ চাহ খেতিয়ক তথা মোমায়েক জি. এন. বৰুৱাৰ ঘৰত থাকি ডিব্ৰুগড় হাই ইংলিছ স্কুলৰ পৰা ১৯৫০ চনত মেট্ৰিক পাছ কৰে। ইয়াৰ পিচতে যোৰহাটৰ জে. বি. কলেজত ভৰ্ত্তি হৈ ১৯৫৬ চনত বি. এছ চি. ডিগ্ৰী লয় আৰু ১৯৫৭ চনত উচ্চ শিক্ষাৰ্থে কলিকতালৈ যায়।

কৰুণ বৰুৱাই ১৯৪৮-৫০ লৈকে স্কুল দলৰ পক্ষে ফুটবল, ক্ৰিকেট আৰু ভলীবল খেলত উজনি অসম স্কুল টুৰ্ণামেণ্টত আত্ম-প্ৰকাশ কৰে। ১৯৫০ চনত ডিব্ৰুগড় জিলা দলত স্থান লাভ কৰি আন্তঃ জিলা ফুটবলত অংশ লয়। ১৯৫১ চনৰ পৰা তেওঁ যোৰহাট জিলাৰ নিয়মীয়া খেলুৱৈ হৈ পৰে। জে.বি. কলেজত পঢ়ি থাকোতে তেওঁ তিনিবাৰ (১৯৫১, ১৯৫২ আৰু ১৯৫৩) গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰিছিল যদিও বিশেষ কাৰণত এবাৰো যোগ দিব নোৱাৰিলে। তেওঁ ১৯৫৩, ১৯৫৪ আৰু ১৯৫৫ চনত জে. বি. কলেজ ফুটবল দলৰ অধিনায়ক আছিল। যোৰহাট ক্লাৱত খেলোতে ১৯৫২ চনৰ স্বাধীনতা দিৱস কাপত ৰাণাৰ্ছ-আপ হয়। ফুটবলৰ লগে লগে হকীত থকা পাৰদৰ্শিতাই ১৯৫৭-৫৮ চনত ৰাজ্যিক দলত স্থান লাভ কৰি নেচনেল হকী চেম্পিয়নশ্বিপ্‌ত অংশ গ্ৰহণ কৰে। এই খিনিতে উল্লেখ্য কৰুণ বৰুৱাই ১৯৯২ চনত ডেপুটী ডাইৰেক্টৰ অৱ ফিচাৰীৰূপে অৱসৰ লয়। ☐☐

# লোকনাথ হাজৰিকা

যোৰহাট পুলিচৰ ৰাইট-বেক্ লোকনাথ হাজৰিকা উজনি অসমৰ পাকৈত খেলুৱৈসকলৰ ভিতৰত অন্যতম আছিল। তেওঁ বোকা ফিল্ডতো নিজৰ জাৰ্চিত কোনো চেকা নলগাকৈ অতি দক্ষতাসহকাৰে নিখুঁত ফুটবল প্ৰদৰ্শন কৰিছিল। এইখিনিতে তেওঁৰ ক্ৰীড়া দক্ষতা সন্দৰ্ভত এটা পৰিমাপ কৰিব পাৰি।

লোকনাথ হাজৰিকাই ১৯১৮ চনত যোৰহাটত জন্ম গ্ৰহণ কৰে। বেজবৰুৱা হাইস্কুলতে তেওঁ শিক্ষা জীৱন আৰম্ভ কৰে আৰু ১৯৩৮ চনত দ্বিতীয় বিভাগত মেট্ৰিক পাছ কৰে। অৱশ্যে মেট্ৰিক পৰীক্ষা যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰ পৰা দিয়ে। মেট্ৰিক পাছ কৰিয়ে যোৰহাট পুলিচত যোগদান কৰি ফুটবল দলৰ নিয়মীয়া খেলুৱৈ হৈ পৰে। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৫৯ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৪৯ আৰু ১৯৫২ চনত যোৰহাটৰ হৈ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ লয়। যোৰহাট পুলিচে স্বাধীনতা দিৱস কাপ জয় কৰাৰ পিচতে তেওঁ অৱসৰ লয়। ১৯৭২ চনত এ. এছ. আই. ৰূপে চাকৰিৰ পৰা অৱসৰ লয়। ☐☐

# কেমন মেচ

অসম পুলিচৰ মেৰুদণ্ড যোৰহাট পুলিচ ফুটবল দলৰ ৫ ফুট ৫½ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ লেফট-ইন কেমন মেচ সমগ্ৰ ফিল্ড দৌৰী খেলা এজন দুৰ্দান্ত শ্বুটাৰ আছিল। ১৯২২ চনৰ ১ জুনত যোৰহাটত জন্ম গ্ৰহণ কৰা খেতিয়ক পৰিয়ালৰ কেমন মেচ কনিষ্টবল পোৱাৰাম মেচ (৬ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ দ্বিতীয় সন্তান। যোৰহাট বেজবৰুৱা হাইস্কুলৰ কেমন মেচে মাত্ৰ ষষ্ঠমানলৈকে পঢ়ি যোৰহাট পুলিচত যোগদান কৰে। ১৯৫৪ চনত ডিব্ৰুগড় ৰেলৱেক ৪-০ গ'লত পৰাভূত কৰি এ টি পি এ শ্বিল্ড জয় কৰোঁতে তেওঁ ২ গ'ল কৰে। বিশেষকৈ ছেমি-ফাইনেলত ইম্ফল টাউন ক্লাবক ১-০ গ'লত পৰাভূত কৰোঁতে তেওঁ ২৪ গজ দূৰৰ পৰা ফ্ৰি-কিক্ কৰি (জহুন লুঠাৰ ভৰিৰ মাজেৰে) গ'ল কৰে। তেওঁ জিলা দলতো কেইবাবছৰ খেলে আৰু ১৯৬৬ চনত ফুটবলৰ পৰা অৱসৰ লয়। ১৯৭৭ চনত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। ☐☐

# টিপেশ্বৰ মেচ(মুনিয়া)

যোৰহাট পুলিচৰ দুৰ্দ্ধৰ্ষ ৰাইট-আউট টিপেশ্বৰ মেচ এগৰাকী অসম্ভৱ ষ্টেমিনা থকা সুন্দৰ পেশীবহুল শৰীৰৰ খেলুৱৈ আছিল। বিশেষকৈ "মুনিয়া" উপনামৰে খ্যাত টিপেশ্বৰ মেচ দুৰন্ত শ্বট্‌ৰ অধিকাৰী আছিল। টিপেশ্বৰ মেচে ১৯২৫ চনত যোৰহাটত জন্ম গ্ৰহণ কৰে। পিতৃ পোৱাটু মেচ যোৰহাট পুলিচৰ চাকৰিয়াল আছিল। বেজবৰুৱা হাইস্কুলত সপ্তমমানলৈকে পঢ়ি ১৯৪১ চনত এৰে আৰু ১৯৪৪ চনৰ ১ আগষ্টত যোৰহাট পুলিচত যোগদান কৰে। যোৰহাট পুলিচৰ নিয়মিত খেলুৱৈ গৰাকী ১৯৫৫-১৯৫৮ লৈকে অসম পুলিচ দলতো খেলে। তদুপৰি জ্বিলা দলৰো তেওঁ ৰাইট-আউট আছিল। ১৯৫৫ চনত যোৰহাটে আন্তঃ জিলা খিতাপ জয় কৰোঁতে তেৰোঁ খেলিছিল। এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ ৭০ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৫৪ স্বাধীনতা দিৱস কাপ আৰু ১৯৫৮ এ টি পি এ শ্বিল্ড বিজয়ত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। টিপেশ্বৰ মেচে ১৯৬১ চনত ফুটবলৰ পৰা অৱসৰ লয় আৰু ১৯৮০ চনত চাকৰিৰ পৰাও অৱসৰ গ্ৰহণ কৰে। ◻◻



লোকনাথ হাজৰিকা



টিপেশ্বৰ মেচ



খাকান আহমেদ



নৃপেন সভাপণ্ডিত

# ৰেব পোদ্দাৰ



অসম ফুটবলত অভ্যুদয় হোৱা চেণ্টাৰ-ফৰোৱাৰ্ডসকলৰ ভিতৰত এটা নাম সদায় জিলিকি থাকিব, ৰেব পোদ্দাৰ। সেই সময়ৰ দৰ্শনীয় ইনচাইড-ফৰোৱাৰ্ড ভক্ত বাহাদুৰ আৰু আব্দুল হামিদৰ মাজত খেলা এই গৰাকী মাত্ৰ ৫ ফুট ৪ ইঞ্চি ওখ ৫০ কিলোগ্ৰাম ওজনৰ ক্ষিপ্ৰ গতিসম্পন্ন ফুটবলাৰে অসমত যি ফুটবলৰ ৰেঙণি বিৰিঙাই থৈ গ'ল এনে নজিৰ বিৰল। সুযোগৰ সদ ব্যৱহাৰ কৰা ফলপ্ৰসূ ফৰোৱাৰ্ড ৰেব পোদ্দাৰৰ পিচতে দৰ্শনীয় বেক্-ভলী মাৰিব পৰা খেলুৱৈ আজিও উদ্ভৱ হোৱা নাই। তদুপৰি অন্যান্য ভলী মৰাতো তেওঁ দক্ষ আছিল। ক্ৰীড়া লেখক আৰু সমালোচক **অৰুণ বৰুৱাৰ** মতে, "ৰেব পোদ্দাৰ কটিয়া যদিও অসম্ভৱ লিফট্ আছিল যাৰবাবে দক্ষ হেডাৰৰূপে আজিও তেওঁৰ খ্যাতি আছে। বল সঞ্চালনৰ দুৰন্ত গতিৰ অধিকাৰী ৰেব পোদ্দাৰে যি কোনো এঙ্গোলৰ পৰা গ'ললৈ বল মাৰিব পাৰিছিল।" ৰাজ্যিক দলৰ গ'লৰক্ষক **গোবিন্দ কলিতাৰ** দৃষ্টিত, "পোদ্দাৰৰ পিচত তেওঁৰ সমকক্ষ চেণ্টাৰ-ফৰোৱাৰ্ড অসমত ওলোৱা নাই।" ৰাজ্যিক ফুটবলাৰ **অজয় দাসৰ** মন্তব্য, "ৰেব পোদ্দাৰৰ দৰে সুযোগ সন্ধানী অসমত বিৰল, প্ৰতিপক্ষৰ ডিফেন্সত প্ৰতি মুহূৰ্ত্তত ত্ৰাসৰ সৃষ্টি কৰোঁতা এই ফৰোৱাৰ্ড গৰাকীয়ে বিপক্ষৰ গ'ল এৰিয়াৰ ভিতৰত তচনচ কৰিছিল।"

ৰেব পোদ্দাৰ ১৯৩৩ চনৰ ৩ মাৰ্চ তাৰিখে যোৰহাট নগৰৰ পূব দিশে ঢেকীয়াজুলি গাঁৱত জন্ম গ্ৰহণ কৰে। কৃষক পোহাই পোদ্দাৰৰ পাঁচজন সন্তানৰ এওঁ চতুৰ্থ আছিল। শিক্ষাৰ পাতনি গাঁৱৰ পৰা চাৰি মাইল নিলগৰ চিনামৰা হাইস্কুলত। দুখ কষ্টৰ মাজত ডাঙৰ দীঘল হোৱা ৰেব পোদ্দাৰে ঘৰৰ হাল-কোৰ বোৱাৰ উপৰি খোজ কাঢ়ি স্কুললৈ অহা-যোৱা কৰিছিল। সেই সময়ত আমাৰ সমাজত ক্ৰীড়াৰ প্ৰতি সুদৃষ্টি নথকা হেতু ফুটবল খেলৰ বাবে তেওঁ ঘৰৰ ঘৃণা ও অনাদৰৰ পাত্ৰ হোৱাৰ উপৰি মাৰ-কিল খাব লগাও হৈছিল। ঘৰৰ কঠোৰ

অনুশাসন আৰু পৰিস্থিতি পৰিবেশ পৰৱৰ্ত্তীকালৰ খেলুৱৈ জীৱনৰ বাবে আশীৰ্বাদ স্বৰূপ হ'ল — কষ্ট সহ্য কৰা, দৈনন্দিন জীৱনৰ শৃংখলা মানি চলা, প্ৰশিক্ষকৰ আদেশ শিৰোধাৰ্য্য কৰিব পৰা, নিন্দা বিদ্ৰূপ অকৃতকাৰ্য্যত ভাঙি নপৰা, সংযম আদি লাগতিয়াল গুণবোৰ সৰুকালৰ শাসনৰ ফল।

চিনামৰা স্কুলৰ হৈ উজনি অসম স্কুল টুৰ্ণামেণ্ট খেলোতে যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলৰ চকুত পৰে। ইয়াৰ পৰাই ১৯৫১ চনত মেট্ৰিক পাছ কৰে। তাৰ পিচত যোৰহাটৰ প্ৰিন্স অব ৱেলছ্‌ত মেকানিকেল ইঞ্জিনীয়াৰিং পঢ়ি ১৯৫৬ চনত পাছ কৰে আৰু ১৯৫৭ চনত জে. বি. কলেজৰ পৰা আই. কম. আৰু ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা বি. কম. ডিগ্ৰী লয়। ৰেব পোদ্দাৰে যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলত পঢ়াকালতে ১৯৫০ চনত যোৰহাট টাউন ক্লাবতে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ১৯৫০-১৯৫৫ লৈকে যোৰহাট জিলা দলত খেলোতে ১৯৫৩ চনত অধিনায়ক আৰু ১৯৫৫ চনত চূড়ান্ত বিজয়ী আছিল। ১৯৫২ আন্তঃ জিলা ফুটবলত যোৰহাট দলে ভাল খেল প্ৰদৰ্শন কৰে। ইয়াত টিমসমূহৰ বছা বছা খেলুৱৈৰে গঠিত দল আৰু উদ্যোক্তা ডিব্ৰুগড় একাদশৰ মাজত অনুষ্ঠিত প্ৰদৰ্শনী খেলত ডিব্ৰু একাদশৰ হৈ ডাঃ টি. আৰে. খেলোতে ৰেব পোদ্দাৰে তেওঁৰ মূৰৰ ওপৰতে জাঁপ মাৰি বিস্ময়কৰ হেডিঙৰে গ'ল কৰে। যিটো গ'লে দৰ্শকৰ মনত সাঁচ বহুৱাবলৈ সক্ষম হৈছিল। আনকি টি.আৰে এওঁক দাড়ি চুমা খায়। যোৰহাট টাউন ক্লাবৰ হৈ সাতবাৰ স্বাধীনতা দিবস কাপ খেলে আৰু দুবাৰ (১৯৫০ আৰু ১৯৫২) ৰাণাৰ্ছ-আপ হয় আৰু দলটোয়ে "জায়েণ্ট কিলাৰ" নাম পাইছিল। আনকি গুৱাহাটী টাউন ক্লাব আৰু মহাৰাণাৰ দৰে শক্তিশালী দলো এই দলৰ লগত পৰাজয়ৰ সন্মুখীন হৈছিল। যোৰহাট ঠেঙালবাৰী ক্লাবৰ হৈ খেলি ১৯৫৫ চনৰ বৰদলৈ ট্ৰফীত ৰাণাৰ্ছ-আপ হয় আৰু ১৯৫৬ চনত এ টি পি এ শ্বিল্ড জয় কৰে। ৰাজ্যিক খেলুৱৈ আব্দুল হামিদৰ মতে "ৰেব পোদ্দাৰ যোৰহাটত খুউব জনপ্ৰিয় ফুটবলাৰ আছিল। পৰৱৰ্ত্তীকালত দ্বিতীয় কোনো খেলুৱৈয়ে তেওঁৰ শূন্য আসন পূৰ কৰিব পৰা নাই।"

গুৱাহাটী টাউন ক্লাবত ১৯৫৭-১৯৬০ লৈকে খেলে। ইয়াৰ ভিতৰত ১৯৫৮ আই. এফ. এ. শ্বিল্ডত পৰ্ট কমিচনাৰক ৯ গ'ল দি ৰেকৰ্ড কৰোঁতে ৫ গ'ল দিয়ে ৰেব পোদ্দাৰে। পৰৱৰ্ত্তী খেল, কোৱাৰ্টাৰ-ফাইনেলত মহমেডান স্পৰ্টিঙৰ বিৰুদ্ধে ড্ৰ খেলি ৰি-প্লে খেলত পৰাভূত হয়। সেইসময়ত মহমেডান স্পৰ্টিং আবিদ,

চালেহ্, চালাম, মোচা আদি দুৰ্দ্ধৰ্ষ খেলুৱৈৰে পুষ্ট আছিল। ইতিমধ্যে তেওঁক ৰাজস্থান ক্লাৱে আমন্ত্ৰণ জনাইছিল; কিন্তু নগ'ল। ১৯৫৮ চনত আন্তঃ জিলা বিজয়ী গুৱাহাটী দলৰ চেণ্টাৰ-ফৰোৱাৰ্ড আছিল ৰেব পোদ্দাৰ। চূড়ান্ত খেলত গুৱাহাটীয়ে উদ্যোক্তা গোলাঘাটক ৫-০ ব্যৱধানত পৰাভূত কৰে। "ভক্ত বাহাদুৰ ছেত্ৰী আৰু আব্দুল হামিদক দুই ইনচাইডত লৈ চেণ্টাৰ-ফৰোৱাৰ্ডত খেলিবি আৰু ......................" এয়া ৰেব পোদ্দাৰৰ উক্তি। ১৯৫৮ আন্তঃ জিলাত এই তিনি যুটীৰ ফুটবল শৈলী আমাৰ বাবে এক নজিৰ হৈ ৰব।

ৰেব পোদ্দাৰে ১৯৫২ আৰু ১৯৫৮ চনত ৰাজ্যিক দলৰ হৈ খেলে। ১৯৫৭ আৰু ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ ইণ্টাৰ ইউনিভাৰ্চিটি ফুটবল টুৰ্ণামেণ্টত অংশ গ্ৰহণ কৰে। গুৱাহাটী টাউন ক্লাৱত চাৰি বছৰ অতিবাহিত কৰি দ্বিতীয় ডিভিজন ফ্ৰেণ্ডছ ইউনিয়নত তিনি বছৰ (১৯৬১-৬২-৬৩ ) কটায়ে ফুটবলৰ পৰা অৱসৰ লয়। সেই সময়তে ফ্ৰেণ্ডছ ইউনিয়নে প্ৰথম ডিভিজনৰ মৰ্য্যদা লাভ কৰে। ৰেব পোদ্দাৰৰ মতে "ভক্ত বাহাদুৰ ছেত্ৰী, চন্দ্ৰ নংব্ৰী, তোমেশ্বৰ দত্ত, পুণ্যেশ্বৰ কছাৰী আদি অসমৰ তাৰকা ফুটবলাৰসকল সেইসময়ৰ জাতীয় খেলুৱৈতকৈ কোনো গুণে কম নাছিল।" ১৯৮৮ চনৰ সন্তোষ ট্ৰফী কুইলনত অনুষ্ঠিত হওঁতে ৰেব পোদ্দাৰ অসম দলৰ মেনেজাৰ আছিল। গুৱাহাটী ৰিফাইনেৰীত চাকৰি কৰি ১৯৯১ চনৰ ৩১ জানুৱাৰীত ডেপুটি মেনেজাৰৰূপে অৱসৰ লয়। ১৯৯৩ চনত ৰেব পোদ্দাৰে অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□



কেমন মেচ



কৰুণ বৰুৱা

# নুং চাং আও



বৃহত্তৰ অসম, ফুটবলৰ উৰ্বৰভূমি। ইয়াত অভ্যুদয় হোৱা অসংখ্য চকুত পৰা তাৰকা ফুটবলাৰৰ ভিতৰত নুং চাং আও অন্যতম। এই গৰাকী মাত্ৰ ৫ ফুট ৫ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ পেশীবহুল তথা নগা দুৰ্দ্ধৰ্ষতা বিৰাজমান সাহসী ফৰোৱাৰ্ডক অসমৰ ফুটবল প্ৰেমীয়ে যুগ-যুগান্তৰ স্মৰণ কৰি থাকিব। ষ্টেট ট্ৰেন্সপৰ্ট দলত খেলা এই দ্ৰুতগামী লেফট-আউট গৰাকীয়ে স্বকীয় ফুটবল কলা—উভয় ভৰিৰ বল ড্ৰিবলিং, শ্বুটিঙত সোঁ-ভৰি দুৰ্বল হলেও বাঁও-ভৰি ব্ৰহ্মঅস্ত্ৰ স্বৰূপ। অসমত এনে কোনো গ'লৰক্ষক নাছিল যি নুং চাং আওৰ বাঁও-ভৰিৰ শ্বট্ সহ্য কৰিব পাৰিছিল। খেল পথাৰত এই দুৰ্দ্ধৰ্ষ ফুটবলাৰৰ বাঁও-ভৰিৰ শ্বট সদায় সন্ত্ৰাসৰ কাৰণ আছিল। বিশেষকৈ পেনাল্টি আৰু ফ্ৰি-কিক্ত গ'ল দিয়াত সিদ্ধহস্ত। কিন্তু এনে এগৰাকী দুৰ্দ্ধৰ্ষ ফুটবলাৰক অসম ৰাজ্যিক দলত স্থান নিদিয়াটো সচাকৈয়ে পৰিতাপৰ কথা।

ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মতে, "যোৰহাট ক্লাব আৰু যোৰহাট জিলা দলৰ চেন্টাৰ-হাফ্ তথা ষ্টেট ট্ৰেন্সপৰ্টৰ লেফট-আউট পজিচনত খেলা পেশীবহুল নুং চাং আও বাঁও-ভৰিৰ তীব্ৰতৰ শ্বুটাৰ তথা অসমত বিৰল।" তদৰূপ ৰাজ্যিক ফুটবলাৰ দ্বয় লুবে ছেত্ৰী আৰু ভবেশ ৰায়ৰ ভাষাত, "N.Ao left footed terrific shooter of Assam." তদুপৰি গুৱাহাটী ক্ৰীড়া সন্থাৰ কৰ্মকৰ্তা কুমুদেশ্বৰ হাজৰিকাৰ ক্ৰীড়া কলমত "নুং চাং আও বাঁও-ভৰিৰ তীব্ৰ শ্বট্ থকা খেলুৱৈ। বাঁও-ভৰিত বল পালে তেওঁ ডেন্দ এঙ্গোলৰ পৰাও গ'ল কৰে।"

নুং চাং আও নগা পাহাৰ (বৰ্ত্তমান নাগালেণ্ড)ৰ মোককচাঙত ১৯২৭ চনত জন্ম গ্ৰহণ কৰে। পিতৃ ইমকং আও প্ৰাইমেৰী স্কুলৰ শিক্ষক। মুঠ ছয়জন(চাৰিজন

ল'ৰা আৰু দুজনী ছোৱালী)ৰ এওঁ দ্বিতীয় সন্তান। পঢ়া-শুনাৰ পাতনি মোককচাং হাইস্কুলত। দেউতাকো ফুটবলাৰ আছিল সেয়ে তেওঁ দেউতাকৰ পৰা উৎসাহ উদ্দীপনাও লাভ কৰিছিল। যাৰবাবে হয়তো তেওঁ পঢ়ি থকা কালতে এথলেটিক্স আৰু ফুটবল উভয়তে পাৰদৰ্শিতা লাভ কৰিছিল। ছাত্ৰ অৱস্থাৰ পৰাই খেলা-ধূলাৰ প্ৰতি গভীৰ আগ্ৰহী হয়। তেওঁৰ অধিনায়কত্বতে মোককচাং হাইস্কুলে উজনি অসম স্কুল টুৰ্ণামেণ্টত প্ৰথম যোগদান কৰে (১৯৪৮)। ১৯৫০ চনত যোৰহাট খৃষ্টান মিছন স্কুলত ভৰ্ত্তি হয় আৰু তেওঁৰ অধিনায়কত্বতে স্কুল দলে ১৯৫২ চনত উজনি অসম স্কুল টুৰ্ণামেণ্টত ফুটবল চেম্পিয়ন হয়। তদুপৰি ১৯৫২ চনত (হাইজাম্প আৰু জেভেলিন থ্ৰ') আৰু ১৯৫৩ চনত (হাইজাম্প, লং জাম্প আৰু ডিচকাচ থ্ৰ') দুবাৰ উজনি অসম স্কুল টুৰ্ণামেণ্টৰ "শ্ৰেষ্ঠ খেলুৱৈ"ৰ সন্মান অৰ্জন কৰে। এই সাফল্যৰ পিচতে তেওঁ যোৰহাট ক্লাবৰ হৈ প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে আৰু দশমমান লৈকে পঢ়িয়ে শিক্ষাৰো সামৰণি মাৰে (১৯৫২-৫৩)। আন্তঃ জিলা ফুটবলত যোৰহাট জিলাৰ প্ৰতিনিধিত্ব কৰাৰ উপৰি যোৰহাট ক্লাবৰ হৈ স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফী খেলে। স্বাধীনতা দিৱস কাপত ৰাণাৰ্ছ-আপ হয়। ১৯৫৩ চনত ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰাৰ উপৰি গুৱাহাটী লীগত পশ্চিম গুৱাহাটী ক্লাবৰ পক্ষে খেলে। এইখিনিতে উল্লেখ্য সেই বছৰ তেওঁ ৰাজ্যিক দলৰো ষ্টেণ্ড-বাই খেলুৱৈ আছিল। তেওঁ চাকৰি কৰাৰ উপৰি ষ্টেট ট্ৰেন্সপৰ্টৰ হৈ দুৰ্দ্ধৰ্ষ খেল অব্যাহত ৰাখে আৰু ১৯৫৫ চনত এ টি পি এ শ্বিল্ড, ডুগৰ শ্বিল্ড আৰু বৰদলৈ ট্ৰফী জয় কৰে। তেওঁ স্কুল দলত চেণ্টাৰ-হাফৰূপে খেলিলেও পিচত লেফট-আউট পজিচনত খেলিবলৈ লয়। ষ্টেট ট্ৰেন্সপৰ্টত খেলি থকাকালীন তেওঁ চিলং জিলা দলৰ নিয়মীয়া খেলুৱৈ আছিল। ১৯৫৪ চনত চিলঙে আন্তঃ জিলা চেম্পিয়নশ্বিপ অৰ্জন কৰে। এই পৰিশ্ৰমী ফুটবলাৰ গৰাকীয়ে সাধাৰণতে শূন্য ডিগ্ৰী কোণৰ পৰা স্কৰ কৰিছিল। এবাৰ (২০-৮-৫৫) গুৱাহাটী একাদশ বনাম মহমেদান স্পৰ্টিঙৰ খেলত তেওঁৰ তীব্ৰ শ্বট্ প্ৰত্যক্ষদৰ্শীৰ মনত আজিও সজীৱ হৈ আছে। এই শ্বট্ ক্ৰচ্-বাৰত লাগি গ'ল-পোষ্ট কপি আছিল। এনে শ্বট্ অসমৰ ফুটবলত উদাহৰণৰূপে সদায় জিলিকি থাকিব। ১৯৫৯ চনত চিলঙত অনুষ্ঠিত আন্তঃ জিলা ফাইনেলত গুৱাহাটীৰ বিৰুদ্ধে দুদিন ড্ৰ থাকে আৰু চিলং-গুৱাহাটী যুগ্ম বিজয়ী হয়। ইয়াৰ পিচতে তেওঁ প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। তেওঁ ৰাজ্যিক দলত স্থান নেপালেও কিছুমান দিশত এজন সেই পৰ্য্যায়ৰ খেলুৱৈতকৈও উচ্চস্তৰৰ বুলি কলে ভুল কোৱা নহব। □□

# সত্যজিৎ দত্ত(মনো)

অসম ফুটবলত "মনো দত্ত" নামেৰে খ্যাত সত্যজিৎ দত্ত আগশাৰীৰ গ'লৰক্ষক সকলৰ ভিতৰত অন্যতম। তেওঁৰ পাঞ্চ, ড্ৰাইভ আৰু গ্ৰীপ খুউব উচ্চস্তৰৰ আছিল যাৰবাবে অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠসকলৰ লগত তুলনা কৰিব পাৰি। ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মতে, "গোবিন্দ কলিতাৰ পিচতে ভাল ড্ৰাইভ মাৰোতা গ'লী মনো দত্তক সৰ্বকালৰ শ্ৰেষ্ঠ বুলি কব পাৰি। কাৰণ তেওঁ সাধাৰণতে বল কৰ্ণাৰ নকৰে গ্ৰীপ কৰে। অন্যই হেড্ কৰিবলৈ লোৱা বল ধৰি আক্ৰমণ নষ্ট কৰে। এই ক্ষেত্ৰত ডাঃ টি. আৱও একমত।"

সত্যজিৎ 'মনো' দত্ত ১৯৩৫ চনত যোৰহাটৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ কামাখ্যাচৰণ দত্ত যোৰহাটৰ বাসিন্দা তথা ব্যৱসায়ী আছিল। মুঠ পাঁচ গৰাকী সন্তান(তিনজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ এওঁ আছিল সৰ্বকনিষ্ঠ। যোৰহাটৰ এংল বেঙ্গলি এম. ই. স্কুল আৰু পলিটেকনিক্ হাইস্কুলত শিক্ষা লাভ কৰি ১৯৫২ চনত প্ৰৱেশিকা পাছ কৰে। ইয়াৰ পিচত জে.বি. কলেজত আই. এ. লৈকে পঢ়োতে ফুটবলত মগ্ন হৈ পঢ়াত বাধাৰ সৃষ্টি হৈ ১৯৫৮ চনতহে বি.এ. পাছ কৰিবলৈ সক্ষম হয়। তেওঁ জে. বি. কলেজৰ পক্ষে তিনি বছৰ আন্তঃ কলেজ ফুটবলত অংশ গ্ৰহণ কৰে।



মনো দত্তই প্ৰৱেশিকা পাছ কৰাৰ পিচতে নৃপেন্দ্ৰ নাৰায়ণ সিংহৰ উপদেশত যোৰহাট ক্লাৱত যোগদান কৰে। খুউব সৰুৰে পৰা ফুটবলত অভ্যস্ত হোৱা মনো দত্তই ১৯৫৫ চনত অসম ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰে। ইতিপূৰ্বে ১৯৫৪ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত যোৰহাট দলত ষ্টেণ্ড-বাই খেলুৱৈৰূপে আত্ম-প্ৰকাশ কৰা মনো দত্তই ১৯৫৫ চনত নিয়মিতৰূপে খেলে আৰু যোৰহাট জিলা দল চূড়ান্ত বিজয়ী হয়।

ফাইনেলত মনো দত্তৰ দুৰ্দ্ধৰ্ষ খেলে প্ৰতিপক্ষক গ'ল কৰাত ব্যৰ্থ কৰে। ১৯৫৩ চনত এলাহাবাদত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পক্ষে খেলে আৰু ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। প্ৰথম দিনা খেল ১-১ গ'লত ড্ৰ আছিল। তেওঁ ১৯৫৪ আৰু ১৯৫৫ চনতো গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। তদুপৰি ষ্টেট ট্ৰেন্সপৰ্ট দলে ১৯৫৫ বৰদলৈ ট্ৰফী ফাইনেলত উঠোতে ছেমি-ফাইনেলত শক্তিশালী অসম ৰেলৱেৰ বিৰুদ্ধে দুদিন ড্ৰ খেলি তৃতীয় দিনা ১-০ গ'লত জিকে। এই খেলসমূহতে তেওঁ অসম ফুটবল সন্থাৰ দৃষ্টি গোচৰ হয় আৰু ৰাজ্যিক দলত স্থান পায়। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫২ কিলোগ্ৰাম ওজনৰ মনো দত্ত ১৯৫৫, ১৯৫৮ ১৯৫৯ আৰু ১৯৬০ চনত ৰাজ্যিক দলৰ অন্যতম সদস্য আছিল। এই সময়ছোৱা অসম ফুটবলৰ স্বৰ্ণময় যুগ বুলিব পাৰি। তেওঁৰ আন এখন স্মৰণীয় খেল ১৯৫৯ আন্তঃ জিলাৰ যোৰহাট বনাম ডিব্ৰুগড়। এফালে গ'লৰক্ষক মনো দত্ত আৰু আনফালে ডাঃ দাসগুপ্ত(সৰু)ৰ খেলে দৰ্শকক বিশেষভাৱে আকৰ্ষিত কৰিছিল। দুদিন ড্ৰ থকাৰ পিচত তৃতীয় দিনা ডিব্ৰুগড় পৰাভূত হয়। মনো দত্তই ১৯৫৫-৬০ লৈকে টপ্ ফৰ্মত থাকি ১৯৬২ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। পৰৱৰ্ত্তীকালছোৱা যোৰহাট ক্লাৱৰ হৈ ১৯৬৮ লৈকে খেলি অৱসৰ গ্ৰহণ কৰে। ১৯৯৫ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন লাভ কৰে। ❑❑

# ইন্দু হাজৰিকা

টু-বেক্ পদ্ধতিত অসমত যি কেইগৰাকী মুধা-ফুটা চেণ্টাৰ-হাফ্‌ৰ অভ্যুদয় হ'ল সেইসকলৰ তালিকাত ইন্দু হাজৰিকাৰ নামটো অনায়াসে সন্নিৱিষ্ট কৰিব পাৰি। অসম ফুটবলত উদয় হোৱা বৃহৎ শৰীৰৰ অধিকাৰী খেলুৱৈসকলৰ ভিতৰত ইন্দু হাজৰিকাক শীৰ্ষস্থান দিব লাগিব। তেওঁৰ পূৰ্বে আৰু পৰৱৰ্ত্তীকালতো এনে সুস্বাস্থ্যৰ ফুটবলাৰ আমাৰ ৰাজ্যিক দলত চকুত পৰা নাই।

১৯৫৫-ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা যোৰহাটত অনুষ্ঠিত হওঁতে উদ্যোক্তা দলে ইন্দু হাজৰিকাৰ অধিনায়কত্বত চেম্পিয়নশ্বিপ্ অৰ্জন কৰে। সেইবছৰ আৰ্ণাকোলাম সন্তোষ ট্ৰফীত অসমে চতুৰ্থ স্থান পাওঁতে এই গৰাকী ৫ ফুট ১০

ইঞ্চি ৬খ, ৭৫ কিলোগ্ৰাম ওজনৰ দুৰ্দ্দান্ত চেণ্টাৰ-হাফ্ দলৰ সহ-অধিনায়ক আছিল। ইতিপূৰ্বে ঠেঙালবাৰী ক্লাবৰ পক্ষে বৰদলৈ ট্ৰফী খেলি ৰাণাৰ্ছ-আপ হয়। খেলপথাৰত দৰ্শকে তেওঁক "Gallant Fighter" নাম দিছিল। অসমৰ খ্যাতনামা গ'লৰক্ষক মনো দত্তৰ মতে, "সুস্বাস্থ্যৰ অধিকাৰী ইন্দু হাজৰিকা খেলপথাৰত জিলিকি থকা খেলুৱৈ। এই পৰিশ্ৰমী ফুটবলাৰ গৰাকীয়ে দুৰন্ত স্পিড আৰু সুন্দৰ টেক্‌লিঙৰ জৰিয়তে চেণ্টাৰ-হাফ্ত বলৰ দৰে খেলে।"

ইন্দু হাজৰিকা ১৯৩১ চনত যোৰহাটৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ লম্বেশ্বৰ হাজৰিকা পুলিচ বিভাগৰ চাকৰিয়াল আছিল। পঢ়া-শুনাৰ পাতনি যোৰহাটত আৰু ১৯৪৭ চনত যোৰহাট গভৰ্ণমেণ্ট বয়জ হাইস্কুলৰ পৰা প্ৰথম বিভাগত মেট্ৰিক পাছ কৰে। পঢ়ি থকাকালত স্কুল দলৰ উপৰি জেইল ৰোড্ ক্লাবৰ হৈ ফুটবল খেলিছিল। তদুপৰি তেওঁ এগৰাকী ভাল এথলীট আৰু ভলীবল খেলুৱৈ আছিল। পিচলৈ যোৰহাট ক্লাব আৰু ঠেঙালবাৰী ক্লাবৰ পক্ষে খেলিছিল। ১৯৫৫ চনত যোৰহাট ক্লাবে স্বাধীনতা দিৱস কাপ জয় খেলখনত মণিপুৰ এছ. এ.-ক ৫-২ ব্যৱধানত পৰাভূত কৰে আৰু ইন্দু হাজৰিকাই দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি হেট-ট্ৰিক অৰ্জন কৰে। মেট্ৰিক পাছ কৰি কটন কলেজত পঢ়োতে কটন কলেজ "ফুটবল ব্লু" লাভ কৰে। তদুপৰি তেওঁ গুৱাহাটী টাউন ক্লাবতো খেলিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৫০ চনত পোন প্ৰথম সদৌ ভাৰত বিশ্ববিদ্যালয় ফুটবলত অংশ লওঁতে তেৰোঁ দলৰ অন্যতম সদস্য আছিল। সেইবছৰ নৰ্থ জুন ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত পৰাভূত হয়। ১৯৫১ চনত শিৱসাগৰৰ পক্ষে ইনচাইড-ফৰোৱাৰ্ড পজিচনত খেলি আন্তঃ জিলা ফুটবলত ৰাণাৰ্ছ-আপ পায়। কটন কলেজত তেওঁ বিজ্ঞানৰ স্নাতক মহলালৈকে পঢ়ি ১৯৫১ চনত যাদৱপুৰ ইঞ্জিনীয়াৰিং কলেজত ভৰ্ত্তি হয় আৰু ১৯৫৬ চনত মেকানিকেল বিষয়ত স্নাতক ডিগ্ৰী লাভ কৰে। যাদৱপুৰ বিশ্ববিদ্যালয়ৰ পক্ষে খেলি "ফুটবল ব্লু" লাভ কৰিছিল। শিক্ষা সাং কৰাৰ পিচতো তেওঁ তিনিবছৰ কলিকতাত থাকি ফুটবেল অব্যাহত ৰাখে। ইয়াত তেওঁ ৰাজস্থান ক্লাবৰ নিয়মীয়া খেলুৱৈ আছিল। পিচলৈ ক্ৰমে খিদিৰপুৰ, ভবানীপুৰ, বি.এন.আৰ. আৰু হাওৰা ইউনিয়ন দলতো খেলিছিল। গৃহলৈ প্ৰত্যাৱৰ্ত্তন কৰি চিলঙৰ লাবান স্পৰ্টছ ক্লাবতো দুবছৰমান খেলে। ইন্দু হাজৰিকা ১৯৮৪ চনৰ ১৬ মাৰ্চ তাৰিখে পশ্চিম বঙ্গৰ কল্যাণীত ৫৩-বছৰ বয়সত মৃত্যু বৰণ কৰে।

# অমল ৰিচাৰ্ডছ্



স্বৰাজোত্তৰ কালত অসমৰ ক্ৰীড়া জগতক আগবঢ়াই নিয়াত যোৰহাট চহৰৰ যি ভূমিকা তাক কোনো কালেই নুই কৰিব নোৱাৰি। এই ক্ৰীড়া অগ্ৰগামী যোৰহাটৰ বুকুতেই অভ্যুদয় হোৱা অমল ৰিচাৰ্ডছ অসম ফুটবলৰ এটা পৰিচিত নাম। পৰৱৰ্ত্তীকালত অমল ৰিচাৰ্ডছে এৰি থৈ যোৱা শূন্যস্থান যোৰহাটৰ কোনো দ্বিতীয় খেলুৱৈয়ে পূৰ কৰিব পৰা নাই। তেওঁ উভয় হাফ্ পজিচনতে দশককাল জুৰি বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে। কিন্তু দুখৰ বিষয় টপ্ ফৰ্মত থকাকালতে তেওঁ আঘাতগ্ৰস্ত হৈ দীৰ্ঘ তিনি বছৰ ফুটবল প্ৰাঙ্গনৰ পৰা আঁতৰত থাকিব লগা হয়। এই ফুটবল কলাবিদ গৰাকীৰ সন্দৰ্ভত ৰাজ্যিক দলৰ গ'লৰক্ষক মনো দত্তৰ মন্তব্য— "Amal Richards a player of extraordinary quality No one can able to snatch the ball from his fect."

অমল ৰিচাৰ্ডছ ১৯৩২ চনৰ ৫ অক্টোবৰ তাৰিখে যোৰহাটত জন্ম গ্ৰহণ কৰে। পিতৃ চিৰিল ৰিচাৰ্ডছ(দুজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ দ্বিতীয় পুত্ৰ। যোৰহাটৰ ৰজাবাৰী মিছন চৌহদত ডাঙৰ দীঘল হওঁতে মিছনৰ কাষেদি বৈ যোৱা টুকলাই নৈত সাঁতোৰি — মাছমাৰি অতিবাহিত কৰিছিল। পঢ়া-শুনাৰ পাতনি যোৰহাটৰ খৃষ্টান মিছন স্কুলত আৰু ১৯৫০ চনৰ উজনি অসম স্কুল টুৰ্ণামেণ্টত স্কুল দলত আত্ম-প্ৰকাশ কৰোঁতে ফাইনেলত শিৱসাগৰ বেজবৰুৱা হাইস্কুলৰ হাতত পৰাভূত হয়। সেই বছৰতে যোৰহাট ক্লাবৰ হৈ প্ৰথম শ্ৰেণী ফুটবলৰো পাতনি মেলে। তেওঁ ১৯৫২-৫৫ লৈকে যোৰহাটৰ হৈ আন্তঃ জিলা ফুটবল খেলোতে শেষবছৰ চুড়ান্ত বিজয়ী হওঁতে তেৱেঁ দলৰ সহ-অধিনায়ক আছিল। ১৯৫৫ চনত

তেওঁ ৰাজ্যিক দলৰো নিৰ্ভৰযোগ্য ৰাইট-হাফ্ আছিল। আৰ্ণাকোলাম সন্তোষ ট্ৰফীত অসমে চতুৰ্থস্থান দখল কৰিছিল। পৰাজিত ছেমি-ফাইনেলিষ্টৰ খেলত ছাৰ্ভিচেজৰ বিৰুদ্ধে ২-১ ব্যৱধানত পৰাভূত হলেও লেফট-হাফ্ত খেলা ৰিচাৰ্ডছে দলৰ হৈ স্কৰটো কৰে। এই খেলখনৰ উপৰি ১৯৫৫-ৰ আন্তঃ জিলা ফাইনেল তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ খেল আছিল। ১৯৫৬ চনত মহাৰাণা ক্লাবৰ হৈ লীগ খেলোতে তেওঁ সোঁ-আঠুত বেয়াকৈ আঘাত পায় আৰু উচ্চ মানদণ্ডত থকা সত্বেও ফুটবলৰ পৰা দীৰ্ঘ তিনিবছৰ আঁতৰত থাকিব লগা হয়। প্ৰত্যাবৰ্ত্তন কৰি ১৯৬০ চনত আন্তঃ জিলা খেলোতে যোৰহাট দলে ৰাণাৰ্ছ-আপ হয়। অসাধাৰণ বল নিয়ন্ত্ৰণৰ সক্ষমতা থকা অমল ৰিচাৰ্ডছে হাফ্-লাইনৰ যি কোনো পজিচনত দক্ষতা সহকাৰে খেলোতে কেতি ◌ ফাউল খেলা নাছিল।

অমল ৰিচাৰ্ডছে ১৯৫০ চনত মেট্ৰিক পাছ কৰি যোৰহাট জে. বি. কলেজত আই. এছচি. পঢ়ে। জে. বি. কলেজে একেৰাহে তিনিবাৰ (১৯৫৯, ১৯৬১ আৰু ১৯৬২) আন্তঃ কলেজ খিতাপ জয় কৰিছিল। প্ৰথম দুবছৰ তেৱেঁই অধিনায়ক আছিল। ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ হৈ জয়পুৰত অনুষ্ঠিত ইণ্টাৰ ইউনি ভাৰ্চিটি ফুটবল চেম্পিয়নশ্বিপত অংশ গ্ৰহণ কৰে। এইখিনিতে উল্লেখ্য এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৫৪ চনত যোৰহাট ক্লাবৰ হৈ আই এফ এ শ্বিল্ড খেলিবলৈ যায়। ১৯৫৫ চনত ঠেঙালবাৰী ক্লাবৰ হৈ বৰদলৈ ট্ৰফী ৰাণাৰ্ছ-আপ হয়। এই গৰাকী কষ্টসহিষ্ণু ফুটবলাৰে পোষ্ট এণ্ড টেলিগ্ৰাফৰ হৈ নিয়মিত ফুটবল খেলিছিল আৰু ১৯৬৬-ৰ বিভাগীয় ফুটবল খেলিয়ে তেওঁ অৱসৰ লয়। অমল ৰিচাৰ্ডছলৈ ১৯৯৪ চনত অসম চৰকাৰে ক্ৰীড়া পেঞ্চন আগবঢ়ায়।





# শিৱ ভঁৰালী

অসম ফুটবল প্ৰাঙ্গনত অভ্যুদয় হোৱা জন্মগত ফুটবল প্ৰতিভাসকলৰ মাজত এটা নাম সদায় জিলিকি থাকিব শিৱ ভঁৰালী। এই গৰাকী মাত্ৰ ৫ ফুট ৪ ইঞ্চি ওখ আৰু ৫০ কিলোগ্ৰামতকৈ অধিক ওজনৰ দৰ্শনীয় চেহেৰাৰ ইনচাইড-ৰাইটে ত্ৰাস সৃষ্টিকাৰী ডেৰগাওঁ পুলিচ দলত দুৰ্দ্ধৰ্ষ ফুটবলৰ নজিৰ এৰি থৈ গৈছে। দুৰন্ত গতি সম্পন্ন এই ফুটবলাৰ অফুৰন্ত বল কণ্ট্ৰোল আৰু সুন্দৰ বল ডিষ্ট্ৰিবিউচন ক্ষমতা থকা দক্ষ ফৰোৱাৰ্ড। এই পৰিশ্ৰমী ফুটবলাৰৰ শুটিং কম যদিও এজন ট্ৰিকি স্কৰাৰ আছিল। ইনচাইড-ৰাইট পজিচনৰ পৰা সমগ্ৰ ফিল্ড কভাৰ কৰি খেলা শিৱ ভঁৰালীয়ে ডিফেন্স আৰু অফেন্সক সমানে সহায় কৰিছিল। তেওঁৰ এটা ডাঙৰ গুণ - প্ৰতিপক্ষৰ যিকোনো দুৰ্দ্ধৰ্ষ খেলুৱৈক বাধা দি ৰাখিব পাৰিছিল।

শিৱ ভঁৰালী ১৯৩৮ চনত যোৰহাটৰ পৰা তিনিমাইল নিলগৰ বৰিগাঁৱত জন্ম গ্ৰহণ কৰে। পিতৃ মধু ভঁৰালী বেঙেনাআতি সত্ৰৰ মুক্তিয়াৰ আছিল। মুঠ পাঁচজন (চাৰিজন ল'ৰা আৰু এজনী ছোৱালী)ৰ এওঁ সবাতোকৈ কনিষ্ঠ আছিল। কিন্তু তেওঁ সৰু হৈ থাকোতেই পিতৃ বিয়োগ হয়, ফলত মটৰগাড়ী চালক দুইনং ককায়েক কমল ভঁৰালীৰ তত্ত্বাবধানত ডাঙৰ-দীঘল হয়। সৰুৰে পৰা দুখ কষ্টৰ সন্মুখীন হলেও শিৱ ভঁৰালী "পুতু" নামেৰে জনাজাত তথা লগৰ বাল্য খেলুৱৈসকলৰ মাজত খুউব জনপ্ৰিয় আছিল। সৰুৰে পৰাই অফুৰন্ত বল কণ্ট্ৰোল ক্ষমতা আৰু চাৰি-পাঁচজনে বাধা দি ৰাখিব নোৱাৰা এই ল'ৰাটো সন্তৰণতো পাকৈত আছিল। তেওঁ প্ৰায়ে ভোগদৈ নৈত সাঁতোৰিছিল। পঢ়া-শুনাৰ পাতনি যোৰহাটৰ শঙ্কৰদেৱ ছেমিনাৰ হাইস্কুলত। ষষ্ঠমানৰ পৰাই স্কুলদলত খেলা শিৱ ভঁৰালীক লগৰ লৰাসৱে "বিলাতী ঘোৰা" নাম দিছিল। তেওঁ এগৰাকী দক্ষ এথলীট আছিল। যাৰবাবে তেওঁ ১০০, ২০০, ৪০০ গজ দৌৰ, লংজাম্প, পোলভল্ট আদিত কেইবাবাৰো উজনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হয়। তেওঁ শঙ্কৰদেৱ ছেমিনাৰীত দশমমানলৈকে পঢ়ি ১৯৫৭ চনত বেজবৰুৱা হাইস্কুলৰ পৰা মেট্ৰিক পৰীক্ষা দিয়ে এই অধ্যায় সামৰে। ১৯৫৫ চনত যোৰহাট জিলা স্কুল দলৰ পক্ষে আন্তঃ জিলা ছেমি-ফাইনেলত শিৱসাগৰ জিলা স্কুল দলৰ হাতত পৰাভূত হয়। ১৯৫৬ চনত তেৰেঁ যোৰহাট জিলা স্কুল দলৰ অধিনায়ক আছিল। তেওঁ স্কুল এৰি



যোৰহাটৰ ৰভাৰ্ছ ক্লাৱত খেলে আৰু গোলাঘাটত বগীধলা চাহ বাগিচা দলৰ বিৰুদ্ধে খেলোতে তেওঁৰ খেলত আকৃষ্ট হৈ বাগিচাত চাকৰি দিয়ে। এইখিনিতে উল্লেখ্য ১৯৫৮ চনত যোৰহাটৰ পক্ষে আন্তঃ জিলা ফুটবলত অংশ লয় আৰু ১৯৫৯ চনৰ ১৮ মাৰ্চত কনিষ্টবলৰূপে যোৰহাট পুলিচত যোগদান কৰি ডেৰগাওঁ পুলিচ দলত খেলিবলৈ লয় আৰু ৰাজ্যিক দলতো নিৰ্বাচন লাভ কৰে। তেওঁ ইনচাইদ-ৰাইটৰূপে খেলিলেও ৰাজ্যিক দলত ৰাইট-আউট পজিচনত খেলে। ১৯৬০ চনত ডেৰগাওঁ পুলিচে সাফল্যমণ্ডিত ফুটবল খেলোতে ৰাইট-ইন শিৱ ভঁৰালীৰ অৱদান সদায় জিলিকি থাকিব। তেওঁলোকে এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফী জয় কৰাৰ উপৰি গোলাঘাট দলৰ হৈ আন্তঃ জিলা খিতাপো পায়। ১৯৬১ চনত পুনৰ এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ আৰু ডুগৰ শ্বিল্ড জয় কৰে। ইয়াৰ অন্তৰ্গত স্বাধীনতা দিৱস কাপ ফাইনেলত জহবলপুৰ স্পৰ্টিং ক্লাৱৰ দুৰ্দ্ধৰ্ষ দহ নং খেলুৱৈ পিল্লাই-ক সম্পূৰ্ণৰূপে শূন্য কৰি দলক জয়ী হোৱাত অৰিহণা যোগায়। ই এখন তীব্ৰ প্ৰতিদ্বন্দ্বিতাপূৰ্ণ খেল আছিল। ইতিপূৰ্বে ১৯৬০ চনৰ বৰদলৈ ট্ৰফী ফাইনেলটো অসম ৰাইফলছ্ৰ বিৰুদ্ধে তেওঁ চমকপ্ৰদ ফুটবল খেলি থৈ গৈছে। ১৯৬২ চনত কেপ্টেইন এন. এম. গুপ্ত ট্ৰফী জয় কৰাৰ উপৰি গোলাঘাট জিলা পুনৰ আন্তঃ জিলা চেম্পিয়ন হয়। ১৯৬৪ চনত পুনৰ এ টি পি এ শ্বিল্ড জয় কৰে; যদিও ডুগৰ শ্বিল্ডত ৰাণাৰ্ছ-আপ হয়।

১৯৬১ চনৰ ১৪ জানুৱাৰীত এ-এছ-আই পদলৈ প্ৰমোচন পায়। ১৯৬৫ চনৰ ২২ আগষ্ট তাৰিখে সৰ্বাইবন্ধা গাঁৱৰ শ্ৰীমতী মিনু লহকৰৰ সৈতে বিবাহ পাশত আবদ্ধ হয় আৰু সেইবছৰতে তেজপুৰলৈ খেলিব গৈ বাঁও-ভৰিত আঘাত পাইছিল। ১৯৬৬ চনত গোলাঘাট দলত খেলি আন্তঃ জিলা খিতাপ পায়। ১৯৬৯ চনত তেওঁক চিলঙলৈ ট্ৰেন্সফাৰ কৰে আৰু চিলং পুলিচ দলত এবছৰমান খেলিয়েই ফুটবলৰ পৰা অৱসৰ লয়। ইয়াত চাকৰি কৰি থাকোতেই ১৯৭১ চনত ৮ ফেব্ৰুৱাৰী তাৰিখে চিলং চিভিল হস্পিতালত তেওঁৰ মৃত্যু হয়। ❑❑

# ভূবন গগৈ

ডেৰগাওঁ পুলিচৰ লেফট-বেক্ ভূবন গগৈ অসম ফুটবলৰ পৰিচিত নাম। ঐতিহ্যপূৰ্ণ শিৱসাগৰৰ চেৰেকাপাৰত জন্ম গ্ৰহণ কৰা বাওধৰা বংশৰ ভূবন গগৈ আমাৰ বাবে সদায় এক দৃষ্টান্ত হৈ ৰ'ব। ক্ৰীড়ামোদীসৱে তেওঁক "অসম গড়" নাম দিছিল। তেওঁৰ অভ্যুদয়ে সেই স্থানৰ বাবে দ্বিতীয় সমকক্ষ খেলুৱৈ উদয় হোৱা নাছিল। ১৯৬৩ চনৰ সন্তোষ ট্ৰফীত তেওঁ লেফট-বেক্‌ৰূপে খেলোঁতে ডিব্ৰুগড়ৰ লেফট-বেক্ খনিন শেনচোৱা আৰু মহাৰাণা ক্লাবৰ লেফট-বেক্ চঞ্চল গুহক ৰাইট-বেক্ পজিচনত মকৰল কৰা হৈছিল। ১৯৫৯-ৰ আন্তঃ জিলা টুৰ্ণামেণ্টত যোৰহাট দলৰ হৈ দুৰ্দ্ধৰ্ষ ফুটবল প্ৰদৰ্শন কৰি ৰাজ্যিক দলত স্থান লাভ কৰা ২১-বছৰ বয়স্ক ভূবন গগৈয়ে জাতীয় ফুটবল প্ৰতিযোগিতাত স্বকীয় দুৰ্দ্ধৰ্ষতাৰ জৰিয়তে অসমৰ মুধা ফুটা খেলুৱৈসকলৰ শাৰীত নিজকে প্ৰতিষ্ঠা কৰি গ'ল। এই গৰাকী ৫ ফুট ৪½ ইঞ্চি ওখ, ৬১ কিলোগ্ৰাম ওজনৰ পাহুৱাল আহোম যুবকৰ বিষয়ে ডেৰগাওঁ পুলিচ তথা ৰাজ্যিক দলৰ ৰাইট-বেক্ আমানুল্লাৰ মন্তব্য, "তীব্ৰ গতিসম্পন্ন লেফট-বেক্ ভূবন গগৈ, দুই ভৰিত পাৱাৰফুল শ্বট্ থকা অত্যন্ত শক্তিশালী খেলুৱৈ। কোনো খেলুৱৈৰ পক্ষে তেওঁক অতিক্ৰম কৰি বল লৈ ওলাই যোৱাটো অসম্ভৱ। তেওঁৰ এটা ডাঙৰ গুণ — কোনো ধৰণৰ ৰাগীয়াল দ্ৰব্য সেৱন নকৰিছিল। নিৰ্জু স্বভাৱৰ এই ফুটবলাৰ গৰাকী খেল আৰু অনুশীলনত খুউব মনযোগী, সময়নিষ্ঠ আৰু কৰ্ত্তব্যপৰায়ণ।"

ভূবন গগৈ চেৰেকাপাৰ হাতীমুৰীয়া গাঁৱত ১৯৩৮ চনত জন্ম গ্ৰহণ কৰে। পিতৃ ৰতিৰাম গগৈ চিটাদাৰ আছিল। খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰা মুঠ দহজন(পাঁচজন ল'ৰা আৰু পাঁচজনী ছোৱালী)ৰ ভিতৰত তেওঁ তিনি নং সন্তান। তেওঁ শিৱসাগৰৰ অসম পলিটেক্‌নিক্ হাইস্কুলত পঢ়োতে নিতৌ ৫ মাইল (২½+২½) পথ খোজ কাঢ়ি অহা যোৱা কৰিছিল আৰু ১৯৫৪ চনত প্ৰৱেশিকা পৰীক্ষা দিয়েই শিক্ষা সামৰে। স্কুলত পঢ়াৰ উপৰি হাল-কোৰ বোৱা, খেতি কৰা আদি কাৰ্য্যই তেওঁক বলিষ্ঠ যুৱকৰূপে গঢ় দিয়ে। নৱমমানৰ পৰাই স্কুল দলৰ হৈ শিৱসাগৰ লীগত আত্ম-প্ৰকাশ কৰা ভূবন গগৈ দলৰ অধিনায়ক আছিল। স্কুল এৰিয়ে ১৯৫৪ চনত অসম ৰেজিমেণ্টত যোগদান কৰি এবছৰ কাল কটায়। প্ৰত্যাবৰ্ত্তন কৰি ১৯৫৬ চনত যোৰহাট পুলিচত যোগদান কৰে আৰু এই দলৰ হৈ ফুটবল খেলোতে ১৯৫৮ চনত এ টি পি এ শ্বিল্ড জয় কৰে। তদুপৰি অসম পুলিচ ক্ৰীড়াৰ ১০০,২০০ আৰু ৪০০ মিটাৰ দৌৰত প্ৰথম স্থান দখল কৰি শ্ৰেষ্ঠ

খেলুৱৈৰ বঁটা পায়। ইতিমধ্যে নকৈ গঢ় লোৱা ডেকগাওঁ পুলিচ দলত খেলোতে এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ, বৰদলৈ ট্ৰফী, ডুগৰ শ্বিল্ড আৰু কেপ্টেইন এন. এম. গুপ্ত ট্ৰফী জয় কৰে। ডেকগাওঁ পুলিচ দলৰ এই সাফল্য লানিয়ে অসম ফুটবলত চাঞ্চল্যৰ সৃষ্টি কৰে। ১৯৫৮ আৰু ১৯৫৯ চনত যোৰহাটৰ হৈ আন্তঃ জিলা খেলে। ১৯৬০-৬৪ লৈকে গোলাঘাটৰ হৈ খেলোতে ১৯৬০ আৰু ১৯৬২ চনত চেম্পিয়নশ্বিপ অৰ্জন কৰে তথা শেষ বছৰ (১৯৬৪ চন) দলৰ অধিনায়ক আছিল। উপৰি দুবাৰ (১৯৫৯ আৰু ১৯৬৩) ৰাজ্যিক দলতো খেলে। তেওঁৰ ফুটবল জীৱনত মহম্মদ নাকি (১৯৫৮) আৰু বিখ্যাত চাহ মেবালাল (১৯৬৩)ৰ প্ৰশিক্ষণ লাভ কৰে।

দুৰ্দ্ধৰ্ষ লেফট-বেক্ ভূবন গগৈৰ স্মৰণীয় খেলসমূহ — ১৯৫৯ সন্তোষ ট্ৰফীত উৰিষ্যা, বঙ্গ, কেৰালা, ছাৰ্ভিচেজ আৰু বম্বেৰ বিৰুদ্ধে খেলে। বাৰ্ণপুৰস্ত শক্তিশালী বঙ্গক ১-০ গ'লত পৰাভূত কৰোঁতে ভাৰতৰ দুৰ্দান্ত ৰাইট-আউট পি. কে. বেনাৰ্জীক কঠোৰ পহৰাৰ জৰিয়তে সম্পূৰ্ণৰূপে নিষ্প্ৰভ কৰি দিছিল। তেওঁৰ মতে অসমে খেলা এইখন এখন তীব্ৰ প্ৰতিদ্বন্দ্বিতাপূৰ্ণ খেল আছিল। তদুপৰি ১৯৬১ চনৰ বৰদলৈ ট্ৰফী ছেমি-ফাইনেলত অসম ৰাইফলচৰ বিৰুদ্ধে ৰক্ষণবিভাগত তেওঁ একক দুৰ্দ্ধৰ্ষতাৰ পৰিচয় দিছিল। অৱশ্যে ডেকগাওঁ পুলিচ দল এই খেলত পৰাভূত হয় — সফল স্কৰাৰৰ অভাৱত। তৃতীয়স্থান নিৰ্ণয়কাৰী খেলত ডিব্ৰুগড় টাউন ক্লাবক ৪-২ গ'লত পৰাভূত কৰোঁতে তেওঁ এইচ. পি. চন্দ' মে'মৰিয়েল বেষ্টমেন ট্ৰফী পায়। ডেকগাওঁ পুলিচৰ লেফট-আউট তথা ৰাজ্যিক খেলুৱৈ ৰিয়াজ আলিৰ মতে, "লেফট-বেক্ৰূপে খেলা বলিষ্ঠ ভূবন গগৈ দুৰন্ত স্পিডি খেলুৱৈ। দুই ভৰিৰ শুটিং আৰু টেক্লিং থকা এই গৰাকী পৰিশ্ৰমী ফুটবলাৰৰ কভাৰিং উত্তম যাৰবাবে যি কোনো ফৰোৱাৰ্ডে অতিক্ৰম কৰা দুৰূহ।" মহীশূৰ ডিষ্ট্ৰিক্ট কমিটী আৰু জলন্ধৰ লীডাৰ্ছৰ বিৰুদ্ধে তেওঁৰ খেল উল্লেখযোগ্য। ডিব্ৰুগড় একাদশৰ বিৰুদ্ধে ডেকগাওঁ পুলিচৰ প্ৰদৰ্শনী খেলখন তেওঁৰ অন্যতম স্মৰণীয় খেল আছিল।

পুণ্যেশ্বৰ কছাৰীয়ে অৱসৰ লোৱাৰ পিচত ১৯৬৪ চনত ভূবন গগৈ ডেকগাওঁ পুলিচৰ অধিনায়ক হয়। ১৯৬৫ চনত জিলা দল নিৰ্বাচনী শিবিৰত অংশ লোৱাৰ পিচতে কৰঙনত ফোহা হৈ অসুস্থ হৈ পৰে। ফলত ৰাজ্যিক দল বাছনি শিবিৰত উপস্থিত থাকিব নোৱাৰিলে আৰু তেওঁ ফুটবলৰ পৰাই অৱসৰ গ্ৰহণ কৰে। পুলিচ ইন্সপেক্টৰ ভূবন গগৈ কৰ্কট ৰোগত আক্ৰান্ত হৈ ১৯৯১ চনৰ ১৩ জানুৱাৰীত অসম মেডিকেল কলেজত হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# প্ৰদীপ ফুকন(তিকৰি)

পৰিয়ালৰ তেজৰ বক্তিম প্ৰবাহে প্ৰভাৱ পেলোৱা উদাহৰণ বিৰল নোহোৱা নহয়। ঠিক এনে এটা নজিৰ অসম ফুটবলৰ প্ৰদীপ ফুকন। ফুটবল জগতত "তিকৰি" নামেৰে খ্যাত এই ক্ষীণ ফুটবল কুশলী গৰাকী যোৰহাটৰ বিখ্যাত ফুকন পৰিয়ালৰ। পিতৃ অম্বিকানাথ ফুকন এগৰাকী সুনিপুণ খেলুৱৈ আছিল। অৱশ্যে এজন দক্ষ খেলুৱৈ হ'বলৈ শাৰীৰিক সক্ষমতা, পৰিবেশ, প্ৰেৰণাৰ উপৰি একান্ত সাধনাৰ প্ৰয়োজন। হাইস্কুলত পঢ়ি থাকোতে উজনি অসমৰ শিক্ষা, সংস্কৃতি আৰু খেলা-ধূলাৰ প্ৰাণকেন্দ্ৰ আছিল প্ৰাচীনতম নগৰ যোৰহাট। স্কুল টুৰ্ণামেণ্টত ফুটবল খেলি সুনাম অৰ্জন কৰোঁতে বন্ধু বান্ধৱ তথা ৰাইজৰ অনুপ্ৰেৰণাৰ লগতে শিক্ষকৰ প্ৰেৰণা লাভ কৰে। যোৰহাট চহৰৰ বুকুত ডাঙৰ দীঘল হোৱা এই ল'ৰাজনক তাৰ পৰিবেশ আৰু প্ৰেৰণাই এজন নিপুণ ফুটবলাৰৰূপে গঢ় লবলৈ অৱিহণা যোগায়। যোৰহাটৰ বুকুতে ফুটবলৰ অঙ্কুৰণ হয় যদিও গুৱাহাটীতহে প্ৰতিভাৰ বিকাশ ঘটে। ৰাজ্যিক ফুটবলাৰ অজয় দাসৰ ভাষাত, "সাধাৰণ স্বাস্থ্যৰ অধিকাৰী প্ৰদীপ ফুকনৰ ক্ৰীড়া কৌশলে ফুটবলক এক মেজিক পৰ্য্যায়লৈ নিছিল।" সেইদৰে ডেৰগাওঁ পুলিচৰ দুৰ্দ্ধৰ্ষ লেফট-বেক্ ভুবন গগৈৰ মতে, "প্ৰদীপ ফুকনৰ ড্ৰিবলিং অতি আচৰিত ধৰণৰ, তেওঁৰ আয়ত্তত বল থাকিলে অন্যই নিয়া অতি কঠিন।"

প্ৰদীপ ফুকনে ১৯৩৭ চনত যোৰহাটত জন্ম গ্ৰহণ কৰে। মুঠ নজন সহোদৰ(পাঁচজন লৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ ভিতৰত এওঁ পঞ্চম সন্তান। তেওঁ সপ্তমমান শ্ৰেণীৰ পৰাই স্কুল দলৰ লেফট-ইনৰূপে ফুটবলৰ পাতনি মেলে। শঙ্কৰদেৱ চেমিনাৰীৰ পৰা ১৯৫৬ চনত মেট্ৰিক আৰু জে.বি. কলেজৰ পৰা ১৯৬১ চনত বি.এ. পাছ কৰে। জে. বি. কলেজৰ হৈ নিয়মিত খেলোতে ১৯৫৯ আৰু ১৯৬১ চনত দুবাৰ আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ জয় কৰে। ইয়াৰ ভিতৰত ১৯৫৯ চনত "শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা পায়।

তেজপুৰৰ এই তীব্ৰ প্ৰতিদ্বন্দ্বিতামূলক ফাইনেলত চেণ্ট এন্থনি কলেজক ২-০ গ'লত পৰাভূত কৰে তথা তেওঁৰ ফুটবল জীৱনৰ শ্ৰেষ্ঠ খেল আছিল। ১৯৫৯' আৰু ১৯৬১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলতো খেলিছিল। ১৯৬১-ৰ মাণ্ডলিক ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত পৰাভূত হয় (প্ৰথম দিনা ড্ৰ আছিল)। তেওঁ দলৰ সহ-অধিনায়ক আছিল। ইতিপূৰ্বে পঞ্জাব বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে তেওঁ ২ গ'ল কৰি সুনাম অৰ্জন কৰিছিল। ১৯৫৬-১৯৬১ লৈকে যোৰহাট জিলাৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ ভিতৰত ১৯৬০ চনত তেওঁৰ অধিনায়কত্বতে ৰাণাৰ্ছ-আপ হয়। যোৰহাট ক্লাবৰ এই খেলুৱৈ গৰাকী ১৯৬২ চনত ৰাধাগোবিন্দ বৰুৱাৰ আমন্ত্ৰণ ক্ৰমে গুৱাহাটী টাউন ক্লাবত যোগদান কৰে আৰু স্বকীয় ফুটবলৰ কলা-কৌশলৰ বাবেই ইণ্ডিয়া কাৰ্বনত কৰ্মনিয়োগ ঘটে। জন্মগত প্ৰতিভাৰে ভৰপূৰ প্ৰদীপ ফুকনে গুৱাহাটীৰ ফুটবলত ভৰি দিয়েই স্বকীয় প্ৰতিভাৰ বিকাশ ঘটাবলৈ সুবৰ্ণ সুযোগ পায়। তেওঁ সজাই দিয়া বল সমূহৰ জৰিয়তে ইন্দ্ৰজিৎ নামচুম, আব্দুল জেলিল আদি ফৰোৱাৰ্ডসৱে প্ৰতিপক্ষৰ গ'ল বিদীৰ্ণ কৰিছিল। মুঠতে তেওঁৰ দৰে ফুটবল কলাবিদ তথা স্কিমাৰ অসম ফুটবলত অতি বিৰল। ১৯৬৩ চনৰ বৰদলৈ ট্ৰফীত গুৱাহাটী টাউন ক্লাব আৰু জলন্ধৰ লীডাৰ্ছ যুগ্ম বিজয়ী হৈছিল। এয়াও এখন তেওঁৰ শ্ৰেষ্ঠ খেল। ১৯৬৭ গুৱাহাটী লীগত ১০ গ'ল দি ভোলা ৰায়ৰ সৈতে যুগ্মভাৱে টপ্ স্কৰাৰ হয়। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ আৰু মাত্ৰ ৫৩ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় ফুটবলাৰ ১৯৬৩, ১৯৬৫ আৰু ১৯৬৬ চনত গুৱাহাটীৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ ভিতৰত এবাৰ ৰাণাৰ্ছ-আপ ট্ৰফী পায়। ১৯৬৭ চনত গুৱাহাটী টাউন ক্লাব বনাম ছোভিয়েট ইউনিয়নৰ ডায়নামো মিনস্ক ক্লাবৰ খেলত তেওঁ অধিনায়ক আছিল। তেওঁ ১৯৬৯ লৈকে খেলি ফুটবলৰ পৰা অৱসৰ লয়। সেইবছৰ তেওঁ সোঁ-আঠুত আঘাত পায় আৰু লীগৰ শেষ খেলখন খেলিয়ে এই সিদ্ধান্ত লয়। তেওঁ ৰাজ্যিক দলত স্থান নেপালেও অতি উচ্চস্তৰৰ ফুটবলাৰ আছিল। ১৯৬০ চনত ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পাইছিল। বিশেষকৈ তেওঁৰ ভৰিৰ কাৰুকাৰ্য্য অসম ফুটবলত সদায় সজীৱ হৈ থাকিব। প্ৰাক্তন খ্যাতনামা ফুটবলাৰ প্ৰভাত হাজৰিকাৰ মতে, "GTC's left–in Pradip Phukan was very clever and game maker forward."

১৯৯৫ চনত তেওঁ চাকৰিৰ পৰা অৱসৰ লয় আৰু ১৯৯৭ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন লাভ কৰে।

# জগদীশ শীল



অসম ফুটবলত বহুতো ফুটবলাৰৰ অভ্যুদয় হৈছে। ইয়াৰ ভিতৰত কিছু সংখ্যক প্ৰতিভাসম্পন্ন খেলুৱৈয়ে অনামী দলত খেলি স্বকীয় ফুটবল কলাক ক্ৰীড়ামোদী ৰাইজৰ স্মৃতি-পটত জিলিকাই থৈ যাবলৈ সক্ষম হৈছে। এইখিনিতে নামৰূপ থাৰ্মেল ক্লাবৰ লেফট-ইন জগদীশ শীলৰ বিষয়ে উনুকিয়াব পাৰি। এই গৰাকী মাত্ৰ ৫ ফুট ৫ ইঞ্চি ওখ আৰু প্ৰায় ৬০ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে স্বকীয় বুদ্ধিদীপ্ত তথা পৰিষ্কাৰ খেলেৰে এজন দক্ষ স্কিমাৰৰ ভূমিকা লৈছিল। যি কোনো বল উলিয়াই দিয়াত সিদ্ধহস্ত এই জগদীশ শীল উভয় ভৰিৰ ড্ৰিবলিং আৰু হেডিঙৰে এজন সুদক্ষ খেলুৱৈ আছিল।

জগদীশ শীল বিহাৰৰ বক্সাৰ চহৰৰ দহমাইল নিলগৰ পাণ্ডেপুৰ গাঁৱত ১৯৪২ চনত জন্ম গ্ৰহণ কৰে। পিতৃ মুখৰাম প্ৰসাদ যোৰহাট চহৰৰ এজন কাপোৰ ব্যৱসায়ী আছিল। দুজন সন্তানৰ জগদীশ জ্যেষ্ঠ। যোৰহাটৰ বুকুত ডাঙৰ-দীঘল হৈ ১৯৬০ চনত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। তেওঁ ১৯৫৫ আৰু ১৯৫৬ চনত যোৰহাট জিলা স্কুল দলৰ হৈ আন্তঃ জিলা স্কুল ফুটবল চেম্পিয়নশ্বিপতো অংশ লয়। ১৯৫৫, ১৯৫৬ আৰু ১৯৬০ চনত যোৰহাট চৰকাৰী হাইস্কুল দল ফুটবলত উজনি অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হয়। ১৯৫৫ চনত যোৰহাট চৰকাৰী হাইস্কুলে দেউকণ শ্বিল্ড লাভ কৰোঁতে তেজপুৰ একাডেমীক ২-১ গ'লত হৰুৱাই। দুয়োটা গ'ল - জগদীশ শীলেই দিছিল। ১৯৬১ চনত যোৰহাট ভকেচনেল ট্ৰেইনিং ইন্সটিটিউট দলে উজনি অসম স্কুল টুৰ্ণামেণ্ট ফুটবলত চূড়ান্ত বিজয়ী হওঁতে তেওঁ দলৰ অধিনায়ক আছিল। এই খিনিতে উল্লেখ্য জগদীশ শীলে স্কুলত পঢ়ি থাকোতেই ১৯৫৯ চনত চিনিয়ৰ জিলা দলত স্থান লাভ কৰে। ১৯৬২ চনত জে. বি. কলেজ দলত খেলি আন্তঃ কলেজ চেম্পিয়নশ্বিপ জয় কৰে। যোৰহাট

জিলা দলৰ নিয়মীয়া খেলুৱৈ হৈ থাকোতে ১৯৬০ চনত আন্তঃ জিলা ৰাণাৰ্ছ-আপ হয়। ১৯৬৪ চনত তেওঁ যোৰহাট জুনিয়ৰ আৰু চিনিয়ৰ জিলা দলত খেলে জগদীশ শীলে যোৰহাট ক্লাৱত ফুটবলৰ পাতনি মেলি ৰভাৰ্ছ ক্লাৱত চাৰি-পাঁচ বছৰমান খেলে। পিচত তেওঁ বিদ্যুৎ বৰ্ডত যোগদান কৰি নামৰূপ থাৰ্মেল ক্লাৱত খেলিবলৈ লয়। সেইসময়ত এই থাৰ্মেল ক্লাৱ উজনি অসমৰ এটা শক্তিশালী দলৰূপে পৰিগণিত হৈ সমগ্ৰ অসমৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। ইয়াৰ ভিতৰত মণিপুৰৰ ছাৰ চূড়াচন্দ শিল্ডত ৰাণাৰ্ছ-আপ পাওঁতে তেওঁ সুন্দৰ ফুটবল প্ৰদৰ্শন কৰে। দলৰ দক্ষ স্কৰাৰ অৰুণ বৰঠাকুৰে সফল ফুটবল খেলাৰ মূলতে লেফট-ইন জগদীশ শীলৰ ভূমিকা সদায় স্মৰণীয় হৈ ৰব। ১৯৬৯ চনত ফজল হক্ আৰু অৰুণ বৰঠাকুৰে দুলীয়াজানৰ অইল ইণ্ডিয়াত যোগদান কৰাত থাৰ্মেল দল কিছু ম্লান পৰে। অৱশ্যে তেওঁ ১৯৭০ লৈকে এই দলত খেলি ফুটবলৰ পৰা অৱসৰ লয়। ইয়াৰ পিচতে তেওঁ মৰিয়ণিলৈ ট্ৰেন্সফাৰ লয় আৰু ইয়াত চাকৰি কৰি থাকোতেই ১৯৮১ চনৰ ৩১ জুলাইত যোৰহাটৰ চিভিল হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# খাকান আহমেদ(খুকু)

খাকান আহমেদ অসম ফুটবলৰ এক পৰিচিত নাম। যোৰহাটত অভ্যুদয় হোৱা এই গ'লৰক্ষক গৰাকীয়ে গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলাৰ উপৰি ৰাজ্যিক দলতো স্থান লাভ কৰিছিল।

খাকান আহমেদ ১৯৪২ চনৰ ১৮ মাৰ্চত যোৰহাটৰ এক সম্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। বুৰঞ্জী প্ৰসিদ্ধ "বাঘ হাজৰিকা" বংশৰ এওঁ দ্বাদশতম পুৰুষ। খাকান আহমেদৰ পিতৃ অল হজ নাকিবুজ জামাল আহমেদ কৃষি বিভাগৰ যুটীয়া সঞ্চালক আছিল। খাকানৰ সম্পূৰ্ণ নাম খাকানুজ জামান আহমেদ, উপনাম "খুকু"। মুঠ ১০ জন সন্তান (৭ জন ল'ৰা আৰু ৩ গৰাকী ছোৱালী)ৰ ভিতৰত পঞ্চম সন্তান তথা ল'ৰাৰ ভিতৰত চতুৰ্থ। চিলঙত শিক্ষা জীৱনৰ শুভাৰম্ভ কৰি চিলং গভৰ্ণমেণ্ট হাইস্কুলত পঞ্চমমানলৈকে পঢ়ি যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলত নাম লগায়। ১৯৫৬-ৰ পৰা যোৰহাট জিলা স্কুল দলৰ হৈ আন্তঃ জিলা স্কুল ফুটবল

খেলে। ১৯৫৯ চনত মেট্ৰিক পাছ কৰে আৰু জে. বি. কলেজত দুবছৰ পঢ়ি আই. এছ চি. পাছ কৰে। ১৯৬১ চনত যোৰহাট ইঞ্জিনীয়াৰিং কলেজত নাম লগায় আৰু ১৯৬৫ চনত বি. ই. পাছ কৰে। ১৯৬৬ চনত তেওঁ এচিচটেণ্ট ইঞ্জিনীয়াৰৰূপে গড়কাপ্তানি বিভাগত যোগদান কৰে।

খাকান আহমেদে উজনি অসম স্কুল টুৰ্ণামেণ্টত স্কুল দলৰ পক্ষে আত্ম-প্ৰকাশ কৰিলেও ১৯৫৯ চনৰ আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতা তেওঁৰ প্ৰথম, বৃহৎ আৰু সফল ফুটবলৰূপে পৰিগণিত হয় কাৰণ জে. বি. কলেজে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। তেওঁ যোৰহাট জিলা দলতো খেলিছিল। বিশেষকৈ ইঞ্জিনীয়াৰিং পঢ়ি থাকোতেই ১৯৬৩ চনত বিশ্ববিদ্যালয় আৰু ১৯৬৪ চনত ৰাজ্যিক দলতো স্থান লাভ কৰে। ১৯৬৬ চনৰ পৰা গুৱাহাটী টাউন ক্লাবত খেলিবলৈ লয় আৰু ১৯৬৭ চনত পুনৰ ৰাজ্যিক দলত স্থান লাভ কৰে। তেওঁ গুৱাহাটী টাউন ক্লাবৰ উপৰি জিলা দলতো নিয়মিত খেলিছিল। গড়কাপ্তানি বিভাগত এগজিকিউটিভ ইঞ্জিনীয়াৰৰূপে চাকৰি কৰি থাকোতে ১৯৮৮ চনৰ ২৮ ছেপ্টেম্বৰত গুৱাহাটী মেডিকেল কলেজ হস্পিতালত মাত্ৰ ৪৬ বছৰ বয়সত মৃত্যুক সাৱটি লয়।

## নৃপেন সভাপণ্ডিত(নিপু)

যোৰহাটৰ ক্ৰীড়া মহলত "নিপু" উপনামেৰে জনপ্ৰিয় নৃপেন সভাপণ্ডিত অসম ফুটবলৰ এগৰাকী বাছকবনীয়া খেলুৱৈ। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৫৭ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় খেলুৱৈয়ে উভয় ভৰিৰ শ্যুটিং আৰু ড্ৰিবলিঙৰ জৰিয়তে অসমৰ আগশাৰীৰ খেলুৱৈৰূপে পৰিগণিত হৈছিল। সৰ্বদা লেফট-আউট পজিচনত খেলা নৃপেন সভাপণ্ডিতে ১৯৬৪ চনত জুনিয়ৰ জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পোৱা অসমৰ তিনি গৰাকী খেলুৱৈৰ অন্যতম আছিল যদিও তেওঁ কেম্পত উপস্থিত থাকিব নোৱাৰিলে। নহলে ইন্দ্ৰজিৎ নামচুম আৰু বসন্ত কুমাৰ কাবুইৰ সৈতে নৃপেন সভাপণ্ডিতৰ নামটোও যে জড়িত থাকিলহেতেন তাত সন্দেহ নাই!

নৃপেন সভাপণ্ডিত ১৯৪২ চনৰ ১৩ ফেব্ৰুৱাৰীত যোৰহাটৰ এক শিক্ষিত

পৰিয়ালত জন্ম গ্ৰহণ কৰে। শিক্ষক তথা স্কুলীয়া কিতাপৰ লিখক নকুল চন্দ্ৰ সভাপণ্ডিতৰ পাঁচ গৰাকী সন্তানৰ নৃপেন সভাপণ্ডিত চতুৰ্থ সন্তান। পঢ়া-শুনাৰ পাতনি শঙ্কৰদেৱ ছেমিনাৰী স্কুলত আৰু ১৯৬০ চনত মেট্ৰিক পাছ কৰে। ইয়াৰ পিচতে চাৰি বছৰ জে.বি. কলেজত পঢ়ে। অৱশ্যে তেওঁৰ বি. এছচি. পাঠ্যক্ৰম সম্পূৰ্ণ নহ'ল। ১৯৬৩ আৰু ১৯৬৪ চনত তেওঁ অসম জুনিয়ৰ দলত খেলে আৰু ইয়াৰ অন্তৰ্গত প্ৰথমবাৰ দলৰ সহ-অধিনায়ক আছিল। **"The North India"** পত্ৰিকাই তেওঁৰ বিষয়ে লিখিছিল, "Assam's Sabhapandit is the best attacker of the team." ১৯৬৩-৬৪ বতৰত পাতিয়ালাত অনুষ্ঠিত নেচনেল জুনিয়ৰ ট্ৰায়েল কেম্পলৈ অসমৰ তিনিগৰাকী খেলুৱৈয়ে আমন্ত্ৰণ পায়। ইয়াৰ ভিতৰত নৃপেন সভাপণ্ডিতো আছিল। কিন্তু তেওঁ কেম্পত উপস্থিত থাকিব নোৱাৰিলে। পিচৰ বছৰো পুনৰ অসমৰ তিনি গৰাকী খেলুৱৈক এই ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ কৰে। তেওঁলোক যথাক্ৰমে নৃপেন সভাপণ্ডিত, তম্বা সিং আৰু আনন্দ লস্কৰ। এই বাছনি শিবিৰ বোম্বাইত অনুষ্ঠিত হৈছিল। কিন্তু দুৰ্ভাগ্য নৃপেন সভাপণ্ডিতে সোঁ-আঠুৰ লিগামেণ্টত আঘাত পোৱা বাবে শিবিৰত পাৰদৰ্শিতা প্ৰদৰ্শন কৰিব নোৱাৰিলে।

জে. বি. কলেজ দলত চাৰিবছৰ খেলোতে ১৯৬১ আৰু ১৯৬২ চনত আন্তঃ কলেজ খিতাপ জয় কৰাত সভাপণ্ডিতে বিশেষ ভূমিকা লয়। উপৰি তিনিবাৰ (১৯৬২,১৯৬৩ আৰু ১৯৬৪) গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অংশ লয়। যোৰহাট ক্লাৱৰ এই ফুটবল প্ৰতিভা নৃপেন সভাপণ্ডিতে ১৯৬১-ৰ পৰা ১৯৭৫ লৈকে মুঠ ৯ বাৰ যোৰহাট জিলা দলত খেলে। শেষৰবছৰ তেওঁ দলৰ অধিনায়ক আছিল। ১৯৬৫ চনৰ ৰাজ্যিক দলত স্থান লাভ কৰি তেওঁ সন্তোষ ট্ৰফীত অংশ গ্ৰহণ কৰে। সেইসময়ত অসমৰ অন্যান্য মুধা-ফুটা লেফট-আউটসকল আছিল বসন্ত কুমাৰ কাবুই আৰু টম ৱাৰিচ খাৰ্বুদন আদি। নৃপেন সভাপণ্ডিতে ১৯৬৬ চনত গুৱাহাটী টাউন ক্লাৱত যোগদান কৰি এবছৰকাল খেলে। পিচত পুনৰ যোৰহাট ক্লাৱলৈ প্ৰত্যাবৰ্ত্তন কৰে। ১৯৭৭ চনত যোৰহাট লীগ খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয় যদিও সংগঠকৰূপে জড়িত থাকি ১৯৮০-৯৪ পৰ্য্যন্ত যোৰহাট জিলা ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদকৰ কাৰ্য্য নিৰ্বাহ কৰে।

# অৰুণ বৰঠাকুৰ

অসম ফুটবলত অভ্যুদয় হোৱা প্ৰতিভাশালী ফৰোৱাৰ্ডসকলৰ ভিতৰত অৰুণ বৰঠাকুৰ অন্যতম। এই গৰাকী মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫৭ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় ফুটবলাৰে দ্ৰুতগামী ক্ৰীড়া কৌশলৰ জৰিয়তে অসমৰ চকুত পৰা খেলুৱৈত পৰিণত হৈছিল। তেওঁৰ বাৰম্বাৰ আক্ৰমণে প্ৰতিপক্ষক ব্যতিব্যস্ত কৰাৰ উপৰি স্বকীয় স্কৰিং ক্ষমতাৰ জৰিয়তে গ'লৰ বন্যা তুলিছিল। গুৱাহাটী বিশ্ববিদ্যালয় আৰু ৰাজ্যিক দলৰ গ'লৰক্ষক **মনোজ পাত্ৰৰ** মতে, "Arun Barthakur belongs to all quality of complete footballer. He is best among 1955-90." সেইদৰে ৰাজ্যিক দলৰ ষ্টাইলিষ্ট হাফ্ **টচেন বড়াৰ** মতে, "Playing away from his opponent Mr. Barthakur is an opportunist – lucky scorcr."

অৰুণ বৰঠাকুৰ ১৯৫০ চনত গোলাঘাটৰ ওচৰৰ বাদুলীপাৰ চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। তেওঁ ভোলাগুৰি কমলা মিৰি হাইস্কুলত পঢ়া-শুনা কৰোঁতে স্কুল দলৰ নিয়মীয়া খেলুৱৈ আছিল। ফুটবলাৰ হোৱাত পৰিয়ালৰ প্ৰভাৱ আৰু স্কুলৰ শিক্ষা গুৰুৰ প্ৰেৰণা ইন্ধন স্বৰূপ আছিল। সেই সময়ত এই অঞ্চলৰ বিভিন্ন ফুটবল প্ৰতিযোগিতাত ডেৰগাওঁ পুলিচ দলে যোগদান কৰোঁতে তেওঁ পুণ্যেশ্বৰ কছাৰী, শিৱ ভৰালী, ভুবন গগৈ, বিজয় ব্ৰহ্মা, ৰিয়াজ আলি আৰু নাৰায়ণ বৰা আদিৰ বিৰুদ্ধে খেলাৰ সুযোগ পাইছিল। গোলাঘাটৰ বগীধলা দলৰ খ্যাতনামা টঙ্ক ৰাজকুমাৰ, আৰ্ণল্ড চাংমা আৰু বিজয় বৰঠাকুৰ আদিৰ বিৰুদ্ধেও খেলিছিল তথা এই খেলুৱৈসকলৰ ফুটবলে তেওঁক আকৰ্ষিত কৰে। ১৯৬৪ চনত মেট্ৰিক পাছ কৰি যোৰহাট আই. টি. আই.-ত নাম লগায় আৰু যোৰহাট ক্লাবৰ নিয়মীয়া খেলুৱৈ হৈ পৰে। তেওঁ যোৰহাটৰ হৈ আন্তঃ জিলা ফুটবলত অংশ লয়। তদুপৰি ১৯৬৪ চনত যোৰহাট কলেজৰ পক্ষে আন্তঃ কলেজ ফুটবলত অংশ গ্ৰহণ কৰিছিল। তেওঁ ৱেলডাৰ বিষয়ত আই. টি. আই. পাছ কৰি ১৯৬৬ চনত নামৰূপৰ থাৰ্মেল প্ৰজেক্টত যোগদান কৰে তথা সেই সময়ত নামৰূপ থাৰ্মেল ক্লাব এটা শক্তিশালী দল আছিল। এই দলত অৰুণ বৰঠাকুৰে মুখ্য টাৰ্গেটমেনৰ ভূমিকা গ্ৰহণ কৰিছিল। ডিব্ৰুগড় জিলা দলৰ নিয়মীয়া খেলুৱৈ হোৱাৰ উপৰি তেওঁ ৰাজ্যিক দলতো

লেখাৰি নিচিগাকৈ খেলিছিল। স্বকীয় ফুটবল পাণ্ডিত্যৰ গুণত ১৯৬৯ চনত দুলীয়াজানৰ অইল ইণ্ডিয়াত যোগদান কৰি অইল দলৰ হৈ সফল ফুটবলৰ দ্বিতীয় পৰ্য্যায় পাতনি মেলে। ১৯৬৬-৭৭ লৈকে ডিব্ৰুগড় জিলা দলত খেলোতে তিনিবাৰ চূড়ান্ত বিজয়ী হয়। সৰ্বমুঠ এঘাৰবাৰ ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰি অভিলেখ স্থাপন কৰে। এই অভিলেখ বৰ্ত্তমানেও অটল অৱস্থাত আছে। ১৯৭২, ১৯৭৩ আৰু ১৯৭৪ চনত তেওঁ ৰাজ্যিক দলৰ অধিনায়ক আছিল। বিশেষকৈ উল্লেখ্য ১৯৭২ চনত উত্তৰ প্ৰদেশৰ বিৰুদ্ধে ৬-০ ব্যৱধানত জয়ী হওঁতে হেট-ট্ৰিক অৰ্জন কৰি সন্তোষ ট্ৰফীত হেট-ট্ৰিক কৰা অসমৰ তৃতীয় গৰাকী খেলুৱৈৰূপে পৰিগণিত হয়। ১৯৭৩ চনত জাতীয় দল বাছনি শিবিৰলৈও আমন্ত্ৰণ পায়। ১৯৬৫ চনত গুৱাহাটীত মস্কো ডায়নামোৰ বিৰুদ্ধে তেওঁ ১ গ'ল কৰিছিল। তদুপৰি ১৯৬৯ স্বাধীনতা দিৱস কাপত মহমেডান স্পৰ্টিঙৰ পাপান্নাৰ সৈতে তেওঁ যুগ্মভাৱে সৰ্বোচ্চ গ'লদাতা আছিল। ১৯৭৬ চনত অইল ইণ্ডিয়া বনাম ডেম্পো স্পৰ্টছ ক্লাবৰ প্ৰদৰ্শনী খেলত তেওঁ ২০ গজ দূৰৰ পৰা হাফ্-ভলী মাৰি স্কৰ কৰোঁতে গ'লৰক্ষক থঙ্গৰাজে তেওঁক কৰমৰ্দ্দন কৰিছিল। ১৯৭৮-৭৯ বতৰত পাতিয়ালাৰ পৰা ফুটবলৰ এন.আই. এছ. লয় আৰু অইল দলৰ খেলুৱৈ তথা প্ৰশিক্ষক ৰূপে অতিবাহিত কৰোঁতে ১৯৮৮ চনত প্ৰতিযোগিতামূলক ফুটবলৰ পৰা তেওঁ অৱসৰ গ্ৰহণ কৰে। ❑❑





STATESMAN

Arun ... Pulverizes

... Defences

... Hat-Trick

# নগাঁৱৰ ফুটবল ইতিহাস



বৃটিছ ৰাজত্ব কালতে (১৮৩৩) গঠন হোৱা নগাওঁ জিলাৰ সদৰঠাই আছিল – পুৰণিগুদাম। ১৮৩৫ চনত ৰঙাগড়া আৰু ১৮৩৯ চনত নগাঁৱলৈ জিলা সদৰ উঠাই নিয়ে। নগাঁৱৰ পুৰণি নাম – খাগৰিজান। আনুমানিক বিংশ শতিকাৰ পাতনিৰে পৰা নগাঁৱত ফুটবল খেলিছিল যদিও ১৯৪০ চন পৰ্য্যন্ত কোনো সন্থা গঢ়ি উঠা নাছিল। অৱশ্যে ১৯৩৬ চনতে আৰম্ভ হোৱা ৰায়চাহাব বালাবক্স হাণ্ডাৰিয়া শ্বিল্ড অসমৰ পুৰণি প্ৰতিযোগিতা সমূহৰ ভিতৰত অন্যতম। ১৯৪১ চনত নগাওঁ ফুটবল সন্থাই গা কৰি উঠে। ডচন হাইস্কুলৰ হেড্‌মাষ্টৰ **জ্ঞান চন্দ্ৰ বৰা** সন্থাৰ প্ৰতিষ্ঠাপক সম্পাদক আৰু **লুটফুৰ ৰহমান** প্ৰথমজন সভাপতি আছিল। দ্বিতীয় বিশ্ব যুদ্ধৰ সময়ত "জুবিলী ফিল্ড" (যথাক্ৰমে নগাওঁ স্পৰ্টছ ষ্টেডিয়াম/ নুৰুল আমিন ষ্টেডিয়াম) সৈন্য বাহিনীৰ শিবিৰলৈ ৰূপান্তৰ হয় আৰু ১৯৪৯ পৰ্য্যন্ত এই ফিল্ড সৈন্য বাহিনীয়ে এৰি দিয়া নাছিল। তৎসত্বেও সেই বছৰ পুলিচ গ্ৰাউণ্ডতে সুকলমে ২য় আন্তঃ জিলা ফুটবল টুৰ্ণামেণ্ট অনুষ্ঠিত হয়। ইতিমধ্যে জুবিলী ফিল্ডৰ সৈন্য শিবিৰো উঠাই নিয়ে আৰু ইয়াতে নগাওঁ স্পৰ্টছ ষ্টেডিয়াম গঢ় লৈ উঠে। ইতিমধ্যে ফুটবলৰ উপৰি খেলৰ অন্যান্য সংগঠনক নগাওঁ ফুটবল সন্থাত সামৰি লওঁতে নগাওঁ স্পৰ্টছ ক্লাব নামেৰে নামাকৰণ কৰা হয় (১৯৫১)। সভাপতি আছিল **মহীচন্দ্ৰ বৰা** আৰু সম্পাদক **নুৰুল আমিন**। ১৯৬১ চনত নগাওঁ স্পৰ্টছ ক্লাবকে নগাওঁ স্পৰ্টছ এছ'চিয়েচন নাম দিয়ে। বিশেষকৈ ১৯৪৯ চনৰ পৰা স্বাধীনতা দিৱস কাপ ফুটবল প্ৰতিযোগিতাৰ শুভাৰম্ভই অসম ফুটবলত এক ক্ৰীড়া বিপ্লৱৰ সূত্ৰপাত ঘটায়। এই কাপটো নগাঁৱৰ মাৰোৱাৰী যুৱক সংঘই দান কৰিছিল। ক্ৰমান্বয়ে স্বাধীনতা দিৱস কাপ ফুটবল প্ৰতিযোগিতাই ভাৰতীয় ফুটবল সন্থাৰ পৰাও প্ৰথম শ্ৰেণীৰ প্ৰতিযোগিতাৰূপে স্বীকৃতি লাভ কৰে। ইয়াৰ লগে লগে নগাওঁ স্পৰ্টছ ষ্টেডিয়ামৰ

খেলপথাৰ(প্লে গ্ৰাউণ্ড)খন ভাৰতৰ ভিতৰত এখন লেখতলবলগীয়া গ্ৰাউণ্ডত পৰিণত হৈছিল। এই স্বাধীনতা দিৱস কাপ ফুটবল প্ৰতিযোগিতাত ভাৰতৰ নামজ্বলা দলসমূহৰ পদধ্বনিৰে অসমৰ মাজমজিয়া নগাওঁ মুখৰিত হৈ আহিছে। নুৰুল আমিন অসম ফুটবল সন্থাৰ সম্পাদক হৈ থকাকালীন নগাঁৱতে এ. এফ. এ.-ৰ কাৰ্য্যালয় আছিল। সেই সময়ত ইয়াতে অসম চিনিয়ৰ আৰু জুনিয়ৰ ৰাজ্যিক দলৰ বাছনি শিবিৰসমূহ নিয়মিত অনুষ্ঠিত হৈছিল। তদুপৰি ১৯৫৯ আৰু ১৯৬৯ চনত দুবাৰ জাতীয় ফুটবল প্ৰতিযোগিতা(সন্তোষ ট্ৰফী) সুকলমে অনুষ্ঠিত হয়। এইবিলাক কাৰণতে নগাঁৱক "Mecca of Sports in Assam" বুলি কোৱাৰ যথাৰ্থতা আছে।


লুটফুৰ ৰহমান


জ্ঞান চন্দ্ৰ বৰা

১৯৬৫ চনত আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাৰ উদ্যোক্তা আছিল, নগাওঁ। ইয়াত ইম্ফল কলেজে চেণ্ট এডমাণ্ডছ কলেজক পৰাভূত কৰি চূড়ান্ত বিজয়ী হৈছিল। অৱশ্যে এই প্ৰতিযোগিতাত নগাঁৱৰ এ. ডি. পি. কলেজে দুবাৰ চূড়ান্ত বিজয়ী হোৱাৰ গৌৰৱ অৰ্জন কৰিছে। ১৯৭৭ চনত প্ৰথম ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা নগাঁৱত অনুষ্ঠিত হয়। ইতিপূৰ্বে ১৯৬২ চনৰ আন্তঃ জিলা স্কুল ফুটবল প্ৰতিযোগিতাৰ পৰা নগাওঁ জিলা স্কুল দল বিজয় গৌৰৱেৰে গোৱালপাৰাৰ পৰা উভতে। বিশেষকৈ উল্লেখ্য ১৯৬৪ চনত পোন প্ৰথমবাৰৰ বাবে জুনিয়ৰ আন্তঃ জিলা ফুটবলৰ শুভাৰম্ভ ঘটোতে নগাওঁ দলে চেম্পিয়নশ্বিপ অৰ্জন কৰে। নগাওঁ জিলা দলৰ সদস্যসকল –



নগাঁও স্পর্টছ ক্লাব ১৯৫৫

আৰ. শৰ্মা, জি. বসুমতাৰী, এল. বৰা, খলিলুৰ ৰহমান, এম. পাটৰ, পদ্মেশ্বৰ ডেকা, নুৰ আলি, পি. ভট্টাচাৰ্য্য (অধিনায়ক), কে. পাল, এছ. মিত্ৰ, নবাব পাটৰ, চিকুন শইকীয়া আদি। ইয়াৰ পিচত ১৯৮৪ আৰু ১৯৯৭ চনতো নগাঁৱে খিতাপ অক্ষুন্ন ৰাখে। চিনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত নগাঁৱে দুবাৰ (১৯৫৬ আৰু ১৯৬১) বিজয় মুকুট পৰিধান কৰে। ২৫৫

নগাঁৱৰ প্ৰথম শ্ৰেণী দলসমূহৰ ভিতৰত ইউনিয়ন স্পৰ্টিং ক্লাৱ সকলোৰে পৰিচিত তথা প্ৰথম বৰদলৈ ট্ৰফী ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ আছিল। তদুপৰি নগাওঁ স্পৰ্টছ ক্লাৱ, নগাওঁ টাউন ক্লাৱ, ফ্ৰেণ্ডছ ক্লাৱ, জিমখানা ক্লাব. ৱাই এম চি ক্লাৱ, নগাওঁ পুলিচ আদিত ভালে সংখ্যক নামজ্বলা খেলুৱৈৰ অভ্যুদয় হৈছে। ১৯৪৯ চনত নগাওঁ বাছ ছিণ্ডিকেট, ১৯৫০ চনত ইউনিয়ন স্পৰ্টিঙে স্বাধীনতা দিৱস কাপ জয় কৰে। ১৯৫৫ চনত নগাওঁ স্পৰ্টছ ক্লাৱে শক্তিশালী ডিব্ৰুগড় ৰেলৱেক পৰাভূত কৰি চেম্পিয়নশ্বিপ্ অৰ্জন কৰাৰ পিচৰে পৰা নগাঁৱৰ কোনো দলে এই কাপ জয় কৰিবলৈ সক্ষম হোৱা নাই ।

নগাঁৱত উদ্ভৱ হোৱা প্ৰসিদ্ধ খেলুৱৈসকলৰ ভিতৰত প্ৰথমেই নুৰুল আমিনৰ নাম লব লাগিব। ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচত সংগঠকৰূপে অসম ফুটবলত তেওঁৰ যি বৰঙণি এয়া দ্বিতীয় এজনৰ পক্ষে অসম্ভৱ। কাৰণ তেৱেঁ অসম ফুটবলক এটা পৈণত ৰূপত গঢ় দি থৈ গৈছে। যাৰবাবে নুৰুল আমিনক "The livewire of sports in Assam" আখ্যা দিয়া হয়। অন্যান্য খেলুৱৈসকল – ৰজনী বৰদলৈ, দ্বিজেন হাজৰিকা, প্ৰিয় বৰা, প্ৰভাত হাজৰিকা, সত্যব্ৰত মজুমদাৰ, পদ্ম বণিয়া, লীলা দত্ত, জাব্ৰাদ হাজৰিকা, নবাব আলি, দীন শইকীয়া, মহেন্দ্ৰ হাজৰিকা, ত্ৰৈলোক্য নাথ, অজিত বৰা, দুৰ্গা দাস আদি। নগাঁৱৰ পৰা ৰাজ্যিক দলত স্থান পোৱা প্ৰথম খেলুৱৈ গৰাকী হল – নুৰুল আমিন। এওঁৰ পিচতে ৰত্নহাস গোস্বামী, মহম্মদ চেৰিফ, জগত বৰদলৈ, অৱনি হাজৰিকা, অনিল হাজৰিকা, বিলাস বৰুৱা, পৰেশ মজুমদাৰ, নাৰায়ণ বৰা, চিতেশ্বৰ শইকীয়া, অধীৰ ৰায়, বিজয় কোৱা, প্ৰসন্ন বৰ্মণ, ৰিচাৰ্ড হে'ৰ, কবীন বৰা, দধী বৰ্মণ, জিতেন দাস, আনন্দ লস্কৰ, কন্দৰ্প বৰুৱা, ফজল হক, অমূল্য কটকী, পদ্মেশ্বৰ



নগাঁও জিলা দল ১৯৬১

ডেকা, কমল বৰা, নিৰ্মল নাহা, হেমেন গোহাঁই, বিমল ডেকা, স্বাধীন ডেকাৰজা, সুৰেশ দেউৰী আদিয়ে খেলে । তদুপৰি লামডিঙতো ভাল কেইগৰাকী প্ৰতিভাশালী খেলুৱৈৰ অভ্যুদয় হৈছিল– ৰাধা তালুকদাৰ, ৰঞ্জিত ৱাৰদাৰ, সুনীল পাল, ৰনেন্দ্ৰ নাথ চৌধুৰী, সোমেশ্বৰ বিশ্বাস, সুৰেনলাল ঘোষ, হৰনাথ দে আদি উল্লেখযোগ্য । জুনিয়ৰ ৰাজ্যিক দলত স্থান পোৱা নগাঁৱৰ প্ৰথম খেলুৱৈ চাৰিজন হ'ল – ফজল হক, নবাব পাটৰ, লোকনাথ বৰা আৰু নৰেন্দ্ৰ ডেকা(১৯৬২) । ১৯৬৪ নেচনেল জুনিয়ৰ চেম্পিয়নশ্বিপত ৰাণাৰ্ছ-আপ প্ৰাপ্ত অসম ফুটবল দলৰ আনন্দ লস্কৰ এজন অন্যতম সদস্য । তদুপৰি ১৯৭০ চনত ৰাণাৰ্ছ-আপ প্ৰাপ্ত অসম জুনিয়ৰ দলৰ অধিনায়ক আছিল, নিৰ্মল নাহা ।

নুৰুল আমিনৰ পূৰ্বে অসম ফুটবলত সংগঠকৰূপে জিলিকি উঠা ব্যক্তি দুগৰাকী হ'ল ৰামনাথ শৰ্মা আৰু প্ৰতাপ শৰ্মা । ইয়াৰে প্ৰতাপ শৰ্মা এ. এফ. এ.-ৰ সভাপতি পদত আছিল(১৯৬৫-৬৬) । সংগঠকৰূপে খগেশ্বৰ বৰা, জোনাৰাম বৰা আৰু হৰিপদ কুমাৰৰ নামটো জড়িত থাকিব । হৰিপদ কুমাৰ অসম ৰাজ্যিক দলৰ মেনেজাৰ আছিল (১৯৬১ আৰু ১৯৬৫) । কিন্তু সকলোতকৈ উল্লেখ্য বাবুল বাৰ্মিজ । এওঁ ফিফা বেজ পোৱা অসমৰ প্ৰথমজন ৰেফাৰী(১৯৭৩) । আন এগৰাকী জুনিয়ৰ ৰাজ্যিক খেলুৱৈ ক্ষীৰোদ বৰুৱা ১৯৯৩ চনত অসম ফুটবল সন্থাৰ সম্পাদক হয় । বিশেষকৈ উল্লেখ্য ১৯৯০ চনৰ ৯ জুনত নগাওঁ স্পৰ্টছ ষ্টেডিয়ামৰ নাম “নুৰুল আমিন ষ্টেডিয়াম” নামেৰে নামকৰণ কৰে । ☐☐



নুৰুল আমিন

# নুৰুল আমিন(দাদু)

অসমৰ ক্ৰীড়া সমাজৰ লগতে অসমৰ ফুটবল মঞ্চক এক সুপ্ৰতিষ্ঠিত আৰু বাস্তৱৰূপ দিয়াত নুৰুল আমিনৰ যি অৱদান সেয়া বোধকৰো দ্বিতীয়জনৰ পক্ষে অসম্ভৱ। এওঁৰ দৰে সৎ ক্ৰীড়া পূজাৰী অসমৰ বুকুত কিয় সমগ্ৰ ভাৰততে বিৰল বুলি কলে ভুল কোৱা নহব। তেওঁৰ নেৰানেপেৰা চেষ্টাৰ জৰিয়তে অসম ফুটবলে ভাৰতৰ ক্ৰীড়া মানচিত্ৰত এক বিশিষ্ট স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল। অসমত তেওঁ এটা সুস্থ সবল ক্ৰীড়া পৰিবেশ গঢ়ি তুলিছিল। নহলে তেওঁৰ ক্ষেত্ৰত "Livewire of Assam Sports" উপমাষাৰ সংযোজন নকৰিলেহেঁতেন। পৰৱৰ্ত্তীকালৰ ক্ৰীড়া সমাজে এই পৰিবেশ অটুট ৰাখিব পৰা নাই। তেওঁ সংগঠকৰূপে অসম ফুটবলৰ কিংবদন্তি তথা খেলুৱৈৰূপে জাকত-জিলিকা আছিল।

নুৰুল আমিন ১৯১৯ চনৰ ৮ জানুৱাৰীত নগাঁৱৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। নগাঁৱৰ আইনজীৱি খান বাহাদুৰ নুৰুদ্দিন আহমেদৰ মুঠ পাঁচ গৰাকী সন্তান (তিনিজন ল'ৰা আৰু দুইজনী ছোৱালী)ৰ ভিতৰত এওঁ সবাতোকৈ কনিষ্ঠ। শিক্ষাৰ পাতনি নগাঁৱৰ। ১৯৩৫ চনত নগাওঁ চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা; ১৯৩৭ চনত কটন কলেজৰ পৰা আই.এ.; ১৯৩৯ চনত আলিগড় মুছলিম বিশ্ববিদ্যালয়ৰ পৰা ক্ৰমে বি.এ. আৰু ১৯৪১ চনত এম. এ. এল. এল. বি. পাছ কৰে। তেওঁ ১৯৩০ চনৰ পৰাই সক্ৰিয় ফুটবলাৰ আছিল। তদুপৰি এথলেটিক্স, টেনিছ, ক্ৰিকেট, বেডমিণ্টন, টেবল টেনিছ, হকী আদিতো দক্ষ এগৰাকী অল-ৰাউণ্ডাৰ আছিল। বিশেষকৈ ১৯৩৬-৩৭ বতৰত কটন কলেজ "ফুটবল ব্লু"পায়। ১৯৩৯ আৰু ১৯৪০ চনত আলিগড় ইউনিভাৰ্চিটি দলত খেলিছিল। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ ৬০ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে এটা মৰছুম (১৯৪৪-৪৫) কলিকতাৰ মহমেডান স্পৰ্টিঙতো কটায়। পৰৱৰ্ত্তীকালত কলিকতা উচ্চ ন্যায়ালয়ত উকালতি কৰাৰ উপৰি নগাওঁ টাউন ক্লাৱত খেলি পঞ্চাশ দশকৰ শেষৰফালে সক্ৰিয় ফুটবলৰ পৰা অৱসৰ লয়। তেও ১৯৪৭-৫৪ লৈকে আন্তঃ জিলা ফুটবলত নগাঁৱৰ অধিনায়কত্ব কৰি ১৯৪৯ চনত ৰাণাৰ্ছ-আপ হয়। লেফট-ইন পজিচনত ফুটবলৰ পাতনি মেলি পিচলৈ হাফ্ আৰু ডিফেন্সত খেলিবলৈ লয়। অসমত প্ৰথম ষ্টপাৰ-বেক্ (১৯৪৮) তেৱেঁই খেলিছিল। ১৯৪৭ চনত অসমে পোন প্ৰথম সন্তোষ ট্ৰফীত যোগদান কৰোঁতে নুৰুল আমিনকে অধিনায়কৰ ভাৰ প্ৰদান কৰিছিল

যদিও হঠাৎ অসুখত পৰাত দলৰ লগত যাব নোৱাৰিলে আৰু পুটু চৌধুৰীক ৰাজ্যিক দলৰ অধিনায়কত্বৰ দায়িত্ব দিয়ে। বিশেষকৈ ৰক্ষণবিভাগৰ পৰা মৰা তেওঁৰ দীঘলীয়া শ্বট্‌সমূহ চিৰসজীৱ হৈ ৰব। তেওঁ খেলুৱৈ হোৱাৰ লগে লগে ক্রীড়া সংগঠকৰূপে অন্য এক অধ্যায়ৰ পাতনি মেলোতে ১৯৪৯ চনত সন্তোষ ট্রফী খেলিবলৈ যোৱা অসম দলৰ ফুল বেক্ নুৰুল আমিন মেনেজাৰৰ দ্বায়িত্বতো আছিল্। বিশেষকৈ উল্লেখ্য ১৯৫৬ চনত অসমৰ তিনিগৰাকীক পোন প্ৰথম ৰেফ্ৰীঙৰ প্ৰথম শ্ৰেণী চাৰ্টিফিকেট প্ৰদান কৰোঁতে ইয়াৰ ভিতৰত নুৰুল আমিনো আছিল। তদুপৰি অসম স্পৰ্টচ্ কাউঞ্চিলৰ ফাউণ্ডাৰ ছেক্ৰেটৰী (১৯৫৬-৭৭); অসম ফুটবল সন্থাৰ ছেক্ৰেটৰী (১৯৫৮-১৯৭৭); আৰু ইণ্ডিয়া ফুটবল ফেডাৰেচনৰ চিলেকচন সমিতিৰ সদস্য (১৯৫৯ -১৯৬২) আছিল। ১৯৬২-১৯৭৫ লৈকে তেওঁ ভাৰতীয় ফুটবল ৰেফ্ৰী বৰ্ডৰ চেয়াৰমেন আছিল। ১৯৬৬ চনত ব্ৰহ্মদেশ আৰু ১৯৭১ চনত ছোভিয়েট ইউনিয়নলৈ যোৱা ভাৰতীয় ফুটবল একাদশৰ মেনেজাঁৰো হৈছিল তেওঁ। ১৯৭৭ চনত জাম্বিয়া, থাইলেণ্ড, বাংলাদেশ আৰু ১৯৭৯ চনত দোবাই, আবু দোবাই আৰু বাহৰিণ ভ্ৰমণ কৰা ভাৰতীয় ফুটবল দলটোৰ তেওঁ নেতৃত্ব দিছিল।

বোধকৰো ভাৰতীয় ফুটবলৰ সবাতোকৈ ভাগ্যবান মেনেজাৰজন নুৰুল আমিনেই হব। কিয়নো ১৯৬২ চনৰ যাকাৰ্ত্তা এচিয়ান গেমছত ভাৰতে ফুটবলৰ স্বৰ্ণপদক জয় কৰোঁতে দলৰ মেনেজাৰ আছিল নুৰুল আমিন। সেইদৰে ১৯৬০ চনৰ সন্তোষ ট্ৰফীত অসমে তৃতীয়স্থান পাওঁতে এই নুৰুল আমিনেই দলৰ মেনেজাৰ আছিল। বিশেষকৈ ১৯৭৫-১৯৮০ লৈকে ভাৰতীয় ফুটবল সন্থাৰ প্ৰেছিডেণ্ট আছিল। তেওঁ ১৯৭৬ চনত মন্ত্ৰিলত অনুষ্ঠিত ফিফাৰ সভাত ভাৰতৰ প্ৰতিনিধিত্ব কৰে। তদুপৰি ভাৰতীয় অলিম্পিক কমিটীৰো উপ-সভাপতি আছিল। তেওঁ ১৯৬৫-১৯৬৯ লৈকে অসমৰ ডাইৰেক্টৰ অব্ স্পৰ্টচ্ পদত আছিল। অসমৰ ৰাজ্যিক পৰ্য্যায়ৰ বিভিন্ন ক্ৰীড়া সন্থাসমূহ গঠনত সিংহভাগ অৰিহণা নুৰুল আমিনৰ। আনহাতে নগাঁৱৰ ক্ৰীড়ামঞ্চই বৰ্ত্তমানৰ ৰূপ পোৱাত তেওঁৰ নিঃস্বাৰ্থ ত্যাগ যুগ-যুগান্তৰ স্মৰণীয় হৈ ৰব। আনকি নগাঁৱৰ ষ্টেডিয়াম খেলপথাৰখন ভাৰতৰ ভিতৰতে এখন শ্ৰেষ্ঠ গ্ৰাউণ্ডৰূপে স্বীকৃতি পোৱাৰ মূলত আছিল নুৰুল আমিন আৰু সেইসময়ত নগাঁৱক "Mecca of sports in Assam" ৰূপে আখ্যা দিবলৈ বাধ্য কৰাইছিল। ১৯৮৪ চনত অসম চৰকাৰে তেওঁলৈ ক্ৰীড়া পেঞ্চন আগবঢ়ায়। নুৰুল আমিনে ১৯৯১ চনৰ ২৯ আগষ্টত নগাঁৱৰ নিজা বাসভৱনত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# মহম্মদ চেৰিফ

নগাঁৱত অভ্যুদয় হোৱা অসমৰ চকুত পৰা ৰাইট-বেক্ গৰাকী হ'ল মহম্মদ চেৰিফ্। তেওঁ নগাওঁ ইউনিয়ন স্পৰ্টিং, নগাওঁ জিলা দল, গুৱাহাটী বিশ্ববিদ্যালয় আৰু মহাৰাণা ক্লাৱত যি বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে এয়া আমাৰ বাবে এক নজিৰ হৈয়ে ৰব। মহম্মদ চেৰিফ্‌ৰ ফুটবল বিশেষত্ব — তীব্ৰ গতি, দীৰ্ঘ কিক্, ভাল এণ্টিচিপেচন আৰু ইণ্টাৰচেপচন আছিল যাৰবাবে ১৯৪৮ চনত ভাৰতৰ শক্তিশালী ফুটবল ক্লাৱ মহমেডান স্পৰ্টিং; ১৯৫০ চনত আলিগড় মুছলিম বিশ্ববিদ্যালয় আৰু ১৯৫১ চনত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ে দলত যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে সুদীৰ্ঘ কুৰি বছৰ প্ৰথম শ্ৰেণীৰ ফুটবল খেলে। এই সময়ছোৱাত অসমৰ উপৰি ভাৰতৰ প্ৰায়বিলাক বিখ্যাত খেলুৱৈ তথা দলৰ বিৰুদ্ধে সাহসিকতাপূৰ্ণ খেল প্ৰদৰ্শন কৰিছিল মহম্মদ চেৰিফে।



মহম্মদ চেৰিফ্ নগাওঁ জিলা(বৰ্ত্তমান মৰিগাওঁ)ৰ বালিগাঁৱত ১৯৩২ চনত জন্ম গ্ৰহণ কৰে। কাননগো জামালুদ্দিন আহমেদ(চাৰিজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ তৃতীয় সন্তান। নগাওঁ গভৰ্ণমেণ্ট হাইস্কুলৰ পৰা মেট্ৰিক (১৯৪৮); নগাওঁ কলেজৰ পৰা আই. এছচি. (১৯৫২) আৰু যোৰহাট কৃষি কলেজৰ পৰা স্নাতক ডিগ্ৰী (১৯৫৬) লয়। নগাঁৱত পঢ়োতে ইউনিয়ন স্পৰ্টিঙৰ জৰিয়তে প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰে (১৯৪৭)। তেওঁ স্কুল দলতো খেলিছিল আৰু দলৰ অধিনায়ক আছিল । এইখিনিতে উল্লেখ্য তেওঁ এজন ভাল ক্ৰীড়াবিদ হোৱাৰ মূল উৎস পৰিয়ালৰ প্ৰভাৱ বিশেষকৈ নুৰুল আমিনৰ উৎসাহ উদ্দীপনা ও তালিম। ১৯৪৮ নামনি অসম স্কুল টুৰ্ণামেণ্টৰ ছটা ইভেণ্টত প্ৰথমস্থান অধিকাৰ কৰি শ্ৰেষ্ঠ

এথলীটৰ সন্মান পায়। তদুপৰি নগাওঁ কলেজত দুবাৰ (১৯৫১ আৰু ১৯৫২) আৰু কৃষি কলেজত তিনিবাৰ (১৯৫৩, ১৯৫৪, ১৯৫৫) শ্ৰেষ্ঠ খেলুৱৈৰ বঁটা লাভ কৰে।

ৰাইট-বেক্ মহম্মদ চেৰিফে দীৰ্ঘ পাঁচ বছৰকাল ইউনিয়ন স্পৰ্টিঙত খেলোতে (১৯৫০ চনত স্বাধীনতা দিৱস কাপ জয়, ১৯৫১ আৰু ১৯৫২ চনত ক্ৰমে স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফী ৰাণাৰ্ছ-আপ) অসমৰ চকুত পৰা দলত পৰিণত হৈছিল। দলৰ সাফল্যত তেওঁৰ বৰঙণি উল্লেখনীয়। তদুপৰি তেওঁ ১৯৫১, ১৯৫২ আৰু ১৯৫৫ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ ৰাইট-বেক্ আছিল। শেষৰবাৰ জয়পুৰত দলৰ অধিনায়কত্ব কৰে। তেওঁ নগাওঁ দলৰ হৈ ১৯৪৭-৫৭ লৈকে আন্তঃ জিলা খেলোতে এবাৰ চেম্পিয়ন আৰু দুবাৰ ৰাণাৰ্ছ-আপ হয়। ইয়াৰ ভিতৰত্তু তিনিবাৰ অধিনায়কত্ব কৰে। তদুপৰি ১৯৫২-ৰ ৰাজ্যিক খেলুৱৈ আছিল। ১৯৫৩ আৰু ১৯৫৫ চনত ৰাজ্যিক দলৰ ৰিজাৰ্ভ তালিকাত থাকে। ১৯৫৩ চনত নগাওঁ একাদশৰ হৈ বোম্বাইত ৰভাৰ্ছ কাপ খেলে। এৰিয়ান্সৰ বিৰুদ্ধে অনুষ্ঠিত দুখন প্ৰদৰ্শনী মেচত (০-০/২-২) চেৰিফৰ খেল স্মৰণীয় হৈ ৰব।

১৯৫৭ চনত অসম কৃষি বিভাগত যোগদান কৰি মহাৰাণা দলত খেলোতে দুবাৰ (১৯৫৭ আৰু ১৯৫৯) অপৰাজিত লীগ চেম্পিয়ন হয়। সেইসময়ত মহম্মদ চেৰিফ আৰু উমেশ দাস(ডাণ্ডৰ)ৰ যুটী উল্লেখনীয়। ইয়াৰ পিচত এবছৰ (১৯৬১) গুৱাহাটী টাউন ক্লাবত খেলোতে আমানুল্লাৰ সৈতে দুৰ্দ্ধৰ্ষ বেক্-লাইন গঢ়ে। পৰৱৰ্ত্তী দুবছৰ এমেচাৰ ইউনাইটেড ক্লাবত অধিনায়কৰূপে কটায় আৰু ১৯৬৪ চনত ফুটবলৰ পৰা অৱসৰ লয়। তেওঁৰ ফুটবল জীৱনত শ্ৰেষ্ঠ মেচসমূহ হল কটকত অনুষ্ঠিত ১৯৫১ ফাইনেল (গুৱাহাটী বিশ্ববিদ্যালয় বনাম নাগপুৰ বিশ্ববিদ্যালয়); ১৯৫২ স্বাধীনতা দিৱস কাপৰ কোৱাৰ্টাৰ-ফাইনেল ইউনিয়ন স্পৰ্টিং বনাম মণিপুৰ একাদশ; ১৯৫৫ আন্তঃ জিলা ছেমি-ফাইনেল নগাওঁ বনাম ডিব্ৰুগড় আৰু ১৯৫২ বৰদলৈ ট্ৰফী ফাইনেল। মহম্মদ চেৰিফে ১৯৮৯ চনত কৃষি বিভাগৰ যুটীয়া সঞ্চালকৰূপে চাকৰিৰ পৰা অৱসৰ লয়। ১৯৯১ চনৰ সন্তোষ ট্ৰফীত অসম দলৰ মেনেজাৰ মহম্মদ চেৰিফলৈ ১৯৯৪ চনত অসম চৰকাৰে ক্ৰীড়া পেঞ্চন আগবঢ়ায়। দীৰ্ঘদিন ধৰি অসুখত ভোগী থকা মহম্মদ চেৰিফে ২০০৩ চনৰ ২৫ মে' নিশা গুৱাহাটীৰ নিজা বাসভৱনত শেষ নিঃশ্বাস ত্যাগ কৰে।

# ৰত্নহাস গোস্বামী

১৯৫০ চনৰ সন্তোষ ট্ৰফীত অসমে বঙ্গৰ বিৰুদ্ধে বীৰোচিত খেল প্ৰদৰ্শন কৰি ৩-২ ব্যৱধানত পৰাভূত হলেও ভাৰতীয় একাদশৰে পুষ্ট বঙ্গৰ বিৰুদ্ধে প্ৰথম ছয় মিনিটতে ৩০ গজ দূৰৰ পৰা তীব্ৰ কিক্ কৰি গ'ল কৰা ৫ ফুট ৭১/২ ইঞ্চি ওখ, ৬৩ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ জনেই অসম দলৰ চেন্টাৰ-ফৰোৱাৰ্ড ৰত্নহাস গোস্বামী। সন্তোষ ট্ৰফীৰ পিচতে তেওঁলৈ মোহনবাগানৰ পৰা যোগদানৰ আমন্ত্ৰণ আহিছিল; যদিও নগল। ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে, "দুই ভৰিৰে শুটিং থকা সুন্দৰ স্বাস্থ্যৰ চেন্টাৰ-ফৰোৱাৰ্ড ৰত্নহাস গোস্বামীয়ে বল পালে ৯০% স্কৰ কৰে। বিশেষকৈ তেওঁৰ লং ৰেঞ্জ শুটিং আছিল চমৎকাৰ।"

ৰত্নহাস গোস্বামী ১৯৩২ চনৰ ১৬ ডিচেম্বৰত নগাঁৱৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ নৱহাস গোস্বামী আই. চি. এছ. অফিচাৰ আছিল আৰু দহ গৰাকী (৪ জন ল'ৰা আৰু ৬ জনী ছোৱালী)ৰ চতুৰ্থ সন্তান। ক্ৰমে যোৰহাট আৰু নগাওঁ গভৰ্ণমেণ্ট হাইস্কুলত পঢ়োতে ১৯৪৮ চনত মেট্ৰিক পাছ কৰি ১৯৫২ চনত কটন কলেজৰ পৰা ডিচটিংচন সহ বি.এ. ডিগ্ৰী লয়। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত আইন পঢ়িছিল। স্কুল টুৰ্ণামেণ্টৰ জৰিয়তে নগাওঁ গভৰ্ণমেণ্ট হাইস্কুলত ফুটবলৰ পাতনি মেলিলেও কটন কলেজত পঢ়িবলৈ লোৱাৰ পৰাহে তেওঁৰ খেলত উন্নতি পৰিলক্ষিত হয়। গুৱাহাটীত পঢ়ি থাকোতে মহাৰাণা আৰু গুৱাহাটী টাউন ক্লাব দলত খেলিছিল। অৱশ্যে নগাওঁ ইউনিয়ন স্পৰ্টিঙৰো নিয়মীয়া খেলুৱৈ আছিল। ১৯৫০ চনত এই দলে স্বাধীনতা দিৱস কাপ জয় আৰু ১৯৫১-ত ৰাণাৰ্ছ-আপ পাওঁতে তেওঁ দলৰ অধিনায়ক আছিল। ১৯৫২ চনৰ বৰদলৈ ট্ৰফীত ৰাণাৰ্ছ-আপ পোৱাৰ উপৰি ১৯৪৯-৫৫ লৈকে নগাঁৱৰ হৈ আন্তঃ জিলা খেলি দুবাৰ ৰাণাৰ্ছ-আপ হয়। ১৯৫৫ চনত তেওঁ দলৰ অধিনায়ক আছিল। ১৯৫০ আৰু ১৯৫৪ চনত ৰাজ্যিক দলত খেলে। ১৯৫৪ চনত গুৱাহাটী টাউন ক্লাবে বৰদলৈ ট্ৰফী জয় কৰোঁতে তেৰোঁ খেলে। বিশেষকৈ তেওঁ ১৯৫০-৫৪ লৈকে চাৰিবাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ ইন্টাৰ ইউনিভাৰ্চিটি ফুটবল খেলোতে তিনিবছৰ (১৯৫১, ১৯৫৩ আৰু ১৯৫৪) অধিনায়ক আছিল। ১৯৫১ চনত বেনাৰসত নৰ্থ জুন চেম্পিয়ন হয় আৰু কটকত চাউথ জুন চেম্পিয়ন নাগপুৰ বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত

পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়। এয়া এখন স্মৰণীয় খেল আছিল।

১৯৫৫ চনত আইন শিক্ষা শেষ নকৰাকৈয়ে ইংলেণ্ডৰ লীডছ বিশ্ববিদ্যালয়ত বিজনেজ মেনেজমেণ্ট পঢ়িবলৈ যায় আৰু ১৯৫৭ চনত পাছ কৰি লণ্ডন কাউণ্টি কাউন্সিলত এচিচটেণ্ট ৱেলফেয়াৰ অফিচাৰ পদত যোগদান কৰাৰ উপৰি তিনিবছৰ পাৰ্চনেল মেনেজমেণ্ট পঢ়ি ১৯৬১ চনত অসম অইল কোম্পানীত যোগদান কৰে। এইখিনিতে উল্লেখ্য তেওঁ লীডছ ইউনিভাৰ্চিটি দলত দুবছৰ ফুটবল খেলাৰ পিচতে অৱসৰ লয়। এ.অ.চি.-ত এগ্‌জিকিউটিভ লেবাৰ ৱেলফেয়াৰ অফিচাৰৰূপে ১৯৬৯ লৈকে চাকৰি কৰি ইণ্ডিয়ান টি এছ'চিয়েচনত ছেক্ৰেটৰী এণ্ড লেবাৰ এড্‌ভাইজাৰৰূপে যোগদান কৰি ১৯৮৮ চনত অৱসৰ লয়। ১৯৯৭ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□

# অজিত বৰা(ৰানু)

নগাঁৱত সংখ্যাধিক ফুটবলাৰৰ জন্ম হৈছে। ইয়াৰ ভিতৰত ইউনিয়ন স্পৰ্টিঙৰ লেফট-ইন অজিত বৰা এজন জনপ্ৰিয় খেলুৱৈ আছিল। অৱশ্যে তেওঁ "ৰানু" উপনামেৰে অধিক পৰিচিত আছিল। ৰাজ্যিক ফুটবল খেলুৱৈ অধীৰ ৰায়ৰ মতে, "অজিত বৰাৰ স্কৰিং কেপাচিটি শূন্য যদিও খুউব ট্ৰিকি প্লেয়াৰ বিশেষকৈ এগৰাকী দক্ষ স্কিমাৰ আছিল।"

অজিত বৰা ১৯৩২ চনত নগাঁৱৰ এক শিক্ষিত পৰিয়ালত জন্ম গ্ৰহণ কৰে। নগাওঁ ছোৱালী হাইস্কুলৰ হেড্‌মাষ্টৰ জোনাৰাম বৰা(৪ জন ল'ৰা আৰু ৫ জনী ছোৱালী)ৰ তৃতীয় সন্তান। ফুটবলৰ লগে লগে এথলেটিক্সত পাকৈত অজিত বৰাই নগাওঁ চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক আৰু নগাওঁ কলেজৰ পৰা আই. এ. পাছ কৰি ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰে। সেই সময়ত ষ্টেট ট্ৰেন্সপৰ্ট অসমৰ এটা জাকত-জিলিকা দল আছিল। তেওঁ এই দলত চেণ্টাৰ-ফৰোৱাৰ্ড আৰু লেফট-ইন পজিচনত খেলিছিল। তেওঁ নগাওঁ জিলা দলৰ নিয়মীয়া খেলুৱৈ হোৱাৰ উপৰি ১৯৫৩, ১৯৫৫ ও ১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। তেওঁ চেণ্ট এন্থনি কলেজত বি.এ. পঢ়িছিল যদিও পিচত নগাওঁ কলেজৰ পৰাহে স্নাতক ডিগ্ৰী লয়। ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচত ৰেফ্ৰীৰূপে সুনাম অৰ্জন কৰিছিল। তেওঁ ষ্টেট ট্ৰেন্সপৰ্টত ডিভিজনেল ছুপাৰিণ্টেণ্ডেণ্ট ৰূপে চাকৰি কৰি থাকোতে ১৯৮৫ চনৰ ২৯ অক্টোবৰত গুৱাহাটী মেডিকেল কলেজ হস্পিতালত মৃত্যু হয়।

# বিলাস বৰুৱা

অসম ফুটবলত খেলুৱৈ তথা প্ৰশিক্ষকৰূপে বিলাস বৰুৱা এটা সুপৰিচিত নাম। এই গৰাকী কষ্টসহিষ্ণু ফুটবলাৰে দীৰ্ঘ দিন ধৰি অনৰ্গল দুৰ্দ্ধৰ্ষ ফুটবল খেলি অসমৰ ফুটবল প্ৰাঙ্গনসমূহ শোভাবৰ্দ্ধন কৰি গ'ল। আনকি অৱসৰৰ পিচতো বিজ্ঞ প্ৰশিক্ষকৰূপে যি অৱদান আগবঢ়ালে এনে উদাহৰণ বিলাস বৰুৱাৰ বাহিৰে অন্যৰ ক্ষেত্ৰত দেখিবলে পোৱা নেযায়। অসমৰ প্ৰথম শ্ৰেণী ফুটবলত এওঁৰ দৰে দীৰ্ঘ দিন ধৰি ক্ৰীড়া সক্ৰিয়তা অব্যাহত ৰখা খেলুৱৈ দ্বিতীয় গৰাকী পাবলৈ নাই কিয়নো বিলাস বৰুৱাৰ বাবে ফুটবলেই আছিল প্ৰাণ, ফুটবলেই জীৱন আৰু লক্ষ্য। মাত্ৰ খেলি গৈছিল অনবদ্য ফুটবল। ফলস্বৰূপে বিলাস বৰুৱা স্বতস্ফুৰ্ত্ত ভাবে হৈ পৰিছিল অসম ফুটবলৰ এটি অধ্যায় স্বৰূপ। তেওঁ একেৰাহে ত্ৰিশবছৰ প্ৰথম শ্ৰেণী ফুটবল খেলি এক বিৰল কৃতিত্বৰ অধিকাৰী হৈছিল। ৰাজ্যিক খেলুৱৈ অজয় দাসৰ ভাষাত "বিলাস বৰুৱাৰ দৰে অসম্ভৱ দম থকা ইমান হাৰ্ডি খেলুৱৈ অসমত সংখ্যাত আছে কেইজন!" তদুপৰি নগাঁৱৰ ক্ৰীড়া সংগঠক ৰাজেন বৰকাকতিৰ মতে, "Bilas Barua may be called Chintamoni Bahadur of Assam."

বিলাস বৰুৱা চিটাগঙৰ পৰা ২৮ মাইল নিলগৰ সাতবাৰীয়া গাঁৱত ১৯৩২ চনত জন্ম গ্ৰহণ কৰে। ডাঃ ঘটোৎকচ বৰুৱা (চাৰিজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ এওঁ সৰ্ব কনিষ্ঠ সন্তান। সম্ভ্ৰান্ত পৰিয়ালত ডাঙৰ দীঘল হোৱা বিলাস বৰুৱা বৰমা হাইস্কুলৰ পৰা ১৯৪৭ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ চিটাগং মেডিকেল স্কুলত ভৰ্ত্তি হয় আৰু এবছৰ পঢ়ি গুৱাহাটীলৈ আহে। এইখিনিতে উল্লেখ্য সৰুৰে পৰা খেল বলিয়া বিলাস বৰুৱাই খেলপথাৰৰ অভাৱত গাঁৱৰ ধাননি পথাৰত ফুটবল খেলিছিল। হাইস্কুল দলৰ খেলুৱৈজনে চিটাগঙত থাকোতে ফিৰিঙ্গীবজাৰ ক্লাবৰ হৈ প্ৰথম ডিভিজন ফুটবলত আত্ম-প্ৰকাশ কৰোঁতেই তেওঁৰ ফুটবল সৌৰভ বিয়পি পৰে। ঘৰৰ শাসন কঢ়া যদিও ফুটবলাৰ ককায়েক এজনৰ উৎসাহ উদ্দীপনাই তেওঁক খেলুৱৈৰূপে গঢ় লোৱাত ইন্ধন যোগাইছিল। ফুটবলৰ প্ৰতি অধিক ধাউতি থকা বিলাস বৰুৱাই প্ৰথমতে লেফট-আউটত খেলিছিল



যদিও চিটাগঙলৈ আহি লেফট-ইনত খেলিবলৈ লয়। চুটি চাপৰ যদিও অসম্ভৱ বল কন্ট্ৰোল আছিল আৰু সৰুৰে পৰা এগৰাকী বিখ্যাত খেলুৱৈ হোবাৰ সপোন দেখিছিল।

১৯৪৮ আৰু ১৯৪৯ চনত ক্ৰমে কলিকতাৰ দ্বিতীয় ডিভিজন বাৰী ক্লাব আৰু এৰিযানত কটাই অসমলৈ প্ৰত্যাবৰ্ত্তন কৰে। ইয়াৰ পিচতে চাপৰমুখত থাকিবলৈ লয় আৰু ক্ৰমে জনপ্ৰিয় খেলুৱৈ হৈ পৰোতে লামডিং ৰেলৱেৰ হৈ ১৯৫২ চনত স্বাধীনতা দিৱস কাপ খেলে। ইয়াতে তেওঁৰ ওপৰত পুলিচ দলৰ চকু পৰে আৰু ১৯৫৩ চনত নগাওঁ পুলিচত ভৰ্ত্তি হয়। তেওঁ নিৰ্বাচিত অসম পুলিচ দলত ১৯৫৩-৫৯ লৈকে খেলে। নগাঁৱত থকাকালীন গুৱাহাটীৰ স্পৰ্টিং ইউনিয়নৰ হৈ লীগ খেলিছিল। নগাওঁ জিলা দলৰ হৈ ১৯৫৪-৫৬ লৈকে আন্তঃ জিলা ফুটবল খেলোতে শেষবছৰ চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰিয়ে চিলঙলৈ জিলা ট্ৰেন্সফাৰ লয়। চিলং টাউন ক্লাবৰ বিলাস বৰুৱাই ১৯৫৭-৬১ লৈকে চিলঙৰ পক্ষে খেলোতে তিনিবাৰ (১৯৫৯, ১৯৬৩ আৰু ১৯৬৮) আন্তঃ জিলা চেম্পিয়ন হয়। ইয়াৰ ভিতৰত ১৯৬৪ চনত জিলা দলৰ অধিনায়ক আছিল। চেণ্ট এণ্টনি কলেজত পঢ়োতে ১৯৫৭-৬২ লৈকে আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত ভাগ লৈ এবাৰ চেম্পিয়নশ্বিপ অৰ্জন কৰে আৰু তিনিবাৰ ৰাণাৰ্চ-আপ পায়। ইয়াৰ ভিতৰত শেষৰবছৰ তেৱে অধিনায়ক আছিল। ১৯৫৭ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি বেৰিলিত আন্তঃ বিশ্ববিদ্যালয় ফুটবল খেলে। বিলাস বৰুৱাই ১৯৬৪ চনত বি. এ. ডিগ্ৰী লয়।

বিলাস বৰুৱাই মুঠ চাৰিবাৰ ৰাজ্যিক দলত খেলে - ১৯৫৫, ১৯৫৬, ১৯৫৮ আৰু ১৯৫৯ চন। ইয়াৰ ভিতৰত ১৯৫৫ চনৰ সন্তোষ ট্ৰফীত অসমে চতুৰ্থস্থান দখল কৰিবলৈ সক্ষম হয়। লেফট-ইনৰূপে খেলা বিলাস বৰুৱাই ১৯৫৬ সন্তোষ ট্ৰফীত চেণ্টাৰ-হাফ্ খেলুৱৈ নোযোৱাৰ বাবে তেওঁ এই পজিচনত খেলে আৰু এই প্ৰতিযোগিতাৰ পিচৰে পৰা তেওঁ চেণ্টাৰ হাফ্ আৰু চাইড-হাফ্ৰূপে ফলপ্ৰসূ ফুটবল

খেলি যায়। ১৯৫৯ সন্তোষ ট্ৰফীত ছাৰ্ভিচেজৰ বিৰুদ্ধে ৰাইট-হাফ্ পজিচনত তেওঁ জীৱনৰ শ্ৰেষ্ঠতম মেচ খেলে। ১৯৬৮ আন্তঃ জিলা ফাইনেলত ৰাইট-বেক্‌ৰূপে খেলি গুৱাহাটীক ৪-৩ ব্যৱধানত হৰুৱায়। বিলাস বৰুৱাই পুলিচৰ চাকৰি এৰি ১৯৬৩ চনত আসাম টি প্লেণ্টেচন প্ৰবিডেণ্ড ফাণ্ড অফিচত কেৰাণীৰূপে যোগদান কৰে। চিলং টাউন ক্লাৱৰ নিয়মিত খেলুৱৈ বিলাস বৰুৱাই ১৯৭৫ চনত গুৱাহাটী টাউন ক্লাৱত যোগদান কৰে। ১৯৭৬ চনত ডায়নামো ক্লাৱত খেলি লীগ জয়ী হয় আৰু ১৯৭৭ চনত নৱজ্যোতি ক্লাৱত যোগদান কৰিয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

মাত্ৰ ৫ ফুট ৩ ইঞ্চি ওখ ৫০ কিলোগ্ৰাম ওজনৰ বিলাস বৰুৱা এজন অসম্ভৱ ষ্টেমিনা থকা জন্মগত ড্ৰিবলাৰ। অধিক লিফটিং থাকিলেও হেডিং শূন্য আছিল। কিন্তু নুৰুল আমিনৰ উপদেশ অনুযায়ী পিচলৈ হেডিঙত পটুতা বঢ়াই আৰু ড্ৰিবলিঙৰ পৰিমাণ হ্ৰাস কৰি চুটি পাছৰ সমন্বয়ে স্বকীয় ফুটবলৰ উন্নতি সাধন কৰে। দুৰ্দ্দান্ত স্কিমাৰ উপৰি দুই ভৰিৰ পাৰফেক্ট শ্যু টিং আছিল। এই পাৰফেক্ট ড্ৰিবলাৰ গৰাকীৰ বিষয়ে নুৰুল আমিনৰ মন্তব্য, "বিলাস বৰুৱাৰ দৰে পুচিং অসমত বিৰল।" সহযোগীসকলৰ মাজত "ঘোৰা" উপনামৰে খ্যাত বিলাস বৰুৱা অসমৰ স্কিলড্ ফুটবলাৰসকলৰ শ্ৰেণীভুক্ত। তদুপৰি বহুতে তেওঁক "এভাৰগ্ৰীণ" বুলিও কয়। বিলাস বৰুৱাই তেওঁৰ খেল জীৱনত অনিমেষ গাঙ্গুলী, সুনীল দাস, উমেশ দাস(চিনিয়ৰ), তোযেশ্বৰ দত্ত আদি খ্যাতনামা খেলুৱৈৰ উৎসাহ উদ্দীপনা লাভ কৰাৰ উপৰি নুৰুল আমিনৰ তালিমত তিনিওটা পদ্ধতিতে (টু-বেক্, থ্ৰি-বেক্ আৰু ফোৰ্ বেক্ পদ্ধতি) সফল ফুটবল খেলিবলৈ সক্ষম হৈছিল। উপৰি তেওঁ মহম্মদ নাকিব-ৰ প্ৰশিক্ষণো পায়। মানদণ্ডৰ তুঙ্গত থাকোতেই ১৯৬৬ চনত এন. আই. এছ. লয়। ট্ৰেইনিং কালত তেওঁৰ খেল দেখি প্ৰাক্তন ভাৰত খ্যাত লেফট-আউট তথা কোচ কিট্টোয়ে কৈছিল, "মই বহুতো খেলুৱৈ দেখিছো কিন্তু তোমাৰ দৰে বল ছেনচ্ থকা খেলুৱৈ খুউব কম।" এন. আই. এছ. লোৱাৰ পিচতে ক্লাৱ দলত খেলুৱৈ আৰু প্ৰশিক্ষকৰূপে দ্বৈত ভূমিকাত অৱতীৰ্ণ হয়। বিশেষকৈ ১৯৬৭ আৰু ১৯৬৯ চনত চিনিয়ৰ ৰাজ্যিক দলৰ উপৰি ১৯৬৬, ১৯৭০ আৰু ১৯৭৮ চনত জুনিয়ৰ ৰাজ্যিক দলৰো প্ৰশিক্ষক আছিল। ১৯৯২ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পোৱা বিলাস বৰুৱাই ২০০১ চনৰ ৯ ফেব্ৰুৱাৰীত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে। ❑❑

# নাৰায়ণ বৰা



অসমৰ নামজ্বলা দল ষ্টেট ট্ৰেন্সপৰ্ট আৰু চাঞ্চল্য সৃষ্টিকাৰী ডেৰগাওঁ পুলিচৰ আক্ৰমণবিভাগত সফল স্কৰাৰৰ ভূমিকা লোৱা দীৰ্ঘ দেহী নাৰায়ণ বৰাক অসম ফুটবলে এটা কাৰণতে স্মৰণ কৰি থাকিব - বাৰ্ণপুৰ' ১৯৫৯ চন, অসম বনাম বঙ্গ; ফলাফল ১-০ গ'ল। ভাৰতৰ শ্ৰেষ্ঠ খেলুৱৈৰে পুষ্ট বঙ্গ দলৰ অসমৰ হাতত পৰাজয় ভাৰতীয় ফুটবলৰ এক অন্যতম পৰিঘটনাৰূপে চিহ্নিত হৈ থাকিব। এই ঐতিহাসিক খেলৰ স্কৰাৰ আছিল - নাৰায়ণ বৰা। এই গৰাকী ৬ ফুট ১/২ ইঞ্চি ওখ, ৭৫ কিলোগ্ৰাম ওজনৰ স্বাস্থ্যবান ফুটবলাৰৰ দুৰন্ত গতি আৰু তীব্ৰ শ্বটসমূহে বিপক্ষৰ ডিফেন্সক থকা-সৰকা কৰিছিল। উভয় ভৰিৰ শ্যুটিং আৰু উচ্চস্তৰৰ হেডিং কেপাচিটি থকা এই ফুটবলাৰ বিপক্ষৰ পেনাল্টি সীমাত সদায় ত্ৰাসৰ কাৰণ আছিল। তদুপৰি অসমৰ লেখতলবলগীয়া এথলীটৰূপে নাৰায়ণ বৰাৰ সুনাম আছে। ডেৰগাওঁ পুলিচৰ লেফট-আউট ৰিয়াজ আলিৰ মতে, "দীৰ্ঘ দেহী তথা দ্ৰুতগামী নাৰায়ণ বৰাৰ ফুটবলত বডি এডভাণ্টেজ্ অন্যতম অস্ত্ৰ। বিশেষকৈ দুই ভৰিৰ শ্বট্ সমান তথা বল উলিয়াই দিলে বুলেট শ্বট্ লোৱাত দক্ষ এই খেলুৱৈ গৰাকীৰ হেডিং উচ্চ স্তৰৰ।"

নাৰায়ণ বৰা ১৯৩৪ চনত নগাঁৱত জন্ম গ্ৰহণ কৰে। নগাওঁ চহৰৰ বাসিন্দা তথা কামপুৰ এম. ভি. স্কুলৰ শিক্ষক নৰেন্দ্ৰ নাথ বৰা (ছয়জন ল'ৰা আৰু দুজনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। নগাওঁ গভৰ্ণমেণ্ট হাইস্কুলৰ পৰা প্ৰবেশিকা(১৯৫২) আৰু নগাওঁ কলেজৰ পৰা আই. এ. (১৯৫৪) পাছ কৰে। স্কুলীয়া জীৱনত পিতৃৰ উদগনিয়ে এথলেটিক্সত আৰু পৰৱৰ্ত্তীকালত নুৰুল আমিনৰ উৎসাহে তেওঁৰ ক্ৰীড়া জীৱন গঠনত অৰিহণা যোগায়। ১৯৫০ আৰু ১৯৫১ অল আসাম স্কুল টুৰ্ণামেণ্ট;

১৯৫২-৫৫ লৈকে আন্তঃ জিলা এথলেটিক্স; ১৯৫৫-৫৬-৫৭ অল আসাম ইন্টাৰ কলেজ এথ্‌লেটিক্স মিটত "শ্ৰেষ্ঠ এথলীট" আছিল। ১৯৫৫ চনত মাদ্ৰাজত বিশ্ববিখ্যাত এথলীট **জেচি ওয়েন্স, এমিল জেটোপেক আৰু দানা জেটোপেকৰ** উপৰি কেলিফৰ্ণিয়াৰ প্ৰশিক্ষক **বুলিন উইন্টাৰৰ** প্ৰশিক্ষণ লাভ কৰে।

নাৰায়ন বৰাই কলেজত পঢ়ি থাকোতেই নগাওঁ স্পৰ্টছ ক্লাবত লেফট-আউটৰূপে ফুটবল জীৱনৰ পাতনি মেলে আৰু জিলা দলতো স্থান পায়। ১৯৫৫ চনত ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰি চাৰি বছৰ লেফট-ইন পজিচনত খেলে। এই দলে এ.টি.পি.এ. শ্বিল্ড [(জৰ্জ টেলিগ্ৰাফ ৪-০ গ'ল; (২ গ'ল)], বৰদলৈ ট্ৰফী আৰু ডুগৰ শ্বিল্ড [(ত্ৰিপুৰা পুলিচ ৪-১ গ'ল; (৩ গ'ল)] জয় কৰোঁতে তেওঁৰ গ'লৰ বৰঙণি মনকৰিবলগীয়া। ১৯৫৫-ৰ আন্তঃ জিলা ফাইনেলত নগাওঁ দলে উদ্যোক্তা যোৰহাট জিলাৰ হাতত ২-১ গ'লত পৰাভূত হলেও দলৰ হৈ একমাত্ৰ স্কৰ নাৰায়ণ বৰাৰ। প্ৰথম দিনাৰ খেল ২-২ ব্যৱধানত অন্ত পৰোতে দুয়োটা গ'ল তেওঁৰ। ১৯৫৬ চনত নগাওঁ দলে এই খিতাপ জয় কৰোঁতে তেওঁ সহ-অধিনায়ক আছিল। ইয়াৰ পিচতে দুবছৰ চিলঙৰ হৈ আন্তঃ জিলা খেলি ১৯৫৮ চনত নগাওঁলৈ জিলা ট্ৰেন্সফাৰ লয়। বিশেষকৈ ১৯৫৬ বৰদলৈ ট্ৰফীত ষ্টেট ট্ৰেন্সপৰ্ট দল গুৱাহাটী টাউন ক্লাবৰ সৈতে যুগ্ম বিজয়ী হয়। নাৰায়ণ বৰাই চাৰিবাৰ (১৯৫৫ ১৯৫৬,১৯৫৮ আৰু ১৯৫৯) ৰাজ্যিক দলত খেলে। ১৯৫৮ চনত বিহাৰৰ বিৰুদ্ধে ২ গ'ল কৰে। ১৯৫৯ চনত বাৰ্ণপুৰত বঙ্গক ১-০ গ'লত পৰাভূত কৰোঁতে খেল অন্ত পৰাৰ পাঁচমিনিট পুৰ্বে লেফট-বেক্ ভূবন গগৈয়ে ডিফেন্সৰ পৰা মৰা ফাউল কিক্‌ৰ বল বঙ্গৰ পেনাল্টি সীমাৰ ওচৰত গ'লৰক্ষক বৰ্মনৰ আগত পৰোতে তেওঁৰ হাতৰ পৰা বল ওলাই ৰাইট-আউটৰ ফালে বাগৰি যোৱাত তীব্ৰ বেগী চেণ্টাৰ-ফৰোৱাৰ্ড নাৰায়ণ বৰাই প্ৰবল গতিত দৌৰী আহি গ'ল কৰে।

১৯৫৯ চনত তেওঁ ছাব-ইন্সপেক্টৰৰূপে পুলিচ বিভাগত যোগদান কৰি ডেৰগাওঁ পুলিচৰ চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলিবলৈ লয়। এই দল অসমৰ শক্তিশালী ফুটবল শক্তিৰূপে মুৰ দাঙি উঠোতে তেওঁ দলৰ অধিনায়ক আছিল। এ টি পি এ শ্বিল্ড জয় কৰোঁতে ডিব্ৰুগড়ৰ পাইওনিয়াৰ্ছ স্পৰ্টছ ক্লাবক ১১-১ ব্যৱধানত পৰাভূত কৰে, তেওঁৰ স্কৰ, ৭ গ'ল। স্বাধীনতা দিৱস কাপ ফাইনেলত বাৰ্ণপুৰ ইউনাইটেডক ২-০ ব্যৱধানত পৰাভূত কৰোঁতে ১ গ'ল কৰে; কিন্তু বৰদলৈ

ট্ৰফী জয় কৰোঁতে অসম ৰাইফলছক ৮-১ গ'লত ধৰাশায়ী কৰে আৰু তেওঁৰ ৪ গ'লৰ বৰঙণি উল্লেখনীয়। তদুপৰি গোলাঘাটে ১৯৬০ চনৰ আন্তঃ জিলা খিতাপ জয়ী হওঁতে ফাইনেলত যোৰহাটক ৬-১ গ'লত পৰাভূত কৰে। এই খেলত নাৰায়ণ বৰাৰ হেট-ট্ৰিক উল্লেখযোগ্য। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ক দুবাৰ (১৯৫৬ আৰু ১৯৫৭) প্ৰতিনিধিত্ব কৰে। বিশেষকৈ ১৯৫৫-ৰ আই. এফ. এ. শ্বিল্ড বিজয়ী ৰাজস্থান ক্লাব আৰু জি.এফ.এ.-ৰ মাজত গুৱাহাটীত অনুষ্ঠিত প্ৰদৰ্শনী খেল ২-২ ভাবে অন্ত পৰে আৰু দুয়োটা গ'ল কৰে নাৰায়ণ বৰাই। এই বিষয়ে ক্ৰীড়া সাংবাদিক পুলিন দাসে লিখিছিল, "Narayan Bora the fastest man of Assam delighted the crowd with his fast and mancing movement Every moment he was terror to the IFA shield winner when the ball was in his possession."

নাৰায়ণ বৰাই ১৯৬২ চনত যোৰহাট ক্ৰীড়া সন্থাৰ হৈ বৰদলৈ ট্ৰফী খেলিয়ে ফুটবলৰ পৰা অবসৰ গ্ৰহণ কৰে। আনহাতে ১২তম অসম পুলিচ বাহিনীত কমানডেণ্টৰূপে চাকৰি কৰি থাকোতে ১৯৯৩ চনৰ ২৮ ফেব্ৰুৱাৰীত অৱসৰ লয়। ১৯৯৫ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# পৰেশ মজুমদাৰ

পূব বঙ্গৰ নোৱাখালীৰ বাসিন্দা ৰোহিনী মোহন মজুমদাৰ অসম ৰেলৱেৰ চেনিটেৰি ইন্সপেক্টৰ আছিল। তেওঁৰে পুত্ৰ পৰেশ মজুমদাৰ অসম ফুটবলৰ এটা বলিষ্ঠ চৰিত্ৰ। ১৯৩৫ চনত লামডিঙত জন্ম গ্ৰহণ কৰা পৰেশ মজুমদাৰ মুঠ চৈধ্যজন (সাতজন ল'ৰা আৰু সাতজনী ছোৱালী)ৰ তৃতীয় সন্তান (দুজনী মাতৃ)। লামডিং ৰেলৱে হাইস্কুলৰ ছাত্ৰ পৰেশ মজুমদাৰে ১৯৪৮ চনৰ পৰা লামডিং স্পৰ্টিং ইউনিয়ন দলত চেণ্টাৰ-হাফৰূপে খেলিবলৈ লয়। ১৯৫৩-৫৫ লৈকে নগাওঁ ইউনিয়ন স্পৰ্টিং দলত খেলে। লামডিং নেচনেল হাইস্কুলত দশমমানলৈকে পঢ়ি ১৯৫৬-ৰ পৰা মহাৰাণা দলত খেলিবলৈ লয় আৰু ১৯৫৮ চনত মেট্ৰিক পাছ কৰি এন.এফ. ৰেলৱেৰ কেৰাণী চাকৰিত যোগদান কৰে। তেওঁ ১৯৫৫, ১৯৫৭, ১৯৫৮ আৰু ১৯৬৩ চনত ৰাজ্যিক দলত খেলে। ইয়াৰ ভিতৰত ১৯৫৫ সন্তোষ

ট্ৰফীৰ ছেমি-ফাইনেলত মহীশূৰৰ বিৰুদ্ধে তেওঁ সোঁ-আঠুত আঘাত পোৱাৰ পিচতে প্ৰায় এবছৰকাল খেলপথাৰৰ পৰা আঁতৰত থাকে। সন্তোষ ট্ৰফীৰ ছেমি-ফাইনেলখনৰ উপৰি ১৯৫৮-ৰ সদৌ ভাৰতীয় ৰেলৱে ফুটবলত এন. এফ. ৰেলৱে বনাম চাউদাৰ্ণ ৰেলৱে কোৱাৰ্টাৰ-ফাইনেল, তেওঁৰ আন এখন স্মৰণীয় খেল আছিল। আন্তঃ জিলা ফুটবলত তেওঁ নগাঁৱৰ হৈ এবাৰ ৰাণাৰ্ছ-আপ(১৯৫৫) পায়। অৱশ্যে গুৱাহাটী (১৯৫৭) আৰু এন. এফ. ৰেলৱে (১৯৬৮)ৰ হৈ খেলি চেম্পিয়ন হয়। ইয়াৰ মাজতে অসুস্থ হৈ এবছৰ (১৯৫৯) খেলপথাৰৰ পৰা আঁতৰত থাকে।

সুস্বাস্থ্যৰ অধিকাৰী ৫ ফুট ৪ ইঞ্চি ওখ, ৫৭ কিলোগ্ৰাম ওজনৰ পৰেশ মজুমদাৰে পোনতে চেণ্টাৰ-হাফ্ আৰু পিচলৈ ষ্টপাৰৰূপে বলিষ্ঠ ফুটবলৰ বেঙুণি এৰি থৈ গৈছে। বিশেষকৈ ১৯৫৮ চনত ইংৰাজ প্ৰশিক্ষক বন মিদচ্‌ৰ প্ৰশিক্ষণত তেওঁৰ ফুটবলে প্ৰকৃত গঢ় লবলৈ সক্ষম হয়। তেওঁ ভাল হেডাৰ হোৱাৰ উপৰি উভয় ভৰিৰ শ্যুটিং ক্ষমতা আছিল। তেওঁৰ মতে বণ মিদচৰ প্ৰভাৱে অসমৰ খেলৰধাৰা সলনি কৰে। মধ্যফিল্ডত ৰক্ষণ আৰু আক্ৰমণ উভয়তে সমান অৰিহণা যোগাইছিল। ৰাজ্যিক খেলুৱৈ অজয় দাসৰ মতে, "শৃঙ্খলাবোধক প্ৰথম বিষয়বস্তুৰূপে লোৱা চিনচিয়েৰ ফুটবলাৰ পৰেশ মজুমদাৰ মোৰ আদৰ্শবান খেলুৱৈ।" ৰাজ্যিক দলৰ অধিনায়ক তথা জাতীয় খেলুৱৈ টচেন বড়াৰ মতে, "Paresh mazumdar's accurate heading foils many attacking moves. He was a tough defender." সেইদৰে ৰাজ্যিক খেলুৱৈ অধীৰ ৰায়ৰ মন্তব্য, "সুন্দৰ হেড্ ৱৰ্কৰ চেণ্টাৰ-হাফ্ পৰেশ মজুমদাৰৰ ফুটবলত অধিক টাফ্‌নেচ্ আছিল।"



পৰেশ মজুমদাৰে এন. এফ. ৰেলৱেৰ উপৰি ১৯৫৬-৭৩ পৰ্যন্ত মহাৰাণা ক্লাবত খেলে। পৰৱৰ্তী কালত স্পৰ্টিং ইউনিয়ন (১৯৭৪), গুৱাহাটী টাউন ক্লাব (১৯৭৫)ত অতিবাহিত কৰি মহাৰাণাত ১৯৭৬ চনৰ লীগৰ অৰ্দ্ধেক খেলত অংশ লৈয়ে অৱসৰ গ্ৰহণ কৰে। পৰেশ মজুমদাৰ ১৯৯৬ চনৰ ২৬ ফেব্ৰুৱাৰীত কলিকতাৰ মধ্যমগ্ৰামত ষ্ট্ৰক হৈ শেষ নিঃশ্বাস ত্যাগ কৰে।

# চিতেশ্বৰ শইকীয়া

অসম ফুটবলত নগাঁৱৰ চিতেশ্বৰ শইকীয়া এক পৰিচিত নাম। ১৯৫৬ আৰু ১৯৫৭ চনত তেওঁ ৰাজ্যিক দলৰ ফুল-বেক্ আছিল। নগাওঁ ইউনিয়ন স্পৰ্টিঙৰ এই গৰাকী ৫ ফুট ৭১/২ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৫৩-১৯৬৭ লৈকে জিলা দলত খেলি দুবাৰ আন্তঃ জিলা খিতাপ জয় কৰে।

চিতেশ্বৰ শইকীয়া ১৯৩৪ চনৰ ২৭ মাৰ্চত জখলাবন্ধাত জন্ম গ্ৰহণ কৰে। কৃষক দেহিৰাম শইকীয়া (তিনিজন লৰা আৰু দুজনী ছোৱালী)ৰ তেওঁ দ্বিতীয় সন্তান। এইখিনিতে উল্লেখ্য তিনিও সহোদৰ ভাল ফুটবলাৰ আছিল। তেওঁ কলিয়াবৰ হাইস্কুলত দশমমানলৈকে পঢ়ে। ফুটবলৰ পাতনি স্কুল দলত আৰু এই সূত্ৰে নগাঁৱৰ ইউনিয়ন স্পৰ্টিং ক্লাৱত খেলিবলৈ সুযোগ পায়। তেওঁ দীৰ্ঘ পোন্ধৰ বছৰ নগাওঁ জিলা দলত খেলোতে দুবাৰ ৰাজ্যিক দলত স্থান লাভ কৰে। ১৯৬৮ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়, যদিও স্থানীয় মিলন সংঘ দলত কেইবছৰমান খেল অব্যাহত ৰাখে। ১৯৯০ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# অধীৰ ৰায়

নগাওঁ ইউনিয়ন স্পৰ্টিং দলৰ ৫ ফুট ৫ ইঞ্চি ওখ ৫৬ কিলোগ্ৰাম ওজনৰ আউট খেলুৱৈ অধীৰ ৰায় ১৯৩৭ চনত চিলেট জিলাৰ শ্ৰীমঙ্গল নামে সৰু চহৰত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী পৰিয়ালত জন্ম লাভ কৰা অধীৰ ৰায়ে শ্ৰীমঙ্গল ভিক্টোৰিয়া হাইস্কুলত শিক্ষাৰ পাতনি মেলিলেও দেশ বিভাজনৰ পিচত তেওঁলোকৰ পৰিয়ালে নগাঁৱত বসবাস কৰিবলৈ লয় আৰু ১৯৫৪ চনত নগাওঁ বেঙ্গলী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। নগাওঁ ইউনিয়ন স্পৰ্টিঙত ১৯৫০-৫৬ লৈকে খেলি ১৯৫০ চনত স্বাধীনতা দিৱস কাপ জয় আৰু ১৯৫১-ত ৰাণাৰ্ছ-আপ হয়। তেওঁ ১৯৫৩-৫৭ লৈকে নগাঁৱৰ পক্ষে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ লৈ

১৯৫৬ চনত চেম্পিয়নশ্বিপ অৰ্জন কৰে। ১৯৫৭ চনত মহাৰাণা ক্লাবত যোগদান কৰে আৰু এন. এফ. ৰেলৱেত নিযুক্তি পায়। ইতিপূৰ্বে ১৯৫৫ আৰু ১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। ১৯৬০-৬৫ লৈকে গুৱাহাটীৰ হৈ আন্তঃ জিলা খেলে। তেওঁ ১৯৫৮, ১৯৬১ আৰু ১৯৬৩ চনত ৰাজ্যিক দলৰ ৰাইট-আউট আছিল। অৱশ্যে ক্লাব দলত উভয় আউটত খেলিছিল। ১৯৫৭-৬৬ লৈকে এন. এফ. ৰেলৱেৰ হৈ আন্তঃ ৰেল ফুটবল খেলে। ১৯৬৬ চনত এন. আই. এছ. কোচিংৰ বাবে পাতিয়ালালৈ যায় আৰু ডেনিচ ডানৰ পিচতে অসমৰ দ্বিতীয় গৰাকী ফুটবল প্ৰশিক্ষকৰূপে পৰিগণিত হয়। লগত বিলাস বৰুৱাও আছিল। বিশেষকৈ উল্লেখ্য ১৯৬৬, ১৯৭৩ আৰু ১৯৮৮ চনত চিনিয়ৰ ৰাজ্যিক আৰু ১৯৬৭, ১৯৬৮, ১৯৬৯, ১৯৭৪, ১৯৭৫, ১৯৭৬ আৰু ১৯৭৭ চনত জুনিয়ৰ ৰাজ্যিক দলৰ প্ৰশিক্ষক আছিল। ১৯৯৭ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।



অজিত বৰা



ৰত্নহাস গোস্বামী



চিতেশ্বৰ শইকীয়া



অধীৰ ৰায়

# প্ৰসন্ন বৰ্মণ



অসম ফুটবলত থ্ৰি-বেক্ পদ্ধতিত প্ৰথম সাফল্যমণ্ডিত ষ্টপাৰ-বেক্ৰূপে উনুকিয়াব লাগিলে আমি প্ৰথমেই প্ৰসন্ন বৰ্মণৰ নাম লব লাগিব। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ ৬৭ কিলোগ্ৰাম ওজনৰ পাহুৱাল ৰক্ষণবিভাগৰ খেলুৱৈৰ বলিষ্ঠ ক্ৰীড়া বৰঙণি অসম ফুটবলত যুগ-যুগান্তৰ ধৰি অচল অটল হৈ থাকিব। ১৯৬০ সন্তোষ ট্ৰফী ফুটবল চেম্পিয়নশ্বিপ্‌ত বঙ্গৰ বিৰুদ্ধে গ্ৰুপ লীগত অসমে প্ৰতিপক্ষৰ আক্ৰমণ বিভাগৰ বাৰম্বাৰ আক্ৰমণ প্ৰতিহত কৰোঁতে ধৈৰ্য্যহীন হৈ বঙ্গৰ দৰ্শনীয় ইনচাইড-ফৰোৱাৰ্ড তথা জাতীয় খেলুৱৈ চুনী গোস্বামীয়ে " How tough Assam Defence !" বুলি মন্তব্য কৰি গৈছে আৰু এই ৰক্ষণবিভাগৰ প্ৰধান কৰ্ণধাৰ আছিল, লুৰে ছেত্ৰী (ৰাইট-বেক্), প্ৰসন্ন বৰ্মন (ষ্টপাৰ) আৰু বিজয় কোৱা (লেফট-বেক্) আদি। প্ৰসন্ন বৰ্মণৰ অত্যাধিক লিফট্ থকা বাবে হেডিং কেপাচিটি অতি উচ্চস্তৰৰ আছিল আৰু এই ক্ষেত্ৰত অসমৰ দুৰ্দ্ধৰ্ষ লেফট-আউট ৰিয়াজ আলি আৰু দীৰ্ঘ দেহী চেণ্টাৰ-ফৰোৱাৰ্ড নাৰায়ণ বৰাৰ দৰে খেলুৱৈও ওপৰৰ বল স্পৰ্শ কৰিবলৈ অক্ষম হৈছিল। লং ৰেঞ্জ কিক্‌ৰ অধিকাৰী হোৱাৰ উপৰি তেওঁ যি কোনো দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ডক স্বকীয় বলিষ্ঠ আৰু বুদ্ধিদীপ্ত টেক্‌লিঙৰে পৰাভূত কৰাত দক্ষ আছিল। মুঠতে সেই সময়ৰ এজন পূৰ্ণাঙ্গ আৰু সফল ষ্টপাৰ-বেক্ বুলি কলে ভুল কোৱা নহব। প্ৰসন্ন বৰ্মনে দীৰ্ঘদিন ধৰি ফুটবল খেলিলেও চাকৰিৰ বাবে গৰিষ্ঠভাগ আনুষ্ঠানিক খেল(Official match)ত জড়িত থাকিব নোৱাৰিলে। নহলে অসম ফুটবলৰ বাবে আৰু অধিক বৰঙণি যোগাব পাৰিলেহেঁতেন।

প্ৰসন্ন বৰ্মণ ১৯৩১ চনত নলবাৰীৰ পৰা ১১ কিলোমিটাৰ নিলগৰ বেলশৰ গাঁৱৰ এক চহকী আৰু শিক্ষিত কৃষক পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ জানিবাম

বৰ্মণ(৪ জন লৰা আৰু ২ জনী ছোৱালী)ৰ তেওঁ জ্যেষ্ঠ সন্তান। পঢ়া-শুনাৰ পাতনি চামতা হাইস্কুলত। ইয়াত পঢ়ি থাকোতেই সপ্তমমানৰ পৰা স্কুল দল আৰু বেলশৰ মিলন টিমত ফুটবলৰ শুভাৰম্ভ হয়। ১৯৪৬ চনত যেতিয়া তেওঁ নবমমান শ্ৰেণীৰ ছাত্ৰ চামতাত অনুষ্ঠিত স্থানীয় কাপ ফাইনেল, বেলশৰ মিলন টিম বনাম চামতা বিজয় টিম। প্ৰতিপক্ষত অনিমেষ গাঙ্গুলী, ভাৰত চৌধুৰী আৰু অবনি দাসৰ দৰে গুণগ্ৰাহী খেলুৱৈয়ে অংশ গ্ৰহণ কৰিছিল। এই খেলখনত ৰাইট-বেক্ প্ৰসন্ন বৰ্মণে অসমৰ দুৰ্দ্ধৰ্ষ লেফট-আউট ভাৰত চৌধুৰীক নিষ্প্ৰভ কৰি দিয়ে আৰু বেলশৰ মিলন টিম ২-০ ব্যৱধানত জয়ী হয়। খেল অন্ত পৰাৰ পিচত অনিমেষ গাঙ্গুলীয়ে তেওঁৰ সৈতে হেণ্ড চেক্ কৰি "তুমি ভাল খেলিলা" বুলি সম্বৰ্দ্ধনা জ্ঞাপন কৰে। এই খিনিতে এজন প্ৰবীণ ক্ৰীড়াবিদৰ খেলুৱৈ সুলভতা আৰু এগৰাকী উদীয়মান খেলুৱৈৰ প্ৰতিভা প্ৰস্ফুটিত হৈ উঠা দেখা যায়। চতিয়া নৰ্মাল স্কুলত শিক্ষকতা কৰি থকা খুড়ায়েক হৰিমল বৰ্মণ ডিব্ৰুগড় গভৰ্ণমেণ্ট হাইস্কুললৈ বদলি হওঁতে তেৰো ১৯৪৬ চনতে ডিব্ৰুগড় গভৰ্ণমেণ্ট হাইস্কুলত ভৰ্ত্তি হৈ ১৯৪৭ চনত দ্বিতীয় বিভাগত মেট্ৰিক পাছ কৰে। এইখিনিতে উল্লেখ্য প্ৰসন্ন বৰ্মণৰ ফুটবল সাফল্যৰ মূলতে পথ প্ৰদৰ্শক আছিল মিলন টিমৰ প্ৰবীন্দ্ৰ বৰ্মণ (চেণ্টাৰ-হাফ্/মোমায়েক), ললিত মডিয়াৰ (লেফট-আউট), দেবেন পাটোৱাৰী (চেণ্টাৰ-ফৰোৱাৰ্ড) আৰু খুড়ায়েক হৰিমল বৰ্মণ। ডিব্ৰুগড়ত প্ৰসন্ন বৰ্মণে ডাঃ শৰৎ দত্তৰ সৈতে স্কুল দলত খেলিছিল। তাৰপিচত তেওঁ কটন কলেজত আই. এছচি. পঢ়ে যদিও ১৯৫০ চনত টাইফয়েড হোৱা বাবে পৰীক্ষা দিব নোৱাৰিলে আৰু পৰবৰ্ত্তীবছৰো ঘৰুৱা অসুবিধাৰ হেতু আই. এছচি. সম্পূৰ্ণ কৰিব নোৱাৰি এন. এফ. ৰেলৱেৰ চিগনেল টেলিকমিউনিকেচন বিভাগত শিক্ষানবিচৰূপে যোগদান কৰে। কটন কলেজত পঢ়োতে উজান বজাৰৰ উদয়শ্ৰী ব্যায়াম মন্দিৰত নিয়মিত ব্যায়াম কৰিছিল তথা ইয়ং ইউনিয়ন ক্লাবৰ নিয়মীয়া খেলুৱৈ আছিল।

এন. এফ. ৰেলৱেত কাম শিকি থকা কালছোৱা, ১৯৫১-১৯৫৩ বঙাইগাওঁ ৰেলৱেৰ হৈ খেলে আৰু সময় পালে ওচৰৰ দুই এঠাইত ফুটবল খেলিছিল। ট্ৰেইনিঙৰ অন্তত এছ. আই. এম.ৰূপে নগাঁৱৰ শেনচোৱা জংচনত নিযুক্তি দিয়ে (১৯৫৪)। ইয়াৰ লগে লগে নগাওঁ জিমখানা ক্লাবত প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখি জিলা দলৰ অপৰিহাৰ্য্য খেলুৱৈ হৈ পৰে। তেওঁ খেলাকালত ক্লাব দলে এবাৰ নগাওঁ লীগ জয়ী হয়। প্ৰসন্ন বৰ্মণে ১৯৫৭, ১৯৫৯ আৰু ১৯৬০ চনৰ

আন্তঃ জিলাত নগাওঁ জিলা দলত খেলে। ইয়াৰ ভিতৰত ১৯৫৮ আৰু ১৯৬০ চনৰ ৰাজ্যিক দলত স্থান লাভ কৰে। বিশেষকৈ ১৯৬০ চনৰ সন্তোষ ট্ৰফীত বলিষ্ঠ খেল প্ৰদৰ্শন কৰে। এই প্ৰতিযোগিতাত অসমে তৃতীয়স্থান লাভ কৰিছিল। সেই বছৰতে এন. এফ. ৰেলৱেৰ হৈ খড়গপুৰত সৰ্বভাৰত ৰেল ফুটবলত অংশ লয়। তেওঁ নগাওঁ জিলা ক্ৰীড়া সন্থাৰ হৈ বম্বেৰ ৰভাৰ্ছ কাপটো খেলে। ১৯৬২ চনত চাকৰিৰ সংক্ৰান্তত চাপৰমুখৰ পৰা ট্ৰেন্সফাৰ হোৱা বাবে তেওঁ স্বাভাৱিকভাৱে প্ৰথম শ্ৰেণী ফুটবলৰ পৰা আঁতৰি আহিব লগা হয়। খেলপথাৰত যেনেদৰে একান্ত বাধ্য তদৰূপ চাকৰিৰ ক্ষেত্ৰতো অতি কৰ্তব্যপৰায়ণ আছিল। বিশেষকৈ কিতাপ কিনা আৰু পঢ়া তেওঁৰ অন্যতম শখ আছিল। ১৯৮৯ চনত চিনিয়ৰ চিগনেল ইন্সপেক্টৰৰূপে এন. এফ. ৰেলৱেৰ পৰা অৱসৰ গ্ৰহণ কৰে। ১৯৯৪ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।



জগত বৰদলৈ



মহেন্দ্ৰ হাজৰিকা



পদ্মেশ্বৰ ডেকা



নিৰ্মল নাহা

# বিজয় কোৱা

অসম ফুটবলত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ ডিফেণ্ডাৰসকলৰ ভিতৰত বিজয় কোৱা এটা উল্লেখযোগ্য নাম। মাত্ৰ ৫ ফুট ৭ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ সুস্বাস্থ্যৰ অধিকাৰী এই ফুটবল কুশলী প্ৰতিপক্ষৰ বাবে সদায় ত্ৰাসৰ কাৰণ আছিল। তেওঁ লেফট-বেক্ আৰু ষ্টপাৰৰূপে ডিফেন্সত কেতিয়াও সুৰুঙা উলিয়াব নিদিছিল। উভয় ভৰিৰ শ্বুটিং থকা এই ফুটবলাৰ দলত থাকিলে এনে ভাবৰ উদয় হয় যেন তেৱেঁই সমগ্ৰ ডিফেন্স পৰিচালনা কৰিছে। বিশেষকৈ তেওঁৰ হেডিং আৰু হাফ্-ভলী আছিল চমকপ্ৰদ। বল আয়ত্তত থাকিলে প্ৰতিপক্ষৰ ফৰোৱাৰ্ডে তেওঁৰ কাষ নেচাপিছিল। কাৰণ তেওঁৰ এটা ডাঙৰ গুণ, যিটো পৰৱৰ্ত্তীকালৰ খেলুৱৈসকলৰ মাজতো বৰ্ত্তমানলৈকে চকুত পৰা নাই — বলটো ওপৰতে ডেথ্ কৰি সেই বল কলে বঢ়াই কোৱা নহয়। ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে, "আজিজ টাইপ

কলে বঢ়াই কোৱা নহয়। ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে, "আজিজ টাইপ

ফুটবলাৰ বিজয় কোৱাই ফাৰ্ষ্ট টাইম ভলী মাৰি বল ক্লিয়েৰ কৰে।" এওঁৰ সন্দৰ্ভত জাতীয় খেলুৱৈ টচেন বড়াৰ মন্তব্য এনে ধৰণৰ, "Bijay Kowa's volley and low drive kick outstanding."

বিজয় কোৱা ১৯৩৬ চনৰ ২৫ ডিচেম্বৰত নগাঁৱৰ ১২ মাইল নিলগৰ বালিজুৰি গাঁৱত জন্ম গ্ৰহণ কৰে। খেতিয়ক দানিয়েল কোৱাৰ তিনিটি সন্তান(এজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ বিজয় কোৱা মাজু। তেওঁ পুৰণিগুদামৰ আৰ. কে. বি. হাইস্কুলৰ পৰা ১৯৬০ চনত প্ৰৱেশিকা পাছ কৰে। ইয়াত পঢ়ি থাকোতেই নগাওঁ ফ্ৰেণ্ডছ ক্লাবত ইউনিয়ন স্পৰ্টিঙৰ বিৰুদ্ধে (১৯৫৭ চন) আত্ম-প্ৰকাশ কৰে। ১৯৫৯ চনত আৰ. কে. বি. হাইস্কুল — মধ্য অসম স্কুল টুৰ্ণামেণ্ট চেম্পিয়ন হয়। এইখিনিতে উল্লেখ্য ১৯৫৮ নেচনেল স্কুল গেমছত অসমৰ পক্ষে জেভেলিন থ্ৰুত প্ৰতিদ্বন্দ্বিতা কৰে। ১৯৫৯ চনত নগাওঁ জিলা দলত স্থান পোৱা স্কুলৰ ছাত্ৰ বিজয় কোৱাই ৰাজ্যিক দলতো স্থান গঢ়ি লয় আৰু লেফট-বেক্ পজিচনত ভুবন গগৈৰ পিচতে ২ নং খেলুৱৈ আছিল। ইতিপূৰ্বে ১৯৫৮ ৰাজ্যিক দল বাছনি শিবিৰ যোৰহাটত অনুষ্ঠিত হওঁতে বিজয় কোৱাইয়ো আমন্ত্ৰণ পাইছিল। ১৯৬০ চনৰ ৰাজ্যিক দলৰ তেওঁ নিয়মিত লেফট-বেক্ আছিল আৰু অসমে তৃতীয় স্থান লাভ

কৰিবলৈ সক্ষম হয়। বিশেষকৈ বঙ্গৰ হাতত শেষ মুহূৰ্ত্তৰ এটা গ'লত পৰাভূত হলেও প্ৰতিপক্ষৰ দুৰ্দ্ধৰ্ষ ৰাইট-আউট পি. কে. বেনাৰ্জীক একেবাৰে সুবিধা কৰিব নিদিলে। ইয়াৰ পিচতে তেওঁৰ জীৱনৰ অন্য এখন সফল টাফ্ মেচ ১৯৬১ আন্তঃ জিলাৰ ছেমি-ফাইনেল। নগাঁৱে দক্ষ মণিপুৰ দলক ২-১ গ'লত পৰাভূত কৰোঁতে ষ্টপাৰ বিজয় কোৱাই প্ৰতিপক্ষৰ ফৰোৱাৰ্ড-লাইনক একেবাৰে অকামিলা কৰে। ফাইনেলত গুৱাহাটীক ২-১ গ'লত পৰাভূত কৰি চেম্পিয়ন হয়। ১৯৬১ চনতো ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায় যদিও শিবিৰত থাকোতেই ডুমডুমাৰ এখন খেলত অংশ গ্ৰহণ কৰা বাবে তেওঁক নিলম্বিত কৰে। বুকুৰ অসুখৰ বাবে তিনি বছৰ (১৯৬১-৬৩) ফুটবলৰ পৰা আঁতৰত থাকে। প্ৰত্যাবৰ্ত্তন কৰি ১৯৬৪ চনত ঢেকীয়াজুলি আদিবাসী ক্লাবৰ হৈ স্থানীয় লীগ জয়ী হয়। ১৯৬৫ চনত কেৰাণীৰূপে এন. এফ. ৰেলৱেত যোগদান কৰে আৰু সেইবছৰ ৰাজ্যিক দলৰ সহ-অধিনায়ক তথা ষ্টপাৰ আছিল। ১৯৬৫-৬৭ লৈকে গুৱাহাটীৰ ফ্ৰেণ্ডছ ইউনিয়ন; ১৯৬৭-৭৭ লৈকে এন. এফ. ৰেলৱে দলত তেওঁ খেলিছিল ইয়াৰ মাজতে ১৯৬৮ চনত স্পৰ্টিং ইউনিয়ন বনাম অসম পুলিচৰ খেলত তেওঁ সোঁ-ভৰিত আঘাত পায় আৰু তিনি বছৰ (১৯৬৮-৭০) খেলপথাৰৰ পৰা আঁতৰত থাকে। ১৯৭১ চনত প্ৰত্যাবৰ্ত্তন কৰে আৰু এন. এফ. ৰেলৱে দলে বৰদলৈ ট্ৰফীৰ কোৱাৰ্টাৰ-ফাইনেলত বাংলা দেশ একাদশৰ হাতত ৩-১ গ'লত পৰাভূত হয়। ১৯৭২ চনত পুনৰ ৰাজ্যিক দলৰ ষ্টপাৰ পজিচনত খেলে আৰু গোৱা সন্তোষ ট্ৰফীত পঞ্জাৱৰ হাতত ২-১ গ'লত পৰাভূত হয়। এইখনেই তেওঁৰ শেষ উল্লেখযোগ্য মেচ।

১৯৭৩ চনত প্ৰশিক্ষক তথা খেলুৱৈৰূপে ডায়নামো ক্লাবত যোগদান কৰে। ষ্টপাৰ পজিচনত বলিষ্ঠ খেলৰে দ্বিতীয় ডিভিজন চেম্পিয়ন হয়। ১৯৭৫ লৈকে এই দলত খেলোতে গোৱালপাৰাৰ ভাওৰীয়াল ট্ৰফী ছেমি-ফাইনেলত গুৱাহাটীৰ ইয়ং এমেচাৰ ক্লাবৰ হাতত ২-১ ব্যৱধানত পৰাভূত হলেও বিজয় কোৱাই চেন্টাৰ-চাৰ্কোলৰ পৰা তীব্ৰ শ্বট্ কৰি গ'ল কৰে। উল্লেখ্য যে এইখনেই তেওঁৰ শেষ প্ৰথম শ্ৰেণীৰ ফুটবল। ১৯৭৬ চনত মহাৰাণাৰ প্ৰশিক্ষক তথা খেলুৱৈৰূপে কটায়। ৰেল দলৰ নিয়মিত ষ্টপাৰ জনে ১৯৭৭-ৰ ৰেলৱে ডিভিজনেল ফুটবল খেলিয়ে অৱসৰ গ্ৰহণ কৰে। ২০০১ চনত তেওঁ অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□

# ৰিচাৰ্ড হে'ৰ

একালৰ "Football Mecca of Assam" নগাঁৱে অসম ফুটবললৈ সংখ্যাধিক প্ৰতিভাশালী খেলুৱৈ উপহাৰ দিছে। ইয়াৰ ভিতৰত ৰাইট-হাফ্ ৰিচাৰ্ড হে'ৰ এটা জাকত-জিলিকা নাম। কাৰণ এইগৰাকী কৃষ্ণ বৰুৱাৰ দীৰ্ঘ দেহী টাফ্ ফুটবলাৰ ১৯৬০ সন্তোষ ট্ৰফীত তৃতীয়স্থান প্ৰাপ্ত অসম দলৰ নিয়মীয়া খেলুৱৈ আছিল।



নগাঁৱৰ এক সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰা ৰিচাৰ্ড হে'ৰৰ পিতৃ ডাক বিভাগত পিয়নৰ চাকৰি কৰিছিল। দুজন সন্তানৰ ৰিচাৰ্ড হে'ৰ জ্যেষ্ঠ। স্কুলত পঢ়ি থাকোতেই স্কুল দল আৰু ফ্ৰেণ্ডছ ক্লাৱত চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে ফুটবল জীৱনৰ পাতনি মেলে। ১৯৫৭ চনত ডচন হাইস্কুলে অল-আসাম হাইস্কুল ফুটবল খিতাপ (দেউকণ শ্বিল্ড) জয় কৰিবলৈ সক্ষম হওঁতে নগাঁৱত অনুষ্ঠিত ফাইনেলত শিলচৰৰ নৰসিং হাইস্কুলক পৰাভূত কৰে। তেওঁ ডচন হাইস্কুলত নৱমমানলৈকে পঢ়িয়ে শিক্ষা সামৰে। দুবছৰমানৰ পিচত ইউনিয়ন স্পৰ্টিঙলৈ যায়। পঞ্চাশ দশকৰ শেষৰফালে নগাওঁ জিলা দলত খেলাৰ সুযোগ লাভ কৰি অসমৰ চকুত পৰা খেলুৱৈত পৰিণত হয় আৰু ১৯৬০ চনৰ ৰাজ্যিক দলত বলিষ্ঠ ফুটবলৰ বৰঙণি যোগায়। ষ্টেট ট্ৰেন্সপৰ্টৰ কণ্ডাক্টৰ ৰিচাৰ্ড হে'ৰৰ অধিনায়কত্বতে নগাঁৱে ১৯৬১ চনত আন্তঃ জিলা খিতাপ জয় কৰোঁতে ফাইনেলত শক্তিশালী গুৱাহাটীক পৰাভূত কৰে। এই সাফল্যৰ পিচতে তেওঁ গুৱাহাটী টাউন ক্লাৱত যোগদান কৰে। ১৯৬৩, ১৯৬৪ আৰু ১৯৬৫ চনত গুৱাহাটীৰ পক্ষে আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত অংশ গ্ৰহণ কৰি এবাৰ ৰাণাৰ্ছ-আপ খিতাপ পায়। ১৯৬৪ চনত গুৱাহাটী টাউন ক্লাব দল লীগ জয়ী হয়। যাঠী দশকৰ শেষৰফালে ফুটবলৰ পৰা অৱসৰ লোৱা ৰিচাৰ্ড হে'ৰই কৰ্কট ৰোগত আক্ৰান্ত হৈ ১৯৮৮ চনৰ ২০ ছেপ্টেম্বৰত নগাঁৱতে শেষ নিঃশ্বাস ত্যাগ কৰে।

# ফজল হক



ফজল হক অসম ফুটবলৰ এটা পৰিচিত নাম। ১৯৪৪ চনৰ ২ ফেব্ৰুৱাৰীত নগাওঁ চহৰৰ এক দুখীয়া পৰিয়ালত ফজল হকৰ জন্ম হয়। মুঠ নজন সন্তান (তিনিটা ল'ৰা আৰু ছজনী ছোৱালী)ৰ এওঁ তৃতীয়। স্কুলত পঢ়ি থাকোতে কহিনুৰ ক্লাবৰ জৰিয়তে ফুটবলৰ পাতনি মেলে। নগাওঁ ডচন হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি ১৯৬৩ চনত নগাওঁ কলেজৰ নৈশ শাখাত ভৰ্ত্তি হয়। তেওঁ দিনত কাম কৰি নিশা পঢ়াৰ পৰিকল্পনা কৰি চাকৰি বিচাৰি হাবাথুৰি খাব লগা হৈছিল। আনকি অসম ফুটবল সন্থাৰ সম্পাদক নুৰুল আমিনেও তেওঁৰ চাকৰিৰ বাবে চেষ্টা কৰিছিল। ফিজ্ যোগাৰ কৰিব নোৱৰা বাবে প্ৰি-ইউনিভাৰ্চিটি পৰীক্ষাত অৱতীৰ্ণ হ'ব নোৱাৰিলে আৰু ১৯৬৪ চনত নগাওঁ আই. টি. আই.-ত ভৰ্ত্তি হয়। পাছ্ কৰাৰ পিচত দুলীয়াজানৰ অইল ইণ্ডিয়াত শ্ৰমিকৰূপে যোগদান কৰি খেল অব্যাহত ৰাখোতে তেওঁৰ ওপৰত নামৰূপ থাৰ্মেল ক্লাবৰ চকু পৰে আৰু তাত টাৰ্ণাৰৰূপে নিযুক্ত হয়। এই দলত চাৰি বছৰ সুখ্যাতিৰে খেলে আৰু অধিনায়কো হয়। সেইসময়ত অইল ইণ্ডিয়া দলে নামৰূপ থাৰ্মেলৰ বিৰুদ্ধে ক'তো জয়ী হ'ব পৰা নাছিল। ইতিমধ্যে অইল দলে তেওঁক দলত যোগদানৰ আমন্ত্ৰণ জনায় আৰু থাৰ্মেলৰ দুজন খেলুৱৈ অইল দললৈ আহে - ফজল হক আৰু অৰুণ বৰঠাকুৰ। ১৯৬৯ চনত অইল ইণ্ডিয়াত পুনৰ যোগদান কৰি অসমৰ ভিতৰতে এটা শক্তিশালী দলৰূপে পৰিগণিত হয় আৰু ১৯৭৬ লৈকে এই দলত খেলে। ইতিমধ্যে তেওঁক দলৰ পৰা বাদ দিয়াত ১৯৭৮ চনত দুলীয়াজান ক্লাব দল গঠন কৰি ডিব্ৰুগড় জিলাৰ ফুটবলত অইলৰ প্ৰধান প্ৰতিদ্বন্দ্বীৰূপে থিয় দিয়ে। আনকি ওচমান শ্বিল্ডৰ ছেমি-ফাইনেলত দুলীয়াজান ক্লাব পৰাভূত হ'লেও তেওঁৰ বীৰোচিত খেল মনকৰিবলগীয়া। ফলস্বৰূপ অইল ইণ্ডিয়া দলে তেওঁক পুনৰ দলত যোগদানৰ আমন্ত্ৰণ জনাইছিল যদিও ইতিমধ্যে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

ডচন হাইস্কুলৰ অষ্টমমানত থাকোতেই প্ৰথম ডিভিজনত আত্ম-প্ৰকাশ কৰে (১৯৫৮)। ১৯৬২ চনত অসম জুনিয়ৰ দলত নিৰ্বাচিত হয়। তদুপৰি নগাওঁ ফুটবল সন্থাৰ হৈ বৰদলৈ ট্ৰফী খেলে। ১৯৬৩ চনত ইণ্টাৰ কলেজ ফুটবল খেলি গুৱাহাটী বিশ্ববিদ্যালয় দলতো নিৰ্বাচিত হয়। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৬৪, ১৯৬৫, ১৯৬৬, ১৯৬৭, ১৯৬৯, ১৯৭০, ১৯৭১ আৰু ১৯৭৩ চনত ৰাজ্যিক দলত খেলে। ইয়াৰ অন্তৰ্গত মাদ্ৰাজত কোৱাৰ্টাৰ-ফাইনেল পৰ্য্যায় পাইছিল (১৯৭০)। ১৯৭৩ চনত পঞ্জাবৰ বিৰুদ্ধে ইন্দৰ সিঙৰ দৰে দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ডক শূন্য কৰি দিয়ে অৱশ্যে তেওঁৰ গ'লতে অসম দুৰ্ভাগ্যবশতঃ পৰাভূত হয়। যি কি নহওঁক দলে কোচিন ক্ৰীড়ামোদীৰ পৰা অকুণ্ঠ প্ৰশংসা লাভ কৰিছিল।

নগাঁৱৰ কহিনুৰ ক্লাৱ অৰ্থাৎ ৱাই. এম. চি. চি.দলে ১৯৬২ চনত শক্তিশালী জলন্ধৰ লীডাৰ্ছৰ বিৰুদ্ধে ৬-০ গ'লত পৰাভূত হলেও এয়া আছিল ১৮-বছৰীয়া ছাত্ৰ ফজল হকৰ ফুটবল জীৱনৰ এক উজ্বল ৰেঙণি। তেওঁৰ মতে ইন্দৰ সিঙৰ দৰে টপ ফৰ্মত থকা খেলুৱৈৰ বিৰুদ্ধে এয়া আছিল তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ খেল। ৰাজ্যিক দলত তেওঁৰ সহযোগী টচেন বড়াৰ মতে, "Dedicated Fazal Haque played orthodox football." তদুপৰি ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মন্তব্য এনে ধৰণৰ, "Fazal Haque a gallant fighter with unbelievable determination. This labourious football talents continued his pace upto last moment of the game nodoubt team downed"



# দধী বৰ্মণ



নগাঁৱত অভ্যুদয় হোৱা দধী বৰ্মন চুটি চাপৰ যদিও পাহুৱাল শৰীৰৰ অসমৰ চকুতপৰা ৰক্ষণবিভাগৰ খেলুৱৈ তথা শ্লাইডিং টেক্‌লিঙৰ বাবে অসমৰ পৰিচিত খেলুৱৈ হৈ পৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ লেফ্‌ট-হাফ টচেন বড়াৰ মতে, "দধী বৰ্মণৰ শ্লাইডিং টেক্‌লিঙৰ কলাকৌশল নিখুঁত।" ১৯৪৪ চনত মৰিগাঁৱৰ বৰখিবন্ধা গাঁৱত দধী বৰ্মণৰ জন্ম হয়। হাল-কোৰ বাই ডাঙৰ দীঘল হোৱা দধী বৰ্মণে ধিং কে. বি. হাইস্কুলত পঢ়ি থাকোতে নগাওঁ ইউনিয়ন স্পৰ্টিং দলত ১৯৫৮-৬২ লৈকে খেলে। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৬২ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ দধী বৰ্মণে ৰক্ষণবিভাগৰ ৰাইট আৰু লেফ্‌ট-বেক্ উভয় স্থানতে খেলিছিল। ইতিপূৰ্বে মধ্য অসম স্কুল টুৰ্ণামেণ্টত একেৰাহে তিনিবাৰ (১৯৫৬, ১৯৫৭ আৰু ১৯৫৮) জেভেলিন থ্ৰু চেম্পিয়ন আছিল। ১৯৬১ আন্তঃ জিলা ফুটবলত নগাওঁ দলত লেফ্‌ট-বেক্ পজিচনত খেলি চেম্পিয়নশ্বিপ কঢ়িয়াই আনোতে ফাইনেলত গুৱাহাটীক ২-১ গ'লত হৰুৱায় আৰু ৰাজ্যিক দলতো স্থান গঢ়ি লয়। ইয়াৰ পিচত তেওঁ ১৯৬৬, ১৯৬৭ আৰু ১৯৬৮ চনত ৰাজ্যিক দলত খেলোতে শেষবছৰত অধিনায়ক আছিল। দধী বৰ্মনে ১৯৬৩ চনত গুৱাহাটীৰ ফ্ৰেণ্ডছ ইউনিয়ন দলত যোগদান কৰাৰ উপৰি এন. এফ. ৰেলৱেত চাকৰি জীৱনৰ পাতনি মেলে। ধিঙত দশমমানলৈকে পঢ়িছিল আৰু মাজতে পঢ়া বাদ পৰে। ১৯৬৬ চনত কটন কলেজিয়েট স্কুলৰ পৰা মেট্ৰিক পাছ কৰি পাণ্ডু কলেজত ভৰ্ত্তি হয়। তদুপৰি তেওঁ এন. এফ. ৰেলৱে দলত ১৯৬৪-৬৮ লৈকে খেলোতে দুবাৰ আন্তঃ জিলা ৰাণাৰ্ছ-আপ খিতাপ কঢ়িয়াই আনে। ১৯৬৫ চনত গুৱাহাটীত অনুষ্ঠিত অসম একাদশ বনাম ছোভিয়েট দলৰ খেলতো অংশ লৈছিল। পাণ্ডু কলেজৰ ছাত্ৰ দধী বৰ্মণে ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে আন্তঃ বিশ্ববিদ্যালয় ফুটবল টুৰ্ণামেণ্টত অপৰাজিত ৰাণাৰ্ছ-আপ হয় আৰু এই দল প্ৰতিযোগিতাৰ সবাতোকৈ জনপ্ৰিয় দল আছিল। এই টুৰ্ণামেণ্টৰ পিচতে ১৯৭২ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ লয়। □□

# পদ্মেশ্বৰ ডেকা

দুৰ্দ্ধৰ্ষ অসম পুলিচৰ আক্ৰমণ বিভাগত চকুত পৰা ইনছাইড-লেফট পদ্মেশ্বৰ ডেকা অসম ফুটবল প্ৰাঙ্গনৰ এক জাকত-জিলিকা ক্ৰীড়া চৰিত্ৰ। তেওঁৰ দুৰন্ত গতিৰ ছন্দময় ফুটবলে যি ক্ৰীড়া ৰেঙণি বিৰিঙাই থৈ গ'ল সেয়া সচাঁকৈয়ে তুলনাহীন। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ ৫৫ কিলোগ্ৰাম ওজনৰ ৰঙা বগা চেহেৰাৰ এই ফুটবলাৰ এক খেতিয়ক পৰিয়ালৰ সন্তান। জন্ম ১৯৪৫ চনত। মৰিগাঁৱৰ উত্তৰ পূবে পাঁচ মাইল নিলগৰ সাপমাৰি গাঁৱত। পিতৃ লেহকা ডেকাৰ এওঁ চতুৰ্থ সন্তান (দুজন ল'ৰা আৰু পাঁচজনী ছোৱালী)। ঔগুৰি হাইস্কুলত দশ মমানলৈকে পঢ়ি ১৯৬৩ চনত নগাওঁ পুলিচত যোগদান কৰে। পঢ়ি থকাকালত হাল বোৱা, কোৰ মৰাৰ উপৰি হাতী চলোৱা আদি দুৰ্দ্ধৰ্ষ কাৰ্য্যত লিপ্ত পদ্মেশ্বৰ ডেকাৰ মনত ফুটবলাৰ হোৱাৰ কল্পনাই বাহ লয়। স্কুল দলৰ হাফ্ পদ্মেশ্বৰ ডেকাই দুবছৰ নগাওঁ পুলিচ দলত খেলে। ১৯৬৪ চনত নগাওঁ জিলা দলে জুনিয়ৰ আন্তঃ জিলা চেম্পিয়নশ্বিপ অৰ্জন কৰোঁতে জন্মগত ফুটবল প্ৰতিভাৰে ভৰপূৰ পদ্মেশ্বৰ ডেকাই স্বকীয় গাঁৱলীয়া দুৰ্দ্ধৰ্ষতাৰ জৰিয়তে এই সফলতা লাভ কৰে। ফাইনেলত গুৱাহাটীক ২-১ গ'লত পৰাভূত কৰোঁতে প্ৰথমদিনা ৩-৩ গ'লত ড্ৰ হয়। ইয়াৰ পিচতে ১৯৬৫ চনত ডেৰগাওঁ পুলিচত যোগদান কৰে আৰু পাটনাত বিহাৰ পুলিচক পৰাভূত কৰি ইষ্ট জুন চেম্পিয়ন হয়। গুৱাহাটীত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়ৰ খেলত মাদ্ৰাজ পুলিচক পৰাজিত কৰি সৰ্বভাৰতীয় চেম্পিয়ন হোৱাৰ গৌৰৱ অৰ্জন কৰে।

১৯৬৬ চনৰ আই. এফ. এ. শ্বিল্ডত অসম পুলিচ দলে উৰিষ্যাৰ বিৰুদ্ধে ২-১ গ'লত জয়ী হোৱাৰ পিচত ইষ্টাৰ্ণ ৰেলৱেৰ হাতত শোচনীয়ভাৱে ৯-০ ব্যৱধানত পৰাজয় বৰণ কৰে। এই ঘটনাৰ পিচতে অসম পুলিচ দলক হায়দৰাবাদৰ জি. এচ. লাইকে প্ৰশিক্ষণ দি এটা ৰূপান্তৰ আনে। ১৯৬৭ চনত স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফীত লোমহৰ্ষক খেল প্ৰদৰ্শন কৰে। সেইবছৰতে জাতীয় জুনিয়ৰ দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। তেওঁ ১৯৬৫ চনত লেফট-হাফ্ আৰু

১৯৬৬ চনৰ পৰা ইনছাইড লেফটৰূপে স্বকীয় উচ্চস্তৰৰ ফুটবল খেলি অসম পুলিচ দলক বলীয়ান কৰি থৈ যায়। আক্ৰমণ বিভাগত তেওঁৰ ছন্দময় ফুটবল আজিও অসমৰ ক্ৰীড়া প্ৰাঙ্গনত সজীৱ হৈ আছে। এইখিনিতে উল্লেখ্য পদ্মেশ্বৰ ডেকাই তিনিবাৰ (১৯৬৭, ১৯৭০ আৰু ১৯৭১) অসম ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰে। ইয়াৰ অন্তৰ্গত ১৯৬৮ চনত চিনিয়ৰ নেচনেল ট্ৰায়েল কেম্পলৈ মাতে। বম্বেত অনুষ্ঠিত এই শিবিৰত তেওঁক ইনছাইড লেফট, লেফট-আউট আৰু লেফট-হাফ্ এই তিনিওটা পজিচনত খেলাওঁতে প্ৰতিটো স্থানতে ভাল খেল প্ৰদৰ্শন কৰি ভাৰতীয় দলৰ ষোল্ল নং খেলুৱৈৰূপে স্থান অধিকাৰ কৰিছিল; কিন্তু কৰ্মকৰ্ত্তাৰ কূঅভিসন্ধিত তেওঁৰ নাম প্ৰত্যাহাৰ কৰি নৰিয়াত থকা অন্য এজনক সন্নিৱিষ্ট কৰে। আচলতে ভাৰতীয় ক্ৰীড়া নীতি আৰু বাছনি শিবিৰত অসমৰ কৰ্মকৰ্ত্তা অভাৱৰ হেতু পদ্মেশ্বৰ ডেকাৰ দৰে উচ্চমানদণ্ডৰ খেলুৱৈয়ে ভাৰতীয় দলত নিৰ্বাচন লাভ কৰাৰ পৰা বঞ্চিত হয়।

মাদ্ৰাজত ১৯৭১ সন্তোষ ট্ৰফীত বাঙ্গালোৰৰ বিৰুদ্ধে অতি ভাল খেল প্ৰদৰ্শন কৰি ৩-২ গ'লত হাৰে। তদুপৰি তেওঁৰ স্মৰণীয় খেল কেইখন হল নগাঁৱত হাওঁৰা ইউনিয়নৰ বিৰুদ্ধে (৫-৪ গ'লত জয়ী); ১৯৬৮ বৰদলৈ ট্ৰফীত ইষ্টাৰ্ণ ৰেলৱেৰ বিৰুদ্ধে ছেমি-ফাইনেল তিনিদিন ড্ৰ (২-২,২-২, ০-০)। সেইবছৰ ইষ্টাৰ্ণ ৰেলৱে দলেই বৰদলৈ ট্ৰফীৰ ৰাণাৰ্ছ-আপ আছিল। ১৯৭০ চনত বাটা স্পৰ্টছ ক্লাবক পৰাভূত কৰি স্বাধীনতা দিৱস কাপ জয় কৰে। এই খিনিতে উল্লেখ্য ১৯৬৮ চনত গুৱাহাটীত ভাৰত বনাম ব্ৰহ্মদেশ আন্তৰ্জাতিকত পদ্মেশ্বৰ ডেকাই খেলোতে ভাৰতীয় একাদশ ৩-০ গ'লত হাৰে। ১৯৭০ চনত গুৱাহাটীত অনুষ্ঠিত অসম একাদশ বনাম জাৰ্মান দলৰ খেলত ৩-২ ব্যৱধানত পৰাভূত হয়। এই ফুটবল খেলুৱৈ গৰাকী টপ্ ফৰ্মত থকাকালতে মাত্ৰ ২৬-বছৰ বয়সত খেলজগতৰ পৰা অৱসৰ লবলৈ বাধ্য হয় — ১৯৭১ চনৰ বৰদলৈ ট্ৰফীত দুৰ্গাপুৰ ষ্টিল প্লেন্টৰ বিৰুদ্ধে কোৱাৰ্টাৰ-ফাইনেল খেলত কমলা নাথৰ পৰা পোৱা এটা বল হাফ্-ভলী মাৰিবলৈ চেষ্টা কৰোঁতে বিপক্ষৰ ষ্টপাৰে টেপ্ কৰাত ভৰিত (আঠু আৰু গোৰোহাৰ মাজত) ফ্ৰেকচাৰ হয়। এই ঘটনাৰ ফলত অসম ফুটবলৰ এটা বিস্তৰ ক্ষতি হয় আৰু আজিও পদ্মেশ্বৰ ডেকাৰ স্থান কোনো দ্বিতীয় খেলুৱৈয়ে পূৰ কৰিব পৰা নাই। □□

# নির্মল নাহা

জাতীয় স্কুল ফুটবলত অসম স্কুল দলে (১৯৬৯) প্ৰথম চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনোতে দলৰ ষ্টপাৰ আছিল নির্মল নাহা। গোলাঘাটত ডাঙৰ দীঘল হোৱা নির্মল নাহা পিচত নগাঁৱৰ জিলা খেলুৱৈ হৈ পৰে। ১৯৭১ ৰাজ্যিক জুনিয়ৰ দলে জাতীয় ফুটবলত ৰাণার্চ্-আপ পাওঁতে এওঁৱে দলৰ অধিনায়ক আছিল। এই লেফট-বেক গৰাকী ১৯৭০ আৰু ১৯৭১ চনত ৰাজ্যিক চিনিয়ৰ দলটো খেলে। এওঁ এ.এচ.ই.বি.ৰ চাকৰিয়াল।

# নবাব পাটৰ

নবাব পাটৰ অসম ফুটবলৰ এটা চকুত পৰা ক্ৰীড়া চৰিত্ৰ। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৬২ কিলোগ্ৰাম ওজনৰ এই চেণ্টাৰ-ফৰোৱার্ড গৰাকীয়ে ১৯৬৩ আৰু ১৯৬৫ চনত জুনিয়ৰ নেচনেল ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পাইছিল।

ৰহাৰ এক দুখীয়া খেতিয়ক পৰিয়ালত ১৯৪৮ চনত জন্ম গ্ৰহণ কৰা নবাব পাটৰ মুঠ আঠজন ভাই-ভনীৰ ভিতৰত (তিনিজন ল'ৰা আৰু পাঁচগৰাকী ছোৱালী) দ্বিতীয় সন্তান। ৰহা উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ত একাদশ শ্ৰেণীলৈকে পঢ়ি এই অধ্যায় সামৰে (১৯৬৫)। তেওঁ স্কুল দলৰ পক্ষে সাত বছৰ মধ্য অসম স্কুল টুর্ণামেণ্টত অংশ লয় আৰু ১৯৬০ চনৰ পৰা নগাঁৱৰ ফ্ৰেণ্ডছ ক্লাৱত খেলোতে ১৯৬২ আৰু ১৯৬৩ চনত জুনিয়ৰ ৰাজ্যিক দলত নির্বাচিত হয় আৰু নগাঁৱৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা ফুটবলো খেলে। ১৯৬৫ আন্তঃ জিলাৰ পিচতে গুৱাহাটীৰ ফ্ৰেণ্ডছ ইউনিয়নলৈ আহি ১৯৬৭ চনত এন. এফ. ৰেলৱেত যোগদান কৰে। সেইবছৰ এন. এফ. ৰেলৱে দলে আন্তঃ জিলা ফুটবলত ৰাণার্চ্-আপ পায় আৰু ১৯৬৯ চনত চেম্পিয়নশ্বিপ কঢ়িয়াই আনে। তেওঁ এই দলত ৪-২-৪ পদ্ধতিত লেফট-ষ্ট্ৰাইকাৰ পজিচনত খেলিছিল। পুনৰ ১৯৭২ আৰু ১৯৭৩ চনত ডায়নামো ক্লাৱত খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। এইখিনিতে উল্লেখ্য ১৯৬৫ চনত তেওঁ ৰাজ্যিক দল বাছনি শিবিৰত থাকোতে নির্বাচন নিশ্চিত আছিল কিন্তু তেওঁক চিলঙত অনুষ্ঠিত নেচনেল স্কুল গেমছৰ বাবে অসম স্কুল দলৰ অধিনায়কৰ বাব দি লৈ যায়, ফলত ৰাজ্যিক চিনিয়ৰ দলত খেলিব নোৱাৰিলে।

# স্বাধীন ডেকাৰজা



জন্ম ১৫ আগষ্ট ১৯৫১ চন। স্থান নগাওঁ জিলাৰ টাঙোনমৰা গাওঁ। কৃষক পৰিয়ালৰ স্বাধীন ডেকাৰজাই বাৰেপুজিয়া হাইস্কুলত পঢ়ি থাকোতেই নগাঁৱৰ যুৱতীৰ্থ ক্লাবৰ জৰিয়তে প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰি ১৯৭২ চনত মেঘালয পুলিচত যোগদান কৰে। ইতিপূৰ্বে ১৯৭১ আৰু ১৯৭২ চনত নগাঁৱৰ পক্ষে জুনিযৰ আন্তঃ জিলা খেলে। ১৯৭৩ চনত চিলঙৰ পক্ষে চিনিযৰ আন্তঃ জিলাত অংশ লয়। ১৯৭৪ চনত দুলীয়াজানৰ অইল ইণ্ডিয়া দলত যোগদান কৰি এই লেফট-বেক্ গৰাকীয়ে ৫ বাৰ (১৯৭৪-৭৮) ৰাজ্যিক দলত খেলে। তদুপৰি ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা খেলি ১৯৭৬ চনত চেম্পিয়ন হয়। তেওঁ ১৯৭৫ আৰু ১৯৭৬ চনত জাতীয দলতো নিৰ্বাচিত হয়। ১৯৭৮ চনত ৰাজ্যিক দলৰ সহ-অধিনাযক স্বাধীন ডেকাৰজাই ১৯৭৯ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। □ C



নবাব পাটিৰ

# চিলঙৰ ফুটবল খতিয়ান

বৃটিছ ৰাজত্বকালতে (১৮৭৪ চন) চিলঙত অসমৰ ৰাজধানী পতা হয়। এইখিনিতে উল্লেখ্য আধুনিক ক্ৰীড়া সভ্যতাৰ বীজ ৰোপণ কৰোঁতা বৃটিছৰ আগমনত অসমো প্ৰভাম্বিত হয়। ক্ৰমান্বয়ে আধুনিক ক্ৰীড়া সভ্যতাই বিকাশ লাভ কৰা চিলং উপত্যকাত ফুটবল অতি জনপ্ৰিয় হৈ উঠোতে কেইবাটাও ক্লাব গা কৰি উঠে – চিলং ক্লাব (১৮৭৮), চিলং টাউন ক্লাব (১৮৯১) আৰু চি. এ. চি. আদি। সেই সময়ত চিলঙত অনুষ্ঠিত নেচনেল কাপ, এছ'চিয়েচন কাপ আৰু আৰ্ল কাপ আদি ফুটবল প্ৰতিযোগিতাই অসমত ক্ৰীড়া বিপ্লৱৰ সূচনা কৰে। বিশেষকৈ ১৯১৫ চনৰ আৰ্ল কাপ ফাইনেল খেলখনত প্ৰথম বিশ্ব যুদ্ধৰ বাবে অৰ্থ সংগ্ৰহ কৰোঁতে অসমৰ প্ৰথম চেৰিটি ফুটবলৰূপে চিহ্নিত হয়। এই ঐতিহাসিক খেলখন চিলং টাউন ক্লাব আৰু ১২৩তম আউটৰাণ ৰাইফলছৰ মাজত অনুষ্ঠিত হৈছিল। অৱশ্যে চিলং ফুটবল এছ'চিয়েচনৰ প্ৰতিষ্ঠা ১৯১৬ চনত। হৰ কুমাৰ ৰায় সন্থাৰ প্ৰথম সম্পাদক আছিল। ১৯৩৫ চনত সন্থাই নিজস্ব সংবিধান ৰচনা কৰি গ্ৰহণ কৰে আৰু ১৯৫৭ চনতো সংবিধান পুনৰ সংশোধন কৰা হয়।

চিলং টাউন ক্লাবৰ পিচতে লাবান স্পৰ্টছ ক্লাব (১৯১৬), জয়ন্তীয়া ফুটবল ক্লাব (১৯১৬-২০), উমচুচান স্পৰ্টছ ক্লাব (১৯২০), কে. জে. এ. এ.(১৯২৪) আদি গঢ় লৈ উঠে। তদুপৰি, অন্যান্য প্ৰথম শ্ৰেণীৰ ক্লাবসমূহ– হিলছ ইউনাইটেড ক্লাব, নঙথমাই স্পৰ্টছ ক্লাব, লাইটুমুখৰা স্পৰ্টছ ক্লাব, মৌলাই স্পৰ্টছ ক্লাব, চিলং স্পৰ্টিং ইউনিয়ন, চিলং পুলিচ, ৱাহিংদো স্পৰ্টছ ক্লাব, মালকি স্পৰ্টছ ক্লাব, ৰিয়াটচেমঠিয়াহ স্পৰ্টছ ক্লাব, গোৰ্খা এছ'চিয়েচন, মৌখেৰ স্পৰ্টছ ক্লাব, গলফ্‌লিঙ্ক স্পৰ্টছ ক্লাব, গ্ৰীণ

**সুধা সিন্ধু ৰায়**

চিলঙৰ নামজ্বলা ক্ৰীড়া সংগঠক সুধা সিন্ধু ৰায় ১৯৫৭ চনৰ ২৪ এপ্ৰিলত কলিকতাত ৬৩ বছৰ বয়সত শেষ নিঃশ্বাস ত্যাগ কৰে। তেওঁ সুদীৰ্ঘ পোন্ধৰ বছৰ কাল চিলং জিলা ক্ৰীড়া সন্থাৰ অবৈতনিক সম্পাদক আছিল। উপৰি অসম ফুটবল সন্থা সংগঠনৰ কাৰ্য্যত বিশিষ্ট ভূমিকা প্ৰদান কৰি থৈ গৈছে।



ফটো নাৰায়ণ বৰাৰ সৌজন্যত

ঠিয়হৈ বাঁওফালৰ পৰা ঃ বেলকাম খাৰমুদই, এবট থেঙ্গখিউ, নুং চাং আও, সুনীল দাস, তোষেশ্বৰ দত্ত, পৱন গোহাঁই, অমু মুখাৰ্জী
বহি ঃ ফনী ডেকা, চন্দ্ৰৰ নংব্ৰী, বি. মজুমদাৰ, নাৰায়ণ বৰা।

এইজ ক্লাব, ব্লু মেক্স ক্লাব, পোষ্ট এণ্ড টেলিগ্ৰাফ, কাষ্টমছ এণ্ড চেণ্ট্ৰেল এক্সচাইজ আদি। তদুপৰি চিলং গভৰ্ণমেণ্ট হাইস্কুল,ডন বস্কো স্কুল, চেণ্ট এন্থনি কলেজ আৰু চেণ্ট এডমাণ্ডছ কলেজৰ ফুটবল দল চিলং ফুটবলত খেদিত থাকিব। বিশেষকৈ উল্লেখ্য ১৯৩৩ চনত সূচনা হোৱা চিলং ফুটবল লীগ হিলছ ইউনাইটেড ক্লাবে জয় কৰি ইতিহাস ৰচনা কৰে।

ভাৰতৰ সবাতোকৈ অধিক জনসংখ্যাৰ হিল ষ্টেচন চিলঙত অভ্যুদয় হোৱা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত হিলছ ইউনাইটেড ক্লাবৰ হেমুৱেল লালু উল্লেখযোগ্য। এওঁ ১৯১৫ আৰু ১৯১৬ চনত মোহনবাগান দলত খেলিছিল। কেইবছৰমানৰ পিচতে চিলঙৰ অন্য এগৰাকী খেলুৱৈ প্ৰশান্ত বৰ্ধনে ইষ্টবেঙ্গল ক্লাবত খেলে। চিলং গভৰ্ণমেণ্ট হাইস্কুলৰ ফুটবলাৰ ট্ৰিকচন লিংডুয়ে নৌবাহিনীত যোগদান কৰি ভাৰতীয় নৌসেনা দলৰ অপৰিহাৰ্য্য খেলুৱৈ হৈ পৰিছিল। তদুপৰি তেওঁ বম্বে ৰাজ্যিক দল (১৯৫০) আৰু ছাৰ্ভিচেজ দল(১৯৫২ আৰু ১৯৫৩)ৰ পক্ষেও খেলে। পোষ্ট এণ্ড টেলিগ্ৰাফৰ চাকৰিয়াল আৰু খেলুৱৈ ডেনিচ ডানে ১৯৪৯ চনত জাতীয় দলত স্থান পাইছিল; যদিও তেওঁৰ কাবুল ভ্ৰমণ বাতিল হয়।


আৰ. এল. ছিঙঘানিয়া


আইবৰ বি. লিংডু

অসম ৰাজ্যিক দলত নিৰ্বাচন পোৱা চিলঙৰ প্ৰথম খেলুৱৈ কেইগৰাকী— আৰ্ণেষ্ট উইলিয়াম জাৰবা, মেক্সৱেল ৰয় ৰমনঙ্গ আৰু জিমি ৰেমচ্ডেন্(১৯৪৭)। পৰৱৰ্ত্তীকালত ডেনিচ ডান, সহস্ৰদল সেনাপতি,



এইচ. পি. ৰাজখোৱা

প্ৰেছৱেল সিং নংখিনৰিহ্, কেপ্টেন চোলাই, সুনীল দাস, আৰ. শৰ্মা, টমলিন লামাৰে, চল্লৰ নংগ্ৰী, চেৰিং সিং, জৰ্জ লিংডু, জাষ্টিচ লিংডু, হেণ্ডিলচন মাজাউ, ৰুপার্ট ৰেড্ডী, ললিত লামা, টম ৱাৰিষ্ট খাৰবুদন, লৰিচ ৰয় মাইৰথঙ্গ, পান্না ঘোষ, শৈলেন্দ্ৰ চাংমা, সুন্দৰ পুন, চেলষ্টাৰ চাঙ্গপ্লিয়াঙ্গ, নিবাৰণ ব্ৰহ্ম আদিয়ে ৰাজ্যিক দলত খেলে। ইয়াৰ ভিতৰত কেপ্টেন চোলাই (১৯৫২) আৰু চল্লৰ নংগ্ৰী (১৯৬৩) অসম ৰাজ্যিক দলৰ অধিনায়ক আছিল। জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পোৱা সকল যথাক্ৰমে চল্লৰ নংগ্ৰী, টমলিন লামাৰে, জৰ্জ লিংডু, হেণ্ডিলচন মাজাউ আদি। জুনিয়ৰ ৰাজ্যিক দলত স্থান পোৱা চিলঙৰ প্ৰথম খেলুৱৈ তিনিজন– জৰ্জ লিংডু, টম ৱাৰিষ্ট খাৰবুদন আৰু এৰিষ্টটল খাৰপ্ৰাণ(১৯৬২)। এইখিনিতে উল্লেখ্য ফুটবল প্ৰশিক্ষণত এন আই এছ পোৱা অসমৰ প্ৰথমজন ব্যক্তি হ'ল চিলঙৰ ডেনিচ ডান। ৰাজ্যিক দলত স্থান নেপালেও চিলঙত বহু সংখ্যক প্ৰতিভাশালী খেলুৱৈৰ অভ্যুদয় হৈছে – ইয়ুমাচ ৰয় নঙ্গমেঙ্গ, নমিৱেল ৰিঞ্জা, এন এম বাউৰি, হাৰ্দিং লেদিয়া, চিলং টাউন ক্লাবৰ অনিল দাস, ৰমানন্দ চক্ৰৱৰ্তী, ৰাখাল দত্ত, অংশু মুখাৰ্জী কাজল ৰায়, বাবুল ঘোষ আদি। পোষ্ট এণ্ড টেলিগ্ৰাফৰ ডেনিচ ডানৰ উপৰি এন. বি. প্ৰধান, ভীম সিং, লোকাচ মাচাৰ আদি। আপষ্টাৰ খাৰবুলি, ৱেলকাম খাৰমুদই, বাহ পিটাৰ, ফিলড্ৰলিপ চৌলিয়া, ষ্টেণ্ডলিং খঙ্গউইক উইলছন মাৰবনিয়াং, চাৰলিঙ্গটন দামপেপ, এবট থেঙ্গখিউ, টনিচন লিংডু, আৰ. ছেত্ৰী. চাংখুমা, মোবাৰক, এন্থনি কেণ্টন, এলবাৰ্ট ৱাৰ, বৰ্চকিচৰ, দাসউলটন থেঙ্গকিউ, প্ৰেনচিং লিংডু, এৰিষ্টটল খাৰপ্ৰাণ, জোকেন্দ্ৰ লেনঙ্গ, চুপঙ্গ আও, চাৰলিঙ্গটন দামপেপ, পেট্ৰিক চিমিঙ্গ, ৰণাল্ড ডেভিদ লিংডু আদি। ইয়াৰ চেণ্ট এন্থনি কলেজৰ ফিলড্ৰলিপ চৌলিয়া(১৯৫৪) গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলা প্ৰথম খাছী খেলুৱৈ। ৱেলকাম খাৰমুদই অসম পুলিচ দলৰো অধিনায়ক(১৯৫৩) আছিল।

সেইদৰে চিলঙত সংখ্যাধিক ক্লাব থাকিলেও ইয়াৰ দলসমূহে তেনে সফলতা অৰ্জন কৰিবলৈ সক্ষম হোৱা নাই। ১৯৫৩ চনত ষ্টেট ট্ৰেন্সপৰ্টৰ সঞ্চালক **এইচ. পি. বাজখোৱা** আই. এ. এছ.-ৰ প্ৰচেষ্টাত ষ্টেট ট্ৰেন্সপৰ্ট দল গঠন কৰে। অসমৰ বিভিন্ন অঞ্চলৰ খেলুৱৈৰে পুষ্ট চিলঙৰ ষ্টেট ট্ৰেন্সপৰ্ট দলে চাঞ্চল্য সৃষ্টি কৰোতে। এই দলত সত্যজিৎ দত্ত, তোষেশ্বৰ দত্ত, সুনীল দাস, পৱন গোহাঁই, অমু মুখাৰ্জী, ভূবন গগৈ, অংশু মুখাৰ্জী, ফণীধৰ ডেকা, চন্দ্ৰ নংৱী, নাৰায়ণ বৰা, আৰ. শৰ্মা, নুং চাং আও, বসন্ত সিং, এছ. আলি, আৰ. মিত্ৰ আদিয়ে খেলিছিল। এই দলে ১৯৫৫/৫৬ চনত এ টি পি এ শ্বিল্ড, বৰদলৈ ট্ৰফী আৰু ডুগৰ শ্বিল্ড জয় কৰি চাঞ্চল্য সৃষ্টি কৰে। ইয়াৰ অন্তৰ্গত ১৯৫৬ বৰদলৈ ট্ৰফী ফাইনেলত গুৱাহাটী টাউন ক্লাবৰ বিৰুদ্ধে তিনিদিন গ'লশূন্যভাৱে খেলি যুগ্ম বিজয়ী হয়। সেই বছৰতে খেলুৱৈ আৰু ক্লাবৰ জিলা নিবন্ধীকৰণ আইন প্ৰণয়ন হোৱা বাবে ষ্টেট ট্ৰেন্সপৰ্ট দল ক্ৰমে দুৰ্বল হৈ পৰে। চিলং ফুটবল সন্থাত **সুধা সিন্ধু ৰায়, আৰ. এল. ছিঙ্ঘানিয়া, ডি. পি চক্ৰৱৰ্তী, আইবৰ বি. লিংডু, এল. গিলবাৰ্ট চোলাই** সংগঠকৰূপে স্মৰণীয় হৈ থাকিব। আনহাতে চিলঙত অভ্যুদয় হোৱা সংখ্যাধিক জন্মগত ফুটবল খেলুৱৈৰ লগতে চিলং ক্ৰীড়ামোদীৰ আৱেগ আৰু অনুভূতিৰ বাবে চিলং জিলা দলে পাতনিৰে পৰা আন্তঃ জিলা ফুটবলত শক্তিশালী প্ৰতিদ্বন্দ্বীৰূপে থিয় দি আহিছে। ১৯৪৭ চনত চিলঙত অনুষ্ঠিত প্ৰথম আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত উদ্যোক্তা চিলঙে ৰাণাৰ্ছ-আপ পায়। চিলং জিলা দলে মুঠ চাৰিবাৰ[১৯৫৪, ১৯৫৯(যুগ্ম বিজয়ী), ১৯৬৩ আৰু ১৯৬৮] এই খিতাপ জয় কৰে। ১৯৭৬ চনত মেঘালয় ফুটবল সন্থা প্ৰতিষ্ঠা হোৱাৰ লগে লগে চিলং আৰু জয়ন্তীয়া জিলা ক্ৰীড়া সন্থা এ. এফ. এ.-ৰ পৰা ফাটি নৱ গঠিত মেঘালয় ফুটবলত অন্তৰ্ভুক্ত হয়।



এল. গিলবাৰ্ট চোলাই

আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত চিলঙৰ চেণ্ট এন্থনি আৰু চেণ্ট এডমাণ্ডছ কলেজে দীৰ্ঘদিন ধৰি তীব্ৰ প্ৰতিদ্বন্দ্বিতা আগবঢ়াই আহিছে। ইয়াৰ অন্তৰ্গত চেণ্ট

এন্থনিয়ে দুবাৰ খিতাপ জয় কৰাৰ উপৰি ছয়বাৰ ফাইনেলত উপনীত হয় । চেণ্ট এডমাণ্ডছ কলেজে এবাৰ খিতাপ জয় কৰাৰ উপৰি চাৰিবাৰ ফাইনেল খেলে । আনহাতে ফিলড্ৰলিপ চৌলিয়াৰ পৰা লোৰেন্দ্ৰ লিংখুঁইলৈকে চিলঙৰ সংখ্যাধিক খেলুৱৈয়ে গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰিছিল । ইয়াৰ অন্তৰ্গত ১৯৫১ সৰ্বভাৰতীয় বিশ্ববিদ্যালয় ফুটবলত ৰাৰ্নাছ-আপ প্ৰাপ্ত গুৱাহাটী বিশ্ববিদ্যালয় দলত ডাঃ অনিল দাস অন্যতম সদস্য আছিল। ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক আছিল চিলঙৰ চেলষ্টাৰ চাঙ্গপ্লিয়াঙ্গ। লোৰেন্দ্ৰ লিংখুঁই সৰ্বভাৰতীয় বিশ্ববিদ্যালয় ফুটবলত অপৰাজিত ৰাণাৰ্চ-আপ প্ৰাপ্ত গুৱাহাটী বিশ্ববিদ্যালয় দল(১৯৭১)ৰ অন্যতম খেলুৱৈ । ১৯৭৮ চনত চেণ্ট এন্থনি স্কুলে সুব্ৰত কাপ জয় কৰি ইতিহাস ৰচনা কৰে ।



আৰ্নেষ্ট উইলিয়াম জাৰবা



জিমি ৰেমচ্‌ডেন



প্ৰেচৱেল



সহস্ৰদল সেনাপতি



লবিচ ৰয়



টম ৰাবিচ

# ডেনিচ ডান



ডেনিচ ডান অসম ফুটবলৰ এটি পৰিচিত নাম। সম্পূৰ্ণ নাম ডেনিচ উইলফ্ৰেড ডান। দুই ভৰিৰ শ্যুটিং, সুন্দৰ বল ডিচট্ৰিবিউচন আৰু নিখুঁত পাছিং ক্ষমতা থকা ডেনিচ ডানে ভাৰতীয় বায়ু সেনাবাহিনীত লেফট-আউট আৰু চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলিলেও অসম ফুটবলত প্ৰসিদ্ধ চেণ্টাৰ-হাফ্ৰ ভূমিকা লয়। এওঁৰ বিষয়ে ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মন্তব্য, "চিলঙৰ ৰাফ্ এণ্ড টাফ্ ডিফেণ্ডাৰ ডেনিচ ডান এগৰাকী প্ৰাণৱন্ত খেলুৱৈ।"

ডেনিচ ডান ১৯২৩ চনৰ ২৭ নৱেম্বৰ তাৰিখে চিলঙত জন্ম গ্ৰহণ কৰে। আইৰিছ পিতৃ জৰ্জ ডান পোষ্ট এণ্ড টেলিগ্ৰাফ বিভাগৰ কৰ্মচাৰী আৰু মাতৃ মেক ৰেঙাট জয়ন্তীয়া গোষ্ঠীৰ লোক। চিলঙত চতুৰ্থমানলৈকে পঢ়ি ১৯৩৭ চনত কলিকতাৰ বয়জ্ঞ স্কুলত ভৰ্ত্তি হৈ ১৯৪২ চনত মেট্ৰিক পাছ কৰে। ১৯৪৩-ৰ পৰা ১৯৪৬ লৈকে ভাৰতীয় বায়ু সেনাবাহিনীত থাকে আৰু পিচত দুবছৰ মাদ্ৰাজৰ নেচনেল টবেকো কোম্পানীত চাকৰি কৰে। ১৯৪৯ চনত চিলঙলৈ প্ৰত্যাৱৰ্ত্তন কৰি পোষ্ট এণ্ড টেলিগ্ৰাফ বিভাগত যোগদান কৰে।

তেওঁ স্কুলত পঢ়ি থাকোতে ফুটবলৰ উপৰি ভাল হকী খেলুৱৈও আছিল। স্কুল দলত ১৯৩৯-১৯৪১ লৈকে খেলে তথা তেওঁ অধিনায়কো আছিল। বায়ু সেনাবাহিনীত এয়াৰ ফৰ্চ ষ্টেচন দলৰ হৈ খেলে। ১৯৪৯ চনৰ পৰা চিলঙৰ লাবান স্পৰ্টছ ক্লাবৰ হৈ খেলোতে এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ ৬৪ কিলোগ্ৰাম ওজনৰ চেণ্টাৰ-হাফে চিলঙৰ হৈ আন্তঃ জিলা খেলি ৰাজ্যিক দলতো স্থান লাভ কৰে। সেই বছৰতে তেওঁ জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায় নিৰ্বাচন লাভ কৰে যদিও কাবুল গামী জাতীয় দলৰ ভ্ৰমণ বাতিল হয়। ফলত তেওঁ জাতীয় খেলুৱৈৰ মৰ্য্যদা লাভৰ পৰা বঞ্চিত হয়। টপ ফৰ্মত থকা ডেনিচ ডানে ১৯৪৯ চনৰ ২৫

ছেপ্টেম্বৰ তাৰিখে চিলঙত ছিঙখানিয়া একাদশ বনাম মোহনবাগান দলৰ মাজত অনুষ্ঠিত খেলত তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ খেল খেলে। খেল আৰম্ভৰ প্ৰথম চাৰি মিনিটতে এ. দাসৰ এটা ক্ৰছ পাছৰ জৰিয়তে মিণ্টন চাইলাই ছিঙখানিয়াৰ পক্ষে গ'ল কৰে। ইয়াৰ পিচৰে পৰা শক্তিশালী মোহনবাগান দলে বাৰম্বাৰ দবে জঁপিয়াই পৰে যদিও ৰক্ষণত আৰ্ণেষ্ট ব্ৰমবেল আৰু চেণ্টাৰ-হাফ্ ডেনিচ ডানৰ বলিষ্ঠ খেলে মোহনবাগানৰ আক্ৰমণ প্ৰতিহত কৰি জয় অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হয়। কিন্তু পৰৱৰ্তী বছৰ সমূহত কৰ্মকৰ্তাসবে এই শক্তিশালী ফুটবলাৰ গৰাকীক জিলা দলত নিৰ্বাচন কৰা নাছিল। অৱশ্যে তেওঁ ক্লাব তথা বিভাগৰ হৈ খেল অব্যাহত ৰাখোতে ১৯৫১ চনত লাবান স্পৰ্টছ ক্লাব আৰু ১৯৫৫ চনত পোষ্ট এণ্ড টেলিগ্ৰাফ বিক্ৰিয়েচন ক্লাবৰ হৈ লীগ খিতাপ জয় কৰে। ১৯৫৪ চনত ডেনিচ ডানে চিলং জিলা দলৰ হৈ আন্তঃ জিলা খেলোতে ফাইনেলত ডিব্ৰুগড়ক ১-০ গ'লত পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে।

ডেনিচ ডানে খেলুৱৈৰূপে যেনে দৰে সুনাম কঢ়িয়ালে তেনেকৈ প্ৰশিক্ষক আৰু ৰেফাৰীৰূপেও সুখ্যাতি আৰ্জিবলৈ সক্ষম হৈছিল। এইখিনিতে উল্লেখ্য ডেনিচ ডান ফুটবলৰ এন. আই. এছ. আৰু প্ৰথম শ্ৰেণীৰ ৰেফাৰী চাৰ্টিফিকেট পোৱা অসমৰ প্ৰথম ব্যক্তি (১৯৬২ চন)। অৱশ্যে তেওঁ লাবান স্পৰ্টছ ক্লাবত খেলি ১৯৬৪ চনত ৪১-বছৰ বয়সত অৱসৰ লয়। ১৯৮১ চনত পোষ্ট এণ্ড টেলিগ্ৰাফ বিভাগৰ পৰা অৱসৰ গ্ৰহণ কৰে। এইখিনিতে উল্লেখ্য ডেনিচ ডান ১৯৬২ চনত অসম ৰাজ্যিক জুনিয়ৰ দলৰ প্ৰশিক্ষক আৰু ১৯৬৭ চনত মেনেজাৰ আছিল। তদুপৰি ১৯৬৩ আৰু ১৯৬৭ চনত তেওঁকে ৰাজ্যিক চিনিয়ৰ দলৰ প্ৰশিক্ষকৰ দায়িত্ব দিয়ে। ১৯৬৪ চনৰ সন্তোষ ট্ৰফী ফুটবল গুৱাহাটীত অনুষ্ঠিত হওঁতে অসম দলৰ মেনেজাৰ আৰু প্ৰশিক্ষকৰ দ্বৈত দায়িত্বত আছিল — ডেনিচ ডান।



# সুনীল দাস



অসম ফুটবলত আৱিৰ্ভাব হোৱা শক্তিশালী বেক্‌সমূহৰ ভিতৰত সুনীল দাস অন্যতম। এই গৰাকী ৫ ফুট ৪ ইঞ্চি ওখ আৰু ৫৬ কিলোগ্ৰাম ওজনৰ চতুৰ ফুটবলাৰৰ ক্ৰীড়া প্ৰতিভা আমাৰ বাবে এক নজিৰ হৈয়ে ৰব। প্ৰাক্তন ফুটবলাৰ তথা ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মতে, "Sumil Das was very intelligent and brainy defense of Assam. He is best behind Putu Choudhury and Dr. T. Ao." সেইদৰে সুনীল দাসৰ উত্তৰাধিকাৰী তথা ৰাজ্যিক খেলুৱৈ ৰাইট-বেক্ আমানুল্লাৰ ভাষাত, "সুনীল দাস চুটি চাপৰ যদিও অত্যন্ত পজিচন জ্ঞান থকা অসমৰ অদ্বিতীয় ৰাইট-বেক্।"

সুনীল দাস ১৯২৬ চনৰ ২৬ আগষ্ট তাৰিখে কৰিমগঞ্জৰ পৰা আঠ মাইল নিলগৰ জলঢোপ গাঁৱত জন্ম গ্ৰহণ কৰে। সৰু চহৰ বিয়ানিবজাৰৰ ওচৰত অৱস্থিত এই গাওঁ বৰ্ত্তমান বাংলাদেশত। জমিদাৰ পৰিয়ালত ওপজা সুনীল দাস পোষ্টমাষ্টৰ সুৰেন্দ্ৰ নাথ দাসৰ একমাত্ৰ সন্তান। ক্ৰমে জলঢোপ এম. ই. স্কুল আৰু বিয়ানিবজাৰ হৰগোবিন্দ হাইস্কুলত পঢ়ি ১৯৪৭ চনত মেট্ৰিক পাছ কৰে। এম.ই. স্কুলতে ফুটবলৰ পাতনি মেলি হাইস্কুল জীৱনত কেইবাবাৰো সুৰমা ভেলি স্কুল টুৰ্ণামেণ্ট খেলে। তেতিয়া তেওঁ ৰাইট-ইন পজিচনৰ খেলুৱৈ। কলিকতাৰ ভৱানীপুৰ ক্লাবৰ চকুত পৰোতে মেট্ৰিক পাছ কৰাৰ পিচতে তাত দুটা টাৰ্ম খেলে। অসমলৈ প্ৰত্যাবৰ্ত্তন কৰি ১৯৪৮ চনত চিলং টাউন ক্লাবত যোগদান কৰে। ইয়াৰ লগে লগে চিলঙৰ কমাৰ্চিয়েল কেৰিং কোম্পানীত কৰ্মনিয়োগ ঘটে। ইতিপূৰ্বে তেওঁ কলিকতাৰ বেঙ্গল কেমিকেল ফাৰ্মিটিকেল বৰ্কছত চাকৰি কৰিছিল। চিলঙৰ ৰক্ষণবি ভাগৰ খেলুৱৈৰ অভাৱৰ হেতু তেওঁ ৰাইট-বেক্‌ৰূপে খেলি অসমৰ অপ্ৰতিদ্বন্দ্বী খেলুৱৈ হৈ পৰে। ষ্টেট ট্ৰেন্সপৰ্ট আৰু ৰাজ্যিক দলৰ বেক্ দ্বয় সুনীল দাস আৰু তোষেশ্বৰ দত্তক

মহাৰাণা ক্লাবত সুনীল দাস আৰু উমেশ দাসৰ যুটী মনকৰিবলগীয়া। ১৯৪৮-৫৬ লৈকে চিলং দলৰ হৈ আন্তঃ জিলা খেলোতে তেওঁৰ অধিনায়কত্বতে ১৯৫২ চনত ৰাণাৰ্ছ-আপ আৰু ১৯৫৪ চনত চেম্পিয়নশ্বিপ্ অৰ্জন কৰে। সুনীল দাসে অতি কম সময়ৰ ভিতৰতে স্বকীয় নিপুণ ফুটবল কলাৰ জৰিয়তে জনপ্ৰিয় হৈ উঠে। ট্ৰেন্সপৰ্টত যোগদান কৰি ১৯৫৫ আৰু ১৯৫৬ চনত বৰদলৈ ট্ৰফী জয় উল্লেখযোগ্য। বিশেষকৈ সুনীল দাসে ১৯৫৫ চনৰ ডুগৰ শ্বিল্ডত "শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা লাভ কৰিবলৈ সক্ষম হৈছিল।

সুনীল দাসে ১৯৫১-৫৫ লৈকে চাৰিবাৰ ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰিছিল। ১৯৫৩ চনত সহ-অধিনায়ক আৰু ১৯৫৪ চনত দলৰ অধিনায়ক হৈছিল। ১৯৫২ চনত মহাৰাণা ক্লাবৰ হৈ বেনাৰসৰ কমল কুমাৰী ট্ৰফী খেলিবলৈ যোৱাত ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফী খেলিব নোৱাৰিলে। বিশেষকৈ ১৯৫৫-ৰ আৰ্ণাকোলাম সন্তোষ ট্ৰফীত অসমে চতুৰ্থস্থান পাওঁতে সুনীল দাস আৰু তোষেশ্বৰ দত্তৰ বলিষ্ঠ ফুটবল সদায় জিলিকি থাকিব। বম্বেক ১-০ গ'লত পৰাভূত কৰি ছেমি-ফাইনেলত প্ৰৱেশ কৰোঁতে "The Hindu" কাকতৰ মন্তব্য এনে ধৰণৰ, ...... .One would still recall a few names if only for the reasons that they had a larger share of proçeeding. Sunil Das, at right-back, was a rock on which every Bombay move floounderent........... "

চিলঙত অনুষ্ঠিত চিলং একাদশ বনাম মহমেডান স্পৰ্টিঙৰ প্ৰদৰ্শনী খেল খনত ঘৰুৱা দল পৰাভূত হলেও কাকতত লিখিছিল, "Sunil played good game though Shilleng beaten by 5-4 goals." সুনীল দাসৰ সন্দৰ্ভত চিলঙৰ প্ৰখ্যাত ফুটবলাৰ জেনিচ ডানৰ মন্তব্য, "His brainy football destroy the attack of offence and elear the ball, a very good defender of Assam." গুৱাহাটীত ১৯৫৪ চনৰ ২২ আগষ্টত অনুষ্ঠিত জি.এফ.এ. বনাম ইষ্টবেঙ্গল খেলত ঘৰুৱা দল ২-০ গ'লত পৰাভূত হয়, যদিও "দি আসাম ট্ৰিবিউন" কাকতৰ মন্তব্য, "For the home team, the hero of the match was Sunil Das, right-back, who stood like a chinese wall to thwart the attack of the opponents. His first time clearance, amazing anticipation and stubborn interception were a treat to watch." এইখেলখনৰ দুইসপ্তাহ পূৰ্বে মাদ্ৰাজ সন্তোষ ট্ৰফীত ছাৰ্ভিচেজৰ বিৰুদ্ধে

০-০ ভাৱে অন্ত পৰোতে "The Indian Express" কাকতৰ মন্তব্য, "The best department in the r team was the deep defense. The two backs were exceptionally sound. Sunil Das, right-back and Captain, particularly being noteworthy for his splendid interception." আন এটা শাৰীত লিখে, "The Services continued attacking but sunil Das and Tukheswar Dutta, Assam deep defenders, refused to be beaten."

সুনীল দাসৰ ক্ৰীড়া জীৱনৰ সবাতোকৈ স্মৰণীয় মুহূৰ্ত হল ১৯৫৪ চনৰ ২১ আগষ্ট। গুৱাহাটীত মহাৰাণা ক্লাবৰ হৈ খেলি ইষ্টবেঙ্গলক ১-০ গ'লত পৰাভূত কৰোঁতে "The Hindustan Standard" কাকতে লিখিছিল, "Full back Sunil Das and Umesh Das (Jr) ably assisted by the trio of industrious halves S. Ganguly, Gautam and N. Bhattacharjee rose to the heights of the occasion and kept the Calcutta attacks at bay. D. Bhattacharjee their trusted custodian made quite a number of spectacular save."

সুনীল দাসে ১৯৫৭ চনৰ পৰা প্ৰতিযোগিতামূলক ফুটবলত অংশ লোৱা নাই আৰু কিছু সংখ্যক প্ৰদৰ্শনী খেলত চিলং টাউন ক্লাবৰ জাৰ্চি পিন্ধি অৱসৰ গ্ৰহণ কৰে। ১৯৮৩ চনত ষ্টেট ট্ৰেন্সপৰ্টৰ ছুপাৰিণ্টেণ্ডেণ্ট চাকৰিৰ পৰা অৱসৰ লয় আৰু ১৯৮৬ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। সুনীল দাসে ১৯৯৬ চনৰ ১৪ ডিচেম্বৰত কৰিমগঞ্জৰ নিজা বাসভৱনত শেষ নিঃশ্বাস ত্যাগ কৰে।



১৯৫৫ জুজৰ ফিল্ডত শ্ৰেষ্ঠ খেলুৱৈ - সুনীল দাস

# কেষ্টন চোলাই

পূব ভাৰতৰ অন্যতম ফুটবল বলিয়া চহৰ চিলঙে বহুতো খেলুৱৈ উপহাৰ দিছে। ইয়াৰ ভিতৰত কেষ্টন চোলাই লেখতলবলগীয়া খেলুৱৈ। কিয়নো অসম ৰাজ্যিক দলৰ অধিনায়কত্ব কৰা এৱেঁই প্ৰথম খাছী ফুটবলাৰ।

কেষ্টন চোলাই ১৯২৮ চনৰ ১ মে'ত জন্ম গ্ৰহণ কৰে। মধ্য বিত্ত খাছী পৰিয়ালত ডাঙৰ দীঘল হোৱা কেষ্টনৰ পঢ়া-শুনাৰ পাতনি চিলং চৰকাৰী হাইস্কুলত আৰু পিচত চেণ্ট এন্থনি কলেজত পঢ়িছিল। স্কুলত পঢ়ি থাকোতেই ১৯৪২ চনত ফুল-বেক্‌ৰূপে প্ৰতিদ্বন্দ্বিতামূলক ফুটবলত আত্ম-প্ৰকাশ কৰি ১৯৪৫ লৈকে খেলে। তাৰ পিচত ১৯৪৬-৪৯ লৈকে জয়ন্তীয়া ফুটবল ক্লাবৰ হৈ চেণ্টাৰ-হাফ্ পজিচনত বলিষ্ঠ ফুটবল  অব্যাহত ৰাখে। ১৯৫০-৬৪ লৈকে কাষ্টমছ এণ্ড চেণ্ট্ৰেল এক্সচাইজ দলৰ হৈ চেণ্টাৰ-হাফ্ আৰু ফৰোৱাৰ্ডৰ তিনিওটা পজিচনতে খেলে। তেওঁ চিলং দলৰ হৈ ১৯৪৭-৫৪ লৈকে আন্তঃ জিলা ফুটবলত অংশ গ্ৰহণ কৰি  দুবাৰ ৰাণাৰ্ছ-আপ পায় (১৯৪৭ আৰু ১৯৫২)। ইয়াৰ মাজতে ১৯৪৭ চনত ৰাজ্যিক দলত স্থান পোৱা সত্বেও মূৰত আঘাত পোৱা বাবে যাব নোৱাৰিলে। ১৯৫২ চনত অসম ৰাজ্যিক দলৰ বাবে কাষ্টমছ দলৰ ২৪-বছৰ বয়স্ক ফৰোৱাৰ্ড কেষ্টন চোলাইক অধিনায়ক নিৰ্বাচিত কৰে। অৱশ্যে অসম দলে তেনে ভাল ফল প্ৰদৰ্শন কৰিব নোৱাৰিলে। হায়দৰাবাদৰ হাতত ৫-০ গ'লত পৰাভূত হৈ বিদায় লব লগা হয়। কেষ্টন চোলাই ১৯৮৯ চনৰ ২ অক্টোবৰত গুৱাহাটী মেডিকেল কলেজ হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে। ▢▢



# ডাঃ অনিল দাস



ডাঃ অনিল দাস অসম ফুটবলৰ এটা চিনাকি নাম। ৰক্ষণ বিভাগৰ বেক্‌ত খেলা এই খেলুৱৈ গৰাকী ৰাজ্যিক দলত নেখেলিলেও চিলং জিলা দল আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পক্ষে বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ গৈছে।

অনিল দাস চিলঙৰ এক শিক্ষিত আৰু খেল প্ৰেমী পৰিয়ালত ১৯২৯ চনত জন্ম গ্ৰহণ কৰে। তেওঁলোকৰ আঠ গৰাকী সহোদৰৰ প্ৰায় ছজনে চিলঙৰ প্ৰথম ডিভিজনত খেলিছিল। ইয়াৰ ভিতৰত অনিল দাসে চিলং টাউন ক্লাব দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। তেওঁ জেইল ৰোড্ হাইস্কুলৰ পৰা ১৯৪৭ চনত মেট্ৰিক পাছ কৰি চেণ্ট এডমাগুছ কলেজত ভৰ্ত্তি হৈ আই এছচি. পাছ কৰে আৰু ১৯৫১ চনত চেণ্ট এন্থনি কলেজৰ পৰা বি. এছচি. ডিগ্ৰী লয়। তাৰ পিচত চিকিৎসা বিজ্ঞান বিষয়ত ডিব্ৰুগড় অসম মেডিকেল কলেজৰ পৰা এম. বি. বি. এছ পাছ কৰে। এইখিনিতে উল্লেখ্য তেওঁ স্কুলত পঢ়ি থকাৰ পৰাই চিলং জিলা দলত খেলাৰ সুযোগ পোৱাত সুনীল দাস আৰু অনিল দাসৰ যুটী মনকৰিবলগীয়া। বিশেষকৈ ১৯৫৪-ৰ আন্তঃ জিলা ফুটবল ধুবুৰীত অনুষ্ঠিত হওঁতে চিলং দল চূড়ান্ত বিজয়ী হয় তথা এই প্ৰতিযোগিতাত বেক্‌দ্বয়ৰ ক্ৰীড়া চাতুৰ্য্য স্মৰণীয়। ইতিপূৰ্বে তেওঁ ১৯৫১ চনৰ গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে সদৌ ভাৰত বিশ্ববিদ্যালয় ফুটবলত ৰাণাৰ্ছ-আপ হয়। অনিল দাসৰ ১৯৯০ চনৰ ২৮ মাৰ্চ তাৰিখে চিলঙত মৃত্যু হয়। □□

# চল্লৰ নংব্ৰী

পঞ্চাশ দশকত সমগ্ৰ ভাৰতত অভ্যুদয় হোৱা কেইবা গৰাকী তাৰকা ফুটবলাৰৰ ভিতৰত চল্লৰ নংব্ৰী অন্যতম। তেওঁ মাত্ৰ ১৮-বছৰ বয়সতে ভাৰতীয় ফুটবলত জিলিকি উঠে। অপৰিসীম জন্মগত প্ৰতিভাৰে ভৰপূৰ চল্লৰ নংব্ৰী অসমৰ এক বিৰল ফুটবল প্ৰতিভা। বহুতৰ মতে তেওঁ ভাৰতীয় দলত স্থান পোৱা হলে আন্তৰ্জাতিক ক্ষেত্ৰতো সুনাম অৰ্জন কৰিবলৈ সক্ষম হলহেঁতেন। এই খিনিতে উল্লেখ্য ৰাহিংদো স্পৰ্টছ ক্লাবৰ এই গৰাকী প্ৰতিভাশালী ফুটবলাৰে মোহনবাগান ক্লাবৰ পৰাও যোগদানৰ আমন্ত্ৰণ পাইছিল, কিন্তু নগ'ল।

চল্লৰ নংব্ৰী ১৯৩৭ চনৰ ২৩ ছেপ্টেম্বৰ তাৰিখে চিলঙৰ এক সাধাৰণ খাছী পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃৰ নাম টিনচন লিংডু মাৱলং আৰু মাতৃ কৃচিবন ৱাৰ্জৰি। মুঠ নজন(সাতজন ল'ৰা আৰু দুগৰাকী ছোৱালী)ৰ চল্লৰ নংব্ৰী তৃতীয় সন্তান। তেওঁ মৌখেৰ খৃষ্টান হাইস্কুলৰ ছাত্ৰ আছিল। ৰাহিংদো স্পৰ্টছ ক্লাবৰ হৈ ১৯৫৩ চনত ফুটবলৰ পাতনি মেলে আৰু সেইবছৰতে চিলঙৰ দ্বিতীয় ডিভিজন লীগত ৰাণাৰ্ছ-আপ হয়। তদুপৰি কমাৰ্চিয়েল কাপ জয় কৰোঁতে ফাইনেলত গুৰ্খা ইয়ংমেন দলক ১-০ গ'লত পৰাভূত কৰে। ১৯৫৪ চনত তেওঁৰ দল প্ৰথম ডিভিজনলৈ উধায়। তেওঁলোকে লীগ খিতাপ জয় কৰিব নোৱাৰিলেও দলীয় পাৰদৰ্শিতাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। ফলস্বৰূপ ১৯৫৫ চনত ষ্টেট ট্ৰেন্সপৰ্টত কেৰাণীৰূপে তেওঁৰ কৰ্মনিয়োগ ঘটে। নংব্ৰীৰ আগমনে ষ্টেট ট্ৰেন্স'র্ট এক দুৰ্দ্ধৰ্ষ দলত পৰিণত হয় আৰু সেই বছৰ এই দলটোয়ে অসম ফুটবলত তোলপাৰ লগাওঁতে এ. টি. পি. এ. শ্বিল্ড, বৰদলৈ ট্ৰফী আৰু ডুগৰ শ্বিল্ড জয় কৰে। এই সাফল্য লানিত নংব্ৰীৰ অৱদান মনকৰিবলগীয়া। সেই বছৰ ৰাজ্যিক দলত স্থান লাভ কৰি আৰ্ণাকোলাম সন্তোষ ট্ৰফীত তেওঁ চমকপ্ৰদ খেল প্ৰদৰ্শন কৰে আৰু অসমে চতুৰ্থস্থান পায়। সেই সময়ৰ ক্ৰীড়া আলোচনী **"Sport & Pastime"**-এ লিখিছিল, "There were a few goals, but the one scored by Assam inside-right Shlur Nongbri against Delhi was a real gem. Eighteen years old Nongbri– the youngest member of his team is a product of the Mawkhar Christian High School



in Shillong He showed rich promise.He appeared facile in both inside berths He also displayed an equable temparament."

১৯৫৬ চনৰ বৰদলৈ ট্ৰফীত ষ্টেট ট্ৰেন্সপৰ্ট আৰু গুৱাহাটী টাউন ক্লাব যুগ্ম বিজয়ী হওঁতে (খেল তিনিদিন গ'লশূন্য ভাবে অন্ত পৰে) চল্লৰ নংব্ৰীয়ে চমকপ্ৰদ খেল প্ৰদৰ্শন কৰি "শ্ৰেষ্ঠ খেলুৱৈ"ৰ সন্মান পায়। সেইবছৰ ডুগৰ শ্বিল্ড জয় কৰোঁতে তেৱে "শ্ৰেষ্ঠ খেলুৱৈ" আছিল। পৰৱৰ্ত্তী কালত ৱাহিংদো স্পৰ্টছ ক্লাবে তেওঁৰ অধিনায়কত্বত "থ্ৰি বেক্ পদ্ধতি" প্ৰথম অৱলম্বন কৰি দৰ্শক তথা প্ৰেছৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল।

চল্লৰ নংব্ৰীয়ে ১৯৫৫-১৯৬৫ লৈকে চিলং জিলা দলৰ হৈ আন্তঃ জিলা ফুটবলত কৃতিত্বৰ স্বাক্ষৰ বহন কৰিছে। ইয়াৰ অন্তৰ্গত ১৯৬৩ চনত কৰিমগঞ্জত অনুষ্ঠিত ১৭তম আন্তঃ জিলাত তেওঁৰ অধিনায়কত্বত খেলা চিলং দলে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে ফাইনেলত গুৱাহাটীক ২-০ ব্যৱধানত পৰাভূত কৰে। পুনৰ ১৯৬৫ চনতো চিলঙত অনুষ্ঠিত আন্তঃ জিলাত নংব্ৰীৰ অধিনায়কত্বত খেলা উদ্যোক্তা দলে ফাইনেলত মণিপুৰৰ হাতত ৩-২ ব্যৱধানত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়। ইতিপূৰ্বে ১৯৫৯ চনত জাষ্টিচ লিংডুৰ অধিনায়কত্বত খেলা উদ্যোক্তা চিলং দলে গুৱাহাটীৰ বিৰুদ্ধে দুদিন ড্ৰ খেলি (২-২/১-১) যুগ্ম বিজয়ীৰ সন্মান পায়। অৱশ্যে এই প্ৰতিযোগিতাত ২২-বছৰ বয়স্ক চল্লৰ নংব্ৰীক "অসমৰ শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা প্ৰদান কৰে।

চল্লৰ নংব্ৰীয়ে চাৰিবাৰ (১৯৫৫, ১৯৫৮, ১৯৫৯ আৰু ১৯৬৩) ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰে। ইয়াৰ ভিতৰত শেষ বছৰ তেওঁ দলৰ অধিনায়ক আছিল। তেওঁৰ সন্দৰ্ভত ৰাজ্যিক খেলুৱৈ তথা গ'লৰক্ষক ৰুপাৰ্ট এলবাৰ্ট ৰেড্ডীৰ মন্তব্য, "In the XX National Football championship held at Madras, in which I was the Goal keeper and Shlur Nongbri, the captain of Assam. Shlur Nongbri proved himself that he was still a great player, his body- movement, ball control, and most of all his behaviour in and outside the field is praiseworthy." বিশেষকৈ ১৯৫৫

আৰু ১৯৫৯-ৰ সন্তোষ ট্ৰফীত তেওঁ বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ গৈছে। চিলঙৰ ৰাজ্যিক ফুটবলাৰ হেণ্ডিলচন মাজাউ-ৰ মতে, "Inside-right Nongbri was good dribbler, individualist. exhibitionist and also entertainer to fan." ষ্টেট ট্ৰেন্সপৰ্টৰ প্ৰসিদ্ধ গ'লৰক্ষক মনো দত্তৰ মতে, "অমায়িক খেলুৱৈ নংব্ৰীৰ ফুটবলত আছিল অসীম ষ্টেমিনা বিশেষকৈ ড্ৰিবলিং, পাছিং আৰু টেক্‌নিকত অতি চহকী।" সন্তোষ ট্ৰফীত তৃতীয়স্থান প্ৰাপ্ত অসম দলৰ ষ্টপাৰ প্ৰসন্ন বৰ্মণৰ মতে, "Shlur Nongbri was very brainy player, he may be called dribble master of football." যোৰহাটৰ প্ৰাক্তন জিলা খেলুৱৈ, ক্ৰীড়া সংগঠক তথা ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে, "অসাধাৰণ বল কণ্ট্ৰোলৰ অধিকাৰী চল্লৰ নংব্ৰীৰ দজ্, ফলছ আৰু ফুটবল মগজু সাংঘাতিক; বিশেষকৈ উভয় ভৰিৰ ড্ৰিবলিং থকাৰ উপৰি এজন ভাল স্কিমাৰ।" ১৯৬৫ আৰু ১৯৬৬-ৰ সন্তোষ ট্ৰফীত অসম দলৰ অধিনায়ক অজয় দাসৰ ভাষাত, "শিল্পী ফুটবলাৰ নংব্ৰীৰ খেল উপভোগ কৰিলে কেৱল চাই থকাৰ ইচ্ছা যায়।"

ৰোম অলিম্পিকৰ বাবে বাছনি শিবিৰ কলিকতাত অনুষ্ঠিত হওঁতে সমগ্ৰ ভাৰতৰ ৩৩ গৰাকী খেলুৱৈক আমন্ত্ৰণ কৰা হৈছিল। ইয়াৰ ভিতৰত অসমৰ প্ৰফুল্ল হাজৰিকা, চৌ জিত গোহাঁই, টমলিন লামাৰে আৰু চল্লৰ নংব্ৰীও আছিল। চূড়ান্ত বাছনিৰ বাবে হায়দৰাবাদত অনুষ্ঠিত দ্বিতীয় শিবিৰলৈ নিৰ্বাচিত হোৱা ২৪ গৰাকী খেলুৱৈৰ ভিতৰত অসমৰ কেৱল চল্লৰ নংব্ৰীয়ে স্থান পায়। ইতিমধ্যে তেওঁৰ নিৰ্বাচন প্ৰায় নিশ্চিত হৈ পৰোতে ১৯৬০ চনৰ ২৮ জুনত **"The Shillong Times"** কাকতে লিখিছিল, It is a moment of profound delectation and pride for the soccer fans of Assam in general and Shillong in particular to learn that one of its prominent and scintillising footballer Shri Shlur Nongbri has been selected to undergo training in Hyderabad for the final seleetion of the Indian Olympic Football team for Rome....... To many who have had the opportunities to observe closely the performance of this star player there is absolutely no room for doubt of his immense potentialities in the field of soccer. By displaying his wonderful consistency of dexterity and technique, he has earned his fame and popularity in Assam and even outside, He could dodge with ease a host of defenders at a stretch. They were transfixed by his

immaculate ball control and effective scheming It would be a treat to watch him in action In fact, his name has become a household word in every nook and corner of Assam wherever soccer is played It would be an honour indeed if he was given a chance to done the colours of Indian Football team in Rome Olympic 1960 " কিন্তু দুখৰ বিষয় তেওঁ চূড়ান্ত দলত স্থান লাভ কৰিব নোবাৰিলে। ইয়াৰ লগে লগে অসমৰ ফুটবল দীপ শিখা চন্দ্ৰৰ নংব্ৰীৰ জাতীয় খেলুৱৈ হোৱাৰ আশা মাৰ যায়। হায়দৰাবাদ শিবিৰৰ পৰা প্ৰত্যাৱৰ্ত্তন কৰি ১৯৬৫ লৈকে ফুটবল অব্যাহত ৰাখোতে ১৯তম আন্তঃ জিলা ফাইনেল তেওঁৰ শেষ প্ৰথম শ্ৰেণীৰ ফুটবল।

চন্দ্ৰৰ নংব্ৰী ১৯৮০ চনৰ ৩ নবেম্বৰ তাৰিখে মাত্ৰ ৪৪-বছৰ বয়সত শেষ নিঃশ্বাস ত্যাগ কৰে।



হেণ্ডিলচন মাজাউ



জৰ্জ লিংডু



টমলিন লামাৰে

# টমলিন লামাৰে

টমলিন লামাৰে অসমৰ এক চিৰপৰিচিত ফুটবল চৰিত্ৰ। হাফ্ লাইনত অৰ্থাৎ ৰাইট- হাফ্ আৰু লেফট্-হাফ্ উভয় স্থানতে প্ৰদৰ্শন কৰি থৈ যোৱা সফল ফুটবলে পৰৱৰ্ত্তীকালৰ ক্ৰীড়ামোদীৰ মাজতো চৰ্চ্চাৰ বিষয় হৈ আছে। দৰ্শনীয় চেহেৰাৰ এই খাছী যুৱকৰ শৰীৰৰ উচ্চতা ৫ ফুট ৮ ইঞ্চি আৰু ওজন ৫৫ কিলোগ্ৰাম। লয়লাস গতিৰ খোজৰ ভঙ্গীৰ এই গৰাকী ষ্টাইলিষ্ট ফুটবলাৰৰ জন্ম চিলঙত ১৯৩৮ চনৰ ৭ মে'ত। পিতৃ ৰাজেন্দ্ৰ ৰেংগচলাংগ একাউনটেণ্ট জেনেৰেল অফিচৰ কৰ্মচাৰী আছিল। মুঠ তিনিজন সন্তান(দুজন ল'ৰা আৰু এজনী ছোৱালী)ৰ টমলিন সবাতোকৈ জ্যেষ্ঠ। পঢ়া-শুনাৰ পাতনি মৌখেৰ খৃষ্টান হাইস্কুলত পিচলৈ চিলং চৰকাৰী হাইস্কুললৈ আহি ১৯৫৫ চনত মেট্ৰিক পাছ কৰে। ইয়াৰ পিচতে চেণ্ট এণ্ঠনি কলেজত নাম লগায় আৰু প্ৰকৃত ফুটবলৰ শুভাৰম্ভ ঘটে।

১৯৫৭ চনত জয়ন্তীয়া ক্লাবৰ জৰিয়তে ফুটবলত আত্ম-প্ৰকাশ কৰিলেও ১৯৫৮ চনৰ পৰাহে চিনিয়ৰ লীগ খেলাৰ সুযোগ পায়। সেইবছৰতে চিলঙৰ পক্ষে আন্তঃ জিলাও খেলে। ১৯৫৯ চনত চিলং-গুৱাহাটী যুগ্ম বিজয়ী আছিল। ইয়াৰ লগে লগে ৰাজ্যিক দলত স্থান লাভ কৰি তিনিবছৰ (১৯৫৮, ১৯৫৯ আৰু ১৯৬০) অসম দলত খেলে। ৰাজ্যিক দলত উল্লেখযোগ্য খেলৰ ভিতৰত ১৯৫৯ চনত বাৰ্ণপুৰত পূব মাণ্ডলিক চেম্পিয়ন হওঁতে বঙ্গক ১-০ গ'লত হৰুৱাই। এই খিনিতে উল্লেখ্য ১৯৬০ চনত ৰোম অলিম্পিকৰ বাবে জাতীয় দল নিৰ্বাচনী শিবিৰলৈও অসমৰ চাৰি গৰাকী ফুটবলাৰে আমন্ত্ৰণ পায়। ইয়াৰ অন্তৰ্গত টমলিন লামাৰেও আছিল। তেওঁ ১৯৫৭-১৯৬১ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় দলৰো নিয়মীয়া খেলুৱৈ (১৯৫৮ চনত নাই)। ১৯৬০ চনত চেণ্ট এণ্ঠনি কলেজৰ পৰা বি. এ. পাছ কৰাৰ পিচত এবছৰ (১৯৬১) গুৱাহাটী টাউন ক্লাব দলত খেলে। ইয়াত খেলোতে লীগৰ গুৱাহাটী টাউন ক্লাব বনাম মহাৰাণা তেওঁৰ শেষ গুৰুত্বপূৰ্ণ ফুটবল মেচ আছিল তথা প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। এই খেল গ'লশূন্য ভাৱে অন্ত পৰে। অৱশ্যে তেওঁ ১৯৬২-১৯৬৬ লৈকে চিলঙৰ ৰিয়াটচেমঠিয়াহ ক্লাবৰ হৈ খেলি ১৯৬৭ চনতহে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

# জর্জ লিংডু

চিলং জিলা দলৰ ৫ ফুট ৮ ইঞ্চি ওখ ৬৮ কিলোগ্ৰাম ওজনৰ ৰাইট-আউট জৰ্জ লিংডু ১৯৬০ আৰু ১৯৬৫-ৰ ৰাজ্যিক খেলুৱৈ। ইয়াৰ ভিতৰত ১৯৬২ চনত জাতীয় জুনিয়ৰ ফুটবলত যোগদান কৰা প্ৰথম জুনিয়ৰ ৰাজ্যিক দলৰো তেওঁ অন্যতম সদস্য আছিল। মহাৰাণাৰ ষ্টাইলিষ্ট লেফট-হাফ্ তথা জাতীয় খেলুৱৈ টচেন বড়াৰ মতে, "জৰ্জ লিংডু এজন তীব্ৰ গতিসম্পন্ন উইংগাৰ।" মহাৰাণা ক্লাবৰে অন্য এগৰাকী ৰাজ্যিক খেলুৱৈ ভবেশ ৰায়ৰ মন্তব্য, "বেগী ৰাইট-আউট জৰ্জ লিংডু লাইনে লাইনে বল নি চেণ্টাৰ কৰাত পাৰ্গত।"

১৯৪৪ চনৰ ২৮ ডিচেম্বৰত জন্ম গ্ৰহণ কৰা জৰ্জ লিংডু চিলং চহৰতে ডাঙৰ দীঘল হয়। মৌলাই স্পৰ্টছ ক্লাবত ১৯৫৯ চনৰ পৰা প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৬৩ চনত জাতীয় বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। ১৯৬৭ চনত তেওঁক ইষ্টাৰ্ণ ৰেলৱে দলে মাতিছিল; কিন্তু নগ'ল। তেওঁ ৰিয়াটচেমঠিয়াহ ক্লাবত খেলি ১৯৭০ চনত অৱসৰ লয়। জৰ্জ লিংডুয়ে যথাক্ৰমে আসাম টি প্লেণ্টেচন বৰ্ড আৰু ডিষ্ট্ৰিক্ট কাউন্সিলত চাকৰি কৰিছিল। পিচত এটমিক এনাৰ্জি বিভাগত চাকৰি কৰি থাকোতে ১৯৮৮ চনৰ ১৪ আগষ্টত নাগপুৰত মৃত্যু হয়।

# জাষ্টিচ লিংডু

চিলঙৰ জাষ্টিচ পি. লিংডু অসমৰ চকুতপৰা খেলুৱৈ তথা জাষ্টিচ লিংডু নামেৰে সকলোৰে পৰিচিত ক্ৰীড়া ব্যক্তিত্ব। বিশেষকৈ আন্তঃ কলেজ আৰু আন্তঃ জিলা ফুটবলত তেওঁৰ ক্ৰীড়া বৰঙণি অপৰিসীম। জাষ্টিচ লিংডু ১৯৪০ চনৰ ২৫ ছেপ্টেম্বৰ তাৰিখে চিলঙত জন্ম গ্ৰহণ কৰে। মাতৃ ইদোৰাডো লিংডু চিলঙৰ বাসিন্দা আনহাতে পিতৃ নৰেন চৌধুৰী বৰপেটাৰ অধিবাসী তথা চিলঙৰ হোটেল ব্যৱসায়ী। দুজন পুত্ৰৰ জাষ্টিচ লিংডু কনিষ্ঠ। শিক্ষাৰ পাতনি কলিকতাৰ চেণ্ট এণ্ঠনি স্কুলত আৰু ১৯৫৭ চনত চিলঙৰ চেণ্ট এণ্ঠনি স্কুলৰ পৰা মেট্ৰিক পাছ কৰি চেণ্ট এডমাণ্ডছ কলেজত নাম লগায় ১৯৫৯ চনত আই. এছচি. পাছ কৰে। পুনৰ চেণ্ট এণ্ঠনি কলেজত পঢ়োতে ১৯৬১ চনত বি. এছচি. পাছ কৰে।

উচ্চ মধ্যবিত্ত পৰিয়ালৰ জাষ্টিচে ছাত্ৰ অৱস্থাৰ পৰাই এথলেটিক্স, হকী আৰু ফুটবলত পাৰদৰ্শী হৈ উঠে। ১৯৫৮-৬০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ শ্ৰেষ্ঠ দূৰত্ব দৌৰবীৰৰূপে প্ৰতিষ্ঠা লাভ কৰে। চিলঙৰ ৰিয়াটচেমঠিয়াহ ক্লাবত ফুটবলৰ পাতনি মেলি আন্তঃ কলেজ ফুটবলত চেণ্ট এডমাণ্ডছ আৰু চেণ্ট এন্থনিৰ পক্ষে চাঞ্চল্য সৃষ্টিকাৰী ফুটবল খেলে। তেওঁ ১৯৫৮-৬০ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় আৰু চিলং জিলা দলৰ নিয়মীয়া খেলুৱৈ আছিল। ইয়াৰ ভিতৰত ১৯৫৯ চনত তেওঁৰ অধিনায়কত্বতে চিলঙে যুগ্ম বিজয়ী হওঁতে গুৱাহাটীৰ বিৰুদ্ধে দুদিন ড্ৰ থাকে। ফাইনেলখন বৰ ৰোমাঞ্চকৰ আছিল। ১৯৫৮ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় দলৰো অধিনায়ক আছিল। ১৯৬১ চনত তেজপুৰত চেণ্ট এন্থনি কলেজে ৰাণাৰ্ছ-আপ পাওঁতে জে. বি. কলেজৰ বিৰুদ্ধে আন এখন শিহৰণকাৰী ফাইনেল খেলে।

এই গৰাকী ৫ ফুট ৭১/২ ইঞ্চি ওখ, ৫৯ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৬০ চনত ৰাজ্যিক দলৰ ৰাইট-ইনচাইড আছিল। সেই বছৰত অসমে তৃতীয় স্থান লাভ কৰে। অৱশ্যে তেওঁ লেফট- ইনচাইড আৰু চেণ্টাৰ-হাফ্ পজিচনতো দক্ষতা সহকাৰে খেলিব পাৰে। ১৯৬২ চনত তেওঁ চৰ্ট ছাৰ্ভিচ কমিচনত যোগ দিয়ে। ১৯৬৪ চনত ইষ্টাৰ্ণ কমাণ্ডে আৰু ১৯৬৬ চনত চাউথ কমাণ্ডে তেওঁৰ অধিনায়কত্বতে আন্তঃ কমাণ্ড ফুটবল জয়ী হয়। তদুপৰি অল ইণ্ডিয়া কঅ'ৰ অৱ চিগনেল দলত ১৯৬২-৬৭ লৈকে অধিনায়ক তথা কোচ্ৰূপে কটায়। ১৯৬৭ চনত তেওঁ প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লোৱাৰ উপৰি সৈন্য বাহিনীৰ পৰাও কেপ্টেইনৰূপে অৱসৰ লয় আৰু শ্ব'ৱালেচ কোম্পানীত যোগদান কৰে। ইয়াৰ পিচত জাষ্টিচ লিংডুৱে ১৯৬৯ চনত মাকুম নামদাং চাহ কোম্পানী, ১৯৮৪ চনত মেক্ ৰাচেল্ ৰাকেল টি প্লেণ্টেচন আৰু ১৯৯০ চনত অষ্ট্ৰেলিয়াৰ ডব্লিউ. আৰ. কাৰ্পেনটাৰ্ছ কোম্পানীত যোগদান কৰি নিউগিনিত আছে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৮৪ চনতহে সক্ৰিয় ফুটবলৰ পৰা অৱসৰ লয়। □□

# চেৰিং সিং

চিলং ফুটবলত প্ৰথম' থ্ৰি-বেক পদ্ধতি অৱলম্বন কৰোঁতে ষ্টপাৰ-বেক্ পজিচনত সফল ফুটবল খেলা খেলুৱৈ গৰাকী হল চেৰিং সিং। ১৯৬০ চনত



তেওঁ ৰাজ্যিক দলৰ উপৰি গুৱাহাটী বিশ্ববিদ্যালয় দলৰো খেলুৱৈ আছিল। ১৯৬১ চনত পুনৰ বিশ্ববিদ্যালয় দলত খেলোতে নৰ্থ জুন ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত পৰাভূত হয়।

চেৰিং সিং ১৯৩৯ চনৰ ৮ অক্টোবৰত চিলঙৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী পৰিয়ালৰ সাতজন সন্তান(৪ জন ল'ৰা আৰু ৩ জনী ছোৱালী)ৰ ভিতৰত সবাতোকৈ জ্যেষ্ঠ চেৰিং সিং। পঢ়া-শুনাৰ পাতনি চিলং গভৰ্ণমেণ্ট স্কুলত আৰু ১৯৫৬ চনত মেট্ৰিক পাছ কৰে। ১৯৬০ চনত চেণ্ট এন্থনি কলেজৰ পৰা বি. এ. পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. পঢ়ে।

এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৫৬ চনৰ পৰা প্ৰথম শ্ৰেণী ফুটবলত যোগদান কৰি ১৯৫৭-ৰ পৰা ১৯৬৯ লৈকে ৰাহিংদো স্পৰ্টছ ক্লাৱত খেলে। তেওঁ ১৯৬০, ১৯৬১ আৰু ১৯৬২ চনত চিলং জিলা দলত খোলোতে ১৯৬০ চনৰ ৰাজ্যিক দলত বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যায়। সেইবাৰ অসমে সন্তোষ ট্ৰফীত তৃতীয় স্থান পায়। ১৯৫৯ চনত চেণ্ট এন্থনি কলেজে শিৱসাগৰত অনুষ্ঠিত আন্তঃ কলেজ ফুটবলত ফাইনেল খেলে। তেওঁ ১৯৭০-৭২ লৈকে চিলং টাউন ক্লাৱত খেলিছিল। ১৯৭৪ চনৰ পৰা গলফ্‌লিঙ্ক স্পৰ্টছ ক্লাৱত খেলোতে সেইবছৰতে এই দ্বিতীয় ডিভিজন দল প্ৰথম ডিভিজনলৈ উঠে আৰু ১৯৮২ চনলৈকে খেলি ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচতে দলে পুনৰ দ্বিতীয় ডিভিজনলৈ অধোগতি লয়। □□

# হেণ্ডিলচন মাজাউ

ৰাজ্যিক খেলুৱৈ ভবেশ ৰায়ৰ মতে,"চিলঙৰ চেণ্টাৰ-ফৰোৱাৰ্ড (পাঁচ ফৰোৱাৰ্ড পদ্ধতি) হেণ্ডিলচন মাজাউ শ্যুটিং ও ড্ৰিবলিং ক্ষমতা থকা দুৰন্ত গতিসম্পন্ন খেলুৱৈ।" চিলঙত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ ফুটবলাৰসকলৰ ভিতৰত হেণ্ডিলচন মাজাউ অন্যতম। এওঁ অসমৰ এগৰাকী দ্ৰুতগামী চেণ্টাৰ-ফৰোৱাৰ্ড আছিল। শৰীৰৰ উচ্চতা মাত্ৰ ৫ ফুট ৪ ইঞ্চি আৰু ওজন ৬২ কিলোগ্ৰামৰ এই খেলুৱৈয়ে আক্ৰমণ বিভাগৰ যিকোনো স্থানতে খেলাৰ দক্ষতা আছিল।

হেণ্ডিলচন মাজাউ ১৯৪১ চনৰ ১৪ মাৰ্চ তাৰিখে চিলঙত জন্ম গ্ৰহণ কৰে। মটৰ মেকানিক পিতৃ জে. খনৱাৰ (তিনিজন ল'ৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ তৃতীয় সন্তান। চেণ্ট এণ্ঠনি হাইস্কুলত পঢ়োতে ১৯৫৪-ৰ পৰা মৌখেৰ স্পৰ্টছ ক্লাৱত খেলিছিল। মেট্ৰিক পাছ কৰাৰ পিচত চেণ্ট এডমাণ্ডছ কলেজৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল (১৯৫৮-৬৪)। ১৯৫৮ চনত কাঁনে কলেজৰ হাতত পৰাভূত হৈ আন্তঃ কলেজ ফুটবলত ৰাণাৰ্ছ-আপ পাওঁতে হেণ্ডিলচন মাজাউয়ে সৰ্বোচ্চ গ'লদাতা (৮ গ'ল)ৰ খ্যাতি অৰ্জন কৰে। ১৯৫৯ চনত চিলং টাউন ক্লাৱত খেলে আৰু ১৯৬৫-৭১ লৈকে উমচুচান ক্লাৱত কটায়। হেণ্ডিলচন মাজাউয়ে ১৯৫৮-৭০ লৈকে চিলঙৰ হৈ আন্তঃ জিলা খেলে ইয়াৰ অন্তৰ্গত ১৯৫৯,১৯৬৩ আৰু ১৯৬৮ চনত চেম্পিয়ন আৰু ১৯৬৫ চনত ৰাণাৰ্ছ-আপ হয়। ১৯৬৩ চনত আন্তঃ জিলা চেম্পিয়ন হোৱাৰ পিচতে (৫ অক্টোবৰ) শিলচৰত চিলং দলে মোহনবাগানৰ বিৰুদ্ধে প্ৰদৰ্শনী খেলত অংশ লওঁতে ৫-১ ব্যৱধানত পৰাভূত হয় যদিও চিলং দলৰ একমাত্ৰ গ'লটো হেণ্ডিলচন মাজাউয়ে কৰে। তেওঁ ১৯৬১-৬৫ লৈকে পাঁচবাৰ ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায় যদিও মাত্ৰ এবাৰ ১৯৬১ ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰাৰ গৌৰৱ অৰ্জন কৰে। অৱশ্যে তেওঁ ১৯৫৮-৬২ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল। এই খিনিতে উল্লেখ্য তেওঁ ১৯৬২ এচিয়ান গেমছ ট্ৰায়েল আৰু ১৯৬৩ প্ৰি-অলিম্পিক ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। তেওঁৰ ফুটবল তুঙ্গত থকাকালতে কলিকতাৰ ইষ্টাৰ্ণ ৰেলৱে, বি. এন. আৰ., মোহনবাগান আৰু বম্বেৰ কেল্টেক্স আৰু মফটলাল মিলে আমন্ত্ৰণ জনাইছিল; কিন্তু নগ'ল। ১৯৭১ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচতো বহু দিনলৈকে খেল এৰা নাছিল আৰু ১৯৭৮ চনত পুনৰ এবছৰ বিয়াটচেম্পিয়াহ ক্লাৱত খেলে। □□

# শিলচৰৰ ফুটবল বুৰঞ্জী




সুৰমা উপত্যকা তথা বৰ্ত্তমানৰ বৰাক উপত্যকাৰ কেন্দ্ৰ-বিন্দু শিলচৰতেই আধুনিক পল' খেলৰ জন্ম (১৮৫৩) হয়। গতিকে কাছাৰৰ ক্ৰীড়া ঐতিহ্য পুৰণি কাহিনী কথাৰ সৈতে জড়িত। বৃটিছ ৰাজত্ব কালতে কাছাৰ জিলাত ক্ৰিকেট আৰু হকীৰ উপৰি ফুটবল খেলৰ প্ৰচলন হয়। বিশেষকৈ বৃটিছ চাহ কোম্পানীৰ শ্বেতাঙ্গ বিষয়ববীয়াসকলে ফুটবল খেলৰ প্ৰচলন কৰি খিলঞ্জীয়াসকলকো আকৃষ্ট কৰে। অৱশ্যে এই ক্ষেত্ৰত শিলচৰৰ ইণ্ডিয়া ক্লাবৰ বৰঙণিও অপৰিসীম। ১৯০০ চনত ইণ্ডিয়া ক্লাবে জন্ম লাভ কৰে। এই খিনিতে উল্লেখ্য ইণ্ডিয়া ক্লাব অসমৰ সবাতোকৈ পুৰণি ক্লাব। অসমৰ আধুনিক ক্ৰীড়া সভ্যতাক চূড়ান্ত ৰূপ দিয়াত বৰাক উপত্যকাৰ অৱদান মনকৰিবলগীয়া। কাৰণ ইণ্ডিয়া ক্লাবে ১৯১৭ চনতে আই. এফ. এ. শ্বিল্ডত যোগদান কৰি অসম ফুটবলত আধুনিক ক্ৰীড়া যুগৰ সূচনা কৰে। আই এফ এ শ্বিল্ডত প্ৰতিদ্বন্দ্বিতা কৰা অসমৰ প্ৰথম ফুটবল দলৰ উপৰি স্বাধীনতাৰ পূৰ্বলৈকে পাঁচবাৰ আই এফ এ শ্বিল্ডত অংশ গ্ৰহণ কৰে। সুৰমা উপত্যকাত প্ৰতিদ্বন্দ্বীৰূপে অভ্যুদয় হোৱা দল দুটা হল - শিলচৰ ইণ্ডিয়া ক্লাব আৰু শিলচৰ স্পৰ্টিং ক্লাব। তদুপৰি মুছলিম স্পৰ্টিং ক্লাব, টাউন ক্লাব, তুলাপট্টি ক্লাব (শিলচৰ স্পৰ্টিং ক্লাব), তাৰাপুৰ এ চি, আৰ এম এছ, পি ডব্লিউ ডি, গুৰুচৰণ কলেজ, ইউনাইটেড ক্লাব আদি উল্লেখযোগ্য। সুৰমা উপত্যকাত গঢ়ি উঠা ক্ৰীড়া বিপ্লৱে বহু সংখ্যক প্ৰতিভাশালী ফুটবল খেলুৱৈ জন্ম দিবলৈ সক্ষম হয়। কেইবা গৰাকী খেলুৱৈয়ে কলিকতাৰ প্ৰথম ডিভিজনতো খেলাৰ সামৰ্থ্য লাভ কৰে। ইয়াৰ ভিতৰত আৰম্ভণিতে নলিনী মোহন গুপ্ত( কেপ্টেইন এন. এম. গুপ্ত. নামেৰে পৰিচিত)ই কলিকতা টাউন ক্লাবত খেলিছিল (১৯০৯-১১)। প্ৰত্যাবৰ্ত্তন কৰি তেওঁ একেলেথাৰিয়ে ত্ৰিশবছৰ ইণ্ডিয়া ক্লাবত খেলে। তেওঁ দলৰ অধিনায়কো আছিল। ইণ্ডিয়া ক্লাবৰ আন এগৰাকী মুধা ফুটা খেলুৱৈ আশুতোষ দত্তই ইষ্টবেঙ্গল আৰু মোহনবাগান ক্লাবত খেলে (১৯২০-২৪)। তদুপৰি আব্দুল খালেক, মকবুল হুছেইন(মদন), বি. ৰায়চৌধুৰী, হেমেন্দ্ৰ মজুমদাৰ(টিটো), নিৰ্মল

দত্ত, অনুকূল দত্ত, অতনু সেন, অজয় মোহন গুপ্ত (দেবো), নির্মল ঘোষ আদিয়ে কলিকতাৰ প্ৰথম ডিভিজনত বিভিন্ন সময়ত খেলে। ১৯৪০ চনত শিলচৰ টাউন ক্লাব প্ৰতিষ্ঠা হয় আৰু ১৯৪৬ চনত এই দলে আগৰতলাৰ পদ্মজং ট্ৰফী জয় কৰে। বিশেষকৈ ১৯৪৯ চনৰ আই এফ এ শ্বিল্ডত যোগদান কৰি কোৱাৰ্টাৰ-ফাইনেলত ইষ্টবেঙ্গলৰ হাতত ৬-০ গ'লত পৰাভূত হয়। আই এফ এ খেলা টাউন ক্লাবৰ খেলুৱৈসকল - উমেশ কৰ, আই. সোম, নিৰঞ্জন ভট্টাচাৰ্য্য, হেমেন্দ্ৰ মজুমদাৰ, এছ. ভৌমিক, জি. হক, এৰিক দাসগুপ্ত, বি. দাস, নীল বাহাদুৰ ছেত্ৰী, হৰি বাহাদুৰ ছেত্ৰী আদি। জাতীয় দলত স্থান পোৱা একমাত্ৰ খেলুৱৈ গৰাকী হল — সুবীৰ চৌধুৰী (১৯৭৬ আৰু ১৯৭৭)।

কেপ্টেইন এন. এম গুপ্ত আৰু আশুতোষ দত্তৰ উপৰি ইণ্ডিয়া ক্লাবত অভ্যুদয় হোৱা প্ৰতিভাশালী খেলুৱৈসকল - উমেশ কৰ, মকবুল হুছেইন, লোক বাহাদুৰ চেত্ৰী, হৰি বাহাদুৰ চেত্ৰী, ভূপেন্দ্ৰ দত্ত, ৰুক্মিনী চুতীয়া, অজয় মোহন গুপ্ত, হেমেন্দ্ৰ মজুমদাৰ(টিটো) আদি উল্লেখযোগ্য। ১৯৩২ চনত শিলচৰ লীগৰ সূচনা হয়। শিলচৰ ফুটবল সন্থা গঠন হয় ১৯৪৬ চনত। প্ৰতিষ্ঠাপক সম্পাদক আছিল -

**কেপ্টেইন এন. এম. গুপ্ত**

**বৰাক উপত্যকাক কেপ্টেইন নলিনী মোহন গুপ্তৰ ক্ৰীড়া ৰৰঙণিয়ে যুগ যুগান্তৰলৈ অমৰ কৰি থব। তেওঁক, "Pioneer of football in Surma Valley" বুলি কলেও হয়তো অত্যুক্ত নহব। কাৰণ এই গৰাকী ফুটবল যুগন্ধৰে ১৯০৯-১৯১১ লৈকে কলিকতা টাউন ক্লাবত খেলি বহি অসমত খেলা অসমৰ প্ৰথমজন খেলুৱৈ হোৱাৰ গৌৰব অৰ্জন কৰে। কেপ্টেইন এন. এম. গুপ্ত ১৮৮৬ চনত চিলেট জিলাৰ পাইল গাঁৱত জন্ম গ্ৰহণ কৰে। কলিকতা টাউন ক্লাবত খেলোতে তেওঁক মোহনবাগান ক্লাবে দলত যোগদানৰ আমন্ত্ৰণ জনাইছিল কিন্তু তেওঁ শিলচৰলৈ আহি ইণ্ডিয়া ক্লাবত যোগদান কৰি সুদীৰ্ঘ ৩০-বছৰ এই দলত খেলে। এই সময়ছোৱাত চেন্টাৰ-ফৰোৱাৰ্ড এন. এম. গুপ্তৰ অধিনায়কত্বতে ইণ্ডিয়া ক্লাব অসমৰ নামজ্বলা দললৈ ৰূপান্তৰ হয় আৰু ১৯১৭ চনত আই. এফ. এ. শ্বিল্ডত যোগদান কৰে আৰু এই প্ৰতিযোগিতাত যোগদান কৰা অসমৰ প্ৰথম দলৰূপে পৰিগণিত হয়। শিলচৰৰ মিউনিচিপাল কমিচনাৰৰূপে চাকৰি কৰা কেপ্টেইন এন. এম. গুপ্তই ১৯৩৬ চনত শেষ নিঃশ্বাস ত্যাগ কৰে। এই গৰাকী মহান খেলুৱৈৰ পবিত্ৰ স্মৃতিক চিৰ যুগমীয়া কৰিবলৈ শিলচৰ জিলা ক্ৰীড়া সন্থাই ১৯৬২ চনত কেপ্টেইন এন. এম. গুপ্ত ট্ৰফী ফুটবল প্ৰতিযোগিতা সুভাৰম্ভ কৰে তথা অসমৰ মুখ্য প্ৰতিযোগিতা সমূহৰ অন্যতম।**

## বি. ৰায়চৌধুৰী

বি. ৰায়চৌধুৰী নামেৰে পৰিচিত ভূপেন্দ্ৰ ৰায়চৌধুৰী ১৯১২ চনত হৱিগঞ্জ জিলাৰ বানিয়াচং গাঁৱত জন্ম গ্ৰহণ কৰে। জমিদাৰ তথা আইন জীৱি তাৰিণী চৰণ ৰায়চৌধুৰীৰ দ্বিতীয় পুত্ৰ। হবিগঞ্জ চৰকাৰী হাইস্কুলৰ পৰা ১৯৩২ চনত প্ৰৱেশিকা পাছ কৰে। হবিগঞ্জ টাউন ক্লাবতে তেওঁৰ সুনাম বিয়পি পৰোতে ঢাকাৰ জগন্নাথ কলেজৰ পৰা যোগদানৰ আমন্ত্ৰণ পায় আৰু পিতৃৰ অনুমতি নোলোৱাকৈয়ে ঢাকালৈ পলাই যায়। জগন্নাথ কলেজৰ ফুটবল দলত নিজৰ স্থান নিগাজি কৰি বিনা পইচাত থকা-খোৱা আৰু পঢ়া-শুনাৰ যাৱতীয় সুবিধা গ্ৰহণ কৰে। জগন্নাথ কলেজে ঢাকা বিশ্ববিদ্যালয় শ্বিল্ড জয় কৰে। ১৯৩৪ চনত আই. কম. পাছ কৰি ঢাকা বিশ্ববিদ্যালয়ত ভৰ্ত্তি হয় আৰু বিশ্ববিদ্যালয় দলৰ লেফট-আউট পজিচনত খেল অব্যাহত ৰাখে। ১৯৩৭ চনত ইংলেণ্ডৰ আইলিংটন কোৰিস্থিয়ান দল আহোতে ঢাকা বিশ্ববিদ্যালয়ে ১-০ গ'লত হৰুৱায় আৰু এই সন্দৰ্ভত অমৃত বাজাৰ পত্ৰিকাই লিখিছিল, "DACCA VINDICATED INDIA'S HONOUR" ১৯৩৮ চনত বি. কম. পাছ কৰি কলিকতাৰ ইষ্টবেঙ্গল ক্লাবত যোগদান কৰে। এবছৰমান খেলি মোহনবাগান দললৈ যায় আৰু তাৰ পিচতে এচিয়াটিক বেস্কৰ মেনেজাৰৰূপে শিলচৰলৈ আহি ইণ্ডিয়া ক্লাবৰ উপৰি শিলচৰৰ ফুটবলৰ সৈতে জড়িত হৈ পৰে। বিশেষকৈ ১৯৪৬ চনত গুৱাহাটীত অসম ফুটবল সন্থা গঠন হওঁতে শিলচৰতো আন এখন অসম ফুটবল সন্থা গঠন কৰে আৰু তেৱেঁ প্ৰতিষ্ঠাপক সম্পাদক আছিল। দেশ বিভাজনৰ পিচত তেওঁ পূব পাকিস্তানলৈ যায় আৰু ১৯৯২ চনৰ ২১ নৱেম্বৰত বাংলাদেশৰ নিজা বাসভৱন বানিয়াচঙত দেহত্যাগ কৰে।

চিৰাজুল হক আৰু যুটীয়া সম্পাদক দ্বয় - সুনীল মোহন এন্দ' আৰু জিতেন্দ্ৰ চন্দ্ৰ দাসগুপ্ত। শিলচৰ জিলা ক্ৰীড়া সন্থা ১৯৫৭ চনত প্ৰতিষ্ঠা হওঁতে আশুতোষ দত্ত আৰু সুনীল মোহন এন্দ' যথাক্ৰমে প্ৰতিষ্ঠাপক সভাপতি আৰু সাধাৰণ সম্পাদক আছিল। অৱশ্যে শিলচৰে ১৯৪৭ চনৰ পৰাই আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত যোগদান কৰি আহিছে। ১৯৪৮ চনত শিলচৰতে এই প্ৰতিযোগিতা আয়োজন কৰে। শিলচৰে মুঠ ছয়বাৰ ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰি কেৱল ১৯৭৪ চনত চেম্পিয়ন হোৱাৰ গৌৰৱ অৰ্জন কৰে। বিজয়ী শিলচৰ জিলা দলৰ খেলুৱৈসকল — ৰমাপদ দত্ত, চন্দন সিং, যুগাময় দাস, প্ৰশান্ত বসুৰায়, অৰ্জুন হাজাম, অসিত ধৰ, গোবিন্দ গোৱালা, গোলাপ সেনাৰাজকুমাৰ, প্ৰেম বাহাদুৰ ছেত্ৰী, জহৰ গুপ্ত, নন্দ দুলাল ৰায়, চামচুল হক্ বৰভূঞা, কৃষ্ণ বাহাদুৰ ছেত্ৰী, অমলেন্দু দে, ৰাজেন গোৱালা, মদন দাস (অধিনায়ক) আদি। তদৰূপ জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত মাত্ৰ এবাৰ (১৯৯৫) চেম্পিয়ন হয়। ১৯৫৩ চনত শিলচৰ মিউনিচিপাল স্পৰ্টছ ক্লাবে স্বাধীনতা দিৱস কাপত ৰাণাৰ্ছ-আপ পায়। আনহাতে ১৯৫৪ চনত ইণ্ডিয়া ক্লাবে বৰদলৈ ট্ৰফীত ৰাণাৰ্ছ-আপৰ গৌৰৱ অৰ্জন কৰে। ইতিপূৰ্বে ১৯৩১ চনত


সুব্রত সিংহ


কেপ্টেইন এন. এম. গুপ্ত


যাদব পাল


বঞ্জনাভা দত্ত


অসীম চক্রবর্ত্তী


গুলীদাং বংমাই

## জিতেন্দ্ৰ চন্দ্ৰ দাসগুপ্ত

কাছাৰৰ ক্ৰীড়া সমাজত "বাটু বাবু" নামেৰে জনপ্ৰিয় ব্যক্তি গৰাকীয়েই জিতেন্দ্ৰ চন্দ্ৰ দাসগুপ্ত। জন্ম ১৯ জুন, ১৯১৩ চন। স্থান দেৱান চাহ বাগিচা, শিলচৰ। তেওঁ শিলচৰ নৰসিং হাইস্কুলত পঢ়ি থাকোতেই ইণ্ডিয়া ক্লাবত যোগদান কৰে। সেইসময়ত বাটু বাবু অবিহনে ক্লাবৰ ফুটবল একাদশ গঢ়া অসম্ভৱ উপৰি ইণ্ডিয়া ক্লাব হকী দলৰ গ'লৰক্ষক আছিল। লন টেনিচত উপৰ্য্যুপৰি ৬ বাৰ অল আসাম হাৰ্ড কৰ্ট চেম্পিয়ন। বাটু বাবুৰ প্ৰচেষ্টাতে ১৯৪০ চনত টাউন ক্লাব প্ৰতিষ্ঠা হয় আৰু ১৯৪৯ চনত আই. এফ. এ. শ্বিল্ডৰ কোৱাৰ্টাৰ-ফাইনেল খেলে। ১৯৫৭ চনত তেওঁ অসম ৰেফাৰী বৰ্ডৰ চেয়াৰমেন নিৰ্বাচিত হয়। ১৯৭২-৭৯ লৈকে জিলা ক্ৰীড়া সন্থাৰ সভাপতি আৰু দুবছৰ এ এফ এ-ৰ উপ-সভাপতি আছিল। বাটু বাবুৰ প্ৰচেষ্টাতে ১৯৬৪ চনত কাছাৰ স্পৰ্টছ এছ'চিয়েচন গঠন হয় আৰু সমগ্ৰ জিলাতে ক্ৰীড়াৰ উন্নতিৰ হকে কাম কৰি যায়। স্পৰ্টছ পেঞ্চনাৰ(১৯৮৩) বাটু বাবু ১৯৯৮ চনৰ ২৫ মাৰ্চত শিলচৰতে শেষ নিশ্বাস ত্যাগ কৰে। বাটু বাবুৰ মৃত্যুত অসমে এজন নিষ্ঠাবান ক্ৰীড়া পূজাৰী হেৰুৱালে।

ঢাকাৰ নিৰ্মল শ্বিল্ডতো ইণ্ডিয়া ক্লাব বিজিত দল আছিল।

ৰাজ্যিক দলত স্থান পোৱা শিলচৰৰ প্ৰথম খেলুৱৈ দুগৰাকী হ'ল, উমেশ কৰ আৰু অজয় মোহন গুপ্ত (১৯৪৭)। পৰবৰ্তীকালত উমেশ দাস(চিনিয়ৰ), সুনীল দাস, হেমেন্দ্ৰ মজুমদাৰ(টিটো), সমীৰ মিএগ্ৰা, আব্দুল ৰাজাক্‌ এছ. ৰায়, বিজন গোপাল দাস(লুলা), নিৰ্মলয়া দাস(গৌতম), হৰেন্দ্ৰ নাথ, ডাঃ পূৰ্ণেন্দু দাস, বাৰিন্দ্ৰ সিন্‌হা, টপাধিৰ দেৱ, অসীম দত্ত, অজয় দাস(সাধন), নলীনাক্ষ পালচৌধুৰী (নিভু), জহৰ গুপ্ত, অমলেন্দু দে (ভানু), ৰমাপদ দত্ত, সুব্ৰত সিংহ, বাহাৰুল ইছলাম, অনাদি দাস, টুলটুল দত্ত আদি উল্লেখযোগ্য। জুনিয়ৰ ৰাজ্যিক দলত প্ৰথম স্থান পোৱা খেলুৱৈ দুগৰাকী হ'ল তুলসী দে আৰু মনমথ দত্ত (১৯৬২)। জাতীয় ছাব জুনিয়ৰ দলত স্থান পোৱা একমাত্ৰ খেলুৱৈ গৰাকী হ'ল গুলীদাং ৰংমাই ( ১৯৯৯)। জাতীয় স্কুল দলত নিৰ্বাচন পোৱা খেলুৱৈসকল — সুব্ৰত সিংহ (১৯৮৩), যাদব পাল, মৃনাল কান্তি ৰায়, ৰঞ্জনাভা দত্ত (১৯৮৪) আৰু অসীম চক্ৰৱৰ্তী (১৯৮৫)। ৰঞ্জনাভা দত্ত ১৯৮৫ চনত পুনৰ স্থান পায় জাতীয় স্কুল দলৰ অধিনায়কৰূপে।

অসম ফুটবল সন্থাক চূড়ান্ত ৰূপ দিয়াত বৰাক উপত্যকাৰ ক্ৰীড়া সংগঠকসকলৰ ভূমিকা বিশেষ মনকৰিবলগীয়া । ক্ৰীড়া সংগঠক বি.

## সন্তোষ মোহন দেৱ

বৰাক উপত্যকাৰ ক্ৰীড়া সংগঠক সন্তোষ মোহন দেৱ ১৯৩৪ চনৰ ১ এপ্ৰিলত শিলচৰত জন্ম গ্ৰহণ কৰে। উপনাম 'ৰাণা'। কাছাৰ হাইস্কুলৰ পৰা মেট্ৰিক আৰু গুৰুচৰণ কলেজৰ পৰা বি. কম. পাছ কৰে। কলেজ দলৰ ফুটবল, হকী আৰু ক্ৰিকেট খেলুৱৈ গৰাকীয়ে স্নাতক ডিগ্ৰী লোৱাৰ পিচৰে পৰা ক্ৰীড়া সংগঠনৰ কামত জড়িত হয় (১৯৫৭)। সেই বছৰতে অসম ফুটবল সন্থাৰ সহকাৰী সম্পাদক হয়। ১৯৫৮ চনত এফ. এ. কোচ্ বৰ্ণ মিদচ্ৰ প্ৰশিক্ষণ শিবিৰত পাঠ লয় আৰু ১৯৫৯ চনত বৃটেনত ফুটবল কোচিং গ্ৰহণ কৰে। তেওঁ ১৯৬০-১৯৬৮ লৈকে শিলচৰ জিলা ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদক আছিল। ইয়াৰ ভিতৰত ১৯৬৩ চনত অসম দলৰ মেনেজাৰ হয়। ৰেফাৰীৰূপে সুনাম অৰ্জন কৰা ৰাণা দেৱে ১৯৬৪ চনত নেচনেল ৰেফাৰী চাৰ্টিফিকেট পায়। ১৯৬৬ চনত অসম ৰেফাৰী বৰ্ডৰ চেয়াৰমেন নিৰ্বাচিত হয় আৰু ১৯৭২ চনত পুনৰ জিলা ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদক আৰু ১৯৮৫ চনত সভাপতিৰ আসনত বহে। মুঠতে শিলচৰ ক্ৰীড়া জগতৰ মুখ্য উপদেষ্টা ৰাণা দেৱে শিলচৰ ষ্টেডিয়াম, ছুইমিং পুল আৰু জিমনিচিয়াম হ'লৰ বাস্তৱৰূপ প্ৰদানত মুখ্য ভূমিকা লয়।

ৰায়চৌধুৰীৰ উপৰি সুৰমা উপত্যকাৰ নামী ৰেফাৰী খগেশ চন্দ্ৰ সেন ১৯৪৭ চনত সন্তোষ ট্ৰফী খেলিবলৈ যোৱা প্ৰথম অসম ৰাজ্যিক দলৰ মেনেজাৰ আছিল। তদুপৰি এ এফ এ-ৰ প্ৰতিষ্ঠাপক কোষাধ্যক্ষ, জিলা ফুটবল সন্থাৰ যুটীয়া সম্পাদক তথা জিলা ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদক সুনীল মোহন এন্দ' ১৯৫১ আৰু ১৯৫৭ চনত ৰাজ্যিক দলৰ মেনেজাৰ হয়। "বাটু বাবু" নামেৰে জনপ্ৰিয় জিতেন্দ্ৰ চন্দ্ৰ দাসগুপ্তৰ নামটো সংগঠক সকলৰ শাৰীত জড়িত থাকিব। বাটু বাবু শিলচৰ টাউন ক্লাবৰ প্ৰতিষ্ঠাতা (১৯৪০)। অসম ফুটবলৰ ৰেফাৰী জগতত নাম থকা সন্তোষ মোহন দেৱ(ৰাণা) ১৯৬৩ চনত অসম দলৰ মেনেজাৰ আছিল। সংগঠকৰূপে এওঁৰ নামটোও অসম ফুটবলত জিলিকি থাকিব। বৰাক উপত্যকাৰ প্ৰথম এন আই এছ ফুটবল প্ৰশিক্ষক বিজন গোপাল দাস(লুলা) ১৯৭০-৭৯ লৈকে অসম ৰাজ্যিক দলৰ প্ৰশিক্ষক । "বৰাক উপত্যকাৰ ফুটবল মক্কা" শিলচৰৰ ফুটবলক এক বাস্তৱৰূপ প্ৰদানত কেপ্টেইন এন. এম. গুপ্তৰ যি বৰঙণি; তাক চিৰযুগমীয়া কৰাৰ উদ্দেশ্যে শিলচৰ জিলা ক্ৰীড়া সন্থাই ১৯৬২ চনৰ পৰা কেপ্টেইন এন এম গুপ্ত ট্ৰফী ফুটবল প্ৰতিযোগিতাৰ শুভাৰম্ভ ঘটায়। ই অসমৰ পাঁচখন বৃহৎ ফুটবল প্ৰতিযোগিতাৰ ভিতৰত অন্যতম। প্ৰাক্তন জাতীয় স্কুল দলৰ খেলুৱৈ **মৃণাল কান্তি ৰায়** ফিফা বেজ্ প্ৰাপ্ত অসমৰ চতুৰ্থজন ৰেফাৰীৰূপে পৰিগণিত হয়। ১৯৯৯-২০০০ মৰছুমত এছিচটেণ্ট ৰেফাৰীৰ ফিফা বেজ্ পায়। □□

# উমেশ কৰ



উমেশ কৰ অবিহনে অসম ফুটবল সদায় আধৰুৱা হৈ ৰব। কাৰণ পোন প্ৰথম সন্তোষ ট্ৰফী খেলিবলৈ যোৱা অসম দলৰ ১ নং গ'লৰক্ষক আছিল— উমেশ কৰ। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ ৬০ কিলোগ্ৰামতকৈ অধিক ওজনৰ স্বাস্থ্যৱান খেলুৱৈয়ে দীৰ্ঘ ত্ৰিশবছৰ কাল প্ৰথম শ্ৰেণী ফুটবলত জড়িত থাকি এক উল্লেখযোগ্য নজিৰ সৃষ্টি কৰি থৈ গৈছে।

উমেশ কৰ ১৯১৩ চনত শিলচৰৰ এক ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰে। ৰামচন্দ্ৰ কৰ(৪ জন লৰা আৰু ৩ জনী ছোৱালী)ৰ তেওঁ পঞ্চম সন্তান। শিলচৰৰ নৰসিং হাইস্কুলত নৱমমানলৈকে পঢ়ি ১৯৩৮ চনত অগ্নি নিৰ্বাপক বাহিনীত যোগদান কৰে। তেওঁ ১৯২৯ চনৰ পৰা প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলোতে স্কুল দলৰ উপৰি ইণ্ডিয়া ক্লাৱতো নিয়মিত খেলিছিল। ইণ্ডিয়া ক্লাৱৰ উপৰি বিভিন্ন দলৰ হৈ বৃহত্তৰ বঙ্গৰ ফুটবল টুৰ্ণামেণ্টসমূহত অংশ লৈছিল। ১৯৩৮ চনত কুমিল্লা ইয়ংমেন দলত খেলে। ১৯৩৬ চনত হবিগঞ্জ টাউন ক্লাৱৰ হৈ আই. এফ. এ. শ্বিল্ড খেলে ১৯৩৭ আৰু ১৯৩৮ চনত মৈমনসিং একাদশৰ হৈ ঢাকাৰ বিখ্যাত ৰণাদা শ্বিল্ডত অংশ লয়। তদুপৰি সূৰ্য্যকান্ত শিল্ড খেলে আৰু মোহনবাগানৰ বিৰুদ্ধেও অৱতীৰ্ণ হয়। ১৯৩৯ চনত ইণ্ডিয়া ক্লাৱৰ হৈ অসম ভ্ৰমণ কৰে আৰু ১৯৪০ চনত ৰয়েল এয়াৰ ফৰ্চৰ বিৰুদ্ধে খেলে। তদুপৰি ১৯৪১,১৯৪৫ আৰু ১৯৪৮ চনত ইণ্ডিয়া ক্লাৱৰ হৈ আই. এফ. এ. শ্বিল্ড খেলে। ১৯৪৫ চনত হাইলাকান্দি দলৰ হৈ বিহাৰৰ গোল্ড কাপ খেলিব যায়। ১৯৪৬ চনত ত্ৰিপুৰা পুলিচ দলত খেলোতে ত্ৰিপুৰাৰ পক্ষে সন্তোষ ট্ৰফী খেলাৰ উপৰি ত্ৰিপুৰা পুলিচৰ হৈ আই. এফ. এ. খেলিছিল। সেই বছৰতে শিলচৰ টাউন ক্লাৱৰ হৈ খেলি আগৰতলাৰ পদ্মজং শ্বিল্ড জয় উল্লেখযোগ্য। পুনৰ ১৯৪৯ চনত এই দলৰ হৈ আই. এফ. এ. খেলোতে কোৱাৰ্টাৰ-

ফাইনেলত ইষ্টবেঙ্গলৰ হাতত ৩-০ ব্যৱধানত পৰাভূত হয়। প্ৰথম দিনাৰ খেল গ'লশূন্য আছিল।

উমেশ কৰৰ ফুটবল জীৱনত প্ৰধান পথ প্ৰদৰ্শক আছিল কেপ্টেইন এন.এম. গুপ্ত আৰু বাটু দাসগুপ্ত। উপৰি শিলচৰত ইংৰাজ খেলুৱৈসকলৰ খেলে তেওঁক দকৈ আকৃষ্ট কৰে। তেওঁৰ মতে, "একজন ফুটবলারের মুভমেণ্ট হতে হবে বানরের ন্যায় এবং বুদ্ধি থাকতে হবে শিয়ালের মত।" ফুটবল সন্দৰ্ভত তেওঁৰ আন এটা মন্তব্য এনেধৰণৰ "ভাল ফুটবলার হতে গেলে শরীরটাকে রাবারের মতো করতে হবে।"

তেওঁ ১৯৪৭, ১৯৪৮, ১৯৪৯, ১৯৫৩ আৰু ১৯৫৬ চনত শিলচৰৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ অন্তৰ্গত ১৯৫৩-ৰ ফাইনেলত প্ৰথম দিনা ড্ৰ খেলি দ্বিতীয় দিনা ডিব্ৰুগড়ৰ হাতত পৰাভূত হয়। অৱশ্যে ৰি-প্লে খেলত উমেশ কৰে খেলা নাছিল। তেওঁ ১৯৪৭ আৰু ১৯৫০ চনত ৰাজ্যিক দলৰ নিৰ্ভৰযোগ্য গ'লৰক্ষক আছিল।

ফায়াৰ ছাৰ্ভিচৰ এই গৰাকী দুৰ্দ্ধৰ্ষ গ'লৰক্ষকে ১৯৫২-৫৭ লৈকে নিৰ্বাচিত অসম পুলিচ দলৰ হৈ সদৌ ভাৰত পুলিচ ফুটবল খেলে। তেওঁ ১৯৫৮ চনত ডেৰগাঁৱত অনুষ্ঠিত অল আসাম পুলিচ গেমছ খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। উমেশ কৰৰ ফুটবল জীৱনত ইণ্ডিয়া ক্লাব বনাম মোহনবাগানৰ মাজৰ খেলখনেই আছিল শ্ৰেষ্ঠ খেল। অসম বনাম মহীশূৰ (১৯৪৭) খেলখনত দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰে। তেওঁ ১৯৮০ চনত চাকৰিৰ পৰা অৱসৰ লয় আৰু ১৯৮৫ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন 'পায়। ☐☐


ৰঞ্জন মোহন গুপ্ত


দল বাহাদুৰ থাপা

# অজয় মোহন গুপ্ত(দেবো)

অজয় মোহন গুপ্ত অসমৰ এগৰাকী লেখতলবলগীয়া চেণ্টাৰ-হাফ্। দীৰ্ঘকাল ধৰি তেওঁৰ বুদ্ধিদ্বীপ্ত খেলে অসমৰ ফুটবল প্ৰাঙ্গনসমূহ জ্বাতিষ্কাৰ কৰি ৰাখিছিল। এই গৰাকী ৫ ফুট ৭১/২ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ ফুটবলাৰক অসমৰ ফুটবলে কেতিয়াও পাহৰিব নোৱাৰে। বহুতে তেওঁক অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ চেণ্টাৰ-হাফ্‌ৰ স্বীকৃতি দিয়ে। অজয় মোহন গুপ্তৰ উপনাম "দেবো"। India Club Platinum Jubilee Souvenior (1978)ত তেওঁৰ বিষয়ে লিখিছিল — "জিতু দাসের পরই দেবু গুপ্ত তার স্থান দখল করেন। আসাম একাদশে একযুগ ধরে দেবু গুপ্ত সেণ্টার-হাফে্ খেলেছেন। তার জোঁকের মত লেগে থাকার ক্ষমতা ছিল অসাধারণ।"

অজয় মোহন গুপ্ত ১৯২৪ চনৰ ১ জুন তাৰিখে শিলচৰৰ এক সম্ভ্ৰান্ত ক্ৰীড়া প্ৰেমী পৰিয়ালত জন্ম গ্ৰহণ কৰে। কেপ্টেইন এন. এম. গুপ্ত (সাতজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ চতুৰ্থ সন্তান। পঢ়া-শুনাৰ পাতনি শিলচৰ চৰকাৰী হাইস্কুলত আৰু ১৯৪০ চনত প্ৰবেশিকা পাছ কৰে। অৱশ্যে ফুটবলৰ পাতনি স্কুল দলত তথা ১৯৩৯ চনৰ পৰা শিলচৰৰ ইণ্ডিয়া ক্লাবতো খেলে আৰু ১৯৪১ চনৰ আই. এফ. এ. শ্বিল্ডত অংশ লয়। দুবছৰ কলিকতাৰ ৰিপন কলেজত পঢ়ি ১৯৪২ চনত আই. এছচি. পৰীক্ষাত উত্তীৰ্ণ হয়। পঢ়ি থকাকালৰে পৰা ফুটবলৰ উপৰি হকী, লন টেনিছ আৰু এথলেটিক্স আদি খেলিছিল; কিন্তু ফুটবলতহে অধিক দ ৰ হৈ উঠে। আই. এছচি. পাছ কৰাৰ পিচতে বিমান বাহিনী ভৰ্ত্তি হৈ এবছৰকাল(১৯৪৪) চাকৰি কৰে। প্ৰত্যাৱৰ্ত্তন কৰি ইণ্ডিয়া ক্লাবত খেল অব্যাহ ত ৰাখে ইয়াৰ অন্তৰ্গত ১৯৪৫ চনত ইণ্ডিয়া ক্লাৱ আৰু ১৯৪৬ চনত ত্ৰিপুৰা পুলিচৰ হৈ আই. এফ. এ. শ্বিল্ড খেলে। তেওঁৰ খেলত মুগ্ধ হৈ মোহনবাগান ক্লাৱে যোগদানৰ আমন্ত্ৰণ জনায়। ১৯৪৬ চনত মোহনবাগান দলত যোগদান কৰি তাত চেণ্টাৰ-হাফ্ আৰু ৰাইট-হাফ্‌ৰূপে বলিষ্ঠ ..ল প্ৰদৰ্শন কৰে। ইয়াত এটা টাৰ্ম খেলি চিলঙৰ জয়ন্তীয়া ক্লাবত এবছৰ(১৯৪৭) কটায়। অৱশ্যে ১৯৪৭-ৰ পৰা ১৯৫৩ পৰ্য্যন্ত শিলচৰৰ হৈ আন্তঃ জিলা টুৰ্ণামেণ্ট খেলোতে শেষ বছৰ দলৰ অধিনায়ক আছিল। ইয়াৰ লগে লগে ১৯৪৭, ১৯৫১ আৰু ১৯৫৩ চনত অসম

ৰাজ্যিক দলৰ হৈ সুখ্যাতিৰে অংশ লওঁতে ১৯৫১ চনত দলৰ অধিনায়ক আছিল। এইখিনিতে উল্লেখ্য অসমত বুকুত বল ধৰা টেক্‌নিক্ আৰু চাইড হেডিং কৰা প্ৰথম ফুটবলাৰ — অজয় মোহন গুপ্ত।

১৯৪৭ চনৰ পৰা তেওঁ চিলং টাউন ক্লাবত খেলিবলৈ লয় আৰু ১৯৫৪ ও ১৯৫৫-ত চিলঙৰ হৈ আন্তঃ জিলা ফুটবলত অংশ গ্ৰহণ কৰে। এইখিনিতে উল্লেখ্য ১৯৪৯ চনত তেওঁ অসম চৰকাৰৰ যোগান বিভাগৰ চাকৰিত যোগদান কৰে। ১৯৫১ চনত তেওঁ গুৱাহাটী টাউন ক্লাবৰ হৈ ৰভাৰ্ছ কাপ আৰু ডি. চি. এম. ট্ৰফী খেলে। কিন্তু ১৯৫২ চনত মহাৰাণা ক্লাবৰ হৈ বেনাৰসত কমল কুমাৰী ট্ৰফী খেলিবলৈ যাওঁতে তেওঁ চাচ্‌পেগু হয় আৰু অসম ৰাজ্যিক দলৰ পক্ষে সন্তোষ ট্ৰফী খেলিবলৈ যাব নোৱাৰিলে। ১৯৫৩ চনৰ সন্তোষ ট্ৰফী খেলিবলৈ যোৱা অসম দলত এই ফুটবল কলাবিদ গৰাকীক নিৰ্বাচক মণ্ডলীয়ে সন্নিবিষ্ট কৰে। এয়েই ৰাজ্যিক দলত তেওঁৰ শেষ যোগদান।

অজয় মোহন গুপ্তই ১৯৫৫ চনত চিলঙৰ হৈ আন্তঃ জিলা ফুটবল খেলিয়ে অৱসৰ গ্ৰহণ কৰে আৰু ১৯৯২ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

## হেমেন্দ্ৰ মজুমদাৰ(টিটো)

ৰাজ্যিক খেলুৱৈ হেমেন্দ্ৰ মজুমদাৰ "টিটো মজুমদাৰ" নামেৰে অধিক জনপ্ৰিয় ও সৰ্বজনবিদিত ফুটবলাৰ। শিলচৰত অভ্যুদয় হোৱা এই খেলুৱৈ গৰাকীয়ে ১৯৪৪-৪৬ লৈকে ভৱানীপুৰ, ইষ্টবেঙ্গল, জৰ্জ টেলিগ্ৰাফ আৰু মোহনবাগান দলত খেলে। বিশেষ সূত্ৰ মতে এই ৰাইট-ইন গৰাকীয়ে মোহনবাগান বনাম কালীঘাট খেলখনত আঘাত পাই কলিকতাৰ প্ৰথম শ্ৰেণী ফুটবল ত্যাগ কৰে নহলে ১৯৪৮ চনৰ অলিম্পিক গামী ভাৰতীয় দলত তেওঁৰ স্থান নিশ্চিত আছিল বুলি জনা যায়। প্ৰত্যাৱৰ্ত্তন কৰি শিলচৰৰ ইণ্ডিয়া ক্লাবত খেল অব্যাহত ৰাখে আৰু ১৯৫০ চনৰ সন্তোষ ট্ৰফীত অসম দলৰ পক্ষে বঙ্গৰ বিৰুদ্ধে খেলি ৩-২ গ'লত পৰাভূত হলেও তেওঁ ১ গ'ল কৰে। ইণ্ডিয়া ক্লাবৰ প্লেটিনাম জুবিলিৰ স্মৰণিকাত ৰামেন্দ্ৰ দেশমুখ-এ "হাৰিয়ে যাওয়া দিন গুলি" প্ৰবন্ধত লিখিছে – "তাৰপৰ দেখেছি তিতু মজুমদাৰেৰ অপৰূপ খেলা – এতো সৌন্দয্যময় দাৰুণ খেলা শিলচৰে কমই খেলোয়াড় খেলেছেন।" অৱশ্যে এটা কথা ঠিক সন্তোষ ট্ৰফীত এতিয়ালৈকে অসমৰ যিসকল খেলুৱৈয়ে ৰাজ্যিক দলৰ হৈ বলিষ্ঠ খেল প্ৰদৰ্শন কৰিলে সেইসকলৰ শাৰীত নিশ্চয়কৈ টিটো মজুমদাৰৰ নামটো জিলিকি থাকিব।

# দল বাহাদুৰ ৰাণা

কাছাৰৰ দলবাহাদুৰ ৰাণা অসম ফুটবলৰ এটা পৰিচিত ক্রীড়া চৰিত্র। মাত্র ৫ ফুট ৩ ইঞ্চি ওখ, ৫৮ কিলোগ্রাম ওজনৰ সুন্দৰ স্বাস্থ্যৰ দেখনীয়াৰ ফুটবলাৰ গৰাকীয়ে এটা খেলুৱৈ সুলভ মনোবৃত্তি অৱলম্বন কৰি ধুমপানৰ পৰা আঁতৰত থকাৰ উপৰি কুৰিবছৰকাল চাহ পানো কৰা নাছিল। সহযোগী খেলুৱৈ বি. হাজ্জামৰ মতে, "দল বাহাদুৰ ৰাণা Self confidence থকা obedient ফুটবলাৰ।"

দলবাহাদুৰ ১৯২৮ চনত আইজলত জন্ম গ্রহণ কৰে। পিতৃ পদুম সিং ৰাণা অসম ৰাইফলছৰ চিপাহি আছিল। তেওঁ শিলচৰৰ কাছাৰ হাইস্কুলত দশমমান লৈকে পঢ়ি ১৯৫৩ চনত সামৰে। ষষ্ঠমান শ্রেণীৰ পৰাই স্কুল দলৰ হৈ ফুটবল, ক্রিকেট আৰু হকী খেলিছিল। ইয়াৰ ভিতৰত ১৯৫৩ চনত তেওঁৰ অধিনায়কত্বতে কাছাৰ হাইস্কুলে অল আসাম হাইস্কুল ফুটবল চেম্পিয়নশ্বিপৰ ফাইনেলত গুৱাহাটীৰ বেঙ্গলী হাইস্কুলক ২-১ গ'লত হৰুৱাই দেউকশ শ্বিল্ড জয় কৰে। খেলখন শিলচৰতে অনুষ্ঠিত হৈছিল। শিলচৰ টাউন ক্লাবৰ নিয়মীয়া খেলুৱৈ গৰাকীয়ে ১৯৫২-৫৭ লৈকে আন্তঃ জিলা খেলি শিলচৰৰ হৈ দুবাৰ ৰাণাৰ্ছ-আপ কঢ়িয়াই আনে। ১৯৫৮ চনত গোলাঘাটৰ পক্ষে খেলি তৃতীয়বাৰৰ বাবে ৰাণাৰ্ছ-আপ পায়। ইয়াৰ অন্তৰ্গত ১৯৫৩ চনত ৰাজ্যিক দলত স্থান লাভ কৰি পিলিক চৌধুৰীৰ স্থানত এজন নতুন লেফট-ইন দল বাহাদুৰ ৰাণাক মকৰল কৰে। এইখিনিতে উল্লেখ্য জিলা দলৰ লেফট-ইন গৰাকী স্কুল আৰু ক্লাব দলত চেণ্টাৰ-হাফ্ আছিল। তেওঁ এবছৰ বি এছ এফ-ত কটায়ে ১৯৫৬ চনত ফায়াৰ ব্রিগেডত যোগদান কৰে আৰু কাছাৰ পুলিচ দলত চেণ্টাৰ-হাফ্ৰূপে খেলি শিলচৰ লীগ তিনিবাৰ জয় কৰে। কাছাৰ পুলিচত সতু ৰায়, হৰি বাহাদুৰ ছেত্ৰী আৰু দল বাহাদুৰ ৰাণাৰ মাজত অসম্ভৱ বুজাপৰা আছিল। বিশেষকৈ তেওঁৰ উভয় ভৰিত খুউব ৰেঞ্জ থকা সমান শ্বুটিং আছিল। এই খিনিতে উল্লেখ্য ১৯৫৩ চনত শিলচৰ মিউনিচিপালিটিয়ে স্বাধীনতা দিৱস কাপ আৰু ১৯৫৪ চনত ইণ্ডিয়া ক্লাবে বৰদলৈ ট্রফীত ৰাণাৰ্ছ-আপ পাওঁতে তেৰোঁ খেলিছিল। তেওঁ নিৰ্বাচিত অসম পুলিচ দলত লেফট-ইন আৰু চেণ্টাৰ-ফৰোৱাৰ্ড ৰূপে তিনিবছৰ (১৯৫৭-৫৯) খেলে। এবাৰ অল আসাম ফায়াৰ ছাৰ্ভিচ দল গঠন কৰি যোৰহাট লীগ আৰু ইণ্টাৰ পুলিচ মিট চেম্পিয়ন হয়। ১৯৬৯ আৰু ১৯৭০ চনত দৰং পুলিচৰ প্ৰশিক্ষক তথা খেলুৱৈৰূপে কটাই ১৯৭২ চনত প্রতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লয়। □□

# বিজন গোপাল দাস(লুলা)

বিজন গোপাল দাস(লুলা) অসম ফুটবলৰ এক অতি পৰিচিত নাম। অৱশ্যে লুলা দাস নামেৰেহে অধিক চিনাকি। লুলা দাস ১৯৩০ চনৰ ২৮ জানুৱাৰী তাৰিখে চিলেটৰ সৰু চহৰ মৌলবীবাজাৰত জন্ম গ্ৰহণ কৰে। পিতৃ চৰকাৰী চাকৰিয়াল তথা চিকিৎসক বিনোদলাল দাস (৩ জন ল'ৰা আৰু ৩ জনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। লুলা দাসে চিলেটৰ মৌলবীবাজাৰ হাইস্কুলৰ পৰা ১৯৪৮ চনত মেট্ৰিক পাছ কৰি কলিকতাৰ সুৰেন্দ্ৰ নাথ কলেজত আই. এ. পঢ়ি থাকোতেই হিন্দু-মুছলিম গণ্ডগোলৰ বাবে ঘৰলৈ প্ৰত্যাৱৰ্ত্তন কৰে।

লুলা দাসে স্কুল দলত খেলাৰ উপৰি চিলেট টাউন ক্লাৱতো খেলিছিল। সেই সময়তে তেওঁ চিটাগঙৰ হৈ আন্তঃ জিলা খেলে। লুলা দাসে ১৯৪৯ আৰু ১৯৫০ চনত ঢাকাৰ ভিক্টোৰিয়া দলত খেলিছিল। আচল কথা কব গলে ১৯৪৯ চনতে তেওঁৰ প্ৰথম ডিভিজন ফুটবলৰ শুভাৰম্ভ ঘটে। সেই সময়তে তেওঁ মৈমনসিঙৰ শশীকান্ত মহাৰাজা শ্বিল্ড, কুমিল্লাৰ কে. এল. ৰায় কাপ আৰু ঢাকাৰ ৰণাল্ড শ্বিল্ড খেলে। কিন্তু ১৯৫০ চনৰ পৰা শিলচৰত বসবাস কৰিবলৈ লওঁতে ইণ্ডিয়া ক্লাৱত যোগদান কৰি নতুন ফুটবল জীৱনৰ পাতনি মেলে। তেওঁ শিলচৰৰ হৈ ১৯৫২, ১৯৫৩, ১৯৫৭ আৰু ১৯৫৮ চনত আন্তঃ জিলা খেলোতে শেষ [illegible]ৰ অধিনায়ক আছিল। ইয়াৰ অন্তৰ্গত ১৯৫৩ আৰু ১৯৫৭ চনত ৰাণাৰ্ছ-আপ হ[illegible] ১৯৫২ চনত এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ ২২-বছৰ বয়স্ক খেলুৱৈ ৰাজ্যিক দলৰ চেণ্টাৰ-ফৰোৱাৰ্ড আছিল। ১৯৫৩ চনত আই. এফ. এ. দল অসম ভ্ৰমণত আহোঁতে তেওঁ এ. এফ. এ.-ৰ পক্ষে খেলে। লুলা দাসে ১৯৫৩ চনতে ৰিলিফ্ এণ্ড ৰিহেবিলিটেচন বিভাগত যোগদান কৰি ১৯৬২ চনত গড়কাপ্তানি বিভাগত নিযুক্তি লয়। তেওঁ ১৯৫০-৬০ লৈকে ইণ্ডিয়া ক্লাৱত খেলোতে ১৯৫৪ চনৰ বৰদলৈ ট্ৰফী ফাইনেলত গুৱাহাটী টাউন ক্লাৱৰ হাতত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়। ১৯৬১ চনত আঁঠুৰ অস্ত্ৰোপচাৰ হয় আৰু ১৯৬৫ লৈকে খেলপথাৰৰ পৰা আঁতৰত থাকে। প্ৰত্যাৱৰ্ত্তন কৰি ১৯৬৬-৬৭-ত পাটিয়ালাত ফুটবলৰ এন. আই. এছ. লয় আৰু ১৯৬৮ চনৰ শিলচৰ লীগত গড়কাপ্তানি বিভাগে অপৰাজিত লীগ চেম্পিয়ন হওঁতে এয়া তেওঁৰ শেষ প্ৰতিযোগিতামূলক ফুটবল। সদায়

চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে খেলা লুলা দাসে জীৱনৰ শ্ৰেষ্ঠ খেল খেলে—কে এল ৰায় কাপ ফাইনেল, ই. বি. ৰেলৱে বনাম কুমিল্লা ইউনিয়ন ক্লাব; মৈমনচিঙত শশীকান্ত মহাৰাজা শ্বিল্ড, ই. বি. ৰেলৱে বনাম চিলেট দল; বদৰপুৰৰ স্মিথ শ্বিল্ড ফাইনেল, ডিব্ৰুগড় ৰেলৱে বনাম কৰিমগঞ্জ টাউন ক্লাব। বিশেষকৈ বদৰপুৰত ০-১ গ'লত পিচপৰি থাকোতে আঘাতগ্ৰস্ত লুলা দাসে সাতমিনিটৰ ভিতৰতে দুটা গ'ল কৰি জয়ী হয়। ১৯৭৮ চনত তেওঁ বাঙ্গালোৰত অনুষ্ঠিত ফিফা ট্ৰেইনিং শিবিৰত অংশ লয়। লুলা দাসে ১৯৭০-৭৯ লৈকে ৰাজ্যিক দলৰ প্ৰশিক্ষক (১৯৭২ আৰু ১৯৭৮-ত নাছিল) আছিল। তদুপৰি ১৯৬৯-৮০ লৈকে অসম চিলেকচন কমিটিৰ সদস্য নিৰ্বাচিত হয়। অসম ফুটবলত লুলা দাসৰ বৰঙণি সদায় জিলিকি থাকিব। ১৯৮৭ চনত তেওঁ অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

# নিৰ্মলয়া দাস (গৌতম)

১৯৫২ চনৰ নামনি অসম স্কুল টুৰ্ণামেণ্টত গুৱাহাটী বেঙ্গলী হাইস্কুল বিজয়ী হয়। উপৰি তেজপুৰত যোৰহাটৰ খৃষ্টান মিচন স্কুলক ২-০ গ'লত পৰাভূত কৰি দেউকণ শ্বিল্ড জয় কৰে। এই বিজয়ী বেঙ্গলী হাইস্কুল দলৰ অন্যতম সদস্য আছিল নিৰ্মলয়া দাস উপনাম 'গৌতম'। অৱশ্যে অসম ফুটবলত গৌতম দাস নামেৰে অধিক পৰিচিত। মেট্ৰিক পাছ কৰি গুৱাহাটী কমাৰ্চ কলেজত পঢ়োতে ১৯৫৩ আৰু ১৯৫৪ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। উপৰি ১৯৫৮ চনত পুনৰ গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে তেওঁ প্ৰাগজ্যোতিষ কলেজৰ ছাত্ৰ। মহাৰাণা ক্লাবত খেলা নিৰ্মলয়া দাসে ৰাজ্যিক দলত ৰক্ষণ বিভাগৰ শোভাবৰ্দ্ধন কৰোঁতে ১৯৫৪ আৰু ১৯৫৬ চনত খেলে।


ডাঃ পুৰ্ণেন্দু দাস


নিৰ্মলয়া দাস

# অভিজিৎ দেৱ(বাচ্চু)

অভিজিৎ দেৱ ১৯৬৩ আৰু ১৯৬৪-ৰ ৰাজ্যিক খেলুৱৈ। উপনাম 'বাচ্চু'। জন্ম ৭ চেপ্টেম্বৰ ১৯৪২ চন। স্থান চিলেট টাউন। চিলেট চহৰৰ এক ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰা অভিজিৎ দেৱৰ পঢ়া-শুনাৰ পাতনি হাইলাকান্দি পাবলিক হাইস্কুলত। স্কুলত পঢ়ি থাকোতে হাইলাকান্দি টাউন ক্লাৱৰ পক্ষে লীগত আত্ম-প্ৰকাশ কৰে। ইয়াৰ পিচতে শিলচৰৰ ইণ্ডিয়া ক্লাৱত যোগদান কৰে। ১৯৫৭ চনত বৰদলৈ ট্ৰফী খেলোতে ইণ্ডিয়া ক্লাৱৰ সবাতোকৈ কনিষ্ঠতম খেলুৱৈজন আছিল অভিজিৎ দেৱ। এই দলত খেলি থাকোতেই ১৯৬০ চনত শিলচৰ গড় কাপ্টানি বিভাগৰ ক্লাৱত যোগদান কৰে ইয়াৰ লগে লগে চাকৰিও পায়। এই গৰাকী ৫ ফুট ৩ ইঞ্চি ওখ ৫৫ কিলোগ্ৰাম ওজনৰ দেখনীয়াৰ খেলুৱৈয়ে ১৯৫৮-৭১ লৈকে শিলচৰৰ পক্ষে আন্তঃ জিলা খেলোতে ১৯৬৪ আৰু ১৯৬৯ চনত ৰাণাৰ্ছ-আপ হয়। ১৯৭১ চনত প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ লয়।



হৰি বাহাদুৰ ছেত্ৰী



বিজন গোপাল দাস



নলীনাক্ষ পালচৌধুৰী



অভিজিৎ দেৱ

# নলীনাক্ষ পালচৌধুৰী(নিভু)

বৰাক উপত্যকাত অভ্যুদয় হোৱা চমকপ্ৰদ খেলুৱৈসকলৰ ভিতৰত চুটি চাপৰ কৃষ্ণ বৰণৰ নলীনাক্ষ পালচৌধুৰী আমাৰ চকুৰ আগত ভাহি উঠে। বল সহিত খেলপথাৰত তেওঁৰ দূৰন্ত গতিয়ে দলক অতিৰিক্ত ইন্ধনৰ যোগান ধৰিছিল। আক্ৰমণ বিভাগত খেলা এই কষ্টসহিষ্ণু খেলুৱৈ গৰাকী "নিভু" উপনামেৰে জনাজাত আছিল।

নলীনাক্ষ পালচৌধুৰী ১৯৪৭ চনৰ ১ অক্টোবৰত শিলচৰত জন্ম গ্ৰহণ কৰে। পিতৃ চিলেট জিলাৰ প্ৰাক্তন ফুটবল খেলুৱৈ আৰু খেল প্ৰিয় ব্যক্তি আছিল। পৰিয়ালৰ জ্যেষ্ঠ পুত্ৰ নলীনাক্ষ পালচৌধুৰীয়ে খেলুৱৈৰূপে গঢ় লোৱাত পৰিয়ালৰ প্ৰভাৱে বিশেষ ভূমিকা লয়। শিলচৰত ডাঙৰ দীঘল হৈ কাছাৰ হাইস্কুলৰ পৰা ১৯৬২ চনত মেট্ৰিক পাছ কৰে। সেই সময়ত তেওঁ এথলেটিক্স, হকী আৰু ফুটবলত স্কুল দলক প্ৰতিনিধিত্ব কৰিছিল। আনকি স্কুলত পঢ়ি থাকোতেই ১৯৬০ চনত ইণ্ডিয়া ক্লাবৰ হৈ প্ৰথম ডিভিজন ফুটবলত আত্ম-প্ৰকাশ কৰে। মেট্ৰিক পাছ কৰাৰ পিচত শিলচৰ পি. ডব্লিউ. ডি. ক্লাবৰ পক্ষে ১৯৬৩-১৯৬৭ লৈকে খেলোতে জিলা দলতো স্থান লাভ কৰে। তদুপৰি গুৰুচৰণ কলেজ দলৰ পক্ষে আন্তঃ কলেজ খেলোতে ১৯৬৩ চনত গুৱাহাটী আৰু ১৯৬৪ চনত এলাহাবাদত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ আন্তঃ বিশ্ববিদ্যালয় ফুটবলত অংশ গ্ৰহণ কৰে। ১৯৬৭ চনত বি এ. পাছ কৰি পি ডব্লিউ ডি-ৰ চৰকাৰী চাকৰিত যোগদান কৰে। ১৯৬৮ চনত দুলীয়াজানৰ অইল ইণ্ডিয়া দলত যোগদান কৰি দুবছৰ কাল খেলে। অইল ইণ্ডিয়া দলত নলীনাক্ষ পালচৌধুৰীৰ চমকপ্ৰদ খেলে উজনি অসমত পৰিচিত ফুটবল ব্যক্তিত্বত পৰিণত হৈছিল। এই খিনিতে উল্লেখ্য নলীনাক্ষ পালচৌধুৰী ১৯৬৬, ১৯৬৭, ১৯৬৮ আৰু ১৯৬৯ চনত ৰাজ্যিক দলৰ নিয়মীয়া খেলুৱৈ আছিল। তেওঁ অইল ইণ্ডিয়াৰ পৰা গৈ শিলচৰ চাৰ্কিট হাউছৰ চুপাৰিণটেণ্ডেণ্ট পদত এবছৰ কাল কাম কৰে। তাৰ পিছতে গৃহ ৰক্ষী বাহিনীত যোগদান কৰি ডিষ্ট্ৰিক্ট কমাণ্ডেণ্ট হয়। ১৯৭৩ চনত কেন্দ্ৰীয় চৰকাৰৰ ডাইৰেক্টৰেট জেনেৰেল চিকিউৰিটি-ত এছ. এছ. বি.-ৰ এৰিয়া অৰ্গেনাইজাৰৰূপে যোগদান কৰে। ◻◻

# সুবীৰ চৌধুৰী



অসম ফুটবলত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ ৰক্ষণবিভাগৰ খেলুৱৈসকলৰ ভিতৰত অসম পুলিচৰ সুবীৰ চৌধুৰী অন্যতম। এওঁক সৰ্বকালৰ শ্ৰেষ্ঠ সকলৰ শাৰীত নিঃসন্দেহে থিয় কৰিব পাৰি। ৰাজ্যিক দলৰ অধিনায়ক **অমল ফুকনৰ** মতে, "Subir Choudhury in all respect one of the best stoper ot Assam ever produce." এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৭২ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ পিচলৈ ষ্টপাৰ পজিচনত সফল ফুটবল খেলি ভাৰতীয় দলটো তিনিবাৰ নিৰ্বাচন লাভ কৰিছিল। সত্তৰৰ দশকত অসম পুলিচৰ ৰক্ষণত চীনৰ প্ৰাচীৰৰ দৰে থিয় দিয়া সুবীৰ চৌধুৰীক যি কোনো দুৰ্দ্ধৰ্ষ ফৰোৱাৰ্ডে সহজে অতিক্ৰম কৰা কঠিন আছিল। তেওঁ অসম পুলিচৰ উপৰি ৰাজ্যিক আৰু জাতীয় দলতো বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে।

চুবীৰ চৌধুৰী শিলচৰৰ পৰা দহকিলোমিটাৰ নিলগৰ বৰহোলা গাঁৱত ১৯৫০ চনত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী তথা আংশিক কৃষক শৈলেন্দ্ৰ চৌধুৰী (সাতজন ল'ৰা আৰু এজনী ছোৱালী)ৰ দ্বিতীয় সন্তান। সৰুৰে পৰা হৃষ্ট-পুষ্ট বলিষ্ঠ সুবীৰ চৌধুৰী শিলচৰ চহৰতে ডাঙৰ-দীঘল হয়। সাঁতোৰৰ প্ৰতি গভীৰ ৰাপ থকা চুবীৰ চৌধুৰী বৰহোলা গাঁৱৰ জাটিঙ্গা নৈ আৰু শিলচৰৰ ওচৰৰ আনোৱাৰ বিল আৰু বৰাক নৈত প্ৰায়ে সাঁতুৰিছিল আনকি বৰাকত অনুষ্ঠিত সাঁতোৰ প্ৰতিযোগিতাত কেইবাবাৰো জয়ী হৈছিল। শিলচৰৰ শ্যামাচৰণদেৱ বিদ্যাপীঠ হাইস্কুলত পঢ়ি থাকোতে জিলা স্কুল টুৰ্ণামেণ্টত ফুটবল ও হকী চেম্পিয়ন হয়। উপৰি তেওঁ এজন ভাল এথলীট আছিল। স্কুল দলৰ ৰাইট-বেক্ সুবীৰ চৌধুৰীয়ে শিলচৰৰ তৰুণ সংঘ, ইউনাইটেড ক্লাৱ আৰু ক্ৰমে ইণ্ডিয়া ক্লাবতো খেলিছিল। দশমমানলৈকে পঢ়িয়ে ১৯৬৯ চনত অগ্নি নিৰ্বাপক বাহিনীত যোগদান কৰে আৰু সেই বছৰতে

তাৰাপুৰ এথলেটিক ক্লাবৰ পক্ষে খেলি লীগ জয়ী হয় ইয়াৰোপৰি ১৯৬৯ জাতীয় গ্ৰাম্য ক্ৰীড়া জয়পুৰত অনুষ্ঠিত হওঁতে তেওঁ অসম দলৰ পক্ষে ফুটবল খেলে। ১৯৭০ চনত তেওঁ ষষ্ঠ অসম পুলিচ বাহিনীত ভৰ্ত্তি হয় আৰু ১৯৭১ অল আসাম পুলিচ ক্ৰীড়াৰ পিচৰে পৰা এই ৰাইট-বেক্ গৰাকীক অসম পুলিচ দলত সাঙুৰি লয়। সেই সময়ত এই নবজাত ফুটবলাৰ দলৰ সবাতোকৈ চকুত পৰা খেলুৱৈ আছিল। ১৯৭১ চনটো অসম পুলিচৰ বাবে স্মৰণীয় বছৰ তথা অসমৰ সকলোবোৰ ট্ৰফী জয় কৰে। বৰদলৈ ট্ৰফী ফাইনেলত প্ৰবল প্ৰতাপী মহমেডান স্পৰ্টিঙক ২-১ গ'লত পৰাভূত কৰোঁতে তেওঁৰ অৱদান মনকৰিবলগীয়া।

সুবীৰ চৌধুৰীয়ে ১৯৭৩-১৯৭৮ লৈকে (১৯৭৬-ত শিবিৰলৈ নেমাতিলে) ৰাজ্যিক দলৰ ষ্টপাৰ আছিল। ইয়াৰ অন্তৰ্গত জাতীয় দলত নিৰ্বাচন পাওঁতে ১৯৭৬ চনত মাৰ্ডেকা ফুটবল টুৰ্ণামেণ্ট আৰু আফগানিস্থান গামী ভাৰতীয় দল আৰু ১৯৭৭ চনত থাইলেণ্ডৰ কিঙ্গচ্ কাপত যোগদান কৰা ভাৰতীয় দলৰ খেলুৱৈ আছিল। বিশেষকৈ ঢাকাৰ আগা খান গোল্ড কাপৰ ছেমি-ফাইনেলত ইন্দোনেচিয়াক ৪-২ গ'লত পৰাভূত কৰোঁতে তেওঁ বলিষ্ঠ ফুটবল খেলে। ফাইনেলত ইৰাণৰ হাতত ২-০ গ'লত পৰাভূত হয়।

অসম পুলিচত ৰাইট-বেক্‌ৰূপে আত্ম-প্ৰকাশ কৰিছিল যদিও ১৯৭৩ চনৰ পৰা ষ্টপাৰ পজিচনত খেলিবলৈ লয় কাৰণে অনিল ৰায়ৰ অৱসৰ গ্ৰহণৰ পিচত সেই স্থান তেৱে পূৰ্ণ কৰে। ১৯৭৭ চনৰ বৰদলৈ ট্ৰফী ছেমি-ফাইনেলত মহমেডান স্পৰ্টিঙৰ বিৰুদ্ধে (৩ ছেপ্তেম্বৰ) তেওঁৰ খেল সন্দৰ্ভত 'দি আসাম ট্ৰিবিউন' কাকতত লিখিছিল, "Subir Choudhury was the hero in defense. He stood like a chinese wall." সেইবছৰতে মহমেডান স্পৰ্টিঙে তেওঁক মাতিছিল। ১৯৭৮ বৰদলৈ ট্ৰফীৰ খেলত বেংককৰ পৰ্ট্ অথৰিটিৰ বিৰুদ্ধে ১-১ গ'লত ড্ৰ থাকে কিন্তু ইষ্টবেঙ্গলৰ বিৰুদ্ধে (১ ছেপ্তেম্বৰ) ১-০ গ'লত পৰাভূত হয় যদিও তেওঁৰ বীৰদৰ্প খেল সন্দৰ্ভত কাকতৰ মন্তব্য, "Subir Choudhury the police stoper- back who was the hero of team with his able defense, tried to score in the 35th mimute but Ganguli dived it out."

১৯৭৯ চনৰ ফেডাৰেচন কাপ চুবীৰ চৌধুৰীৰ শেষ ফুটবল প্ৰতিযোগিতা আছিল আৰু ইয়াৰ পিচতে তেওঁ ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। সেইবছৰতে তেওঁ ছাব-ইন্সপেক্টৰলৈ প্ৰমোচন পায়। □□

# অমলেণ্দু দে(ভানু)

অমলেন্দু দে ১৯৬৫ চনত পূব পাকিস্তানৰ বাণিয়াচুঙৰ পৰা আহি শিলচৰত খেল আৰম্ভ কৰিয়েই সকলোৰে চকুতপৰা খেলুৱৈ হৈ পৰোতে ইণ্ডিয়া ক্লাবৰ এই অমলেন্দু দেই ১৯৬৮ আৰু ১৯৬৯ চনত অসম জুনিয়ৰ ৰাজ্যিক দলত নিৰ্বাচন লাভ কৰে। ১৯৭৪ চনত শিলচৰে চিনিয়ৰ আন্তঃ জিলা খিতাপ জয় কৰাত ইনচাইদ-ফৰোৱাৰ্ড অমলেন্দু দে-ৰ অপৰিসীম ভূমিকা ৰয়। তেওঁ চাৰিবাৰ(১৯৭৩, ১৯৭৪, ১৯৭৫ আৰু ১৯৭৬) ৰাজ্যিক দলত খেলি ১৯৭৪ চনত জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়।

# আব্দুল আজিম লস্কৰ

আব্দুল আজিম লস্কৰ জাতীয় স্কুল দলত খেলা অসমৰ তৃতীয়জন খেলুৱৈ। ৰক্ষণবিভাগৰ এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ ৫৬ কিলোগ্ৰাম ওজনৰ টাফ্ খেলুৱৈয়ে ১৯৭৬ চনত হাইলাকান্দি পাবলিক স্কুলৰ পৰা মেট্ৰিক পাছ কৰে। ইয়াৰ পিচতে শিলচৰৰ ইণ্ডিয়া ক্লাবত যোগদান কৰি এবছৰ খেলে আৰু ১৯৭৯ চনত গুৱাহাটীলৈ ঢাপলি মেলে। ইয়াত মহাৰাণা ক্লাবত ১৯৭৯-৮২ লৈকে খেলে আৰু এই সময়ছোৱাতে ছাব-জুনিয়ৰ ৰাজ্যিক দল ১৯৭৯-১৯৮০-১৯৮১; অসম স্কুল দল ১৯৭৯, ১৯৮১(অধিনায়ক) আৰু ১৯৮৩; ৰাজ্যিক জুনিয়ৰ দল ১৯৮১ আৰু ১৯৮২; ৰাজ্যিক চিনিয়ৰ দল ১৯৮১-৮২, ১৯৮৫ আৰু ১৯৮৭ চনত খেলে। ইয়াৰ অন্তৰ্গত ১৯৮২ চনত জাতীয় জুনিয়ৰ ট্ৰায়েল কেম্প আৰু ১৯৮৬ চনত চিনিয়ৰ জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। এ এছ ই বি দলত ১৯৮৩-১৯৮৯ লৈকে খেলি অৱসৰ লয়।

# বাহাৰুল ইছলাম



অসম ৰাজ্যিক দল (ছাব-জুনিয়ৰ, স্কুল দল, জুনিয়ৰ আৰু চিনিয়ৰ)ত ১৯৭৯-১৯৮৯ লৈকে নিয়মিত মিড-ফিল্ডাৰৰূপে দলৰ শোভাবৰ্দ্ধন কৰোঁতে বাহাৰুল ইছলাম অসমৰ ক্ৰীড়া প্ৰেমী ৰাইজৰ চিনাকি নামত পৰিণত হয়। ষ্ট্ৰাইকাৰ ৰূপে ক্ৰীড়া জীৱনৰ পাতনি মেলি পিচলৈ আক্ৰমণাত্মক মিড-ফিল্ডাৰ ৰূপে স্কৰৰ কৃতিত্বও এৰি থৈ নিজকে সফল ফুটবলাৰৰূপে ৰেঙণি বিৰিঙাই থৈ গৈছে।

বাহাৰুল ইছলাম ১৯৬২ চনৰ ১ ডিচেম্বৰত শিলচৰত জন্ম গ্ৰহণ কৰে। বেঙ্গল বয়জ ক্লাবত ১৯৭৫-১৯৭৯ লৈকে খেলি ১৯৮০ চনত ইটাখুলা ক্লাবত খেলে। ১৯৮১ চনত শিলচৰ পি ডব্লিউ. দি. ক্লাবত খেলিয়ে গুৱাহাটীলৈ ধাপলি মেলে আৰু দুবছৰ মহাৰাণা ক্লাবত অতিবাহিত কৰি ১৯৮৪ চনত এ. এছ. ই. বি.-ত যোগদান কৰে।

বাহাৰুল ইছলামে ১৯৭৯ চনত ৰাজ্যিক ছাব-জুনিয়ৰ দলত খেলি জাতীয় ফুটবলত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে। সেইবছৰ তেওঁ জাতীয় ট্ৰায়েল কেম্পলৈও আমন্ত্ৰণ পায়। ১৯৭৯, ১৯৮০ আৰু ১৯৮১ চনত অসম স্কুল দলত খেলি দুবাৰ জাতীয় চেম্পিয়নচিপ্ অৰ্জনত বিশেষ ভূমিকা লয়। ইয়াৰ অন্তৰ্গত ১৯৭৯ চনত জাতীয় দল বাছনি শিবিৰলৈ মাতে। ১৯৭৮ চনৰ জাতীয় গ্ৰাম্য ক্ৰীড়াত অসম ফুটবল দলে ৰাৰ্নাছ্-আপ পায়। ইয়াৰোপৰি ১৯৮১ আৰু ১৯৮২ চনত ৰাজ্যিক জুনিয়ৰ দলত খেলে। ১৯৮২-১৯৮৮ লৈকে গুৱাহাটীৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা খেলি চাৰিবাৰ চূড়ান্ত বিজয়ী হওঁতে ১৯৮৬-ৰ ফাইনেলত "শ্ৰেষ্ঠ খেলুৱৈ" আছিল। বাহাৰুল ইছলামে ১৯৮৩-১৯৯২ লৈকে মুঠ ৮ বাৰ চিনিয়ৰ ৰাজ্যিক দলৰ পক্ষে সন্তোষ ট্ৰফী খেলোতে ১৯৮৮ চনত দলৰ অধিনায়ক আছিল।

বাহাৰুল ইছলামে গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজত ভৰ্ত্তি হৈ ১৯৮১-৮৪ লৈকে আন্তঃ কলেজ ফুটবল খেলি তিনিবাৰ চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। ১৯৮২ আৰু ১৯৮৩ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। ১৯৮৩ চনত জি.এচ.এ.-ৰ হৈ কাঠমাণ্ডুৰ নেপাল কিঙ্গচ বাৰ্থ দে কাপৰ ফাইনেলত নেপাল বয়জ ক্লাবৰ হাতত পৰাভূত হয়।

অসম ফুটবলত এ.এছ. ই. বি. দলৰ একাধিপত্যত সদায় এটা নাম সংযুক্ত থাকিব বাহাৰুল ইছলাম। তেওঁ ১৯৮৪-১৯৯৫ পৰ্য্যন্ত এই দলত খেলোতে চাৰিবাৰ গুৱাহাটী লীগ জয় কৰাৰ উপৰি বৰদলৈ ট্ৰফী (১৯৮৮), স্বাধীনতা দিৱস কাপ (১৯৮৬ আৰু ১৯৯৫) এ.টি.পি.এ. শ্বিল্ড (১৯৯১ আৰু কেপ্টেইন এন. এম. গুপ্ত ট্ৰফী(১৯৮৫ আৰু ১৯৮৭) বিজয়ত গুৰুত্বপূৰ্ণ ভূমিকা প্ৰদান কৰে। বিশেষকৈ বৰদলৈ ট্ৰফী ফাইনেলত তেওঁ ৩৫ গজ দূৰৰ পৰা মৰা তীব্ৰ চট্ বাৰত লাগি ঘূৰি অহা বল ৰজনী ফুকনে স্কৰ কৰি অসম পুলিচক ১-০ গ'লত হৰুৱাই। স্বাধীনতা দিৱস কাপ জয় কৰোঁতে (১৯৮৬) জামচেদপুৰ একাদশৰ বিৰুদ্ধে একমাত্ৰ স্কৰ বাহাৰুল ইছলামৰ। ১৯৯০ চনত আগৰতলাৰ পদ্মা জৈন শ্বিল্ড জয় কৰোঁতে ইষ্টাৰ্ণ ৰেলৱেৰ বিৰুদ্ধে গ'লশূন্য ভাৱে অন্ত পৰাত টাই ব্ৰেকাৰত ৫-৪ ব্যৱধানত পৰাভূত কৰে। চেমি ফাইনেলত ঢাকা একাদশক ডাবল লীগৰ খেলত ৫-২ ব্যৱধানত পৰাভূত কৰিছিল। □□


অমলেন্দু দে


আব্দুল আজিম লস্কৰ

# মণিপুৰৰ ফুটবল ইতিহাস



ভাৰতৰ পুব প্ৰান্তত অৱস্থিত মঙ্গোলীয় জনগোষ্ঠী অধ্যুষিত ৰাজ্যসমূহৰ ভিতৰত মণিপুৰ সকলো দিশতে আগৰণুৱা। ইয়াৰ অন্তৰ্গত মণিপুৰৰ ক্ৰীড়া সভ্যতাও অতি চহকী বুলি কব লাগিব। কাৰণ মণিপুৰত চাগুল কাংজেই (পল'), খং কাংজেই (মণিপুৰী হকী), ইয়োবি লেকপি (মণিপুৰী ৰাগবী) আৰু মুকনা (মণিপুৰী মল্লযুদ্ধ) আদি খেলসমূহ বহু পুৰণি কালৰে পৰা প্ৰচলিত তথা আজিও তেওঁলোকৰ সমাজত বিদ্যমান। অৱশ্যে বৃটিছ ৰাজত্ব কালতে এই ক্ৰীড়া অগ্ৰগামী মণিপুৰত আধুনিক ক্ৰীড়া সভ্যতাৰ প্ৰভাৱ পৰে। বিশেষকৈ এথলেটিক্স, ফুটবল, ভলীবল, হকী, বাস্কেটবল, ভাৰোত্তোলন, শৰীৰ চৰ্চা আদি অতি জনপ্ৰিয় হৈ উঠে। ১৯২২ চনত মণিপুৰ স্পৰ্টছ এছ'চিয়েচন গঠন হয়। মণিপুৰী সম্প্ৰদায়ৰ উপৰি টাংখুল, জিমিক, কুকী, কাবুই জনগোষ্ঠীত অভ্যুদয় হোৱা বলিষ্ঠ ক্ৰীড়া প্ৰতিভাসকলৰ জৰিয়তে মণিপুৰে অসম ফুটবলত আধিপত্য বজায় ৰাখিবলে সক্ষম হৈছিল।

মণিপুৰে ১৯৪৭ চনত অনুষ্ঠিত প্ৰথম আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত উদ্যোক্তা চিলঙক পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰাৰ লগতে ইতিহাস ৰচনা কৰিছিল। ইয়াৰ পিচতো ১৯৬৫, ১৯৬৭ আৰু ১৯৭০ চনত এই খিতাপ জয় কৰি অসম ফুটবলত চাঞ্চল্য সৃষ্টি কৰে। তদুপৰি ১৯৬৪ চনত পাতনি মেলা জুনিয়ৰ আন্তঃ জিলা ফুটবল ১৯৬৫, ১৯৬৭,১৯৭০ আৰু ১৯৭১ চনত জয় কৰি অসম ফুটবলত তোলপাৰ লগায়। অসম ৰাজ্যিক দলত স্থান পোৱা মণিপুৰৰ প্ৰথম খেলুৱৈ দ্বয় হল — এছ.ধীৰেন সিং আৰু মণিহাৰ সিং। পৰৱৰ্তী কালত স্থান পোৱা খেলৱৈসকল — এছ. কিপজেন, এল শ্যামা সিং, নৱ কুমাৰ সিং, বসন্ত কুমাৰ কাবুই, সমৰজিৎ সিং, অ. ইয়াচকুল সিং, তম্বা সিং, মাঠান সিং, এলেঙ্গ চিমৰা, জয় সিং, ৰামজয় সিং, এছ. বি. সিং, ৰাম কুমাৰ সিং, গোপেশ্বৰ সিং, মাইপাক শৰ্মা, বিজয় সিং, শান্তি কুমাৰ সিং, লুঙ্গানি কাবুই, দীপক কুমাৰ লিঘু, পাফলুং কাবুই আদি। ৰাজ্যিক দলত স্থান নেপালেও জেদ ৰমিঅ, কাম্পো লিনচেন, সঙ্গম লুইখাম, ফ্ৰেঞ্চ টাংখুল, ইয়াংমাচু চাইজা(মুখ্যমন্ত্ৰী), চাঙ্গু হাউ, এছ.



মণিপুৰ জিলা দল ১৯৫৭

ফটো ঃ বিজয় সিংহৰ সৌজন্যত

ঠিয়হৈ বাঁওফালৰ পৰা ঃ এ. ব্ৰামনগল সিং, ইয়ংমাচু চাইজা, টি. কিপজেন, এন. ৰেৱতী সিং, এম. কিপজেন, অনা নগ'ল, ফ্ৰেঞ্চ টাংখুল, এন. গিৰিন্দ্ৰ, ইয়াংকো হাউ, অনা নগ'ল। চকীত বহি ঃ মণিহাৰ সিং, সঙ্গম লুইখাম, বাউৰী টাংখুল, মেজৰ দয়াময় সিং, প্ৰিয় কুমাৰ। মাটিত বহিঃ এছ. ধীৰেন সিং (অধিনায়ক)।

ইয়াংকাহাউ, চিঙ্গ টাংখুল, লুই চিম, কে. টাংখুল আদি মণিপুৰৰ তাৰকা খেলুৱৈ আছিল।

বসন্ত কুমাৰ কাবুইয়ে ১৯৬৪ চনত জাতীয় জুনিয়ৰ দলত নিৰ্বাচন লাভ কৰি চাইগনত অনুষ্ঠিত এচিয় যুৱ ফুটবলত অংশ গ্ৰহণ কৰে। গোপেশ্বৰ সিঙে ১৯৭৫ চনত আৰু লুঙ্গানি কাবুইয়ে ১৯৭৬ চনত জাতীয় দলত স্থান লাভ কৰে। অৱশ্যে তেতিয়া উভয়ে নাগালেণ্ড পুলিচ দলত খেলি আছিল। সেইসময়ত নাগালেণ্ড পুলিচ দল মণিপুৰৰ খেলুৱৈৰে পুষ্ট আছিল। মণিপুৰৰ প্ৰথম শ্ৰেণী দল সমূহ— ইম্ফল টাউন ক্লাব, ইম্ফল স্পৰ্টিং, ইয়াচকুল এথলেটিক ক্লাব (YAC), টিদিম ৰোড্ এথলেটিক ইউনিয়ন (TRAU), মণিপুৰ ব্ৰাদাৰ্ছ স্পৰ্টিং ইউনিয়ন, টাংখুল স্পৰ্টিং, নাকু, NERKA SC, ইয়ং ফিজিকচ ইউনিয়ন, কুকি স্পৰ্টিং, ইয়ং প্ৰগ্ৰেচিভ এছ'চিয়েচন, KKYU, NISA, মণিপুৰ ষ্টেট ৰোড্ ট্ৰেন্সপৰ্ট, মণিপুৰ পুলিচ, মণিপুৰ ৰাইফলছ, ইন্দো-বাৰ্মা এছ. এ. আদি। মণিপুৰৰ অন্যতম ফুটবল টুৰ্ণামেণ্ট ছাৰ চূড়াচান্দ শ্বিল্ডৰ শুভাৰম্ভ — ১৯৫০ চনত। মণিপুৰৰ উদ্যোক্তাৰূপে জিলিকি থকা ব্যক্তিসকল প্ৰথম শ্ৰেণী ৰেফাৰী ইব্হাল সিং, ই. বিজয় সিং আৰু এ. বৰচন্দ সিঙৰ নাম উল্লেখযোগ্য।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাতো মণিপুৰৰ ডি. এম. কলেজ আৰু ইম্ফল কলেজে আধিপত্য স্থাপন কৰিছিল। এইখিনিতে উল্লেখ্য গুৱাহাটী বিশ্ববিদ্যালয়ত খেলা মণিপুৰৰ প্ৰথম খেলুৱৈ গৰাকী হল— জেদ ৰমিঅ (১৯৫১)। সেইবাৰ গুৱাহাটী বিশ্ববিদ্যালয় দলে সদৌ ভাৰত বিশ্ববিদ্যালয় ফুটবলত ৰাণাৰ্ছ-আপ হয়। পুনৰ ১৯৭১ চনত দ্বিতীয়বাৰ অপৰাজিত ৰাণাৰ্ছ-আপ পাওঁতে মণিপুৰৰ ৯ জন খেলুৱৈৰে গুৱাহাটী বিশ্ববিদ্যালয় দল পুষ্ট আছিল। এই খিনিতে উল্লেখ্য ডি. এম. কলেজে চাৰিবাৰ আৰু ইম্ফল কলেজ চাৰিবাৰ আন্তঃকলেজ ফুটবল খিতাপ জয় কৰে।

১৯৭২ লৈকে মণিপুৰ অসম ফুটবল সন্থাৰ অন্তৰ্ভুক্ত আছিল। ১৯৭৩ চনৰ পৰা ৰাজ্যিক দলৰূপে অল ইণ্ডিয়া ফুটবল ফেডাৰেচনৰ স্বীকৃতি পায় আৰু মণিপুৰ অসম ফুটবল সন্থাৰ পৰা ফাটি পৃথক ৰাজ্যিক দলৰ মৰ্য্যদা লাভ কৰে। ১৯৭৬ চনত অল মণিপুৰ ফুটবল এছ'চিয়েচন নামেৰে ভাৰতীয় ফুটবলত প্ৰতিষ্ঠা লাভ কৰে। □□

# ধীৰেন সিং

১৯৪৭ চনত আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ সূচনা হয়। চিলঙত অনুষ্ঠিত এই প্ৰতিযোগিতাত মণিপুৰে উদ্যোক্তা চিলঙক ১-০ গ'লত পৰাভূত কৰি প্ৰথম চেম্পিয়ন হোৱাৰ দুৰ্লভ খ্যাতি অৰ্জন কৰে। আনহাতেদি এই ঐতিহাসিক চেম্পিয়ন দলৰ অধিনায়ক আছিল গ'লৰক্ষক ধীৰেন সিং। সেইবছৰ তেওঁ ৰাজ্যিক দলৰো দুই নং গ'লৰক্ষক আছিল (উমেশ কৰ এক নং গ'লী)। তেওঁ মুঠ দুবাৰ (১৯৪৭ আৰু ১৯৪৯) ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰে। অসমৰ প্ৰখ্যাত চেণ্টাৰ-হাফ্ অজয় মোহন গুপ্তৰ ভাষাত, "Dhiren singh undoubtedly the best goal keeper of Assam." আনহাতে ৰাজ্যিক খেলুৱৈ অধীৰ ৰায়ৰ দৃষ্টিত, "মণিপুৰৰ ধীৰেন সিং বৃহত্তৰ অসমৰ সবাতোকৈ উচ্চস্তৰৰ গ'লৰক্ষক — ঠাণ্ডা মস্তিষ্কৰ শক্তিশালী গ্ৰীপ, ভাল এণ্টিচিপেচন থকা দৰ্শনীয় খেল আছিল তেওঁৰ।" ৰাজ্যিক খেলুৱৈ আমানুল্লাৰ মতে "ধীৰেন সিং চাপৰ যদিও অধিক লিফট্ থকা গ'লৰক্ষক।" তেজপুৰৰ নামী চেণ্টাৰ-হাফ প্ৰফুল্ল মেচৰ ধীৰেন সিং সন্দৰ্ভত মন্তব্য, "ধীৰেন সিং সেই সময়ৰ সবাতোকৈ শ্ৰেষ্ঠ গ'লৰক্ষক; বোম্বাইৰ জাতীয় খেলুৱৈ সঞ্জীৱৰ পিচতে তেওঁৰ স্থান উল্লেখ কৰিব পাৰি।"

ধীৰেন সিং ১৯১৩ চনত ইম্ফলৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ ইবু চাওবা সিং প্ৰাক্তন দৰকাৰ মেম্বাৰ আছিল। মুঠ আঠজন (৪ জন ল'ৰা আৰু ৪ জনী ছোৱালী)ৰ ভিতৰত তেওঁ সবাতোকৈ কনিষ্ঠ সন্তান। চুড়াচান্দ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি ১৯৫৪ চনত মণিপুৰ ষ্টেট ৰোড ট্ৰেন্সপৰ্টত যোগদান কৰে। স্কুলত পঢ়ি থাকোতে ইম্ফল টাউন ক্লাবত ফুটবলৰ পাতনি মেলি টাংখুল স্পৰ্টিং, নাকু, কুকি স্পৰ্টছ এছ'চিয়েচন আদি দলত খেলে। ১৯৫৩ চনত কুকি স্পৰ্টছ এছ'চিয়েচনৰ পক্ষে খেলি ছাৰ চুড়াচান্দ শ্বিল্ড জয় কৰে আৰু ফাইনেলত ডিব্ৰুগড় ট্ৰেফিক দলক ১-০ গ'লত হৰুৱায়। প্ৰথমদিনাৰ খেল গ'লশূন্যভাৱে অন্ত পৰিছিল। ১৯৪৭ চনৰ পৰা ১৯৫৯ লৈকে নিয়মিত মণিপুৰ দলৰ গ'লৰক্ষকৰূপে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত তেওঁ বলিষ্ঠ খেল প্ৰদৰ্শন কৰোঁতে ১৯৪৭, ১৯৫৩, ১৯৫৭ আৰু ১৯৫৯ চনত দলৰ অধিনায়ক আছিল। ১৯৭৮ চনত তেওঁ মণিপুৰ ষ্টেট ৰোড ট্ৰেন্সপৰ্টত ষ্টেচন মাষ্টৰৰূপে অৱসৰ লয় আৰু ১৯৭৯ চনৰ ৮ অক্টোবৰত ইম্ফলতে শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# জেদ্ ৰমিঅ



বৃহত্তৰ অসমত আবিৰ্ভাৱ হোৱা সংখ্যাধিক প্ৰতিভাশালী ফুটবল খেলুৱৈৰ ভিতৰত মণিপুৰৰ নগা ফুটবলাৰ ৰমিঅ জিমিকে এটা বিশিষ্টস্থান অধিকাৰ কৰি আছে। অৱশ্যে জেদ ৰমিঅ নামেৰে ক্ৰীড়া প্ৰাঙ্গনৰ অধিক পৰিচিত ফুটবল ব্যক্তিত্ব। ক্ৰীড়া লেখক সমালোচক তথা সংগঠক **অৰুণ বৰুৱাৰ** মতে, "জেদ্ ৰমিঅ ৰাইট আৰু লেফট্ দুইটা ইনতে খেলিব পৰা স্পিদি ফৰোৱাৰ্ড, বিশেষকৈ স্কৰিং কেপাচিটি আছিল অধিক প্ৰবল।" ৰাজ্যিক খেলুৱৈ **অধীৰ ৰায়ৰ** ৰমিঅ সন্দৰ্ভত মন্তব্য, "দুজন বা তিনিজন খেলুৱৈক অতিক্ৰমি বল দজ্ কৰি লৈ যোৱা ৰমিঅৰ পক্ষে অতি সহজ কাম। পৰিষ্কাৰ ফুটবল খেলা পৰিশ্ৰমী ৰমিঅই স্বকীয় নিখুঁত ডিষ্ট্ৰিবিউচনৰ জৰিয়তে সমগ্ৰ ফৰোৱাৰ্ড-লাইনক খেলোৱাৰ উপৰি ৰক্ষণ ও আক্ৰমণবিভাগৰ মাজত সামঞ্জস্য ৰাখি খেলিব পাৰিছিল। আচল কথা কব গলে ফুটবলত তেওঁৰ বিৰাট আধিপত্য আছিল।" এই খিনিতে উল্লেখ্য কটন কলেজৰ এই গৰাকী ৫ ফুট ৪ ইঞ্চি ওখ, ৫০ কিলোগ্ৰামতকৈ অধিক ওজনৰ নগা দুৰ্দ্ধৰ্ষতা বিৰাজমান ছাত্ৰই কেনাৰসত অনুষ্ঠিত ১৯৫১ আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত "টেনজিং" উপনামৰে সবাতোকৈ জনপ্ৰিয় খেলুৱৈৰূপে পৰিগণিত হয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে নৰ্থ জুন চেম্পিয়নশ্বিপ অৰ্জন কৰে। কটকত অনুষ্ঠিত চূড়ান্ত খেলত চাউথ জুন চেম্পিয়ন নাগপুৰ বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হৈ সদৌ ভাৰত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ খিতাপ পায়।

জেদ ৰমিঅ ১৯২৯ চনত মণিপুৰৰ উখৰুল জিলাৰ টুলুই গাঁৱত জন্ম গ্ৰহণ কৰে। তেওঁ জিমিক নগা গোষ্ঠীৰ লোক। পঢ়া-শুনাৰ পাতনি উখৰুল চৰকাৰী এম.ই. স্কুলত। যোৰহাট খৃষ্টান মিছন স্কুলত পঢ়ি ১৯৫১ চনত মেট্ৰিক পাছ কৰে।

সেইসময়ত যোৰহাট খৃষ্টান মিছন স্কুল উজনি অসম স্কুল টুৰ্ণামেণ্টত ফুটবল চেম্পিয়ন আছিল। বিশেষকৈ ১৯৪৯ চনত দেউকণ শ্বিল্ড জয় কৰোঁতে ফাইনেলত নগাওঁ চৰকাৰী স্কুলক পৰাভূত কৰে। তদুপৰি তেওঁ যোৰহাট ক্লাবৰ হৈও খেলিছিল। মেট্ৰিক পাছ কৰাৰ পিচত গুৱাহাটীৰ কটন কলেজত নাম লগায় আৰু ১৯৫৫ চনত বি. এ. পাছ কৰে। তেওঁ কটন কলেজ দলত নিয়মিত খেলাৰ উপৰি ইয়ং ইউনিয়নৰ হৈ লীগত আত্ম-প্ৰকাশ কৰে। এবছৰৰ পিচত কহিনুৰ ক্লাবলৈ ট্ৰেন্সফাৰ লয়। ১৯৫৪ চনত গুৱাহাটী টাউন ক্লাবত যোগদান কৰি লীগ, মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড আৰু বৰদলৈ ট্ৰফী জয় কৰি "ত্ৰিপুল ক্ৰাউন" অৰ্জাত বিশেষ অৰিহণা যোগায়। ইতিপূৰ্বে ১৯৫৩ চনত কুকি স্পৰ্টছ এছ'চিয়েচন দলত খেলি ছাৰ চূড়াচন্দ শ্বিল্ড জয় কৰে। এইখিনিতে উল্লেখ্য জেদ্ ৰমিঅই সদায় মণিপুৰৰ হৈ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ লৈছিল। ১৯৫২ চনত মণিপুৰ ক্ৰীড়া সন্থাৰ হৈ খেলি স্বাধীনতা দিবস কাপ জয় কৰে। ১৯৫৪ চনত কটন কলেজে আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ জয় কৰোঁতে গুৱাহাটীত অনুষ্ঠিত ফাইনেল খেলত দৰং কলেজক ৪-০ ব্যৱধানত ধৰাশায়ী কৰে আৰু ৰাইট-ইন জেদ ৰমিঅই দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি ২ গ'ল কৰে। তেওঁ ১৯৫১-৫৫ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় দলৰ নিয়মীয়া খেলুৱৈ আছিল (১৯৫৪ চনত নাই)। ১৯৫১ চনৰ আন্তঃ বিশ্ববিদ্যালয় খেলত ৰাণাৰ্ছ-আপ পোৱাৰ পিচত ১৯৫৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে নৰ্থ জুন ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। এই খেল এলাহাবাদত অনুষ্ঠিত হৈছিল। গুৱাহাটী টাউন ক্লাবত খেলি থাকোতেই ১৯৫৭ চনত ফুটবলৰ পৰা অৱসৰ লয় আৰু ১৯৫৮ চনত বিবাহ পাশত আবদ্ধ হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ১৯৬০ চনত এল. এল. বি. ডিগ্ৰী লয়।



মীকেন চিং



মাৰ্চল চিং

# নব্ব কুমাৰ সিং



১৯৬০ সন্তোষ ট্ৰফীত অসমে তৃতীয় স্থান লাভ কৰে। কেৰালাৰ বিৰুদ্ধে তৃতীয়স্থান নিৰ্ণায়ক খেলখনত অসমৰ চেণ্টাৰ-ফৰোৱাৰ্ড নৱকুমাৰ সিঙৰ স্কৰ "Best goal of the tournament" ৰূপে খোদিত হওঁতে ক্ৰীড়া আলোচনী **Sport & pastime**-এ লিখিছিল, ".... ........Assam's centre-forward Naba kumar Singh after cutting two defenders gape a pile driving kick and it hit the bar. Mustafa who never considered a single goal in that season in kerala league except the goal scored by Services in the Semi-Final. He never attempted to stop Naba Kumar's shot. After heating the cross-bar the ball came out and N.K. Singh once again gape a pile driving kick and Mustafa has been beaten this time also. This particular was declared as best goal by the Santosh Trophy Committee of that year. The reason is that Mustafa has beaten twice for the same goal............." মণিপুৰৰ ফুটবলত আবিৰ্ভাৱ হোৱা এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ ৫৮ কিলোগ্ৰাম ওজনৰ চেণ্টাৰ-ফৰোৱাৰ্ডে খেলপথাৰত অৱতীৰ্ণ হওঁতে সদায় উচ্চ মনোভাৱ লৈ নামিছিল আৰু প্ৰতিপক্ষত কোন দুৰ্দ্ধৰ্ষ ডিফেণ্ডাৰ আছে তালৈ কেতিয়াও ভ্ৰূক্ষেপ কৰা নাছিল। যাৰবাবে হয়তো তেওঁ অসমৰ এগৰাকী ফলপ্ৰসু স্কৰাৰ হব পাৰিছিল। জাতীয় খেলুৱৈ টচেন বড়াৰ মতে, "নব কুমাৰ সিং বাই চাইকেল ভলীৰ বাবে বিখ্যাত।"

নব কুমাৰ সিং ১৯৩৮ চনত ইম্ফলৰ এক সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰে। দুজন সন্তান(এজন ল'ৰা আৰু এজনী ছোৱালী)ৰ ভিতৰত এওঁ জ্যেষ্ঠ। ইম্ফলৰ চুড়াচান্দ হাইস্কুলৰ পৰা ১৯৫৭ চনত মেট্ৰিক আৰু ক্ৰমে ডি. এম. কলেজ

আৰু মডাৰ্ণ কলেজত পঢ়ি বি. এ. পাছ কৰে (১৯৬৪)। নৱমমান শ্ৰেণীত পঢ়ি থাকোতেই নাকু ক্লাবৰ জৰিয়তে ফুটবলৰ শুভাৰম্ভ ঘটে (১৯৫৪)। তদুপৰি তেওঁ এথলেটিক্স আৰু হকীতো পাৰদৰ্শী আছিল। নাকু দলত ১৯৫৮ লৈকে খেলি গুৱাহাটীৰ ৰাজবাৰী ক্লাবত এবছৰ কটায় পৰৱৰ্তী ফুটবল মণিপুৰৰ TRAU দলত অতিবাহিত কৰে।

নৱ কুমাৰ সিঙে ১৯৫৬-৬৬ লৈকে একেৰাহে এঘাৰ বছৰ মণিপুৰৰ পক্ষে আন্তঃ জিলা খেলি ১৯৬৫ চনত চেম্পিয়নশ্বিপ অৰ্জন কৰিবলৈ সক্ষম হয়। পিচবছৰ তেওঁ দলৰ অধিনায়ক আছিল। জিলা দলত ইনচাইড-ৰাইট পজিচনত খেলিলেও ৰাজ্যিক দলত চেন্টাৰ-ফৰোৱাৰ্ডত খেলে। তেওঁ ১৯৬০ আৰু ১৯৬৩-ৰ ৰাজ্যিক খেলুৱৈ আছিল। বিশেষকৈ ১৯৬০ সন্তোষ ট্ৰফীত নৱ কুমাৰৰ খেল সদায় জিলিকি থাকিব। তেওঁৰ বলিষ্ঠ ফুটবল আৰু স্কৰ সমূহৰ জৰিয়তে অসমে দ্বিতীয় বাঁৰৰ বাবে ছেমি-ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰে। তেওঁ দুবাৰ গুৱাহাটী বিশ্ববিদ্যালয় দল (১৯৫৯ আৰু ১৯৬৩)ত খেলোতে পিচৰ বছৰ অধিনায়ক আছিল। নৱ কুমাৰ সিঙে ১৯৬৫ চনত গুৱাহাটীত অনুষ্ঠিত অসম একাদশ বনাম ছোভিয়েট দল খেলখনত অংশ লৈছিল আৰু ১৯৬৬ আন্তঃ জিলাৰ পিচতে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। □□

# তম্বা সিং

১৯৬৪ জুনিয়ৰ নেচনেল ফুটবল চেম্পিয়নশ্বিপত ৰাণাৰ্ছ-আপ প্ৰাপ্ত অসম দলৰ অন্যতম সদস্য আছিল তম্বা সিং। পিচৰ বছৰ কটকত অনুষ্ঠিত জাতীয় প্ৰতিযোগিতাত অসম জুনিয়ৰ দলৰ অধিনায়ক আছিল। ১৯৬৫ চনত আন্তঃ জিলা বিজয়ী মণিপুৰ দলৰো তেওঁ অধিনায়ক আছিল। ইম্ফলৰ তম্বি সেনা হাইস্কুল আৰু ইম্ফল কলেজত পঢ়া-শুনা কৰা এই খেলুৱৈ গৰাকীয়ে ইম্ফল স্পৰ্টিং ক্লাবত খেলিছিল আৰু পিচত গুৱাহাটীৰ মহাৰাণা আৰু গুৱাহাটী টাউন ক্লাবত খেলে। ষ্টপাৰ তম্বা সিঙে ১৯৬৬ আৰু ১৯৬৭ চনৰ ৰাজ্যিক দলত স্থান লাভ কৰে। তেওঁ একাউনটেণ্ট জেনেৰেল অফিচত চাকৰি কৰিছিল আৰু চাকৰি কৰি থকা অৱস্থাতে মৃত্যু হয়। □□

# মাঠান সিং

মাঠান সিং মণিপুৰৰ ফুটবলত এটা উল্লেখযোগ্য ক্ৰীড়া চৰিত্ৰ। তেওঁ ষ্টপাৰৰূপে খেলিলেও যিকোনো পজিচনতে দক্ষতা সহকাৰে খেলিব পাৰিছিল। ৰাজ্যিক দলত চেণ্টাৰ-ফৰোবাৰ্ড আৰু ইনচাইড-ৰাইট পজিচনত খেলে। এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ স্বাস্থ্যবান খেলুৱৈৰ অধিনায়কত্বতে মণিপুৰে ১৯৬৭ আন্তঃ জিলা খিতাপ জয় কৰিবলৈ সক্ষম হৈছিল।

মাঠান সিং ১৯৩৮ চনত ইম্ফলৰ এক খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ ডব্লিউ. এঙ্গাহাল সিঙৰ(পাঁচজন ল'ৰা আৰু ছোৱালী)ৰ তৃতীয় সন্তান। তেওঁ জনষ্টন হাইস্কুলত মাত্ৰ দশমমানলৈকে পঢ়ি শিক্ষা সামৰে। অৱশ্যে ফুটবলৰ পাতনি মণিপুৰ ব্ৰাদাৰ্ছ স্পৰ্টিং ইউনিয়ন দলত। এই দলত ১৯৫৭-ৰ পৰা প্ৰথম শ্ৰেণী ফুটবলত অভ্যস্ত হয় আৰু ১৯৫৯ চনত মণিপুৰৰ পক্ষে আন্তঃ জিলা খেলিবলৈ নিৰ্বাচিত হয়। সেইবছৰতে ইম্ফল স্পৰ্টিং ক্লাবত যোগদান কৰে। বিশেষকৈ উল্লেখ্য ১৯৬৩ চনত অসম জুনিয়ৰ ৰাজ্যিক দলত স্থান লাভ কৰে আৰু ১৯৬৪ চনত অসমে জাতীয় জুনিয়ৰ ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ পাওঁতে চেণ্টাৰ-ফৰোবাৰ্ড মাঠান সিঙৰ অৱদান মনকৰিবলগীয়া। তেওঁ একেৰাহে তিনিবছৰ (১৯৬৪, ১৯৬৫ আৰু ১৯৬৬) চিনিয়ৰ ৰাজ্যিক দলৰ চেণ্টাৰ-ফৰোবাৰ্ড আৰু ৰাইট-ইন পজিচনত খেলে। বিশেষকৈ ১৯৬৫ চনত মণিপুৰৰ আন্তঃ জিলা খিতাপ তেওঁৰ ক্ৰীড়া জীৱনৰ সবাতোকৈ স্মৰণীয় ঘটনা। চিলঙত অনুষ্ঠিত এই ফাইনেলত মণিপুৰ ১-২ গ'লত পিচপৰি থাকে আৰু শেষ দহ মিনিটত ২ গ'ল কৰি ৩-২ ব্যৱধানত উদ্যোক্তা দলক পৰাভূত কৰে। পুনৰ ১৯৬৭ চনতো তেওঁৰ অধিনায়কত্বতে মণিপুৰ আন্তঃ জিলা চেম্পিয়ন হয়। মাঠান সিঙে ১৯৬৩ চনত NACO আৰু ১৯৬৪ চনত TRAU দলত খেলি পৰৱৰ্ত্তী দুবছৰ ইম্ফল স্পৰ্টিং দলত অতিবাহিত কৰে।

মাঠান সিঙে ১৯৫৮ চনত মণিপুৰ ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰি ১৯৬১ চনত মণিপুৰ পুলিচলৈ আহে। চাকৰি কৰাৰ উপৰি বিভাগীয় দলত খেলিছিল। ১৯৬৪ চনত চাকৰি ইস্তফা দি নিজা ব্যৱসায়ত নিমগ্ন হয়। তেওঁৰ ক্ৰীড়া জীৱনত আন এখন স্মৰণীয় খেল ১৯৬৭ আন্তঃ জিলাত তেজপুৰৰ বিৰুদ্ধে প্ৰথম দিনা গ'লশূন্য আৰু দ্বিতীয় দিনা ১-০ গ'লত জয়লাভ। তেওঁ এই টুৰ্ণামেণ্ট খেলিয়ে প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। মণিপুৰৰ ফুটবলে মাঠান সিঙক সদায় স্মৰণ কৰি থাকিব। □□

# বসন্ত কুমাৰ কাবুই



মণিপুৰত অভ্যুদয় হোৱা প্ৰতিভাশালী খেলুৱৈ বসন্ত কুমাৰ কাবুই অসম ফুটবলৰ এটি লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰ। এই গৰাকী লেফট-আউটে স্বকীয় বলিষ্ঠ খেলৰ জৰিয়তে জাতীয় জুনিয়ৰ দলত স্থান উলিয়াই লবলৈ সক্ষম হৈছিল। অসম ফুটবলত এওঁৰ দৰে জন্মগত প্ৰতিভাৰ কলা কৌশলত চহকী খেলুৱৈ বিৰল। তেওঁৰ বলিষ্ঠ পদৰাজিয়ে যি অনুপম ক্ৰীড়া কলা প্ৰদৰ্শন কৰিলে এয়া যেন আগন্তুক কালৰ খেলুৱৈসকলৰ বাবে এক দৃষ্টান্ত। অসমৰ খ্যাতনামা লেফট-হাফ্ টচেন বড়া-ৰ মতে, "বসন্ত কুমাৰ কাবুই, অসমে জন্ম দিয়া এগৰাকী দক্ষ লেফট-উইঙ্গাৰ তথা ৰক্ষণবিভাগৰ দূৰ্গ চুৰমাৰ কৰাত পাৰ্গত।"

বসন্ত কুমাৰ কাবুই ১৯৪৭ চনৰ ২২ জানুৱাৰী তাৰিখে ইম্ফলৰ এক ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰে। দুজন সন্তানৰ ভিতৰত বসন্ত কুমাৰ কাবুই জ্যেষ্ঠ। ইম্ফলৰ বুকুতে ডাঙৰ দীঘল হোৱা বসন্ত কুমাৰ কাবুইয়ে ১৯৬৩ চনত আৰ দি. এছ. স্কুলৰ পৰা মেট্ৰিক পাছ কৰি ডি. এম. কলেজত ভৰ্ত্তি হয় আৰু স্নাতক মহলা শেষ নকৰাকৈ ১৯৬৬ চনত শিক্ষাৰ সামৰণি মাৰে। পকা থেকেৰাৰ দৰে ৰঙা বগা চেহেৰাৰ ৫ ফুট ৪ ইঞ্চি ওখ, ৫৮ কিলোগ্ৰাম ওজনৰ কাবুই নগা গোষ্ঠীৰ বসন্ত কুমাৰে অতি দ্ৰুত গতিত বল সহিত অগ্ৰসৰ হৈ যিকোনো শক্তিশালী ৰক্ষণবিভাগ ভেদ কৰাত দক্ষ । বিশেষকৈ তেওঁ উভয় ভৰিৰ ড্ৰিবলিঙৰ উপৰি শ্যুটিঙৰ ক্ষেত্ৰতো নিখুঁত আছিল। তেওঁৰ জন্মগত প্ৰতিভাৰ লগতে নগা দুৰ্দ্ধৰ্ষতা আৰু মণিপুৰৰ ক্ৰীড়া পৰিবেশে পূব ভাৰতৰ চকুতপৰা তাৰকাৰূপে জিলিকাই তোলে। খেলপথাৰত সদায় ঠাণ্ডা মগজুৰে অৱতীৰ্ণ হোৱা বসন্ত কুমাৰ কাবুই এগৰাকী দৰ্শক আকৰ্ষণকাৰী খেলুৱৈ আছিল। বিশেষকৈ তেওঁৰ দুৰন্ত গতিৰ বল নিয়ন্ত্ৰণে দলক আক্ৰমণক উৎসাহিত কৰিছিল। বসন্ত কুমাৰ কাবুইয়ে ৰাই এ চি দলত প্ৰথম শ্ৰেণী ফুটবলৰ

পাতনি মেলি পিচলৈ কে কে ৱাই ইউ দলত খেলিছিল।.

ডি. এম. কলেজত পঢ়োতে প্ৰথম বছৰতে গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলাৰ সুযোগ পায়(১৯৬৩)। মণিপুৰ জুনিয়ৰ জিলা দলৰ হৈ খেলোতে ৰাজ্যিক জুনিয়ৰ দলত নেখেলাকৈ ১৯৬৪ চনত জাতীয় জুনিয়ৰ দলত স্থান লাভ কৰি ছাইগনত অনুষ্ঠিত ষষ্ঠ জুনিয়ৰ এচিয়ান কাপত অংশলৈ দুখন আন্তৰ্জাতিক খেলে। তদুপৰি তেওঁ অসম ৰাজ্যিক দলৰ হৈ ১৯৬৩, ১৯৬৬, ১৯৬৮ আৰু ১৯৬৯ চনত মুঠ চাৰিবাৰ সন্তোষ ট্ৰফী ফুটবল খেলে। ইয়াৰ ভিতৰত ১৯৬৯ চনত দলৰ অধিনায়ক আছিল। মণিপুৰ জিলা ক্ৰীড়া সন্থাৰ হৈ ১৯৬৪-১৯৬৯ লৈকে খেলি দুবাৰ (১৯৬৫ আৰু ১৯৬৭) আন্তঃ জিলা চেম্পিয়নশ্বিপ অৰ্জন কৰে। সেইসময়ত মণিপুৰৰ জুনিয়ৰ আৰু চিনিয়ৰ জিলা দল খ্যাতিৰ তুঙ্গত বিৰাজমান আছিল। ১৯৭০ চনত বসন্ত কুমাৰ কাবুইয়ে ছাব-ইন্সপেক্টৰৰূপে নাগালেণ্ড পুলিচত যোগদান কৰে। সেইসময়তে নাগালেণ্ড পুলিচ ফুটবল দল পূব ভাৰতৰ চকুতপৰা একাদশৰূপে জিলিকি উঠে আৰু এ টি পি এ শ্বিল্ড (১৯৭২), কেপ্টেইন এন এম গুপ্ত ট্ৰফী (১৯৭৩) আৰু স্বাধীনতা দিৱস কাপ (১৯৭৪) জয় কৰে। বিশেষকৈ ১৯৭২ চনত সদৌ ভাৰত পুলিচ ফুটবল খিতাপ জয় কৰোঁতে ফাইনেলত আৰ. এ. চি. বিকানিৰ-ক ১-০ গ'লত হৰুৱায়। তদুপৰি ১৯৭৪-১৯৮৩ লৈকে নাগালেণ্ড ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফীত অংশ গ্ৰহণ কৰে। ইয়াৰ অন্তৰ্গত ১৯৭৫-৭৬ ঋতুত ইন্দো-ছোভিয়েট মিটত জাতীয় দলত খেলাৰ সুযোগ পায়। ১৯৭৬ চনত জাতীয় দলৰ ষ্টেণ্ড-বাই তালিকাত আছিল। তেওঁ ১৯৬০-৬৯ লৈকে লেফট-আউট, ১৯৭০-৮৪ লৈকে ইনচাইড-লেফট আৰু মিড-ফিল্ড পজিচনত খেলে। ১৯৮৪ লৈকে নাগালেণ্ড পুলিচ দলত খেলা বসন্ত কুমাৰ কাবুইয়ে ১৯৮৫ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।


এলেন টাংচুঙ


ডি ক্ৰেঁ

# ৰাম কুমাৰ সিং

সুন্দৰ চেহেৰাৰ ৫ ফুট ৫ ইঞ্চি ওখ, ৫৬ কিলোগ্ৰাম ওজনৰ মণিপুৰৰ লেফট-ইন ৰাম কুমাৰ সিং অসম ফুটবলৰ লেখতলবলগীয়া খেলুৱৈসকলৰ তালিকাভুক্ত। বোধকৰো এওঁৰ দৰে সফল ফুটবলাৰ মণিপুৰ তথা অসম ফুটবলত বিৰল বুলি কলে বঢ়াই কোৱা নহয়। ১৯৭১ চনৰ আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অপৰাজিত ৰাণাৰ্ছ-আপ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ লেফট-ইন তথা অধিনায়ক আছিল। তেওঁ ৫-জন ফৰোৱাৰ্ডৰ লেফট-ইন আৰু ৪-জন ফৰোৱাৰ্ডৰ লেফট-ষ্ট্ৰাইকাৰৰূপে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। আক্ৰমণ বিভাগত তুমুল আক্ৰমণ অব্যাহত ৰাখোতা তেওঁৰ হাফ্-ভলীসমূহ আমাৰ বাবে এক নজিৰ হৈ ৰব। বিশেষকৈ জুনিয়ৰ আৰু চিনিয়ৰ আন্তঃ জিলা ফুটবল আৰু আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপত সফল ফুটবল খেলি থৈ গৈছে। প্ৰাক্তন ৰাজ্যিক খেলুৱৈ তথা ৰাজ্যিক দলৰ প্ৰশিক্ষক **অধীৰ ৰায়ৰ** মতে, " Ram kumar Singh collectively played football and play himself also."

ৰাম কুমাৰ সিং ১৯৪৮ চনৰ ১১ নৱেম্বৰত ইম্ফলৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ মণিপুৰ মহাৰজাৰ দেহৰক্ষী বাহিনীত চুবেদাৰ আছিল। ইম্ফলৰ তম্বিসেনা হাইস্কুলত পঢ়ি থাকোতে স্কুল দলত খেলিছিল। ইয়াচকুল এথলেটিক ক্লাৱত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৬৪ চনত ছাৰ চুড়াচন্দ শিল্ড জয় কৰে। তেওঁ জাতীয় স্কুল ফুটবল চেম্পিয়নশ্বিপ বিজয়ী মণিপুৰ স্কুল দলতো খেলিছিল। ৰাম কুমাৰ সিঙে ১৯৬৪-১৯৭২ লৈকে মণিপুৰ জিলা দলত খেলোতে দুবাৰ চিনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে আৰু শেষৰবছৰ তেওঁ দলৰ অধিনায়ক হয় (১৯৭০ আৰু ১৯৭১-ত খেলা নাই)। ১৯৬৬ চনত মেট্ৰিক পাছ কৰি ডি এম কলেজত ভৰ্ত্তি হোৱাৰ উপৰি মণিপুৰ ৰাইফলছত যোগদান কৰে। তেওঁ ১৯৬৭, ১৯৬৮ আৰু ১৯৬৯ মণিপুৰ জুনিয়ৰ দলত খেলোতে দুবছৰ অধিনায়ক আছিল। ইয়াৰ মাজতে ১৯৬৭ চনত জুনিয়ৰ আন্তঃ জিলা খিতাপ মণিপুৰৰ দখলত থাকে। ছাব-ইন্সপেক্টৰৰূপে যোগদান কৰি দুবছৰ (১৯৭০ আৰু ১৯৭১) নাগালেণ্ড পুলিচ দলত খেলে আৰু প্ৰত্যাৱৰ্ত্তন কৰি ১৯৭৩ চনত হাবিলদাৰৰূপে মণিপুৰ পুলিচত যোগদান কৰে যদিও ১৯৭৪ চনত চাকৰি ইস্তফা দিয়ে।

কলা বিভাগৰ এই ছাত্ৰ গৰাকীয়ে আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত বলিষ্ঠ ক্ৰীড়া ৰেঙণি এৰি থৈ যাওঁতে ১৯৬৮-১৯৭১-ৰ ভিতৰত ডি এম কলেজে তিনিবাৰ চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। উপৰি উক্ত চাৰি বছৰ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ হৈ নিয়মিত খেলোতে ১৯৭১ চনৰ আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অপৰাজিত ৰাণাৰ্ছ-আপ আছিল। ফাইনেল খেলখন কালিকট বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে ২-২ ভাবে অন্ত পৰোতে ১ গ'ল আছিল ৰাম কুমাৰ সিঙৰ। তদুপৰি ১৯৬৫, ১৯৬৮, ১৯৬৯ আৰু ১৯৭২ চনত অসমৰ পক্ষে আৰু ১৯৭৩-১৯৭৯ লৈকে মণিপুৰ ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফী ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। কিয়নো ১৯৭৩ চনৰ পৰা মণিপুৰে পৃথক দলৰূপে জাতীয় ফুটবলত অংশ লৈছিল। ১৯৭৩, ১৯৭৫, ১৯৭৬ আৰু ১৯৭৮ চনত তেওঁ ৰাজ্যিক দলৰ অধিনায়কত্ব কৰে।

১৯৬৮ আৰু ১৯৬৯ চনত মণিপুৰ স্পৰ্টিং দলত খেলি থকা ৰাম কুমাৰ সিঙে ১৯৭১ চনত বি. এ. পাছ কৰে আৰু চাকৰি এৰি ১৯৭৪-১৯৭৬ লৈকে **TRAU** আৰু ১৯৭৭-১৯৮০ লৈকে ইয়াচকুল এথলেটিক ক্লাবত খেলি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অবসৰ লয়। এইখিনিতে উল্লেখ্য তেওঁ ১৯৭৮-১৯৮৮ লৈকে মণিপুৰ ষ্টেট ৰোড্ ট্ৰেন্সপৰ্ট কৰ্পোৰেচনত চাকৰি কৰিছিল। ৰাম কুমাৰ সিঙে এই চাকৰি এৰি পুনৰ ফুটবল প্ৰাঙ্গনলৈ প্ৰত্যাবৰ্ত্তন কৰি ইয়ং প্ৰগ্ৰেচিভ এছ'চিয়েচন দলৰ হৈ দুবছৰ (১৯৯১ আৰু ১৯৯২) লীগ ফুটবলত অংশ লৈ পূৰ্ণাঙ্গভাৱে অবসৰ গ্ৰহণ কৰে। তেওঁৰ ক্ৰীড়া সাফল্য, ফুটবল গভীৰতা আৰু দীৰ্ঘদিনৰ ক্ৰীড়া বিন্যাসে কেৱল মণিপুৰৰে নহয় উত্তৰ পূব ভাৰতৰ জাকত-জিলিকা তাৰকাৰূপে উজলি উঠিছিল।



# এলেঙ্গ টাংখুল

অসম ফুটবলত এলেঙ্গ টাংখুল নামেৰে খ্যাত ফুটবলাৰজনৰ প্ৰকৃত নাম এলেঙ্গ চিমৰা। মহাৰাণাৰ ষ্টাইলিষ্ট লেফট-হাফ্ টচেন বড়াৰ মতে, "Most sporting player but very tough defender." মণিপুৰৰ উখৰুলত ১৯৪৭ চনৰ ১ মাৰ্চত জন্ম গ্ৰহণ কৰা এলেঙ্গ চিমৰা, টাংখুল নগা গোষ্ঠীৰ লোক। পিতৃ এন. জি. চিমৰা মিছন বৰ্কাৰ আছিল। মুঠ সাত গৰাকী সন্তান(পাঁচ জন ল'ৰা আৰু দুজনী ছোৱালী)ৰ লৰাৰ ভিতৰত তেওঁ সবাতোকৈ কনিষ্ঠ। উখৰুল চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক (১৯৬১) আৰু ডি. এম. কলেজৰ বিজ্ঞান বিভাগত প্ৰাক্ বিশ্ববিদ্যালয় (১৯৬২) পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ পৰা ১৯৬৭ চনত বি.এ. পাছ কৰে।

এলেঙ্গ টাংখুলে উখৰুল চৰকাৰী স্কুলত পঢ়ি থাকোতেই ইম্ফলৰ প্ৰগতি সংঘৰ যোগেদি ফুটবলৰ পাতনি মেলে (১৯৫৪-৫৭)। তাৰপিচত ইম্ফল স্পৰ্টিং দলত খেলে (১৯৫৮-৬০) আৰু পৰৱৰ্ত্তী দুটা বছৰ NISA দলত অতিবাহিত কৰে। ইয়াৰ পিচতে কটন কলেজত নাম লগায় আৰু মহাৰাণা ক্লাৱত খেলিবলৈ লয় (১৯৬৩-৬৫)। ১৯৬৬-৭০ লৈকে গুৱাহাটী টাউন ক্লাৱ দলত খেলে। এইখিনিতে উল্লেখ্য তেওঁৰ অধিনায়কত্বতে মণিপুৰ স্কুল দলে ইষ্ট জুন চেম্পিয়ন হওঁতে ফাইনেলত বঙ্গক ৪-২ ব্যৱধানত হৰুৱায়। ইয়াৰে ২ গ'ল স্কৰ কৰিছিল এলেঙ্গ টাংখুলে। চূড়ান্ত পৰ্য্যায়ৰ খেল(ছেমি-ফাইনেল)ত পঞ্জাৱক ১-০ আৰু ফাইনেলত অন্ধ্ৰ প্ৰদেশক ১-০ গ'লত পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। জাতীয় ফুটবলত এইয়া মণিপুৰৰ প্ৰথম সাফল্য।

সুন্দৰ স্বাস্থ্যৰ ৫ ফুট ৮ ইঞ্চি ওখ, ৬৭ কিলোগ্ৰাম ওজনৰ এলেঙ্গ টাংখুল ১৯৬৪ আৰু ১৯৬৫ চনত অসম জুনিয়ৰ দলত লেফট-হাফ্ আছিল। ১৯৬৪ চনত অসমে ৰাণাৰ্ছ-আপ পায়। তদুপৰি তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় দলত ১৯৬২, ১৯৬৩ আৰু ১৯৬৮ চনত খেলে। শেষ বছৰত তেওঁ আৰু গোপেশ্বৰ সিঙে ইণ্ডিয়াৰ কম্বাইণ্ড ইউনিভাৰ্চিটি একাদশত স্থান লাভ কৰিছিল যদিও ভ্ৰমণ বাতিল হয়। চিনিয়ৰ ৰাজ্যিক দলত তেওঁ কেৱল ১৯৬৫ চনত খেলিছিল।

এলেঙ্গ টাংখুলে ১৯৭১ চনত নাগালেণ্ড পুলিচত যোগদান কৰি ১৯৭৫ লৈকে খেলে। ইয়াৰ ভিতৰত ১৯৭৪ চনত নাগালেণ্ড ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফী খেলে। ভাৰতীয় দলৰ অধিনায়ক তথা অলিম্পিয়ান সমৰ বেনাৰ্জীয়ে এলেঙ্গ টাংখুলৰ খেল দেখি তেওঁক লেফট-হাফ্ৰ সলনি লেফট-বেক্ পজিচনত খেলিলে ভাৰতৰ ভিতৰত এক নং খেলুৱৈ হব বুলি প্ৰতিশ্ৰুতি দিছিল কিন্তু তেওঁ অসম ত্যাগ নকৰিলে।

ফুটবলৰ পৰা অবসৰ লোৱাৰ পিচত ১৯৭৭-৭৮-ত এন. আই. এছ. পূৰ্ণ কৰে আৰু মণিপুৰৰ ষ্টেট কোচ্ নিযুক্ত হয়। ১৯৭৯ আৰু ১৯৮০ চনত ইবামচা হাইস্কুলে তেওঁৰ প্ৰশিক্ষণতে দুবাৰ সুব্ৰত কাপ জয় কৰে। ১৯৮০ চনত তেওঁ মণিপুৰৰ ডেপুটি ডাইৰেক্টৰ অব স্পৰ্টছৰূপে যোগদান কৰে। □□

# গোপেশ্বৰ সিং

মণিপুৰৰ ফুটবল প্ৰাঙ্গনত আবিৰ্ভাৱ হোৱা সংখ্যাধিক ফুটবল খেলুৱৈৰ ভিতৰত গ'লৰক্ষক গোপেশ্বৰ সিং অসম ফুটবলৰ এটা চিনাকি নাম। তেওঁ ১৯৪৭ চনৰ ২ মাৰ্চত ইম্ফলৰ এক সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ কে. কুলাবিধু সিং অসম গড়কাপ্টানি বিভাগৰ আলি মহৰি আছিল। মুঠ সাত জন সন্তান(তিনিজন ল'ৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ ভিতৰত তেওঁ তৃতীয় সন্তান। জনষ্টন হাইস্কুলৰ পৰা মেট্ৰিক (১৯৬৫) পাছ কৰি ডি. এম. কলেজত ভৰ্ত্তি হৈ বি. এ. মহলা শেষ নকৰাকৈ শিক্ষা সামৰে। NISA দলত খেলি থাকোতেই মণিপুৰ স্কুল দলত খেলাৰ সুযোগ পায় (১৯৬৫)। সেই বছৰৰ পৰা ১৯৬৯ লৈকে নিয়মিতৰূপে মণিপুৰ জুনিয়ৰ দলৰ হৈ আন্তঃ জিলা খেলি তিনিবাৰ (১৯৬৭,১৯৬৮ আৰু ১৯৬৯) ৰাজ্যিক জুনিয়ৰ দলত স্থান লাভ কৰে। তদুপৰি ১৯৬৬-৬৯ চিনিয়ৰ আন্তঃ জিলা খেলোতে (১৯৬৮ আৰু ১৯৬৯) চিনিয়ৰ ৰাজ্যিক দলতো খেলে।

গোলেশ্বৰ সিঙে ১৯৬৮-৭০ লৈকে তিনিবাৰ গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। এই গৰাকী ৫ ফুট ৭½ ইঞ্চি ওখ, ৬২ কিলোগ্ৰাম ওজনৰ গ'লৰক্ষকে ১৯৭০ চনত নাগালেণ্ড পুলিচত যোগদান কৰে। ১৯৭২ চনত নাগালেণ্ড পুলিচ দলে সৰ্বো ভাৰত পুলিচ ফুটবল চেম্পিয়নশ্বিপ্ অৰ্জন কৰে। ফাইনেলত আৰ. এ. চি. বিকানিৰ বিৰুদ্ধে খেলোতে সমগ্ৰ খেলখন বিকানিৰ দলে আধিপত্য বিস্তাৰ কৰোঁতে প্ৰতিপক্ষত মগন সিঙৰ দৰে সুদক্ষ ফৰোৱাৰ্ডে খেলিছিল; কিন্তু গোপেশ্বৰ সিঙৰ বীৰোচিত খেলে সকলো আক্ৰমণ ব্যৰ্থ কৰি ১-০ গ'লত জয়ী হয়। ১৯৭৩ চনতো এই প্ৰতিযোগিতাৰ ৰাণাৰ্ছ-আপ পায়। তদুপৰি তেওঁ ১৯৭৪,১৯৭৫ আৰু ১৯৭৬ চনত নাগালেণ্ডৰ হৈ সন্তোষ ট্ৰফী খেলে ১৯৭৫ চনত জাতীয় দলত স্থান পায় আৰু ইণ্ডোনেছিয়ালৈ খেলিবলৈ যায়। তদুপৰি ১৯৭৫-৭৬ ইন্দো-ছোভিয়েট মিটত অংশ লয়।

গোপেশ্বৰ সিঙে ১৯৭৯ লৈকে নাগালেণ্ড পুলিচ দলত খেলি ১৯৮০ চনত মণিপুৰ একাদশৰ হৈ দিল্লীত সঞ্জয় গান্ধী মেমৰিয়েল ফুটবল খেলিয়ে অৱসৰ লয়। □□

# শান্তি কুমাৰ সিং

মণিপুৰত জন্মগ্ৰহণ কৰা অসম ফুটবলৰ প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত লেফট-হাফ্ শান্তি কুমাৰ সিং এটা জাকত-জিলিকা ক্ৰীড়া প্ৰতিভা। শান্তি কুমাৰ সিঙ ১৯৭০ নেচনেল জুনিয়ৰ ফুটবলত ৰাণাৰ্ছ-আপ প্ৰাপ্ত অসম দল আৰু ১৯৭১ সদৌ ভাৰত বিশ্ববিদ্যালয় ফুটবলত অপৰাজিত ৰাণাৰ্ছ-আপ প্ৰাপ্ত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল। শান্তি কুমাৰ সিঙে জুনিয়ৰ নেচনেল ট্ৰায়েল কেম্পত থাকোতে ৰাজ্যিক দল বাছনি শিবিৰত উপস্থিত থাকিব নোৱাৰিলে। তথাপিও তেওঁ ১৯৭১ সন্তোষ ট্ৰফী প্ৰতিযোগিতাৰ বাবে ৰাজ্যিক দলত স্থান লাভ কৰে। ক্ৰীড়া লেখক **অৰুণ বৰুৱাৰ** মতে, "লেফট্-হাফ্ শান্তি কুমাৰ সিং অসম্ভৱ বল কণ্ট্ৰোলৰ অধিকাৰী হোৱাৰ উপৰি চকুতপৰা খেলুৱৈ আছিল।" ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচত মণিপুৰৰ এই খেলুৱৈ গৰাকীয়ে প্ৰশিক্ষকৰূপে ভাৰতীয় ফুটবলৰো দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে।

শান্তিকুমাৰ সিং ১৯৫৩ চনৰ ১ মাৰ্চত ইম্ফলৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ প্ৰিয় কুমাৰ সিং মণিপুৰ পুলিচৰ ডেপুটী কমাণ্ডেণ্ট আছিল। পৰিয়ালৰ মুঠ আঠগৰাকী (৪ জন ল'ৰা ৪ জনী ছোৱালী)ৰ ভিতৰত শান্তি কুমাৰ সবাতোকৈ জ্যেষ্ঠ আছিল। শান্তি কুমাৰ সিঙে ৰামলাল পাল হাইস্কুলত পঢ়া-শুনাৰ পাতনি মেলি ১৯৬৮ চনত মেট্ৰিক পাছ কৰে। স্কুলত পঢ়ি থাকোতেই ১৯৬৬ চনত ইয়াচকুল এথলেটিক ক্লাব দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৭০ লৈকে খেলে। মেট্ৰিক পাছ কৰি ডি এম কলেজত ভৰ্ত্তি হয় আৰু কলেজ দলত খেলোতে তিনিবাৰ (১৯৬৮, ১৯৭০ আৰু ১৯৭১) আন্তঃ কলেজ খিতাপ অৰ্জন কৰে। এই সময়ছোৱা (১৯৭০-৭২)ত তেওঁ ইন্দো-বাৰ্মা এছ এ-ৰ হৈ খেলি মণিপুৰৰ ফুটবলত ত্ৰাসৰ সৃষ্টি কৰে। ১৯৭২-৭৩ ঋতুত ডি এম কলেজৰ পৰা বি. এছ চি. পাছ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ত এনথ্ৰপলজি বিষয়ত এম. এ. পঢ়িবলৈ লয় আৰু লগে লগে মহাৰাণা ক্লাবতো যোগদান কৰে। সেইবছৰতে বিশ্ববিদ্যালয় শ্ৰেণী দলে তেওঁৰ অধিনায়কত্বতে আন্তঃ কলেজ ফুটবল চেম্পিয়ন হয়। এয়া আছিল তেওঁৰ চতুৰ্থ আন্তঃ কলেজ ফুটবল খিতাপ। অসম ফুটবলত এনে ধৰণৰ কৃতিত্ব বিৰল। ১৯৭৪ চনত গুৱাহাটী টাউন ক্লাব দলত যোগদান কৰি দুবছৰকাল খেলে। ইয়াৰ ভিতৰত ১৯৭৫ চনত গুৱাহাটীৰ হৈ আন্তঃ জিলা খেলি চেম্পিয়নশ্বিপ অৰ্জন কৰোঁতে শান্তি কুমাৰৰ আকৰ্ষণীয় ক্ৰীড়া কৌশলে তিনিচুকীয়া ক্ৰীড়ামোদীৰ

দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। সেই বছৰতে তেওঁ এম. এ. পাছ কৰি ইম্ফললৈ প্ৰত্যাৱৰ্তন কৰে। তাৰ পিচতে দুবছৰ TRAU দলত খেল অব্যাহত ৰাখি ১৯৭৭ চনত কেৰাণীৰূপে ইনকম টেক্স বিভাগত কৰ্ম নিয়োগ ঘটে। চাকৰি কৰি থাকোতে দুবছৰ চিলং টাউন ক্লাবত খেলি ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

শান্তি কুমাৰ সিঙে ১৯৬৮-৭১ লৈকে মণিপুৰৰ হৈ জুনিয়ৰ আন্তঃ জিলা ফুটবল খেলি দুবাৰ চেম্পিয়নশ্বিপ অৰ্জন কৰে। ইয়াৰ মাজতে ১৯৭০ চনত জুনিয়ৰ ৰাজ্যিক দলত খেলোতে অসমে জাতীয় জুনিয়ৰ ফুটবলত ৰাণাৰ্ছ-আপ সন্মান পায় আৰু জুনিয়ৰ নেচনেল ট্ৰেয়েল কেম্পলৈ আমন্ত্ৰণ পাওঁতে জাতীয় জুনিয়ৰ দলৰ ৰিজাৰ্ভ তালিকাত থাকে। তদুপৰি তেওঁ ১৯৬৯-৭২ লৈকে মণিপুৰৰ হৈ চিনিয়ৰ আন্তঃ জিলা খেলি ১৯৭০ চনত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে। ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলোতে আন্তঃ বিশ্ববিদ্যালয় ফুটবলত অপৰাজিত ৰাণাৰ্ছ-আপ খিতাপ কঢ়িয়াই আনে। পিচৰ বছৰ গুৱাহাটী বিশ্ববিদ্যালয় দলত পুনৰ স্থান লাভ কৰে, যদিও যাব নোৱাৰিলে। ফলত দীপক কুমাৰ লিম্বুক অধিনায়কৰ ভাৰ দিয়ে। ১৯৭৩ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলে তেওঁৰ অধিনায়কত্বতে সম্বলপুৰত আন্তঃ বিশ্ববিদ্যালয় ফুটবল খেলে। শান্তিকুমাৰ সিঙে TRAU দলত খেলি থাকোতে মণিপুৰ ৰাজ্যিক দলে তেওঁৰ অধিনায়কত্বতে পাটনাত অনুষ্ঠিত সন্তোষ ট্ৰফী ফুটবলত অংশ গ্ৰহণ কৰে (১৯৭৬ চন)।

শান্তি কুমাৰ সিঙে ১৯৮১ চনত ফুটবলৰ পৰা সন্যাস লোৱাৰ উপৰি ইনকম টেক্সৰ চাকৰি এৰি মণিপুৰ ডাইৰেক্টৰেট অৱ ইয়থ এফেয়াৰ্ছ এণ্ড স্পৰ্টছত যোগদান কৰি ১৯৮২-৮৩ মৰছুমত পাতিয়ালাৰ পৰা এন. আই. এছ. লৈয়ে স্বকীয় গৌৰৱময় ফুটবলৰ দ্বিতীয় অধ্যায়ৰ পাতনি মেলে। ১৯৮৭ ফিফাৰ অলিম্পিক চলিডাৰিটি কোচিং কেম্প (SARC অঞ্চলৰ) বাঙ্গালোৰত অনুষ্ঠিত হওঁতে ইভান টুপেক-ৰ প্ৰশিক্ষণ পায়। ১৯৮৯ চনত জাৰ্মান বিশেষজ্ঞ গাৰ্ড মুৰহুল-ৰ এডভাঞ্চ স্পৰ্টছ বাইঅ মেকানিকছ্-ৰ এটা চাৰি সপ্তাহ জোৱা কৰ্চ লয়, স্থান পাতিয়ালা। প্ৰশিক্ষক শান্তি কুমাৰ সিঙে ১৯৯৫ চনত ৰিও দি জেনিৰোৰ স্থিত ব্ৰাজিল ফুটবল একাডেমীত চাৰি সপ্তাহৰ প্ৰশিক্ষণ লয়। ১৯৯৭ চনত জাৰ্মান প্ৰশিক্ষক হিলব্ৰেনৰ পৰা ভাৰতীয় মহিলা ফুটবল গঠনৰ এটা বিশেষ প্ৰশিক্ষণ লয় আৰু ১৯৯৮ চনত এ এফ চি-ৰ 'বি' লাইচেঞ্চ প্ৰশিক্ষণ লয়। এই খিনিতে উল্লেখ্য শান্তি কুমাৰ সিং ১০ম এচিয় মহিলা প্ৰতিযোগিতা, স্থান মালয়চিয়া আৰু ১১তম এচিয় মহিলা ফুটবল চীনত অনুষ্ঠিত হওঁতে ভাৰতীয় মহিলা ফুটবল দলৰ প্ৰশিক্ষক আছিল।

# লুঙ্গানি কাবুই

মণিপুৰৰ ফুটবলত লুঙ্গানি কামেই-ক বাদ দিব নোৱাৰি। কাবুই নগা গোষ্ঠীৰ লুঙ্গানি ফুটবল প্ৰেমীৰ মাজত লুঙ্গানি কাবুই নামেৰে অধিক পৰিচিত। লুঙ্গানি কাবুই ১৯৫২ চনত ইম্ফলত জন্ম গ্ৰহণ কৰে। মণিপুৰ পুলিচৰ কৰ্মচাৰী পুচিংলাঙ্গ কামেই (দুজন ল'ৰা আৰু দুজনী ছোৱালী)ৰ দ্বিতীয় সন্তান। তেওঁ ইম্ফলৰ ৰাজাদুনৱা হাইস্কুলৰ পৰা ১৯৭২ চনত মেট্ৰিক পাছ কৰে।

লুঙ্গানি কাবুইয়ে ইম্ফল স্পৰ্টিং ক্লাৱত ১৯৫৯ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলি ১৯৬০ চনত ইয়াচকুল স্পৰ্টিং দললৈ আহে আৰু ১৯৬৯ চনত ইণ্ডিয়ান স্কুল দলত স্থান পায়। তেওঁৰ উপৰি সুবোধ চৌধুৰী, বীৰেন বড়ো আৰু সূৰ্য্য বাহাদুৰ ছেত্ৰী নিৰ্বাচিত হৈছিল। সেইবছৰ অসম জুনিয়ৰ দলতো স্থান লাভ কৰে। পিচৰ বছৰ খেলোতে অসমে ৰাণাৰ্ছ-আপ খিতাপ পায়। তেওঁ ১৯৭১ আৰু ১৯৭২ চনত অসম চিনিয়ৰ দলৰ লেফট-ইন পজিচনত খেলে। বিশেষকৈ উল্লেখ্য এই ষ্ট্ৰাইকাৰ গৰাকীয়ে ১৯৭০ আন্তঃ জিলা বিজয়ী মণিপুৰৰ অন্যতম সদস্য আছিল। ১৯৭২ চনত তেওঁ জালেঙ্গ-ৰঙ্গ ক্লাৱলৈ আহিয়ে পৰৱৰ্ত্তী বছৰত নাগালেণ্ড পুলিচত যোগদান কৰে। এই গৰাকী ৫ ফুট ৪ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৭৪-ৰ পৰা মুঠ ৯ বাৰ নাগালেণ্ড ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফী খেলে। ইয়াৰ ভিতৰত ১৯৭৬ মাৰ্ডেকাগামী ভাৰতীয় দলৰ তেওঁ মিড-ফিল্ড খেলুৱৈ আছিল। ১৯৮৭ চনত তেওঁ ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।


লুঙ্গানি কাবুই


শান্তি কুমাৰ সিং

# পাফলুং কাবুই

মণিপুৰৰ ফুটবলত কাবুই গোষ্ঠীৰ অৱদান মনকৰিবলগীয়া। ইয়াৰ ভিতৰত পাফলুং কাবুই অন্যতম। জন্ম ১৯৫৪ চনৰ ১ মাৰ্চ, স্থান ইম্ফল। সাধাৰণ পৰিয়ালৰ পাফলুং কাবুই নজন (তিনিজন ল'ৰা আৰু ছয়গৰাকী ছোৱালী)ৰ তৃতীয় সন্তান। ৰাষ্ট্ৰলিপি হাইস্কুলৰ পৰা মেট্ৰিক (১৯৬৯) আৰু ইম্ফল কলেজৰ পৰা বি.এ. (১৯৭৪-৭৫) পাছ্ কৰে। ফুটবলৰ শুভাৰম্ভ স্কুল দলত যদিও ১৯৬৬ চনৰ পৰা KKYU দলত খেলে। কলেজত পঢ়ি থাকোতে দুবছৰ ১৯৭০ আৰু ১৯৭১ মণিপুৰ ৰাইফলছত খেলে আৰু ১৯৭২ চনত মহাৰাণা ক্লাবত যোগদান কৰে। প্ৰত্যাবৰ্ত্তন কৰি ১৯৭৩ চনত KKYU আৰু দুবছৰ (১৯৭৪ আৰু ১৯৭৫) TRAU দলত খেলে। ১৯৭৬ চনত ইনকম টেক্স বিভাগত যোগদান কৰি দুটা বছৰ চিলং টাউন ক্লাবত কটায়।

পাফলুং কাবুইয়ে সদায় ৰাইট-আউট পজিচনত খেলিছিল। ১৯৭০ আন্তঃ জিলা ফাইনেলত গুৱাহাটীক ৩-১ ব্যৱধানত পৰাভূত কৰোঁতে পাফলুং কাবুইয়ে হেট-ট্ৰিক অৰ্জন কৰে। তদুপৰি অসম জুনিয়ৰ দলে ইষ্ট জুন চেম্পিয়ন হওঁতে কৰিমগঞ্জত বঙ্গক ১-০ গ'লত হৰুৱায়—স্কৰ পাফলুং কাবুইৰ। কিন্তু যোৰহাটত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়ৰ খেলত এই বঙ্গৰ হাততে ২-০ ব্যৱধানত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়। ১৯৭১ চনত তেওঁ জুনিয়ৰ নেচনেল ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে অল ইণ্ডিয়া ইউনিভাৰ্চিটি ফুটবলতো ৰাণাৰ্ছ-আপ পায়। পাফলুং কাবুইয়ে ১৯৭২ চনত ৰাজ্যিক দলত খেলে। এই গৰাকী ৫ফুট ৪$^1/_2$ ইঞ্চি ওখ, ৫৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৮১ চনত ইম্ফলৰ দ্বিতীয় ডিভিজন KKYU দলত খেলি ১৯৮২ চনত অৱসৰ লয়।


গোলেশ্বৰ সিং


পাফলুং কাবুই

# তেজপুৰৰ ফুটবল বুৰঞ্জী



তেজপুৰৰ প্ৰাক - ঐতিহাসিক নাম শোণিতপুৰ। কিংবদন্তি'অনুসৰি এই শোণিতপুৰতে বাণ ৰজাৰ ৰাজধানী আছিল। ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত ইতিহাস প্ৰসিদ্ধ অগ্নিগড় আজিও প্ৰাক ঐতিহাসিক কালৰ সাক্ষ্য হৈ আছে। বিশেষকৈ শালস্তম্ভ বংশৰ ৰজা হৰ্জ্জৰ বৰ্মণ (৮১৫-৮৩৫ খৃষ্টাব্দ)ৰ ৰাজত্বকালৰ উল্লেখযোগ্য কীৰ্ত্তি চিহ্ন হল তেজপুৰ চহৰৰ পশ্চিম সীমান্তত ২৫৮ বিঘা মাটি কালি জুৰি থকা — হজৰা পুখুৰী। সময়ৰ অগ্ৰগতিত পুখুৰীৰ ওখ পাৰ কেইটাহে বৰ্ত্তমান সাক্ষীৰূপে থিয় দি আছে। বৃটিছ শাসন কালত এই হজৰা পুখুৰীতে ঘোৰা দৌৰ অনুষ্ঠিত হৈছিল। অৱশ্যে তেজপুৰৰ আধুনিক ক্ৰীড়া সভ্যতা বিকাশত বৃটিছসকলৰ অনুদানক আমি নুই কৰিব নোৱাৰো। তেজপুৰ ষ্টেচন ক্লাৱৰ প্ৰভাৱ বিশেষভাৱে উল্লেখ কৰিবলগীয়া। ১৮৭৫ চনত প্ৰতিষ্ঠা হোৱা তেজপুৰ ষ্টেচন ক্লাৱ স্বাধীনতাৰ পূৰ্বলৈকে কেৱল বৃটিছ সকলৰ ক্ৰীড়া বিনোদনৰ কেন্দ্ৰস্থল আছিল যদিও বৃটিছ সকলৰ ক্ৰীড়া চৰ্চ্চাই খিলঞ্জীয়া সকলকো আকৰ্ষিত কৰিছিল।

অসমত বৃটিছ শাসন প্ৰৱৰ্ত্তন হোৱাৰ পিচতে দৰং জিলা গঠন হয় (১৮৩৩) আৰু সদৰঠাই আছিল মঙ্গলদৈ। কিন্তু ১৮৩৫ চনত দৰং জিলাৰ সদৰ তেজপুৰলৈ উঠাই নিয়ে। বৃটিছ সকলে তেজপুৰক এখন পৰিকল্পিত চহৰৰূপে গঢ দিয়ে। ফলস্বৰূপে তেজপুৰ সমগ্ৰ উত্তৰ অসমৰ কেন্দ্ৰ-বিন্দু হৈ পৰাৰ উপৰি কলা সংস্কৃতিৰ দিশত অসমত শীৰ্ষস্থান লাভ কৰে। বিশেষকৈ হজৰা পুখুৰীৰ ঘোৰা দৌৰ, পল' ফিল্ডত অনুষ্ঠিত পল' খেলে তেজপুৰত আধুনিক ক্ৰীড়া সভ্যতাৰ বীজ ৰোপণ কৰে। ইয়াৰ লগে লগে ফুটবল খেলৰো শুভাৰম্ভ হয়। বৃটিছ সকলৰ আগমনৰ লগে লগে জইণ্ট ষ্টিমাৰ কোম্পানী, তেজপুৰ-বালিপাৰা ৰেলৱে, কিলবাৰ্ণ কোম্পানীত বহুতো বঙ্গ দেশৰ লোক আহি কামত যোগ দিয়াৰ পিচৰে পৰা তেজপুৰত ফুটবল চৰ্চ্চাৰ ক্ৰমবৃদ্ধি হয়।

বিংশ শতিকাৰ পাতনিৰে পৰাই তেজপুৰত নিয়মিতভাৱে ফুটবল প্ৰচলন হওঁতে লীগ ফুটবলৰ সূচনা ১৯০৩ চনত। এই উদ্দেশ্য ষ্টেগ কাপ প্ৰদান কৰা হৈছিল। ১৯২০ চনত তেজপুৰ স্পৰ্টছ এছ'চিয়েচনখনো গঠন হয়।



তরুণ অসম সংঘ ১৯৫৩

এই সন্থা গঠন আৰু পৰিচালনাৰ মূল কৰ্ণধাৰ আছিল আবুল হুছেইন, দুলাল ভট্টাচাৰ্য্য, নন্দ গাঙ্গুলী, ললিত ভূঞা, সূৰ্য্য বড়া আদি ক্ৰীড়া সংগঠকসকল। আবুল হুছেইনে দীৰ্ঘকাল ধৰি সন্থাৰ সম্পাদক পদত আছিল। সেইসময়ত অনুষ্ঠিত শশীন্দ্ৰ মে'মৰিয়েল শ্বিল্ড আৰু শোভাগমল শিল্ডত তেজপুৰ টাউন ক্লাব, তেজপুৰ স্পৰ্টিং ইউনিয়ন, তেজপুৰ পুলিচ, চাৰি দুৱাৰৰ অসম ৰাইফলছ, তেজপুৰ চৰকাৰী হাইস্কুল আদিয়ে অংশ গ্ৰহণ কৰিছিল। তদুপৰি ৰেল বিভাগ আৰু চাহ বাগিচাৰ কৰ্মচাৰীৰে গঠিত ৰঙাপাৰাৰ এটা দলেও প্ৰায়ে এই শ্বিল্ডত অংশ লৈছিল। বিশেষকৈ ১৯৩০ চনত গঠন হোৱা তৰুণ অসম সংঘই তেজপুৰৰ ফুটবলত আলোড়ন সৃষ্টি কৰি ১৯৫৩ চনত স্বাধীনতা দিৱস কাপ জয় কৰে। সেইসময়লৈকে তেজপুৰত আত্ম-প্ৰকাশ কৰা বিখ্যাত খেলুৱৈসকল - দুলাল ভট্টাচাৰ্য্য, মণি ভট্টাচাৰ্য্য, সূৰ্য্য বড়া, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, প্ৰফুল্ল দাস (পুতুল), প্ৰবোধ দাস(অকন), প্ৰসন্ন দাস(চুনু), ভোলা দাস, সুধীন গাঙ্গুলী, আবুল হুছেইন, সূৰ্য্য দাস, অজয় মেচ, ললিত ভূঞা, বিষ্ণু ৰাভা, শৰৎ শইকীয়া, অৰ্জুন সিং, বীৰেন দাস আদি। দ্বিতীয় মহাসমৰৰ সময়ত তেজপুৰ স্পৰ্টছ এছ'চিয়েচন অচল হৈ পৰোতে তৰুণ অসম সংঘই সন্থাৰ হৈ খেলসমূহ চলোৱাৰ দায়িত্ব লয়। ১৯৪৬ চনত অসম ফুটবল সন্থা গঠন হোৱাৰ পিচতে তেজপুৰ স্পৰ্টছ এছ'চিয়েচনক পুনৰ সক্ৰিয় কৰি তোলে। **দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য** সভাপতি আৰু **ভূপেন চন্দ্ৰ বৰুৱা** সম্পাদক নিৰ্বাচিত হয়। এই খিনিতে উল্লেখ্য এই সন্থাক পুনৰ জীৱিত কৰাত আগভাগ লৈছিল— তৰুণ অসম সংঘই। ইতিমধ্যে তেজপুৰ একাডেমী আৰু তেজপুৰ বেঙ্গলী বয়জ স্কুলেও তেজপুৰ লীগত অংশ লৈ প্ৰতিদ্বন্দ্বিতা তীব্ৰতৰ কৰি তোলে। ১৯৬৮ চনত অসম ৰাইফলছ দলে মণিপুৰৰ ছাব চূড়াচন্দ শ্বিল্ড জয় কৰে। অৱশ্যে ১৯৫১ চনত তেজপুৰ ক্ৰীড়া সন্থা একাদশে এই প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ পাইছিল। এই খিনিতে উল্লেখ্য চল্লিশৰ দশকৰ পৰা ষাঠিৰ দশকলৈকে তেজপুৰত ভালে সংখ্যক উচ্চমান বিশিষ্ট ফুটবল খেলুৱৈৰ আবিৰ্ভাব হৈছিল। সেইসকলৰ ভিতৰত প্ৰফুল্ল দাস, মণি গাঙ্গুলী, তাৰিণী মহন্ত, কৈলাশ কলিতা, ৰমেন্দ্ৰ দে(নানু), লালু দাস, চন্দিকা প্ৰসাদ তেৱাৰী, হৰ কুমাৰ শইকীয়া, প্ৰফুল্ল মেচ, অক্ষয় ডেকা, অৰবিন্দ ডেকা, অতুল দাস, অজয় মেচ, দুৰ্গাচৰণ ভট্টাচাৰ্য্য, গঙ্গাচৰণ ভট্টাচাৰ্য্য, হৰেন দে, ফণীধৰ ডেকা, ক্ষীৰোদ বৈশ্য, গঙ্গাৰাম দাস, নিৰেন মেচ, অমু মুখাৰ্জী, চেনাৰাম নাথ, কমলা নাথ, বিপিন দাস আদি উল্লেখকৰিবলগীয়া। ইয়াৰ ভিতৰত প্ৰফুল্ল দাস, মণি গাঙ্গুলী, হৰ কুমাৰ শইকীয়া,কৈলাশ কলিতা, প্ৰসন্ন দাস আৰু ৰমেন্দ্ৰ



প্ৰফুল্ল দাস



প্ৰসন্ন দাস



ফটো পাৰ্শ্বনাথ দাসৰ সৌজন্যত

তেজপুৰ জিলা দল - ১৯৫৬

ঠিয় হৈ বাঁওফালৰ পৰা - বাদল দে, আনন্দি মেচ, অক্ষয় ডেকা, চেনাৰাম নাথ, তাৰিনী ভূঞা, প্ৰফুল্ল মেচ। বহি - কৈলাশ কলিতা, ক্ষীৰোদ কৰ্মকাৰ, ধীৰেন দাস, পাৰ্শ্বনাথ দাস, শৰৎ নাজিৰী।



ৰমেন্দ্ৰ দে (নানু)

দে-ৰ সমকক্ষ খেলুৱৈ পৰৱৰ্ত্তী কালত ওলোৱা নাই বুলি কব পাৰি। অৱশ্যে এই খিনিতে প্ৰফুল্ল মেচ, অমু মুখাৰ্জী আৰু কমলা নাথৰ দৰে প্ৰতিভাশালী খেলুৱৈক উনুকিয়ালে ভুল নহব।

১৯৫৫ চনত মণি গাঙ্গুলী তেজপুৰ জিলা ক্ৰীড়া সন্থাৰ সম্পাদক নিৰ্বাচিত হয়। ইতিমধ্যে তেজপুৰ জিলা ক্ৰীড়া সন্থাই এখন নিয়মিত ফুটবল প্ৰতিযোগিতা আয়োজনৰ থিৰাং কৰে। এই উদ্দেশ্যে তেজপুৰৰ বিশিষ্ট ব্যৱসায়ী বচ্চৰাজ ডুগৰ তথা তেওঁৰ পৰিয়ালৰ লোকসকলে পিতৃ চোহনলাল ডুগৰ-ৰ স্মৃতিত তেজপুৰ জিলা ক্ৰীড়া সন্থাক এখন শ্বিল্ড দান কৰে। সম্পূৰ্ণ ৰূপৰে নিৰ্মিত মাজত সোণৰ অশোক স্তম্ভ থকা অসমৰ এই সৰ্ববৃহৎ শ্বিল্ড খনৰ শুভাৰম্ভ ১৯৫৬ চনত হয়। ষ্টেট ট্ৰেন্সপৰ্ট দলে পোন প্ৰথম এই ট্ৰফী জয়লাভ কৰে আৰু এই ডুগৰ শ্বিল্ড অসমৰ চাৰিখন প্ৰধান ফুটবল প্ৰতিযোগিতাৰ তালিকাভুক্ত হয়। নুৰুল আমিন ৰাজ্যিক ক্ৰীড়া পৰিষদ-ৰ সচিব হৈয়ে ১৯৫৮ চনত সকলো জিলা সন্থাকে এখন এছ'চিয়েচনৰ তলত সকলো খেল সামৰি লববৈলে এক নিৰ্দ্দেশ জাৰি কৰে। সেই মৰ্মে তেজপুৰ জিলা ক্ৰীড়া সন্থাৰ সংবিধান সংশোধন কৰি অন্যান্য খেলসমূহো সামৰি লয় (১৯৬১)।

তেজপুৰ জিলা দলে ১৯৪৭ চনত অনুষ্ঠিত প্ৰথম আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত অংশ লোৱা নাছিল। অৱশ্যে ৰাজ্যিক দলত স্থান পোৱা তেজপুৰৰ প্ৰথম খেলুৱৈ গৰাকী হল ৰমেন্দ্ৰ দে (১৯৪৯)। ১৯৫৩ চনৰ আন্তঃ জিলা ফুটবল তেজপুৰত অনুষ্ঠিত হয়। ১৯৫৬ চনত তেজপুৰে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ পায়। ফাইনেলত উদ্যোক্তা নগাঁৱৰ হাতত ৩-১ গ'লত পৰাভূত হয়। পৰৱৰ্ত্তীকালত তেজপুৰ দলে তেনে উল্লেখযোগ্য ভূমিকা লব পৰা নাছিল, যদিও ১৯৯৯ আৰু ২০০১ চনত খিতাপ অৰ্জ্জন কৰিবলৈ সক্ষম হয়। ৰাজ্যিক দলত খেলা তেজপুৰৰ অন্যান্য খেলুৱৈসকল — প্ৰফুল্ল মেচ, অক্ষয় ডেকা, দুৰ্গাচৰণ ভট্টাচাৰ্য্য, পাৰ্শ্বনাথ দাস, সোমৰাজ গুৰুং, বলৰাম গুৰুং, কমলা নাথ আৰু কৃষ্ণ চেথী। ইয়াৰ ভিতৰত প্ৰফুল্ল মেচে তেজপুৰ এৰি গুৱাহাটী টাউন ক্লাব আৰু কমলা নাথে অসম পুলিচ দলত যোগদান কৰি অসম ফুটবলত তোলপাৰ সৃষ্টি

কৰে। আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত দৰং কলেজে দুবাৰ (১৯৫৩ আৰু ১৯৫৪) ৰাণাৰ্ছ-আপ খিতাপ পায়। গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলা তেজপুৰৰ প্ৰথম খেলুৱৈ গৰাকী হল—দুৰ্গাচৰণ ভট্টাচাৰ্য্য(১৯৫০)। পৰৱৰ্ত্তীকালত গঙ্গাচৰণ ভট্টাচাৰ্য্য, প্ৰফুল্ল মেচ, ক্ষীৰোদ বৈশ্য, দেৱীচৰণ বৰুৱা আদিয়ে খেলে। ১৯৮৭ চনত তেজপুৰে ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ জয় কৰাৰ উপৰি তেজপুৰৰ ডন বস্কো স্কুলে দেউকণ শ্বিল্ড জয় কৰে। অসম ৰাইফলচ দলে অসম ক্লাব ফুটবল চেম্পিয়নচিপ্‌ত আধিপত্য বিস্তাৰ কৰোঁতে ১৯৯৮-৯৯, ১৯৯৯-০০ আৰু ২০০০-০১ চনত জয় কৰে।

মন কৰিবলগীয়া যে ষাঠিৰ দশকৰ পিচৰ পৰা তেজপুৰৰ ফুটবল প্ৰায় মৃতপ্ৰায় হৈ পৰে আৰু ডুগৰ শ্বিল্ড ফুটবল প্ৰতিযোগিতাখনো মাজে মাজে বন্ধ হোৱা পৰিলক্ষিত হয়। ইয়াৰ অন্তৰ্গত ১৯৮৫-১৯৯২ লৈকে দীৰ্ঘ আঠবছৰ প্ৰতিযোগিতাখন অনুষ্ঠিত হোৱা নাছিল। তেজপুৰ পল' ফিল্ডত এখন ইনড'ৰ ষ্টেডিয়াম ইতিমধ্যে নিৰ্মাণ কৰা হয় আৰু ঐতিহাসিক হজৰা পুখুৰীত এখন নতুন ষ্টেডিয়াম নিৰ্মাণ কৰি থকা হৈছে। অৱশ্যে তেজপুৰৰ ফুটবল প্ৰাণ ডুগৰ শ্বিল্ড সদায় পল' ফিল্ডৰ সৈতে জড়িত থাকিব।

তেজপুৰৰ বিশিষ্ট ৰেফাৰী সকল — মিষ্টাৰ ডুগী, দুলাল ভট্টাচাৰ্য্য, তেজেন দত্ত, ৰামেশ্বৰ ত্ৰিপাঠী আদি উল্লেখযোগ্য। তদুপৰি ৰেডিঅ কমেণ্টেটৰ্ছ ইস্কে আলম; স্পৰ্টছ কৰিচ পণ্ডেণ্টৰূপে নৃপেন বৰুৱা আদি তেজপুৰৰ ক্ৰীড়া জগতত জিলিকি থাকিব। বিশেষকৈ তেজপুৰৰ ক্ৰীড়া সংগঠকসকল— আবুল হুছেইন, ভূপেন বৰুৱা, দুলাল ভট্টাচাৰ্য্য, প্ৰসন্ন দাস, নৃপেন বৰুৱা, নিৰেন বৰুৱা, মণি গাঙ্গুলী, দেৱীচৰণ ভট্টাচাৰ্য্য আৰু প্ৰেম ডেকাৰ নাম লেখতলবলগীয়া। ইয়াৰে অসম ফুটবল সন্থাৰ উপ-সভাপতি প্ৰেম ডেকা ১৯৯৯ চনৰ জাতীয় ক্ৰীড়াত ফুটবলৰ ৰূপৰ পদক পোৱা অসম দলৰ মেনেজাৰ আছিল। □□


ডুগৰ শ্বিল্ড

# কৈলাশ কলিতা

তেজপুৰত আত্ম-প্ৰকাশ কৰা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত ৰাইট-বেক্ কৈলাশ কলিতা অন্যতম। ১৯৫৩ চনত তৰুণ অসম সংঘৰ পক্ষে খেলি স্বাধীনতা দিৱস কাপ জয় কৰে। তেজপুৰত এওঁক "চেকেণ্ড মেৱালাল" আৰু নামনি অসমত "চাইনীজ ৱাল" নাম দিছিল। ১৯৫৩ চনৰ ৪ আগষ্টত তেজপুৰ একাদশে কলিকতা লীগ ৰাণাৰ্ছ ভৱানীপুৰক ২-১ গ'লত পৰাভূত কৰোঁতে তেজপুৰ দলত কৈলাশ কলিতাও খেলিছিল। ১৯৫১ চনত তেওঁৰ অধিনায়কত্বতে তেজপুৰ একাদশে ছাৰ চূড়াচন্দ মে'মৰিয়েল শ্বিল্ডত ৰাণাৰ্ছ-আপ পায়। মাত্ৰ ৫ ফুট ২১/২ ইঞ্চি ওখ আৰু ৫৬ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৫৯ চনত ফুটবলৰ পৰা অৱসৰ লয়। কৈলাশ কলিতাৰ জন্মস্থান তেজপুৰ। তাং ১ এপ্ৰিল ১৯২৬ চন। তেজপুৰ গভৰ্ণমেণ্ট স্কুলৰ পৰা মেট্ৰিক আৰু দৰং কলেজৰ পৰা আই.এ. পাছ কৰে (১৯৪৫)। ☐☐

# হৰ কুমাৰ শইকীয়া

অসম ফুটবলৰ সৰ্বকালৰ অল-ষ্টাৰ দলত নিঃসন্দেহে হৰকুমাৰ শইকীয়াক সাঙুৰিব পাৰি। সমগ্ৰ জীৱন লেফট-ইন পজিচনত খেলিলেও মহাৰাণা দলত পিলিক চৌধুৰী থকা বাবে তেওঁ ৰাইট-ইন পজিচনত খেলি অসমৰ অদ্বিতীয় ৰাইট-ইন খেলুৱৈৰূপে জিলিকি উঠিছিল। আনহাতে পিলিকৰ পিচতেই অসমৰ শ্ৰেষ্ঠ লেফট-ইন আছিল। খুউব পাৰফেক্ট বল কণ্ট্ৰোল থকা এই ফুটবলাৰৰ হেডিং ও শ্বুটিং অপূৰ্ব। বিশেষকৈ একোটা হেডিঙে শ্বুটিঙৰ কাম কৰিছিল। তেজপুৰৰ প্ৰখ্যাত ফুটবলাৰ তথা ৰাজ্যিক খেলুৱৈ প্ৰফুল্ল মেচৰ মতে,"হৰ কুমাৰ শইকীয়া অল ৰাউণ্ড কোৱালিটি থকা সুন্দৰ ফুটবল খেলুৱৈ বিশেষকৈ তেওঁ শূন্য বাঁও-ভৰিৰে লেফট-ইন পজিচনত দক্ষতা সহকাৰে খেলিব পাৰিছিল।" এই মন্তব্য ফাঁকিয়ে হৰ কুমাৰ শইকীয়া যে কিমান উচ্চ পৰ্য্যায়ৰ খেলুৱৈ তাৰ জলন্ত নিদৰ্শন দাঙি ধৰে। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ হৰ কুমাৰ শইকীয়াৰ জন্ম ১৯২৭ চনত। স্থান তেজপুৰ। তেজপুৰৰ মৌজাদাৰ সোণাৰাম

শইকীয়া(দুজন ল'ৰা আৰু সাতজনী ছোৱালী)ৰ পঞ্চম সন্তান। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯৪৫ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৪৭ চনত কলিকতা চিটি কলেজৰ পৰা আই. এ. পাছ কৰে। গুৱাহাটীৰ কটন কলেজত বি. এ. পঢ়ি থাকোতেই পিতৃ বিয়োগ হোৱাৰ ফলত মৌজা চলোৱা কামত ন্যস্ত হৈ শিক্ষা সাং কৰিব লগা হয় (১৯৫০)।

সৰুৰে পৰা ফুটবল ভাল পোৱা হৰ কুমাৰে ষষ্ঠমান শ্ৰেণীতে স্কুল দল আৰু তেজপুৰ একাদশত খেলাৰ সুযোগ লাভ কৰে। তেতিয়া তেওঁ চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনৰ খেলুৱৈ। ১৯৪২ চনত স্কুল টুৰ্ণামেণ্ট খেলি প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰাৰ পিচত মেট্ৰিক পাছ কৰি তেজপুৰৰ তৰুণ অসম সংঘ দলত খেলিবলৈ লয়। কলিকতাত চিটি কলেজ দলত খেলাৰ উপৰি দ্বিতীয় ডিভিজন গ্ৰিয়াৰ স্পৰ্টিং ক্লাব(Greer Sporting club)তো খেলিছিল।

১৯৪৯ আৰু ১৯৫০ চনত কটন কলেজ আৰু মহাৰাণা ক্লাব দলত খেলে। ১৯৪৯ চনত মোহনবাগানৰ বিৰুদ্ধে জি. এফ. এ. একাদশত খেলি ১-০ ব্যৱধানত পৰাভূত হয়। তেতিয়া দলত জি. কলিতা, জামাল হুছেইন, উমেশ দাস(চিনিয়ৰ), বসন্ত মেধি, নাৰায়ণ দাস, দুৰ্গা চৌধুৰী, কনক বৰদলৈ, হৰ কুমাৰ শইকীয়া, বিমল কৰ, নলিনী চৌধুৰী, ভাৰত চৌধুৰী আদি আছিল। ইয়াৰে আঠ গৰাকী খেলুৱৈ মহাৰাণা ক্লাবৰ। ১৯৪৭ চনত নগাঁৱৰ পক্ষে আন্তঃ জিলা খেলে আৰু ১৯৪৮ চনত গুৱাহাটী(মহাৰাণা)ৰ পক্ষে খেলিছিল। এই টুৰ্ণামেণ্টত মহাৰাণা চেম্পিয়ন হয়। এইখন তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ খেল আছিল। ইয়াত পিলিক চৌধুৰী ৰাইট-ইন আৰু তেওঁ লেফট-ইনত খেলে। ইয়াৰ পিচত ১৯৫০,১৯৫১ আৰু ১৯৫২ চনত তেজপুৰৰ তৰুণ অসম সংঘ দলত খেলে। তেওঁৰ মতে সেই সময়ত তৰুণ অসম সংঘ দলটো গুৱাহাটীৰ শক্তিশালী মহাৰাণা ক্লাবৰ সমতুল্য আছিল। ইয়াত খেলি থাকোতেই তৃতীয় বছৰত অসম ৰাইফলছৰ বিৰুদ্ধে খেলা খেল এখনৰ প্ৰথমাৰ্দ্ধত সোঁ-আঠুত আঘাত পায় — তেওঁ আক্ৰমণাত্মক ভূমিকা লৈ দ্ৰুত গতিত আগবাঢ়োতে ডিফেণ্ডাৰে চাৰ্জ কৰে আৰু সেই চাৰ্জিঙৰ ওপৰেদি অতিক্ৰম কৰোঁতে পৰি সোঁ-আঠুত মচকা খায়। এই আঘাতৰ ফলতে তেওঁ মাত্ৰ ২৫-বছৰ ...ত অৱসৰ লবলৈ বাধ্য হয়। ১৯৮৬ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন ... কুমাৰ শইকীয়া ২০০৪ চনৰ ২ ছেপ্তেম্বৰ তাৰিখে তেজপুৰতে শেষ ...াগ কৰে। 

# প্ৰফুল্ল মেচ





প্ৰফুল্ল মেচ, অসম ফুটবলৰ এক অনন্য চৰিত্ৰ। এই গৰাকী ৫ ফুট ৬১/২ ইঞ্চি ওখ, ৬৮ কিলোগ্ৰাম ওজনৰ পেশীবহুল চেণ্টাৰ-হাফ্ তথা ইনচাইড-ফৰোৱাৰ্ডে যি দুৰ্দ্ধৰ্ষ ফুটবলৰ অৱতাৰণা কৰি গল সেয়া অসম ফুটবলৰ এক বিৰল নজিৰৰূপে সদায় জিলিকি থাকিব। উভয় ভৰিয়েই তীব্ৰ শ্বটৰ অধিকাৰী বিশেষকৈ তেওঁৰ দৰে বাঁও-ভৰিৰ কোবাল শ্বট্ মাৰোতা খেলুৱৈ আজি পৰ্য্যন্ত দ্বিতীয় গৰাকীৰ অভ্যুদয় হোৱা নাই। এটা ষ্টেপৰ পৰাই শ্বট্ লোৱা তেওঁৰ সহজাত প্ৰবৃত্তি। যাৰফলত প্ৰতিপক্ষই ঠাৱৰ কৰা অতি কঠিন। বিশেষকৈ গ'ললৈ লোৱা ফ্ৰি-কিক্সমূহ বিপক্ষৰ বাবে সদায় ত্ৰাসৰ কাৰণ আছিল। তেওঁৰ সন্দৰ্ভত প্ৰখ্যাত ফুটবলাৰ প্ৰভাত হাজৰিকাৰ মন্তব্য, "চেণ্টাৰ-হাফ্ আৰু ইনচাইড-ফৰোৱাৰ্ডত দক্ষতা সহকাৰে খেলিব পৰা প্ৰফুল্ল মেচে চেণ্টাৰ-লাইনৰ পৰা হঠাৎ তীব্ৰ শ্বুটিং কৰি গ'ল কৰে।" সেইদৰে ৰাজ্যিক খেলুৱৈ অধীৰ ৰায়ৰ মতে, "চেণ্টাৰ-হাফ্ প্ৰফুল্ল মেচৰ ফুটবল দক্ষতাই দলক অধিক প্ৰাণৱন্ত কৰি তোলোতে খেল সূচনাৰ পৰা অন্তলৈকে দুৰন্ত গতিত খেলিছিল। ডিফেন্সক কভাৰ কৰি খেলাৰ উপৰি অফেন্সতো আক্ৰমণৰ যোগান ধৰিছিল। তদুপৰি সুযোগ পালে মধ্য-ফিল্ডৰ পৰাই গ'ললৈ তীব্ৰ শ্বট্ লোৱাটো সহজাত নীতি। উভয় ভৰিৰ তীব্ৰ শ্বট্ থকা এই ফুটবলাৰৰ হেড ৱৰ্ক অতি নিখুঁত। বিশেষকৈ পাৱাৰফুল টেক্লিঙৰ অধিকাৰী। তেওঁৰ ফুটবলত মগজু ও সৌন্দৰ্য্যবোধ থকাৰ উপৰি প্ৰতি মুহূৰ্ত্তত সক্ৰিয়তাবোধ বিৰাজ কৰিছিল।" ফুটবলৰ কলা কৌশলত চহকী, অসম্ভৱ পজিচন জ্ঞান থকা এই খেলুৱৈ গৰাকীৰ বিষয়ে কলিকতা বিশ্ববিদ্যালয় ফুটবল দলৰ মেনেজাৰৰ মন্তব্য, "Prafulla Mcsh never run after the ball instead the ball run after him" তেওঁ তেজপুৰ টাউন ক্লাব, তৰুণ অসম সংঘ আৰু গুৱাহাটী টাউন ক্লাব দলত স্বকীয়

বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যোৱাৰ উপৰি ৰাষ্ট্ৰিক দল, গুৱাহাটী বিশ্ববিদ্যালয় আৰু প্ৰদৰ্শনী খেল সমূহত তদৰূপ নজিৰ আছে। প্ৰফুল্ল মেচৰ সন্দৰ্ভত ভাৰতীয় দলৰ অধিনায়ক ডাঃ টি. আওৰ মন্তব্য, "প্ৰফুল্ল মেচ ইনচাইড-ফৰোৱাৰ্ডতকৈ চেণ্টাৰ-হাফ্ৰ বাবে অধিক উপযোগী খেলুৱৈ।"

প্ৰফুল্ল মেচ ১৯৩০ চনৰ ১৩ এপ্ৰিল তাৰিখে তেজপুৰৰ ২২ মাইল পশ্চিমে চেঙেলিমৰা গাঁৱত জন্ম গ্ৰহণ কৰে। বৃটিছ সৈন্য বাহিনীৰ মেজৰ দেৱাসিং মেচৰ তৃতীয় তথা কনিষ্ঠতম সন্তান। ১৯৩৮-৪৪লৈকে তেওঁ চিলভৰ লাইটুমুখৰা হাইস্কুলত এম. ই. লৈকে পঢ়ি পৰৱৰ্তী অধ্যায় তেজপুৰ চৰকাৰী হাইস্কুলত সমাপন কৰোঁতে ১৯৪৯ চনত মেট্ৰিক আৰু ১৯৫১ চনত দৰং কলেজৰ পৰা আই. এছচি. পাছ কৰে। তাৰপিচত কিছুদিন ডিব্ৰুগড়ত চিকিৎসা বিজ্ঞান, কটন কলেজত বি. এছচি আৰু দৰং কলেজত বি. এ. পঢ়ে কিন্তু সকলো আধৰুৱা হৈ ৰয়। ইতিমধ্যে (১৯৫৫) তেজপুৰ চৰকাৰী হাইস্কুলৰ ইংৰাজী শিক্ষক গকুল বৰাৰ সৌজন্যত তেওঁ গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজত নাম লগায় আৰু ১৯৬০ চনত বি. ই. পাছ কৰিয়ে অসম চৰকাৰৰ গড়কাপ্তানি বিভাগত যোগদান কৰে। এইখিনিতে উল্লেখ্য এথলেটিক্সত দক্ষ প্ৰফুল্ল মেচে স্বকীয় ফুটবলত উন্নতি লাভ কৰাৰ প্ৰধান প্ৰেৰণা পায় ঠাকুৰবাৰী চাহ বাগিচাৰ ইংৰাজ মেনেজাৰ মিষ্টাৰ ক্ৰেগেনৰ পৰা। এবাৰ তেওঁ প্ৰফুল্ল মেচৰ খেলত মুগ্ধ হৈ এযোৰ বুট আৰু এখন ষ্টেনলি মেথিউজৰ কিতাপ উপহাৰ দিছিল। জীৱনত কোনো প্ৰশিক্ষণ নোপোৱা প্ৰফুল্ল মেচে পিচলৈ মেৱালালৰ টেক্‌নিক্‌সমূহ অনুকৰণ কৰিবলৈ লয়।

প্ৰফুল্ল মেচে তেজপুৰ টাউন ক্লাব আৰু তেজপুৰ স্পৰ্টছ এছ' চিয়েচনৰ হৈ ১৯৪৭ চনত প্ৰথম শ্ৰেণী ফুটবলৰ শুভাৰম্ভ কৰে। ১৯৪৯-৫৪ লৈকে তেজপুৰৰ হৈ চেণ্টাৰ-হাফ্‌ৰূপে আন্তঃ জিলা ফুটবলত অংশ লয় আৰু ১৯৫৬ চনত ৰাণাৰ্চ্ছ-আপ সন্মান কঢ়িয়াই আনে। ১৯৫২ চনৰ আন্তঃ জিলাত তেওঁৰ দুৰন্ত ফ্ৰি-কিক্ লাগি নগাওঁ দলৰ নুৰুল আমিন বেয়াকৈ আঘাতপ্ৰাপ্ত হৈছিল। ১৯৫৩ চনত স্বাধীনতা দিৱস কাপ বিজয়ী তৰুণ অসম সংঘৰ তেওঁ এগৰাকী অন্যতম সদস্য আছিল। বিশেষকৈ দিল্লী ইয়ং ইউনিয়নৰ বিৰুদ্ধে হেট-ট্ৰিক অৰ্জন কৰোঁতে তেওঁৰ তীব্ৰ শ্বট্ লাগি দিল্লী দলৰ গ'লৰক্ষক বলে সৈতে নেটত প্ৰৱেশ কৰে। ১৯৫৩ আৰু ১৯৫৪ আন্তঃ কলেজ ফুটবলত দৰং কলেজে দুবাৰ ৰাণাৰ্চ্ছ-আপ খিতাপ পাওঁতে নলবাৰী কলেজৰ বিৰুদ্ধে তেওঁৰ তীব্ৰ শ্বট্ লাগি গ'লৰক্ষক হীৰণ্য ভট্টাচাৰ্য্যই হাতত বেয়াকৈ আঘাত পাইছিল। বিশেষকৈ উল্লেখ্য তেওঁ ১৯৫৩-৫৫ লৈকে গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অদ্বিতীয় চেণ্টাৰ-হাফ্ আছিল। ১৯৫৫ চনত জয়পুৰত গুৱাহাটী বিশ্ববিদ্যালয় বনাম জয়পুৰ বিশ্ববিদ্যালয় খেলত জয়পুৰৰ

যুৱৰাজ তথা গ'লৰক্ষক তেওঁৰ শ্বট্ লাগি বেয়াকৈ আঘাতপ্ৰাপ্ত হওঁতে স্থানীয় গোড়া সমৰ্থকৰ হিংস্ৰতাৰ পৰা ৰক্ষা পাবলৈ মুৰ খুৰাই দিব লগা হৈছিল।

ভূমিকম্পৰ পিচতে অপৰাজিত মহমেডান স্পৰ্টিং অসমলৈ আহে আৰু তেজপুৰ একাদশৰ হাতত ১-০ গ'লত পৰাভূত হয়। তদুপৰি কলিকতা লীগৰ ৰাণাৰ্ছ-আপ ভৱানীপুৰ দুবাৰ পৰাভূত (২-০ আৰু ২-১ গ'ল) হৈছিল (৩ আৰু ৪ আগষ্ট ১৯৫৩ চন)। বিশেষকৈ ১৯৫৪ চনত ইষ্টবেঙ্গল বনাম জি এফ এ খেলত তেৰোঁ অন্যতম সদস্য আছিল। জি এফ এ ২-০ গ'লত পৰাভূত হয়। প্ৰফুল্ল মেচে গুৱাহাটী টাউন ক্লাব দলত বলিষ্ঠ ফুটবল খেলি ১৯৫৪ চনত (বৰদলৈ ট্ৰফী, মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড আৰু লীগ খিতাপ) ত্ৰিপল্ ক্ৰাউন লাভ কৰাটো উল্লেখযোগ্য। ১৯৫৬ চনত স্বাধীনতা দিৱস কাপ জয় কৰাৰ উপৰি বৰদলৈ ট্ৰফী যুগ্ম বিজয়ী আছিল তথা গুৱাহাটী টাউন ক্লাব বনাম ষ্টেট ট্ৰেন্সপৰ্টৰ মাজত অনুষ্ঠিত এই ফাইনেল তেওঁৰ শেষ স্মৰণীয় প্ৰথম শ্ৰেণীৰ ফুটবলৰূপে জিলিকি থাকিব। প্ৰফুল্ল মেচে ১৯৫২ আৰু ১৯৫৪ চনত ৰাজ্যিক দলত খেলে। অৱশ্যে ১৯৫৬ চনত তেওঁ ৰাজ্যিক দলৰ ষ্টেণ্ড-বাই খেলুৱৈ আছিল। সেই বছৰৰে ২০ অক্টোবৰত গুৱাহাটী টাউন ক্লাবে তেওঁক এবছৰৰ বাবে নিলম্বিত কৰিছিল। তেওঁ ফুটবল খেলি থকা কালত মাদ্ৰাজ ইঞ্জিনীয়াৰিং কলেজৰ উপৰি কলিকতা আৰু যাদৱপুৰ বিশ্ববিদ্যালয়ে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল। গুৱাহাটী টাউন ক্লাবত ১৯৫৮ লৈকে খেলি ১৯৫৯ চনত অৱসৰ গ্ৰহণ কৰে। ১৯৯৬ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায় আৰু কিডনী ৰোগত ভোগী ১৯৯৯ চনৰ ১২ ফেব্ৰুৱাৰীত চিলঙত শেষ নিঃশ্বাস ত্যাগ কৰে।


কৈলাশ কলিতা


হৰ কুমাৰ শইকীয়া

# অক্ষয় ডেকা

স্বৰাজোত্তৰকালত তেজপুৰ চহৰ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ একমাত্ৰ ক্ৰীড়া সংস্কৃতিৰ কেন্দ্ৰবিন্দু স্বৰূপ আছিল। সেই সময়তে তেজপুৰৰ মাজ-মজিয়াত থকা তৰুণ অসম সংঘ অসমৰ লেখতলবলগীয়া দলসমূহৰ অন্যতম। বিশেষকৈ তেজপুৰৰ ক্ৰীড়াঙ্গনে একাধিক ক্ৰীড়া কুশলীৰ জন্ম দিবলৈ সক্ষম হৈছিল। এইসকলৰ ভিতৰত প্ৰায় দশককাল তেজপুৰৰ পক্ষে আন্তঃ জিলা ফুটবলত প্ৰতিনিধিত্ব কৰা ৰঙা বগা চেহেৰাৰ অক্ষয় ডেকাক অসমৰ নামজ্বলা ফুটবলাৰসকলৰ লগত সাঙুৰিব পাৰি।

১৯৫৩ চনত সন্তোষ ট্ৰফী খেলিবলৈ যোৱা অসম দলৰ লেফট-হাফ্ অক্ষয় ডেকা ১৯২৪ চনত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। শিক্ষিত পৰিয়ালৰ অক্ষয় ডেকাই গোলাঘাট, ধুবুৰী, শিৱসাগৰ আৰু বৰপেটাত স্কুলীয়া জীৱন অতিবাহিত কৰি তেজপুৰত মেট্ৰিক পাছ কৰাৰ পিচত ১৯৪৭ চনৰ পৰা তৰুণ অসম সংঘ দলত খেলিবলৈ লয়। ১৯৫৩ চনত তৰুণ অসম সংঘই স্বাধীনতা দিৱস কাপ জয় কৰে। সেই সময়ত তৰুণ অসম সংঘ অসমৰ নামজ্বলা দল আছিল। অক্ষই ডেকাই দৰং কলেজত পঢ়ি ১৯৫১ চনত বি. এ. পাছ কৰে। ১৯৩৯ চনতে উজনি অসম স্কুল টুৰ্ণামেণ্টৰ যোগেদি ফুটবলৰ শুভাৰম্ভ ঘটায়। তদুপৰি তেওঁ এথলেটিক্সতো পাৰদৰ্শী আছিল। স্কুল দলত ৰাইট-আউটৰূপে আত্ম-প্ৰকাশ কৰি ১৯৪৪ চনৰ পৰা চেণ্টাৰ-হাফ্ত খেলিবলৈ লয়। এই গৰাকী ৫ ফুট ৬১/৪ ইঞ্চি ওখ ৬৬ কিলোগ্ৰাম ওজনৰ সুস্থ সবল দেহৰ খেলুৱৈয়ে ১৯৪৯-৫৮ লৈকে তেজপুৰৰ হৈ আন্তঃ জিলা ফুটবল খেলে। ইয়াৰ মাজতে ১৯৫৬ চনত তেজপুৰ দলে তেওঁৰ অধিনায়কত্বতে ৰাণাৰ্ছ-আপ পায়। পঞ্চাশৰ দশকত তেজপুৰৰ উচ্চমানবিশিষ্ট ফুটবলৰাজিয়ে ক্ৰীড়ামোদী ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছিল। অক্ষয় ডেকাই ১৯৬৪ লৈকে তৰুণ অসম সংঘ দলত খেলি অৱসৰ গ্ৰহণ কৰে। ☐☐

# দুৰ্গাচৰণ ভট্টাচাৰ্য্য

দুৰ্গা ভট্টৰ সম্পূৰ্ণ নাম দুৰ্গাচৰণ ভট্টাচাৰ্য্য ; কিন্তু অসম ফুটবলত দুৰ্গা ভট্ট নামেৰে অধিক পৰিচিত। এই গৰাকী ৬ ফুট ৬১/২ ইঞ্চি ওখ, ৭০ কিলোগ্ৰাম ওজনৰ দীৰ্ঘ দেহী ফুটবলাৰ ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয় আৰু ১৯৫৪ চনত ৰাজ্যিক দলৰ গ'লৰক্ষক আছিল। অসমৰ কলা সংস্কৃতিৰ কেন্দ্ৰবিন্দু তেজপুৰত গঢ় লোৱা এই খেলুৱৈ গৰাকীৰ ক্ৰীড়া ব্যক্তিত্ব অসম ফুটবলৰ নজিৰৰূপে জিলিকি থাকিব তাত সন্দেহ নাই।

জন্ম ১৯৩২ চন। স্থান ডেৰগাওঁ। পিতৃ প্ৰাক্তন ফুটবলাৰ তথা উকীল কালীচৰণ ভট্টাচাৰ্য্য(৬জন ল'ৰা ৪ জনী ছোৱালী)ৰ চতুৰ্থ সন্তান। সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান দুৰ্গা ভট্টই তেজপুৰ একাডেমী স্কুলৰ পৰা ১৯৪৮ চনত মেট্ৰিক আৰু ১৯৫২ চনত কলিকতাৰ বিদ্যাসাগৰ কলেজৰ পৰা আই. এছ চি. পাছ কৰি গুৱাহাটীৰ কটন কলেজত নাম লগায় আৰু ১৯৫৬ চনত বি. এছচি. ডিগ্ৰী লয়। ১৯৫৪ চনত কটন কলেজে আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ্ জয় কৰোঁতে তেখেঁ খেলে। বিশেষকৈ উল্লেখ্য দুৰ্গা ভট্টই ১৯৫৫-৫৬ মৰছুমতে কটন কলেজৰ সন্মানীয় "ফুটবল ব্লু" খিতাপ পায়। তেওঁ ফুটবলৰ উপৰি ভলীবল, লন টেনিছ আৰু বেডমিণ্টনত বিশেষ পাৰদৰ্শিতাৰ স্বাক্ষৰ ৰাখি থৈ গৈছে। ১৯৫৫ আৰু ১৯৫৬ চনত আন্তঃ কলেজ এথলেটিক্স চেম্পিয়নশ্বিপ্‌ৰ হাইজাম্পত চূড়ান্ত বিজয়ী আছিল। বিশেষকৈ উল্লেখ্য সেই সময়ত এওঁৰ সমকক্ষ উচ্চমানবিশিষ্ট ভলীবল খেলুৱৈ অসমত বিৰল আছিল। ভলীবল এৰিণাত তেওঁৰ উপনাম আছিল "গজাল"। কটন কলেজৰ পক্ষে ১৯৫৫ ও ১৯৫৬ চনত ভলীবল ; ১৯৫৬ চনত বেডমিণ্টনত আন্তঃ কলেজ খিতাপ জয় কৰে। বিশেষকৈ উল্লেখ কৰিবলগীয়া ১৯৫৫-ৰ জাতীয় বেডমিণ্টন জয়পুৰত অনুষ্ঠিত হওঁতে তেওঁ অসম দলৰ অধিনায়ক আছিল। তেওঁ গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজত পঢ়োতে ১৯৫৭ আৰু ১৯৫৮ চনত ভলীবল, বেডমিণ্টন আৰু লন টেনিছত আন্তঃ কলেজ খিতাপ জয় কৰে। ১৯৫৯ চনত ইঞ্জিনীয়াৰিং কলেজে বেডমিণ্টনৰ দলগত খিতাপ জয় কৰাৰ উপৰি ভলীবলতো চূড়ান্ত বিজয়ী হয়। এইখিনিতে উল্লেখ্য ১৯৬০-৬১ মৰছুমত তেওঁ ইঞ্জিনীয়াৰিং কলেজৰ "টেনিছ ব্লু" আছিল।

দুৰ্গা ভট্টই গুৱাহাটী ইঞ্জিনীয়াৰিং কলেজৰ পৰা ১৯৬১ চনত বি. ই. পাছ কৰে। তেওঁ দৰং কলেজত পঢ়ি থাকোতে ১৯৫০ চনত পোন প্ৰথমবাৰৰ বাবে আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতা খেলিবলৈ যোৱা গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অন্যতম সদস্য আছিল।


দুৰ্গাচৰণ ভট্টাচাৰ্য্য


গঙ্গাচৰণ ভট্টাচাৰ্য্য

দুৰ্গা ভট্টই তেজপুৰ একাডেমী স্কুলৰ পক্ষে লীগত আত্ম-প্ৰকাশ কৰি পিচলৈ তেজপুৰ টাউন ক্লাব আৰু তৰুণ অসম সংঘ দলত খেলিছিল। তেওঁ ১৯৪৯,১৯৫০ আৰু ১৯৫৪ চনত তেজপুৰৰ হৈ আন্তঃ জিলা ফুটবল খেলে। গুৱাহাটীত পঢ়ি থকাকালত মহাৰাণা ক্লাবৰ নিয়মীয়া খেলুৱৈ আছিল। ইঞ্জিনীয়াৰিং পাছ কৰাৰ পিচত গড়কাপ্টানি বিভাগত যোগদান কৰে আৰু উজনি অসমত চাকৰি কৰোঁতে ডুমডুমা স্পৰ্টিঙত খেলিছিল। ১৯৬১ চনৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ডিব্ৰুগড়ৰ হৈ দুৰ্গা ভট্ট আৰু তেজপুৰ দলত প্ৰাক্তন ডিব্ৰুগড়ৰ খেলুৱৈ ডাঃ দাসগুপ্ত(সৰু)ই খেলোতে দৰ্শক বৃন্দই ব্যঙ্গ কৰি উভয়কে "বদন" নাম দিছিল। সেই বছৰতে দুৰ্গা ভট্টই ডিব্ৰুগড় একাদশৰ পক্ষে বৰদলৈ ট্ৰফী খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। এইখিনিতে উল্লেখ্য তেওঁ খেলি থকাকালত এবাৰ ইষ্টবেঙ্গল ক্লাবে মাতিছিল। ১৯৯৬ চনত ক্ৰীড়া পেঞ্চন পোৱা দুৰ্গাচৰণ ভট্টাচাৰ্য্যই ২০০৩ চনৰ ২৮ জুনত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# অমু মুখাৰ্জী



অসম ফুটবলত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ চেণ্টাৰ-হাফ্‌সকলৰ ভিতৰত এটা নাম উহ্য ৰাখিলে বৃহৎ ভুল কৰা হ'ব। এই ফুটবল ব্যক্তিত্ব হ'ল – অমু মুখাৰ্জী। তেজপুৰ স্পৰ্টিং ইউনিয়নৰ এই লেফট-ইন গৰাকীয়ে পিছলৈ অসম ষ্টেট ট্ৰেন্সপৰ্ট আৰু মহাৰাণা ক্লাবত খেলি অসমৰ শ্ৰেষ্ঠ চেণ্টাৰ-হাফ্‌ৰূপে পৰিগণিত হৈছিল। ৰাজ্যিক ফুটবলাৰ উমেশ দাস(চিনিয়ৰ)ৰ মতে, "অমু মুখাৰ্জী ষ্টেট ট্ৰেন্সপৰ্টৰ ব্ৰেইনি চেণ্টাৰ-হাফ্ আছিল।" সেইদৰে দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ আমানুল্লাই এওঁৰ সন্দৰ্ভত, "অসম পৰিবহনৰ অমু মুখাৰ্জী এজন চকুতপৰা ষ্টাইলিষ্ট খেলুৱৈ তথা সেই সময়ৰ সুন্দৰ চেণ্টাৰ-হাফ্ আছিল। খেলপথাৰ আৰু বাহিৰ উভয়তে অসম্ভৱ ভদ্ৰ ব্যক্তি।" ৰাজ্যিক খেলুৱৈ অশ্বিনী ৰাজবংশীৰ মন্তব্যত, "ষ্টাইলিষ্ট চেণ্টাৰ-হাফ্ অমু মুখাৰ্জীৰ ফুটবলত চমকপ্ৰদতা বিৰাজমান আছিল।" ষ্টেট ট্ৰেন্সপৰ্টৰ ৰাইট-আউট ফণীধৰ ডেকাৰ মতে, "চেণ্টাৰ-হাফ্ অমু মুখাৰ্জীৰ হেডিং, এণ্টিচিপেচন আৰু ডিষ্ট্ৰিবিউচন অনুপম। তেওঁৰ আয়ত্তত থকা বল অইনে নিয়া কঠিন। ফাৰ্ষ্ট টাইম বল ডেলিভাৰী দিয়া এই ষ্টেডি খেলুৱৈ গৰাকীৰ খেল অতি ফলপ্ৰসূ।"

অমু মুখাৰ্জী কাছাৰ জিলাৰ নৰসিংদৈলাত ১৯২৬ চনত জন্ম গ্ৰহণ কৰে। ঠিকাদাৰ তথা ব্যৱসায়ী ক্ষিৰোদ বিহাৰী মুখাৰ্জী(পাঁচজন ল'ৰা আৰু পাঁচজনী ছোৱালী)ৰ সপ্তম সন্তান। শিলচৰ চৰকাৰী হাইস্কুলত দশমমানলৈকে পঢ়ি ঘৰুৱা বেয়া পৰিস্থিতিৰ বাবে শিক্ষা জীৱনৰ সমাপ্তি ঘটায়। কম বয়সৰ পৰাই শিলচৰৰ ইউৰোপীয়ান গলফ্ ক্লাবত ফুটবলৰ অঙ্কুৰণ হয়; কিন্তু চল্লিশৰ দশকৰ প্ৰথমভাগত তেওঁলোকৰ পৰিয়াল দৰং জিলা(বৰ্ত্তমান শোণিতপুৰ)ৰ ৰঙাপাৰালৈ উঠি আহি স্থায়ীভাৱে বসবাস কৰিবলৈ লয়।

আনহাতে তেওঁ তেজপুৰ স্পৰ্টিং ইউনিয়ন দলত যোগদান কৰি ফুটবল অব্যাহত ৰাখে। ১৯৪৪ চনত দলৰ হৈ আই এফ এ শ্বিল্ডতো অংশ গ্ৰহণ কৰে। এই গৰাকী খেলুৱৈৰ ওপৰত ফুটবল কাৰিকৰ অনিমেষ গাঙ্গুলীৰ চকু পৰোতে ১৯৫৩ চনত তেজপুৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ পিচতে মহাৰাণালৈ আনে। ইয়াত খেলি থাকোতেই অসম ষ্টেট ট্ৰেন্সপৰ্ট দলত যোগদান কৰে। ট্ৰেন্সপৰ্টৰ ৫ ফুট ৮½ ইঞ্চি ওখ স্বাস্থ্যৱান চেণ্টাৰ-হাফ্ গৰাকীয়ে স্বকীয় বুদ্ধিদীপ্ত খেলৰে অসমৰ জাকত-জিলিকা খেলুৱৈত পৰিণত হৈছিল। বিশেষকৈ তেওঁৰ ষ্টাইলিষ্ট ফুটবলৰাজিত আছিল সুন্দৰ বল ডিষ্ট্ৰিবিউচন। ১৯৫৫ চনত ট্ৰেন্সপৰ্ট দলে এ টি পি এ শ্বিল্ড, বৰদলৈ ট্ৰফী আৰু ডুগৰ শ্বিল্ড জয় কৰি অসম ফুটবলত চাঞ্চল্য সৃষ্টি কৰে। ১৯৫৬ চনত ষ্টেট ট্ৰেন্সপৰ্ট আৰু গুৱাহাটী টাউন ক্লাব বৰদলৈ ট্ৰফী যুগ্ম বিজয়ী আছিল। ১৯৫৬ চনত অমু মুখাৰ্জীয়ে মহাৰাণা ক্লাবৰ পৰা গুৱাহাটী টাউন ক্লাবত যোগদান কৰে। ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯ চনত গুৱাহাটী টাউন ক্লাবৰ হৈ খেলি তেওঁ ফুটবলৰ পৰা অৱসৰ লয় আৰু ১৯৮২ চনৰ ৭ জুলাই তাৰিখে কলিকতাৰ মেডিকেল কলেজ হস্পিতালত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

## চেনাৰাম নাথ



ডেৰগাওঁ পুলিচৰ ৫ ফুট ৭ ইঞ্চি ওখ ৫৯ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ চেনাৰাম নাথ আমাৰ বাবে সদায় এক উদাহৰণ হৈ ৰব। সেই সময়ত এওঁৰ দৰে দক্ষতাসম্পন্ন অল ৰাউণ্ড খেলুৱৈ অসম ফুটবলত বিৰল বুলি কলে বঢ়াই কোৱা নহয়। তেওঁ লেফট-বেক্‌ৰ বাহিৰে আন দহোটা পজিচনতে সফল ফুটবল প্ৰদৰ্শন কৰি থৈ গৈছে ; কিন্তু দুখৰ বিষয় তেওঁ তিনিবাৰ (১৯৫৪, ১৯৫৭

আৰু ১৯৬৩) বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়ো ৰাজ্যিক দলত স্থান নেপালে। অৱশ্যে শেষৰবাৰ ষ্টেণ্ড-বাই তালিকাত আছিল। আনকি মোহনবাগান ক্লাবৰ মেনেজাৰ শৈলেন মান্নাই ১৯৬৩ চনত অসমলৈ আহোতে এওঁৰ খেল দেখি মন্তব্য কৰিছিল, "চেনাৰাম নাথে অসম দলত স্থান পোৱা নাই কিয় ? এওঁতো ইণ্ডিয়া ফিগাৰৰ খেলুৱৈ।" সেইদৰে অসম পুলিচৰ কোচ্ মহম্মদ নাকিয়ে কৈ গৈছে, "এই গৰাকী খেলুৱৈক কোনো দিনে দলৰ পৰা ড্ৰপ নকৰিব।" ডেৰগাওঁ পুলিচৰ জন্মদাতা আতাউৰ ৰহমানৰ মন্তব্য এনেধৰণৰ, "He is most dependable of the team Fast shooting and square in all tactices"

জন্ম তেজপুৰৰ ওচৰৰ বেচেৰীয়া পুখুৰী গাঁৱত, ১৯৩৩ চন। এওঁ অসমৰ খ্যাতনামা ফুটবলাৰ কমলা নাথৰ জ্যেষ্ঠ ভাতৃ। বেচেৰীয়া পুখুৰী হাইস্কুলত দশমমানলৈকে পঢ়ি ১৯৫৪ চনত দৰং পুলিচত যোগদান কৰে। অৱশ্যে ১৯৫২-ৰ পৰা তৰুণ অসম সংঘ দলত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে আৰু ১৯৫৩-৫৯ লৈকে তেজপুৰৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ ভিতৰত ১৯৫৬ চনত ৰাণাৰ্চ-আপ পায়। ১৯৬০ চনত ডেৰগাওঁ পুলিচ দলত যোগদান কৰি গোলাঘাটৰ পক্ষে দুবাৰ আন্তঃ জিলা খিতাপ জয় কৰে। ১৯৬৩ চনত অস্থায়ীভাৱে ১ম বি. এছ. এফ. লৈ যাওঁতে শিলচৰৰ পক্ষে আন্তঃ জিলা খেলি ১৯৬৪ চনত ৰাণাৰ্চ-আপ পায়। চেনাৰাম নাথে তিনিবাৰ অসম পুলিচ ক্ৰীড়াত লং জাম্প চেম্পিয়ন আছিল। তেওঁ ১৯৫৫-ৰ পৰা অল ইণ্ডিয়া পুলিচ ফুটবল খেলি ১৯৬৫ চনত ডেৰগাওঁ পুলিচে চেম্পিয়নশ্বিপ অৰ্জন কৰে আৰু ইণ্ডিয়ান পুলিচ দলতো লেফট-বেক্‌ৰূপে স্থান পায় যদিও আই. এফ. এ. অনুমতি নিদিলে। ইয়াৰ পিচতে তেওঁ ফুটবলৰ পৰা অৱসৰ লয় আৰু ১৯৬৬ চনত মেঘালয় পুলিচত যোগদান কৰে।

**বিভিন্ন দলত চেনাৰাম নাথৰ ভূমিকা ঃ**

তৰুণ অসম সংঘ – লেফট-হাফ্, দৰং পুলিচ(১৯৫৫-৫৯) লেফট-আউট; ডেৰগাওঁ পুলিচ / গোলাঘাট (১৯৬০) ৰাইট-আউট; ডেৰগাওঁ পুলিচ (১৯৬১) চেণ্টাৰ-ফৰোৱাৰ্ড; ডেৰগাওঁ পুলিচ / গোলাঘাট (১৯৬২) ৰাইট-বেক্ ; শিলচৰ জিলা (১৯৬৩) ষ্টপাৰ; ডেৰগাওঁ পুলিচ (১৯৬৫) ষ্টপাৰ।



# গঙ্গাচৰণ ভট্টাচাৰ্য্য

অসমৰ নামজ্বলা গ'লৰক্ষক গঙ্গা ভট্টৰ সম্পূৰ্ণ নাম গঙ্গাচৰণ ভট্টাচাৰ্য্য। কিন্তু গঙ্গা ভট্ট নামেৰেহে জনপ্ৰিয়। এওঁ প্ৰখ্যাত গ'লৰক্ষক দুৰ্গা ভট্টৰ ভাতৃ তথা গ'লৰক্ষকৰূপে গঙ্গা ভট্টও অসমৰ পৰিচিত ক্ৰীড়া চৰিত্ৰ।

গঙ্গা ভট্ট ১৯৩৩ চনৰ ১৩ জুলাইত তেজপুৰত জন্ম গ্ৰহণ কৰে। তেজপুৰ একাডেমী স্কুলত পঢ়োতে ককায়েক দুৰ্গা ভট্টই মেট্ৰিক পাছ কৰাৰ পিচত তেওঁ স্কুল দলৰ গ'লৰক্ষক হয় আৰু ১৯৫১ চনৰ অল আসাম স্কুল টুৰ্ণামেণ্ট ফুটবলত ৰাণাৰ্ছ-আপ পায়। তৰুণ অসম সংঘ দলত খেলি ১৯৫৩ চনত স্বাধীনতা দিৱস কাপ জয় কৰে। তদুপৰি দৰং কলেজে আন্তঃ কলেজ ৰানাৰ্চ-আপ খিতাপ পায়। সেই বছৰ এলাহাবাদত অনুষ্ঠিত আন্তঃ বিশ্ববিদ্যালয় ফুটবলত অংশ লওঁতে গুৱাহাটী বিশ্ববিদ্যালয়ে উত্তৰ মাণ্ডলিক ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। ১৯৫৪ চনতো দৰং কলেজে পুনৰ ৰাণাৰ্ছ-আপ খিতাপ পায়। তেওঁ তেজপুৰ টাউন ক্লাব, নগাওঁ ইউনিয়ন স্পৰ্টিং আৰু মহাৰাণাৰ পক্ষে লীগ খেলে। ১৯৫৬ চনত ত্ৰিপুৰা পুলিচ, ১৯৫৭ চনত ৰাজস্থান ক্লাব আৰু ভৱানীপুৰ ক্লাবে মাতিছিল। তেজপুৰত অনুষ্ঠিত তেজপুৰ একাদশ বনাম ইষ্টবেঙ্গল ১-১ গ'লত ড্ৰ থাকোতে এই খেলখনক "ইষ্টবেঙ্গল বনাম গঙ্গা ভট্ট" নামেৰে আখ্যা দিয়া হৈছিল। তদুপৰি ১৯৫৩ চনৰ ৩ আৰু ৪ আগষ্ট তাৰিখে তেজপুৰ একাদশে ভৱানীপুৰ ক্লাবক যথাক্ৰমে ২-০ আৰু ২-১ গ'লত পৰাভূত কৰোঁতে গঙ্গা ভট্টই বীৰোচিত খেল প্ৰদৰ্শন কৰে।

এই গৰাকী ৬ ফুট ৬ ইঞ্চি ওখ ৭০ কিলোগ্ৰাম ওজনৰ বৃহৎ দেহৰ গ'লৰক্ষক ১৯৫৮ চনত ৰাজ্যিক দলৰ ষ্টেণ্ড-বাই খেলুৱৈ আছিল। তেওঁ ১৯৬৪ চনত দৰং কলেজৰ পৰা বি. এ. পাছ কৰাৰ পিচতে চেণ্ট্ৰেল এক্সচাইজ বিভাগত যোগদান কৰে আৰু ফুটবলৰ পৰাও অৱসৰ লয়। ১৯৯৩ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□

# পাৰ্শ্বনাথ দাস

১৯৬০ সন্তোষ ট্ৰফীত অসম দলৰ লেফট-ইন পাৰ্শ্বনাথ দাস। এই গৰাকী ৫ ফুট ৩ ইঞ্চি ওখ মাত্ৰ ৫০ কিলোগ্ৰাম ওজনৰ কলা কৌশলত চহকী দুৰন্ত গতিসম্পন্ন ফুটবলাৰে তৰুণ অসম সংঘ আৰু তেজপুৰ জিলা দলত বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰি থৈ গৈছে।

পাৰ্শ্বনাথ দাস ১৯৩৭ চনৰ ১ ফেব্ৰুৱাৰীত ডিব্ৰুগড়ত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী পৰিয়ালত জন্ম হোৱা পাৰ্শ্বনাথ দাস (দুজন ল'ৰা আৰু তিনিজনী ছোৱালী) চতুৰ্থ সন্তান। তেওঁ ক্ৰমে ডিব্ৰুগড়ৰ বেঙ্গলী হাইস্কুল, উত্তৰ লক্ষীমপুৰৰ পানীন্দ্ৰ বিদ্যাপীঠত পঢ়ি ১৯৫৩ চনত মেট্ৰিক আৰু ১৯৫৭ চনত দৰং কলেজৰ পৰা বি. এ. ডিগ্ৰী লয়। তেওঁ বেঙ্গলী স্কুলৰ পক্ষে ১৯৫২ চনত ডিব্ৰুগড় লীগত আত্ম-প্ৰকাশ কৰে। ১৯৫৩ চনত অৰিয়েণ্টেল ক্লাবৰ এই খেলুৱৈ গৰাকীয়ে উত্তৰ লক্ষীমপুৰ একাদশৰ পক্ষে বৃহৎ টুৰ্ণামেণ্টত আত্ম-প্ৰকাশ কৰি স্বাধীনতা দিৱস কাপত অংশ লয়। ১৯৫৫ চনত দৰং কলেজৰ পক্ষে লীগ খেলে আৰু ১৯৫৬-৬৯ লৈকে দীৰ্ঘ তেৰবছৰ তেজপুৰ টাউন ক্লাবত কটায়। তেওঁ ১৯৫৫-৬৮ লৈকে তেজপুৰৰ পক্ষে আন্তঃ জিলা খেলে। ইয়াৰ ভিতৰত শেষবছৰ দলৰ অধিনায়ক আছিল। বিশেষকৈ ১৯৬০ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত প্ৰথমটো হেট-ট্ৰিক আছিল পাশ্বনাৰ্থ দাসৰ। এই প্ৰতিযোগিতাত প্ৰদৰ্শিত চমকপ্ৰদ ফুটবলৰ জৰিয়তে ৰাজ্যিক দলৰ লেফট-ইন পজিচনত স্থান পায়। তেওঁ জিলা দলত দুইটা ইনচাইডতে দক্ষতা সহকাৰে খেলিছিল। ইতিপূৰ্বে তেওঁ ১৯৫৬-ৰ ৰাজ্যিক দলতো স্থান পাইছিল। কিন্তু বাঁও-ভৰিৰ আঘাতৰ বাবে যাব নোৱাৰিলে। সেই বছৰ তেজপুৰে আন্তঃ জিলা ফুটবলত ৰাণাৰ্ছ-আপ পায়। ১৯৬১তো ৰাজ্যিক দলত খেলে। এই গৰাকী প্ৰতিভাসম্পন্ন ইনচাইড-ফৰোৱাৰ্ডক ১৯৫৬ চনত ত্ৰিপুৰা পুলিচ, ১৯৫৭ চনত ৰাজস্থান ক্লাব আৰু ১৯৬০ চনত অইল ইণ্ডিয়া দলে মাতিছিল। পাৰ্শ্বনাথ দাসে ১৯৬৯ চনত তেজপুৰ একাদশৰ পক্ষে ডুগৰ শ্বিল্ড খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। ১৯৯৮ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□

# সোমৰাজ গুৰুং

ৰাইফলছ দলৰ সোমৰাজ গুৰুং অসম ফুটবলৰ এটা লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰ। চুটি চাপৰ যদিও নেপালী দুৰ্দ্ধৰ্ষতাৰে পৰিপূৰ্ণ এই ফুটবলাৰে খেলপথাৰত ত্ৰাস সৃষ্টি কৰাত ভাতৃ বলৰাম গুৰুঙৰ সৈতে গভীৰ যুজাপৰা আছিল। দুই ভৰিৰ ড্ৰিবলিং আৰু চুটিং থকাৰ উপৰি হেডিঙত পটু এই ফুটবলাৰে অসম ফুটবলত এটা বিশিষ্ট স্থান অধিকাৰ কৰিছিল। ১৯৭৪ অসম ৰাজ্যিক জুনিয়ৰ দল আৰু ১৯৭৬ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক তথা ট্ৰিকি ডিফেণ্ডাৰ পৰেশ কাকতিৰ মতে, "মই পোৱা প্ৰতিভাৱান ফৰোৱাৰ্ডসকলৰ ভিতৰত সোমৰাজ গুৰুং অন্যতম। কিয়নো তেওঁ অতি কম স্পেচৰ ভিতৰত মুভমেণ্ট সলনি কৰি ডিফেন্সক বিপাঙত পেলায়।"

সোমৰাজ গুৰুং ১৯৪১ চনত ইম্ফলত জন্ম গ্ৰহণ কৰে। পশ্চিম নেপালৰ বাসিন্দা তথা অসম ৰাইফলছ বাহিনীৰ চুবেদাৰ ডি. আৰ. গুৰুঙ(৪ জন ল'ৰা আৰু ৩ গৰাকী ছোৱালী)ৰ চতুৰ্থ অৰ্থাৎ ল'ৰাৰ ভিতৰত কনিষ্ঠ সন্তান। সোমৰাজ গুৰুঙে ১৯৫৪ চনতে অসম ৰাইফলচ বয়জ কোম্পানীত ভৰ্ত্তি হয়। বেৰেকৰ খেলসমূহে সোমৰাজ গুৰুঙকো ফুটবলৰ প্ৰতি আকৰ্ষিত কৰিছিল। ১৯৫৯ চনত অসম ৰাইফলছ বাহিনীত ভৰ্ত্তি হৈ ১৯৬৩ চনৰ পৰা মূল দলত খেলাৰ সুযোগ পাওঁতে আগৰতলা ছাৰ্ভিচ ছেটেলমেণ্টৰ বিৰুদ্ধে আত্ম-প্ৰকাশ কৰে। ইয়াৰ লগে লগে ক্ৰমে এন. আই. এছ. প্ৰশিক্ষক হাবিলদাৰ এন. চি. পিটাৰ আৰু ছাৰ্ভিচেজৰ প্ৰখ্যাত ফুটবলাৰ মেজৰ পুৰণ বাহাদুৰ থাপাৰ তালিম লাভ কৰে। জন্মগত প্ৰতিভা আৰু বিজ্ঞ প্ৰশিক্ষকৰ প্ৰভাৱে তেওঁক নিপুণ খেলুৱৈলৈ ৰূপান্তৰিত কৰিছিল।

অসম ৰাইফলছ দলত ১৯৬৫ লৈকে চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে তাৰ পিচত ১৯৬৬-ৰ পৰা ৰাইট আৰু লেফট্-ষ্ট্ৰাইকাৰৰূপে উভয়স্থানতে দক্ষতা সহকাৰে খেলে। এই গৰাকী ৫ ফুট ২ ইঞ্চি ওখ, ৫২ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে মুঠ তিনিবাৰ (১৯৬৯, ১৯৭০ আৰু ১৯৭১) অসম ৰাজ্যিক দলত খেলে। ইয়াৰ অন্তৰ্গত ১৯৭১ চনত জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। ১৯৬৪ চনত বৰদলৈ ট্ৰফী আৰু কেপ্টেইন এন. এম. গুপ্ত ট্ৰফী জয় কৰে। বৰদলৈ ট্ৰফী ফাইনেলত জলপাইগুৰি টাউন ক্লাবক ৫-১

ব্যৱধানত ধৰাশায়ী কৰোঁতে তেওঁৰ ১ গ'লৰ অৱদান আছিল। পুনৰ ১৯৬৮ চনত কেপ্টেইন এন. এম. গুপ্ত ট্ৰফীৰ উপৰি ডুগৰ শ্বিল্ডো জয় কৰে। ইয়াৰ ভিতৰত ডুগৰ শ্বিল্ড ফাইনেল তেওঁৰ জীৱনৰ সবাতোকৈ স্মৰণীয় খেলৰূপে চিহ্নিত হৈ থাকিব। এই খেলত জলন্ধৰ লীডাৰ্ছক ৩-২ গ'লত পৰাভূত কৰোঁতে সোমৰাজ গুৰুঙে দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি হেট-ট্ৰিক অৰ্জন কৰে আৰু দললৈ এক বিশেষ সন্মান কঢ়িয়াই আনে। তেওঁৰ এটা উল্লেখযোগ্য স্কৰ বাৰ্ণপুৰ ইউনাইটেডৰ বিৰুদ্ধে ১৯৬৪ চনৰ বৰদলৈ ট্ৰফী কোৱাৰ্টাৰ-ফাইনেলত তিনিজন প্ৰতিপক্ষৰ খেলুৱৈক ড্ৰিবলিং কৰি অতিক্ৰম কৰাৰ পিচত তীব্ৰ শ্বটেৰে স্কৰ কৰিছিল। এই খেলখনত ৩-১ ব্যৱধানত জয়ী হয়। ১৯৬৭ চনৰ স্বাধীনতা দিৱস কাপ প্ৰতিযোগিতাত নলবাৰী ক্ৰীড়া সন্থাক ২১-০ ব্যৱধানত এক ৰেকৰ্ড সংখ্যক গ'লৰে পৰাভূত কৰোঁতে সোমৰাজ গুৰুঙে ৫ গ'ল কৰে। ইয়াৰ পিচত কোৱাৰ্টাৰ-ফাইনেলত বাৰ্ণপুৰ ইউনাইটেডক ৬-১ গ'লত পৰাভূত কৰি ছেমি-ফাইনেলত হিন্দুস্থান এয়াৰ ক্ৰাফ্‌ট্‌ৰ হাতত ৩-২ ব্যৱধানত পৰাভূত হয়। সোমৰাজ গুৰুঙে কলিকতাত অনুষ্ঠিত ১৯৭৭ ইষ্টাৰ্ণ কমাণ্ড চেম্পিয়নশ্বিপ্‌ত অংশ লোৱাৰ পিচতে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। ইয়াত অসম ৰাইফলছ দলে চেম্পিয়নশ্বিপ্ অৰ্জন কৰিবলৈ সক্ষম হয়। তেওঁ অৱসৰ ললেও মাজে সময়ে কিছুমান খেলত অংশ লৈ খেলপথাৰলৈ প্ৰত্যাৱৰ্ত্তন কৰিবলগীয়া হৈছিল। বিশেষকৈ ১৯৮৩ চনত চমকডিমাত অনুষ্ঠিত ইষ্টাৰ্ণ জুন চেম্পিয়নশ্বিপত অংশ লৈ চূড়ান্ত বিজয়ী হয়। ইয়াৰ পিচতে জলন্ধৰত ফাইনেল জুনৰ খেলত অংশ লবলৈ গৈ গ্ৰহণী ৰোগত আক্ৰান্ত হোৱাৰ বাবে খেলিব নোৱাৰিলে। ফলস্বৰূপ চমকডিমাই তেওঁৰ শেষ প্ৰতিদ্বন্দ্বিতামূলক ফুটবল আছিল। ▢▢



পাৰ্থ দাস

# বলৰাম গুৰুং

অসম ৰাইফলছৰ বলৰাম গুৰুং সোমৰাজ গুৰুঙৰ সহোদৰ। এই দলত ১৯৬৬-৮০ লৈকে খেলোতে দুবাৰ (১৯৬৯ আৰু ১৯৭১) অসম দলৰ হৈ সন্তোষ ট্ৰফী খেলে। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ ৫৯ কিলোগ্ৰাম ওজনৰ ফৰোৱাৰ্ড বলৰাম গুৰুঙৰ জন্ম ইম্ফলত, ১৯৩৯ চন। মাত্ৰ ষষ্ঠমানলৈকে পঢ়ি ১৯৫৫ চনত অসম ৰাইফলছত যোগদান কৰে। বলৰাম গুৰুঙে বৃহৎ টুৰ্ণামেণ্টত প্ৰায় ১০০ গ'ল কৰিছে। ইয়াৰ ভিতৰত ১৯৬৭ চনৰ স্বাধীনতা দিৱস কাপত নলবাৰী ক্ৰীড়া সন্থাক ২১-০ গ'লত পৰাভূত কৰোঁতে তেওঁ ৮৬ গ'ল কৰি অসম ফুটবলত অভিলেখ স্থাপন কৰে। বলৰাম গুৰুঙে। ১৯৮০ চনত ফুটবলৰ পৰা অৱসৰ লয়।



বলৰাম গুৰুং আৰু সোমৰাজ গুৰুং

# কমলা নাথ



অসমৰ লোমহৰ্ষক ফুটবল দল অসম পুলিচৰ অতি দক্ষতাসম্পন্ন ৰাইট-আউট কমলা নাথ এক সৰ্বজনবিদিত ক্ৰীড়া চৰিত্ৰ। প্ৰায় দশককাল ধৰি উচ্চস্তৰৰ ফুটবল প্ৰদৰ্শন কৰা এই গৰাকী খেলুৱৈয়ে পুলিচ দলৰ বিস্ফোৰক ফুটবলত অন্যতম স্কিমাৰ আৰু স্কৰাৰৰ ভূমিকা লৈছিল। অৰ্থাৎ কমলা নাথৰ ভৰিত বল পৰা মানেই প্ৰতিপক্ষৰ বাবে ত্ৰাসৰ কাৰণ আছিল। তেওঁৰ এটা ডাঙৰ গুণ সোঁ-ভৰিৰে বলটো নি থাকোতে হঠাৎ ৰখাই পুনৰ বাঁও-ভৰিৰে বল লৈ গতি কৰে যাৰফলত প্ৰতিপক্ষই ঠাৱৰা কঠিন হৈ পৰে। তদুপৰি অভাৰ লেপিং, পাৰফেক্ট বেক্-ভলী আৰু চুইং শ্বট্ কৰাত অতি দক্ষ। পুলিচ দলৰ এই ক্ষীণকায় ফুটবলাৰজন সবাতোকৈ ভয়ানক ৰূপ ধাৰণ কৰোঁতা এটেকিং খেলুৱৈ আছিল। যেনেদৰে "Lean and hungry always danger" এই ইংৰাজী বাক্য ফাঁকি অসম ফুটবলৰ কমলা নাথৰ ক্ষেত্ৰতে প্ৰযোজ্য বুলি কলে বঢ়াই কোৱা নহয়। ৰাজ্যিক দলৰ কোচ্ লুলা দাসৰ মতে, "কমলা নাথৰ স্পীড আছিল লগতে স্কৰিং কেপাচিটি অপূৰ্ব।"

কমলা নাথ তেজপুৰৰ ওচৰৰ বেচেৰীয়া পুখুৰী গাঁৱত ১৯৪৪ চনৰ ২৮ জুলাইত জন্ম গ্ৰহণ কৰে। পিতৃ এম. ভি. স্কুলৰ হেড্‌মাষ্টৰ তথা প্ৰাক্তন ফুটবলাৰ আছিল। তেওঁ পৰিয়ালৰ (৫ জন ল'ৰা আৰু ৩ জনী ছোৱালী) চাৰি নং সন্তান। অৱশ্যে খেলুৱৈ হোৱাৰ উদগনি পোৱাৰ মূলতে পৰিয়ালৰ প্ৰভাৱ মনকৰিবলগীয়া। জ্যেষ্ঠ ভাতৃ ডিম্বেশ্বৰ নাথ (তৰুণ অসম সংঘ), চেনাৰাম নাথ (তেজপুৰ পুলিচ আৰু তৰুণ অসম সংঘ) ক্ষীতিশ নাথ (ছাৰ্ভিচেজ) আদি খ্যাতিসম্পন্ন ফুটবলাৰ আছিল। এথলেটিক্সত দক্ষ কৃষক পৰিয়ালৰ কমলা নাথে বেচেৰীয়া পুখুৰী হাইস্কুলত মাত্ৰ অষ্টমমান লৈকে পঢ়ি ১৯৬০ চনত শিক্ষা সামৰে। ইয়াৰ পিচতে তেওঁ তেজপুৰ এমেচাৰ

ক্লাবত এবছৰ খেলে। ইতিপূৰ্বে তেওঁ দুবছৰ স্কুল দলৰ হৈ মধ্য অসম স্কুল টুৰ্ণামেণ্ট খেলিছিল। ১৯৬১ চনত ২য় অসম পুলিচ বাহিনীত যোগদান কৰে আৰু ১৯৬২-ৰ পৰা ডেৰগাওঁ পুলিচ দলত আত্ম-প্ৰকাশ কৰে আৰু ১৯৬৩-ৰ পৰা নিয়মিতৰূপে খেলাৰ সুযোগ পায়। ১৯৬৫ চনত ডেৰগাওঁ পুলিচ দল সৰ্বভাৰতীয় পুলিচ চেম্পিয়ন হয়। ১৯৬৬ চনত পুলিচ খেলুৱৈৰে পুষ্ট গোলাঘাট দলে এন. এফ. ৰেলৱেক ১-০ গ'লত পৰাভূত কৰি আন্তঃ জিলা খিতাপ জয় কৰে। ইতিমধ্যে হায়দৰাবাদৰ জি. এছ. লাইকে প্ৰশিক্ষণ দিবলৈ আহি তেওঁক ৰাইট-বেক্‌ৰ পৰা ৰাইট-আউটলৈ স্থান সলনি কৰি অসমৰ দুৰ্দ্ধৰ্ষ আউট খেলুৱৈ লৈ ৰূপান্তৰিত কৰে। ১৯৬৭ চনত ৰাজ্যিক দলতো স্থান পায়। সেই বছৰ হিন্দুস্থান এয়াৰ ক্ৰাফ্‌ট্‌ক ২-০ গ'লত পৰাভূত কৰি স্বাধীনতা দিৱস কাপত চাঞ্চল্য সৃষ্টি কৰোঁতে তেওঁৰ কৰ্ণাৰ কিক্‌ৰ প্ৰত্যক্ষ গ'ল স্মৰণীয়। তদুপৰি বৰদলৈ ট্ৰফীত বি. এন. আৰ. আৰু ইচাপুৰ ৰাইফল ফেক্টৰীৰ বিৰুদ্ধে দুয়োখন খেল তিনিদিন ড্ৰ থাকোতে তেওঁ চমকপ্ৰদ ফুটবল খেলে। অসম ফুটবল ইতিহাসৰ এয়া এক লোমহৰ্ষক মুহূৰ্তৰূপে চিহ্নিত হয়। তদুপৰি নিজাম গোল্ড কাপ আৰু ৰভাৰ্ছ কাপ ফুটবলত বলিষ্ঠ ফুটবলৰ ৰেঙণি এৰি থৈ যায়। আই. এফ. এ. খেলোতে **"আসাম মেইল"** নাম পোৱা কমলা নাথক ১৯৬৭ চনত ইষ্টবেঙ্গল ক্লাবে মাতিছিল; কিন্তু নগ'ল।

১৯৬৮ চনত সৰ্বভাৰতীয় পুলিচ ক্ৰীড়াৰ বাবে ৰাজ্যিক দলত খেলিব নোৱাৰিলে। কিন্তু গুৱাহাটীত অনুষ্ঠিত ভাৰত বনাম ব্ৰহ্মদেশৰ প্ৰদৰ্শনী খেলত তেওঁ ১৫ নং খেলুৱৈ আছিল। সেই বছৰ স্বাধীনতা দিৱস কাপ ফাইনেলত এৰিয়ান্স ক্লাবৰ হাতত ২-০ ব্যৱধানত পৰাভূত হলেও এ.টি. পি.এ শ্বিল্ড জয় কৰে। তদুপৰি ডুৰাণ্ড আৰু কলিঙ্গ কাপত প্ৰদৰ্শন উল্লেখনীয়। ১৯৬৯ চনৰ সন্তোষ ট্ৰফীত অসম ছাৰ্ভিচেজৰ হাতত ২-১ গ'লত পৰাভূত হলেও তেওঁ বাঁও-ভৰিয়ে মৰা ইন-চুইং কৰ্ণাৰ কিক্‌ত গ'ল কৰোঁতে ৰেফাৰীয়ে নাকচ কৰে। তদুপৰি তেওঁ ১৯৭০, ১৯৭১ আৰু ১৯৭২ চনতো ৰাজ্যিক দলত খেলে। ১৯৭১ চনত সহ-অধিনায়ক আছিল। ১৯৭০ চনত গুৱাহাটীত অনুষ্ঠিত অসম বনাম পশ্চিম জাৰ্মেনিৰ নেদাৰ জেকচন ক্লাবৰ প্ৰদৰ্শনী খেলত কমলা নাথৰ কৰ্ণাৰ-কিক্ সলিল মাৰাকৰ ভৰিত লাগি গ'ল হয়।

কমলা নাথ ১৯৭০-১৯৭৪ লৈকে অসম পুলিচ দলৰ অধিনায়ক আছিল। ইয়াৰ মাজতে ১৯৭১ চনটো অসম পুলিচৰ বছৰৰূপে অসম ফুটবলত চিহ্নিত হৈ ৰব। কিয়নো পুলিচ দলে দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি এ.

টি. পি. এ. শ্বিল্ড, বৰদলৈ ট্ৰফী, ডুগৰ শ্বিল্ড জয় কৰাৰ উপৰি তেওঁৰ অধিনায়কত্বতে গোলাঘাটে আন্তঃ জিলা খিতাপো পায়। বিশেষকৈ ৰোমাঞ্চকৰ বৰদলৈ ট্ৰফী ফাইনেলত শক্তিশালী মহমেডান স্পৰ্টিঙক ২-১ গ'লত পৰাভূত কৰোঁতে তেওঁ সজাই দিয়া বলেৰে বলেন বসুমতাৰী আৰু খনিন গয়াৰীয়ে স্কৰ কৰে। এই ঐতিহাসিক খেলত ৫ ফুট ৬১/২ ইঞ্চি ওখ ৫৮ কিলোগ্ৰাম ওজনৰ ২৭-বছৰ বয়স্ক দক্ষ ৰাইট-আউট কমলা নাথৰ ফুটবল স্মৰণীয় হৈ থাকিব। তদুপৰি শ্ৰীকৃষ্ণ গোল্ড কাপত ইষ্টবেঙ্গলৰ বিৰুদ্ধে আন এখন জীৱনৰ শ্ৰেষ্ঠ খেল খেলে। অসম পুলিচে ১৯৬৮-৭১ লৈকে একেৰাহে চাৰিবছৰ সদৌ ভাৰত পুলিচ ক্ৰীড়াত ৰাণাৰ্ছ-আপ আছিল। পুলিচ দলৰ এই সাফল্যলানিয়ে কমলা নাথক সদায় জিলিকাই ৰাখিব। তেওঁ খেলাকালত অসম পুলিচে ছয়বাৰ এ টি পি এ শ্বিল্ড, তিনিবাৰ স্বাধীনতা দিৱস কাপ, এবাৰ বৰদলৈ ট্ৰফী, এবাৰ কেপ্টেইন এন এম গুপ্ত ট্ৰফী আৰু চাৰিবাৰ ডুগৰ শ্বিল্ড জয় কৰে। তদুপৰি গোলাঘাটৰ হৈ দুবাৰ আন্তঃ জিলা চেম্পিয়ন আৰু তিনিবাৰ ৰাণাৰ্ছ আপ পায়। অসম পুলিচৰ শিৰোমণি কমলা নাথে ১৯৭৪ চনৰ এ. টি. পি. এ. শ্বিল্ড ফাইনেল খেলিয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। অসমৰ খ্যাতনামা ৰাইট-আউট কমলা নাথ বক্ক ৰোগত ভোগী ১৯৯৭ চনৰ ১৬ আগষ্টত বোকাখাতত শেষ নিঃশ্বাস ত্যাগ কৰে।

# গোলাঘাটৰ ফুটবলত এভূমুকি



বৃটিছ আমোলতে ১৮৪৬ চনত গোলাঘাট মহকুমা প্ৰতিষ্ঠা হয়। আনকি ভাৰত স্বাধীন হোৱাৰ পঞ্চাশ বছৰৰ পিচতহে এই মহকুমাই জিলাৰ দৰ্জা লাভ কৰে। গোলাঘাটৰ চৌদিশ চাহ বাগিচাৰে ভৰপূৰ তথা ইয়াত চাকৰি কৰা বৃটিছ কৰ্মচাৰী আৰু সৈন্যসকলে গোলাঘাটতে ফুটবল চৰ্চ্চা কৰিছিল। বিশেষকৈ বৰ্ত্তমানৰ ষ্টেডিয়ামখন আছিল এখন বিল। বৃটিছসকলে এই বিলখন পুতি খেলপথাৰৰ ৰূপ দান কৰোঁতে ইয়াত পল' ফুটবল আদি খেলিছিল। পোনতে বৃটিছসকলৰ YMCA Club-এ ফুটবল খেলোতে পুলিচ ৰিজাৰ্ভৰ সৈতে ফ্ৰেণ্ডলি মেচ খেলি গোলাঘাটত ফুটবলৰ সুভাৰম্ভ ঘটায় আৰু ক্ৰমান্বয়ে খিলঞ্জীয়াসকলেও এই খেলৰ প্ৰতি আকৃষ্ট হয়। ১৯৫১ চনত গোলাঘাট ক্ৰীড়া সন্থা গঠন হোৱাৰ পূৰ্ব্বৱৰ্ত্তী কালছোৱাত গোলাঘাট টাউন ক্লাবে ইয়াৰ খেলসমূহ পৰিচালনা কৰিছিল। ১৯৫১ চনত গুৱাহাটীত অনুষ্ঠিত এ. এফ. এ-ৰ পঞ্চম বাৰ্ষিক সভাত গোলাঘাট ক্ৰীড়া সন্থাক অসম ফুটবল সন্থাৰ সভ্য ভুক্ত কৰা হয়। গোলাঘাট ক্ৰীড়া সন্থাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল নগেন্দ্ৰ নাথ বৰুৱা আৰু সম্পাদক— হীৰেন সিং। পৰৱৰ্ত্তীকালত ফিৰদোচ আলি আহমেদ, মহেন্দ্ৰ প্ৰসাদ চলিহা, পোনাৰাম নেওগ, নোমল গগৈ, প্ৰবীণ কুমাৰ গগৈ আদি গোলাঘাট জিলা ক্ৰীড়া সন্থাৰ সভাপতি হয়। হীৰেণ সিঙৰ পিচতে জিলা ক্ৰীড়া সন্থাৰ সম্পাদকসকল ক্ৰমান্বয়ে মোহন জালান, মহেন্দ্ৰ প্ৰসাদ চলিহা, পূৰ্ণানন্দ গগৈ, লাচিত ফুকন, বীৰেন গগৈ, ৰবি বৰুৱা আদি। ইয়াৰ অন্তৰ্গত অসম ফুটবল সন্থাৰ সহকাৰী সম্পাদকৰূপে কাৰ্য নিৰ্বাহ কৰা মহেন্দ্ৰ প্ৰসাদ চলিহাক "পি. দি. ষ্ট্ৰেচি অব্ গোলাঘাট" আখ্যা দিব পাৰি। কাৰণ তেওঁৰ প্ৰচেষ্টাতে ১৯৬৮ চনত গোলাঘাট ষ্টেডিয়াম আৰু পেভিলিয়নে বাস্তৱৰূপ পায়। এইখিনিতে উল্লেখ্য বগীধলা চাহ বাগিচাৰ স্বত্বাধিকাৰী সুৰেন্দ্ৰ নাথ ৰায় (নুনু

বাবু)ক গোলাঘাট ফুটবলৰ প্ৰাণপুৰুষ বুলিব পাৰি। তেওঁ বগীধলা চাহ বাগিচাৰ দলক শক্তিশালী একাদশলৈ ৰূপান্তৰ কৰোঁতে কলিকতাৰ নিমাই ঘোষ (গ'লৰক্ষক), অনিল সিং, আৰু নেপাল দত্তৰ দৰে প্ৰতিভাশালী খেলুৱৈক আনিছিল। উপৰি বগীধলা চাহ বাগিচাৰ খেলপথাৰখন পঞ্চাশ/ষাঠি দশকত বেচৰকাৰীভাবে অসমৰ শ্ৰেষ্ঠ গ্ৰাউণ্ডৰ ৰূপ প্ৰদান কৰিছিল। পঞ্চাশ দশকৰ মাজ ভাগৰ পৰা আন্তঃ জিলা ফুটবলত প্ৰতিদ্বন্দ্বিতা কৰি অহা গোলাঘাট জিলা দলে ১৯৫৮ চনৰ আন্তঃ জিলা ফুটবলত ৰাণাৰ্ছ-আপ পায়। পৰৱৰ্ত্তীকালত ডেৰগাওঁ পুলিচ/ অসম পুলিচৰ খেলুৱৈৰে পুষ্ট গোলাঘাট দলে আন্তঃ জিলা ফুটবলত হা-হুতাশৰ ঢৌ সৃষ্টি কৰোঁতে মুঠ ১০ বাৰ চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰে তথা আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত গোলাঘাট সদায়ে শক্তিশালী প্ৰতিদ্বন্দ্বীৰূপে থিয় দি আহিছে।

ৰাজ্যিক দলত নিৰ্বাচন পোৱা গোলাঘাটৰ খেলুৱৈসকল চন্দ্ৰমোহন গঞ্জু, অৱনি বুঢ়াগোহাঁই, দিলীপ গঁগৈ, ৰবীন বৰা, হেৰল্ড চাংমা আদি উল্লেখ্য। উপৰি গোলাঘাটত অভ্যুদয় হোৱা তাৰকা খেলুৱৈসকল টঙ্ক ৰাজকুমাৰ, আৰ্ণল্ড চাংমা, বিজয় বৰঠাকুৰ, হেমেন বৰা আদি। চন্দ্ৰমোহন গঞ্জুক অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠসকলৰ শাৰীত স্থান দিয়া হয়। গোলাঘাট টাউন ক্লাবৰ উপৰি ৰামধেনু ক্লাব, ধনশ্ৰী ক্লাব আৰু বগীধলা চাহ বাগিচা দল লেখতলবলগীয়া। গোলাঘাট লীগত অংশ গ্ৰহণ কৰা অন্যান্য দলসমূহৰ ভিতৰত দৈগ্ৰোং তৰুণ সংঘ, ভোলাগুৰি লাচিত ক্লাব, ৰঙাজান চাহ বাগিচা, লেটেকুজান চাহ বাগিচা, বেটিয়নি চাহ বাগিচা, ধলাগুৰি চাহ বাগিচা আদি। বগীধলা চাহ বাগিচা দলে ১৯৫৮ চনত মণিপুৰৰ ছাৰ চূড়াচন্দ শ্বিল্ডৰ ৰাণাৰ্ছ-আপ আছিল। গোলাঘাটে ১৯৯৩ আৰু ২০০১ চনত ছাব- জুনিয়ৰ আন্তঃ জিলা খিতাপ জয় কৰে। ১৯৫৬, ১৯৬২ আৰু ১৯৭০ চনত আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাৰ উদ্যোক্তা আছিল, গোলাঘাট। আশী দশকত গোলাঘাটত SAI Sports Hostel হোৱাৰ পিচৰে পৰা গোলাঘাট বেজবৰুৱা উচ্চতৰ মাধ্যমিক স্কুলে অসম ফুটবলত জিলিকি উঠোতে ১৯৯৭, ১৯৯৮ আৰু ১৯৯৯ চনত দেউকণ শ্বিল্ড জয় কৰে। উপৰি ২০০১ চনত ইন্দু হাজৰিকা সোঁৱৰণী আন্তঃ জিলা স্কুল ফুটবল খিতাপ অৰ্জন কৰে।

পূৰ্ণানন্দ গঁগৈ ১৯৭৫ চনত অসম ৰাজ্যিক ফুটবলৰ দলৰ মেনেজাৰ আছিল উপৰি বীৰেন গঁগৈ এজন প্ৰথম শ্ৰেণীৰ ৰেফাৰী। ❑❑

# টঙ্ক ৰাজকুমাৰ(ভাইটি)

গোলাঘাটৰ জিলা খেলুৱৈ টঙ্ক ৰাজকুমাৰ অসম ফুটবলৰ এক পৰিচিত নাম। তেওঁ ১৯৫৮-৬৯ লৈকে গোলাঘাট জিলা দলৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল। মাত্ৰ ৫ ফুট ৫ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ ষ্টপাৰ টঙ্ক ৰাজকুমাৰৰ অধিনায়কত্বতে গোলাঘাট দলে ১৯৫৮ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ হয়। পুনৰ ১৯৬০, ১৯৬২ আৰু ১৯৬৬ চনত পুলিচ খেলুৱৈৰে পুষ্ট গোলাঘাট দলে এই খিতাপ জয় কৰোঁতে ১৯৬২ চনত পুনৰ তেওঁ অধিনায়ক আছিল।

টঙ্ক ৰাজকুমাৰ ১৯৩৩ চনত গোলাঘাটৰ ওচৰৰ পুলিবৰত জন্ম গ্ৰহণ কৰে। খেতিয়ক পৰিয়ালত ডাঙৰ দীঘল হোৱা টঙ্ক ৰাজকুমাৰে গোলাঘাটৰ বেজবৰুৱা গভৰ্ণমেণ্ট হাইস্কুলত দশমমানলৈকে পঢ়ি ১৯৫৭ চনত পঢ়া সামৰে। পৰৱৰ্ত্তীকালত বগীধলা চাহ বাগিচাত চাকৰি কৰাৰ উপৰি গোলাঘাট টাউন ক্লাৱত খেলিছিল.। ১৯৫৮ আৰু ১৯৫৯ চনত ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পাইছিল যদিও স্থান লাভ কৰিব নোৱাৰিলে।

# আৰ্ণল্ড চাংমা

গোলাঘাটত অভ্যুদয় হোৱা খেলুৱৈসকলৰ ভিতৰত নিঃসন্দেহে আৰ্ণল্ড চাংমাক শীৰ্ষ আসনত বহুৱাব পাৰি। কাৰণ এই গৰাকী জন্মগত খেলুৱৈয়ে উভয় ভৰিৰ ড্ৰিবলিং ও শ্যুটিঙৰে অপূৰ্ব ফুটবলৰ ক্ৰীড়া ৰেঙণি এৰি থৈ গৈছে। মাত্ৰ ৫ ফুট ৩ ইঞ্চি ওখ, ৫৬ কিলোগ্ৰাম ওজনৰ খেলুৱৈ আৰ্ণল্ড চাংমা টুইং শ্যুট্ মৰাত দক্ষ তথা সেই সময়ৰ এক বিৰল ফুটবল নজিৰ বুলি কলে বঢ়াই কোৱা নহয়। অসম পুলিচৰ বিৰুদ্ধে খেলোতে পুলিচৰ টাফ্ ৰক্ষণবিভাগে সদায় আৰ্ণল্ড চাংমাৰ আক্ৰমণাত্মক ভূমিকাক ভয় কৰিছিল। তেওঁৰ ওপৰত কঠোৰ পহৰা থকা সত্বেও প্ৰতি মুহূৰ্ত্তত প্ৰতিপক্ষৰ ৰক্ষণত ত্ৰাসৰ সৃষ্টি কৰিছিল।

আৰ্ণল্ড চাংমা ১৯৩৪ চনৰ ১৫ এপ্ৰিলত গোলাঘাটৰ এক খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ দেহীৰাম চাংমা যোৰহাট খৃষ্টান মিছন স্কুলৰ শিক্ষক তথা এজন প্ৰাক্তন ফুটবল খেলুৱৈ আছিল। পৰিয়ালৰ প্ৰভাৱে তেওঁ ফুটবলাৰৰূপে গঢ় লোৱাত বিশেষ অৰিহণা যোগাইছিল। দশমমানলৈকে শিক্ষাগত অৰ্হতা থকা আৰ্ণল্ড চাংমাই ক্ৰমে গোলাঘাটৰ খৃষ্টান মিছন স্কুল আৰু গোলাঘাট বেজবৰুৱা চৰকাৰী হাইস্কুলত পঢ়ি ১৯৫২ চনত এই অধ্যায় সামৰে। ছাত্ৰ অৱস্থাৰ পৰাই ফুটবল খেলত অভ্যস্ত আৰ্ণল্ড চাংমাই গোলাঘাটৰ কামধেনু ক্লাবৰ জৰিয়তে প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰে। তদুপৰি জিলা দলৰো তেওঁ নিয়মীয়া খেলুৱৈ আছিল। জিলা দলৰ চেণ্টাৰ-ফৰোৱাৰ্ড আৰ্ণল্ড চাংমাই ১৯৫৬ চনৰ ৰাজ্যিক দলত ষ্টেণ্ড-বাই তালিকাত আছিল। ইতিমধ্যে তেওঁ শিৱসাগৰ এমেচাৰ ক্লাবৰ পক্ষে আই. এফ. এ. শ্বিল্ড খেলে। আই. এফ. এ. শ্বিল্ডত বি. এন. আৰ-ৰ বিৰুদ্ধে ১-০ গ'লত পৰাভূত হয়। সেই বছৰতে গুৱাহাটীৰ স্পৰ্টিং ইউনিয়নৰ পক্ষে শিলিগুৰি আৰু জলপাইগুৰিত খেলোতে তেওঁৰ খেলত আকৃষ্ট হৈ ইষ্টবেঙ্গল ক্লাবে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল, কিন্তু তেওঁ নগ'ল। তদুপৰি এন এফ ৰেলৱে দলত যোগদানৰ বাবে আমন্ত্ৰণ কৰিছিল। অৱশেষত ১৯৫৭ চনত গোলাঘাটৰ ওচৰৰ বগীধলা চাহ বাগিচাত যোগদান কৰি বাগিচা দলৰ পক্ষে বলিষ্ঠ ফুটবল অব্যাহত ৰাখে। ১৯৫৮ চনত বগীধলা চাহ বাগিচা দলে মণিপুৰৰ ছাৰ চূড়াচন্দ শ্বিল্ডৰ ফাইনেলত প্ৰৱেশ কৰোঁতে কহিমা একাদশৰ মুখামুখি হয় আৰু ৩-১ ব্যৱধানত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়। সেই বছৰতে তেওঁক পুনৰ ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ কৰিছিল। আৰ্ণল্ড চাংমাই ১৯৫৬-১৯৬৭ লৈকে মুঠ ৬ বাৰ জিলা দলত স্থান লাভ কৰি আন্তঃ জিলা ফুটবলত অংশ গ্ৰহণ কৰে আৰু ১৯৬৯ চনত ফুটবলৰ পৰা অৱসৰ লয়।


টি. ৰাজকুমাৰ


আৰ্ণল্ড চাংমা

# পোনা আও

ঐতিহ্যমণ্ডিত ডেৰগাওঁ পুলিচ দলৰ খেলুৱৈ আৰু পৰৱৰ্তীকালত অসম পুলিচৰ সফল ফুটবল প্ৰশিক্ষকৰূপে যি নজিৰ এৰি থৈ গল তাৰবাবে অসম ফুটবলে সদায় পোনা আওৰ নাম স্মৰণ কৰি থাকিব। তেওঁ ডিফেন্সৰ তিনিওটা পজিচনত খেলিলেও ৰাইট-বেকৰূপে গৰিষ্ট সংখ্যক খেলত অৱতীৰ্ণ হৈছিল। নগা দুৰ্দ্ধৰ্ষতা বিৰাজমান পোনা আৱে সকৰে পৰা ফুটবলৰ প্ৰতি গভীৰ আগ্ৰহী আছিল আৰু এই আগ্ৰহে তেওঁক অসমৰ এগৰাকী চকুত পৰা খেলুৱৈলৈ ৰূপান্তৰ কৰিছিল। এইখিনিতে উল্লেখ্য তেওঁ ধূমপান আৰু ৰাগীয়াল দ্ৰব্যৰ পৰা সদায় নিলগত আছিল। এইবিলাক কাৰণতে হয়তো ফুটবলৰ পৰা অৱসৰ লোৱাৰ পিচতে অসম পুলিচৰ প্ৰশিক্ষক নিযুক্তি দিছিল আৰু পুলিচ দলে ৰোমাঞ্চকৰ ফুটবল অৱতাৰণা কৰোঁতে ১৯৭১ আৰু ১৯৮১ চনত বৰদলৈ ট্ৰফী জয় সবাতোকৈ উল্লেখযোগ্য ঘটনা।

পোনা আও ১৯৩২ চনত মোককচাঙৰ পৰা ১৫ কিলোমিটাৰ দূৰত অৱস্থিত লুঙ্গখুম নামৰ এক পাহাৰীয়া গাঁৱত জন্ম গ্ৰহণ কৰে। কৃষক পৰিয়ালত জন্ম লোৱা (৪ জন ল'ৰা আৰু ৪ জনী ছোৱালী) পোনা আও ষষ্ঠ সন্তান। তেওঁ মোককচাঙত অষ্টমমানলৈকে পঢ়ি ১৯৫১ চনত অসম পুলিচত যোগদান কৰে আৰু চিলং পুলিচ দলত খেলিবলৈ লয়। তেতিয়া চিলং পুলিচ দ্বিতীয় ডিভিজনত আছিল। গতিকে তেওঁ প্ৰথম ডিভিজন জয়ন্তীয়া ক্লাৱতো খেলিছিল। ইয়াত খেলাকালীন ১৯৫৫ চনত চিলঙৰ পক্ষে আন্তঃ জিলা ফুটবলত আত্ম-প্ৰকাশ কৰে। তেজপুৰলৈ ট্ৰেন্সফাৰ হওঁতে ১৯৫৭ চনত দৰং পুলিচৰ অন্যতম সদস্য আছিল আৰু ১৯৫৮ চনৰ পৰা যোৰহাট পুলিচত খেলোতে ১৯৫৯ চনত চিলঙত অনুষ্ঠিত আন্তঃ জিলা ফুটবলত যোৰহাট দলত খেলে। ১৯৫৮ চনত ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পাইছিল। ১৯৫৯ চনত ডেৰগাওঁ পুলিচ গঠন হওঁতে তেওঁক দলত সন্নিৱিষ্ট কৰে আৰু ১৯৬৬ পৰ্যন্ত বলিষ্ঠ ফুটবল অৱতাৰণা কৰি শেষ বছৰ এই গৰাকী ৫ ফুট ৬$^{১}/_{২}$ ইঞ্চি ওখ ৬০ কিলোগ্ৰাম ওজনৰ নগা ফুটবলাৰৰ অধিনায়কত্বতে সৰ্ব



ভাৰতীয় পুলিচ ফুটবলত চূড়ান্ত বিজয়ীৰ সম্মান অৰ্জন কৰে। অসম ফুটবলত ডেৰগাওঁ পুলিচৰ সাফল্য লানিত পোনা আওৰ নাম সদায় জিলিকি থাকিব। তদুপৰি গোলাঘাট জিলা দলত নিয়মিত খেলোতে ১৯৬০, ১৯৬২ আৰু ১৯৬৬ চনত আন্তঃ জিলা চেম্পিয়ন হয়। শেষ বছৰ তেওঁ অধিনায়ক আছিল। সেই বছৰ তেওঁক ৰাজ্যিক দল বাছনি শিবিৰলৈও আমন্ত্ৰণ কৰিছিল। ১৯৬৬ চনত ডেৰগাওঁ পুলিচৰ নাম অসম পুলিচৰূপে নামকৰণ কৰে আৰু অধিনায়কৰূপে দুবছৰ খেলি ফুটবলৰ পৰা অৱসৰ লয় যদিও লগে লগে প্ৰশিক্ষকৰ দায়িত্ব গ্ৰহণ কৰিব লগা হয় — ১৯৬৮ চনত। পুলিচ ফুটবলৰ সাফল্য লানিত পোনা আওৰ দৰে জড়িত ফুটবলাৰ দ্বিতীয়জন নাই। এবাৰ তেওঁক কলিকতাৰ মহমেডান স্পৰ্টিং ক্লাৱে আমন্ত্ৰণ কৰিছিল। পোনা আৱে ১৯৬৮-১৯৮৩ লৈকে অসম পুলিচৰ প্ৰশিক্ষকৰূপে থাকোতে দুবাৰ বৰদলৈ ট্ৰফী জয় সবাতোকৈ উল্লেখযোগ্য। ইয়াৰ অন্তৰ্গত ১৯৭১ চনত অসমৰ সকলোবোৰ ট্ৰফী জয় কৰি এক ঐতিহাসিক নজিৰ প্ৰতিষ্ঠা কৰি থৈ যায়। অৱশ্যে ডেৰগাওঁ পুলিচ দলত খেলোতে তেওঁ এবাৰ (১৯৬০) বৰদলৈ ট্ৰফী জয় কৰাৰ কৃতিত্ব আছে। অসম ফুটবলত খেলুৱৈ তথা প্ৰশিক্ষকৰূপে তিনিবাৰ বৰদলৈ ট্ৰফী জিকাৰ কৃতিত্ব পোনা আওৰ বাহিৰে দ্বিতীয়জনৰ নাই। অসম পুলিচত ইন্সপেক্টৰৰূপে চাকৰি কৰি ১৯৮৭ চনত অৱসৰ গ্ৰহণ কৰে। কিন্তু দুখৰ বিষয় পোনা আওৰ ক্ৰীড়াৰ প্ৰতি থকা একাত্মতাবোধ আৰু ফুটবল সাফল্য লানিক অসম পুলিচ তথা অসম চৰকাৰে যথোচিত সম্মান যাচিব নেজানিলে।

# ৰবীন নেওগ



অসম ফুটবলত পোন প্ৰথম ৪-২-৪ পদ্ধতিত সফল ফুটবল প্ৰদৰ্শন কৰোঁতা অসম পুলিচ দলে প্ৰশিক্ষক জি. এচ. লাইকৰ তত্বাৱধানত এই নতুন পদ্ধতিত ত্ৰাস সৃষ্টিকাৰী ফুটবল প্ৰদৰ্শন কৰিবলৈ সক্ষম হোৱাত ষ্টপাৰ ৰবীন নেওগৰ নামটো সদায় জিলিকি থাকিব। নাজিৰাৰ গাতে লাগি থকা ঐতিহাসিক বাঁহগড়ত ডাঙৰ দীঘল হোৱা এই খেলুৱৈ গৰাকীয়ে চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে সফল ফুটবল খেলি থকা কালতে প্ৰশিক্ষক জি. এচ্. লাইকে তেওঁক ষ্টপাৰ পজিচনত মকৰল কৰে আৰু তেৱোঁ সফল ষ্টপাৰৰ ভূমিকাৰে অসম ফুটবলত এক বিশিষ্ট স্থান অধিকাৰ কৰিবলৈ সক্ষম হয়।

ৰবীন নেওগ ১৯৩৯ চনত নাজিৰাৰ চাৰি মাইল পশ্চিমে বাঁহগড়ত জন্ম গ্ৰহণ কৰে। খেতিয়ক পৰিয়ালত জন্ম লোৱা ৰবীন নেওগ পৰিয়াল (৫জন ল'ৰা আৰু ১ জনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। পিতৃ তোষেশ্বৰ নেওগ চাহ্ বাগিচাৰ কৰ্মচাৰী আছিল যদিও তেওঁ গাঁৱতে ডাঙৰ দীঘল হয়। বৰতল ভেন্সাৰ স্কুল আৰু নাজিৰা হাইস্কুলত নবমমানলৈকে পঢ়ি ১৯৫৮ চনত পঢ়া সামৰে। ৰবীন নেওগে নাজিৰা এছ'চিয়েটেড ক্লাৱত খেলি থাকোতে প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। ১৯৫৯ চনৰ স্বধীনতা দিৱস কাপ তেওঁৰ প্ৰথম বৃহৎ প্ৰতিযোগিতা। ১৯৬০ চনত ৩য় অসম পুলিচ বাহিনীত যোগদান কৰে। ১৯৬২ চনত ডেৰগাওঁ পুলিচ দলে ইষ্ট জুন পুলিচ গেমছ খেলিবলে ডেৰগাঁৱত অনুশীলন শিবিৰ চলি থকা সময়তে ইয়াত অনুষ্ঠিত ৩য় অসম পুলিচ বাহিনী বনাম ১ম অসম পুলিচ বাহিনীৰ এখন খেলত চেণ্টাৰ-ফৰোৱাৰ্ড ৰবীন নেওগে বিস্ফোৰক ফুটবল প্ৰদৰ্শন কৰি ৩

গ'ল কৰোঁতে তেওঁকো ডেৰগাওঁ পুলিচ ফুটবল দলত সন্নিৱিষ্ট কৰে। ডেৰগাওঁ পুলিচে কটকত ইষ্ট জুন খেলিবলৈ যোৱাৰ পিচৰে পৰা ৰবীন নেওগ দলৰ নিয়মিত খেলুৱৈ হৈ পৰে। প্ৰচুৰ আত্মবিশ্বাসী এই খেলুৱৈ গৰাকী সদায় ফাৰ্ষ্ট টাইম শ্বট্ লোৱাত সিদ্ধহস্ত আৰু সাধাৰণতে গ্ৰাচ শ্বট্ কৰে। তেওঁ দলৰ পেনাল্টি বিশেষজ্ঞ আছিল। ডেৰগাওঁ পুলিচৰ চেণ্টাৰ-ফৰোৱাৰ্ড ৰবীন নেওগৰ শৰীৰৰ উচ্চতা ৫ ফুট ৯১/২ ইঞ্চি আৰু ওজন ৬৭ কিলোগ্ৰাম। ১৯৬৫-৬৬ মৰছুমত ডেৰগাওঁ পুলিচ দলে সৰ্বো ভাৰত পুলিচ গেমচ্ৰ ফুটবল ফাইনেলত মাদ্ৰাজ পুলিচক ৫-০ গ'লত ধৰাশায়ী কৰোঁতে ৪ গ'ল ৰবীন নেওগে কৰিছিল। ইতিপূৰ্বে ছেমি-ফাইনেলত উত্তৰ প্ৰদেশ পুলিচক ২-১ গ'লত পৰাভূত কৰোঁতে দুয়োটা গ'ল তেওঁৰেই আছিল। ৰবীন নেওগে প্ৰতিযোগিতাৰ টপ্ স্কৰাৰ খ্যাতি অৰ্জন কৰাৰ উপৰি তাৰকা খেলুৱৈৰূপে প্ৰস্ফুটিত হয়। এই সফলতাৰ পিচতে ডেৰগাওঁ পুলিচৰ নাম অসম পুলিচৰূপে নামকৰণ কৰে আৰু ১৯৬৭ চনত প্ৰশিক্ষক জি. এছ. লাইকে তেওঁক চেণ্টাৰ-ফৰোৱাৰ্ডৰ পৰা ষ্টপাৰ পজিচনত মকৰল কৰি অসমত ৪-২-৪ পদ্ধতিৰ শুভ উদ্বোধন ঘটায়। এইখিনিতে উল্লেখ্য ১৯৬৪-৭০ লৈকে জিলা দলত খেলা ৰবীন নেওগে ১৯৬৬ চনত গোলাঘাটৰ পক্ষে আন্তঃ জিলা খিতাপ জয় কৰে। ১৯৬৭ চনত ৰাজ্যিক দলতো স্থান পায়। সেই সময়ত অসম পুলিচ দল ভাৰতৰ চকুতপৰা দলৰূপে জিলিকি উঠে। অসমৰ টুৰ্ণামেণ্ট সমূহত বহিঃ অসমৰ দলসমূহে সদায় অসম পুলিচৰ সৈতে তীব্ৰ প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হৈছিল। খেলপথাৰত ষ্টপাৰ ৰবীন নেওগৰ উত্তম খোপনি আৰু হেডিঙৰ বাবে প্ৰতিপক্ষৰ ফৰোৱাৰ্ডে অতিক্ৰম কৰা টান হৈ পৰিছিল। বিশেষকৈ বোকা ফিল্ডত তেওঁ অতি দক্ষ খেলুৱৈ আছিল। ১৯৬৮ চনৰ পৰা তেওঁ অসম পুলিচৰ অধিনায়ক হয়। ১৯৭১ চনত তেওঁ মেঘালয় পুলিচত যোগদান কৰি ১৯৭৮ লৈকে খেলে আৰু ফুটবলৰ পৰা অৱসৰ লয়। হাবিলদাৰ ৰবীন নেওগে ১৯৮১ চনত পুলিচৰ চাকৰি ইস্তফা দি খেতিয়কৰ জীৱন আকোৱালি লয়। ২০০০ চনত ৰবীন নেওগে অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়। □□

# আনন্দ লস্কৰ



দুৰ্দ্ধৰ্ষ অসম পুলিচ ফুটবল দলত বিয়াজ আলিৰ পিচতে শূন্য লেফট-আউট পজিচনত শোভাবৰ্দ্ধনকাৰী খেলুৱৈ গৰাকী হ'ল আনন্দ লস্কৰ। এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে বাঁও-ভৰিৰ দুৰন্ত শুটিঙৰে প্ৰতিপক্ষৰ গ'ল থকা-সৰকা কৰিছিল। তদুপৰি ১৯৬৪ চনৰ জুনিয়ৰ নেচনেল ফুটবলত বলিষ্ঠ খেল প্ৰদৰ্শন কৰি অসমক ৰাণাৰ্ছ-আপ খিতাপ প্ৰদানত তেওঁৰ ক্ৰীড়া বৰঙণি মনকৰিবলগীয়া। সেই বছৰতে চিনিয়ৰ ৰাজ্যিক দলত খেলা আনন্দ লস্কৰে গুৱাহাটী টাউন ক্লাব দলৰ লীগ খিতাপ বিজয়ত বলিষ্ঠ ভূমিকা লৈছিল।

আনন্দ লস্কৰ ১৯৪১ চনত নগাওঁ জিলাৰ নিজ কামপুৰত জন্ম গ্ৰহণ কৰে। ঘৰত হাল-কোৰ বাই ডাঙৰ দীঘল হোৱা খেতিয়কৰ সন্তান আনন্দ লস্কৰে কামপুৰ হাইস্কুলত সপ্তমমানলৈকে পঢ়ে। তেওঁ স্কুল দলত ফুটবল খেলাৰ উপৰি মধ্য অসম স্কুল টুৰ্ণামেণ্টৰ ৮০০ আৰু ১৫০০ মিটাৰ দৌৰত চেম্পিয়ন হয়। ১৯৬০ চনত কামৰূপ পুলিচত যোগদান কৰি প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। তদুপৰি আনন্দ লস্কৰে ১৯৬১, ১৯৬২ আৰু ১৯৬৩ চনৰ অল আসাম পুলিচ গেমছৰ ৮০০ আৰু ১৫০০ মিটাৰ দৌৰত প্ৰথম স্থান দখল কৰে।

পুলিচ কনিষ্টবল আনন্দ লস্কৰে ১৯৬৪ চনত গুৱাহাটী টাউন ক্লাবত যোগদান কৰি প্ৰথম জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত গুৱাহাটীৰ পক্ষে ৰাণাৰ্ছ-আপ খিতাপ জয় কৰোঁতে তেওঁ সৰ্বোচ্চ গ'লদাতাৰ (২৫ গ'ল) খ্যাতি অৰ্জন কৰে। সেই বছৰ আজমীৰত অনুষ্ঠিত জুনিয়ৰ নেচনেল

ফুটবল চেম্পিয়নশ্বিপ্‌ত তেওঁ অসম দলত্‌ খেলি মুঠ ৬ গ'ল কৰে। ইয়াত অসমে ফাইনেলত ৰাজস্থানৰ বিৰুদ্ধে ৩-১ গ'লত পৰাভূত হৈ ৰাণাৰ্চ্‌-আপ হয়। জুনিয়ৰ নেচনেলৰ পৰা প্ৰত্যাবৰ্ত্তন কৰাৰ পিচত গুৱাহাটীত অনুষ্ঠিত সন্তোষ ট্ৰফীত ৰাজ্যিক চিনিয়ৰ দলত ৰাজ্যিক জুনিয়ৰ দলৰ চাবি গৰাকী খেলুৱৈক সন্নিৱিষ্ট কৰোঁতে লেফট-আউট আনন্দ লস্কৰো আছিল। পিচৰ বছৰ তেওঁ জুনিয়ৰ ৰাজ্যিক দলত খেলাৰ উপৰি গুৱাহাটীৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা ফুটবলত আত্ম-প্ৰকাশ কৰে।

গুৱাহাটী টাউন ক্লাৱত খেলি থকা কামৰূপ পুলিচৰ আনন্দ লস্কৰে ১৯৬৬ চনৰ পৰা অসম পুলিচ দলত আত্ম-প্ৰকাশ কৰি ১৯৭০ পৰ্যন্ত স্বকীয় দুৰ্দ্ধৰ্ষ ফুটবলৰ বেঙণি এৰি থৈ গৈছে। কাৰণ সেই সময়ৰ শিহৰণকাৰী অসম পুলিচ ভাৰতৰ আগশাৰীৰ দল সমূহৰ প্ৰধান প্ৰতিদ্বন্দ্বীৰূপে থিয় দিছিল। এইখিনিতে উল্লেখ্য নকৈ গঢ় লোৱা অসম পুলিচক হায়দৰাবাদৰ কোচ জি. এছ. লাইকে পোন প্ৰথম ৪-২-৪ পদ্ধতিত প্ৰশিক্ষণ দি অভ্যস্ত কৰিছিল। ১৯৬৬ চনত গোলাঘাটৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা ফুটবলত তেওঁ চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলি ফাইনেলত এন এফ ৰেলৱেক ১-০ গ'লত পৰাভূত কৰে। ১৯৭১ চনত তেওঁ পুনৰ গুৱাহাটী টাউন ক্লাৱত যোগদান কৰি ১৯৭৪ লৈকে খেলে আৰু ১৯৭৫ চনত দ্বিতীয় ডিভিজন নৱজ্যোতি ক্লাৱৰ প্ৰশিক্ষক তথা খেলুৱৈৰূপে লীগ খিতাপ কঢ়িয়াই দলক প্ৰথম ডিভিজনলৈ উত্তৰণত অৰিহণা যোগায়। ১৯৭৭ চনত নৱজ্যোতি ত্যাগ কৰি পুনৰ কামৰূপ পুলিচত যোগদান কৰে আৰু ১৯৭৯ লৈকে খেলে। ১৯৮০ চনত জিলা ট্ৰেন্সফাৰ লৈ নগাওঁ পুলিচ দলত খেলি লীগ জয়ী হৈ এই দলত তিনি বছৰ অতিবাহিত কৰে। ১৯৮৩ চনত মৰিগাঁৱলৈ ট্ৰেন্সফাৰ হওঁতে মৰিগাওঁ স্পৰ্টছ্‌ ক্লাৱত যোগদান কৰে আৰু সেই বছৰতে বাঁও-আঠুত আঘাত পাই ফুটবলৰ পৰা অৱসৰ লয়।



সন্তোষ গোস্বামী

# সন্তোষ গোস্বামী

অসম পুলিচ দলৰ ৫ ফুট ৬১/২ ইঞ্চি ওখ, ৫৬ কিলোগ্ৰাম ওজনৰ চকুতপৰা ৰক্ষণবিভাগৰ খেলুৱৈ সন্তোষ গোস্বামী ১৯৬৭ চনত অসম দলৰ অধিনায়ক আছিল। পুলিচ দলৰ সফল ফুটবলত এওঁৰ নেতৃত্ব মনকৰিবলগীয়া। অসমৰ খ্যাতনামা লেফট-হাফ্ টচেন বড়াৰ মতে, "Tough defender having leadership quality." তদুপৰি ৰাজ্যিক খেলুৱৈ তথা প্ৰশিক্ষক অধীৰ ৰায়ৰ মন্তব্য, "সন্তোষ গোস্বামীৰ ফুটবলত টাফ্‌নেছৰ মাত্ৰা কম যদিও তেওঁ সুন্দৰ ডিষ্ট্ৰিবিউচন থকা পৰিচ্ছন্ন চাইড-বেক্ আছিল।"

সন্তোষ গোস্বামী ১৯৪০ চনৰ ২১ ডিচেম্বৰত পলাশবাৰীত জন্ম গ্ৰহণ কৰে। পিতৃ হৰেশ্বৰ গোস্বামী বনৰক্ষী বিষয়া তথা ছয়গাঁৱৰ বাসিন্দা। মুঠ নজন (পাঁচজন ল'ৰা আৰু চাৰি গৰাকী ছোৱালী)ৰ তৃতীয় সন্তান। ক্ৰমে সোণাৰাম হাইস্কুল আৰু কটন কলেজিয়েটত পঢ়ি ১৯৫৮ চনত প্ৰৱেশিকা পাছ কৰে। প্ৰাগজ্যোতিষপুৰ কলেজত ভৰ্ত্তি হৈয়ে লেফট-আউটৰূপে আন্তঃ কলেজ ফুটবলত আত্ম-প্ৰকাশ কৰে। ইয়াৰ পিচতে, ১৯৫৯ চনত পশ্চিম গুৱাহাটী এথলেটিক ক্লাবৰ লেফট-হাফ্‌ৰূপে দ্বিতীয় ডিভিজন খেলে। ১৯৬০ চনত প্ৰথম ডিভিজনত আত্মপ্ৰকাশ কৰোঁতে মাছখোৱা এমেচাৰ দলত লেফ্‌ট-আউট আৰু মাজে মাজে লেফট-হাফ্ পজিচনত খেলে। ১৯৬১ চনত সন্তোষ গোস্বামীৰ নেতৃত্বতে দলে গুৱাহাটী লীগৰ ৰাণাৰ্ছ-আপ পায়। ১৯৬২ চনত জিলা দলত স্থান পাওঁতে তেওঁ গুৱাহাটী দলৰ সহ-অধিনায়ক আছিল। পৰৱৰ্ত্তীকালত গোলাঘাটৰ পক্ষে চাৰিবাৰ আন্তঃ জিলা খেলে আৰু ১৯৬৬ চনত চেম্পিয়ন হয়।

সন্তোষ গোস্বামীয়ে বি. এ. মহলা পূৰ্ণ নকৰাকৈয়ে ১৯৬৩ চনত এ. এছ. আই. ৰূপে অসম পুলিচত যোগদান কৰে। ১৯৬৫ চনৰ শেষভাগত ডেৰগাওঁ পুলিচ ইষ্ট জুন পুলিচ চেম্পিয়ন হয়। পাটনাত অনুষ্ঠিত এই টুৰ্ণামেণ্টলৈ লেফট-বেক্ ভূবন গগৈ অসুস্থ হৈ যাব নোৱাৰাত সন্তোষ

গোস্বামীয়ে নিজৰ স্থান সুপ্ৰতিষ্ঠিত কৰে। এই প্ৰতিযোগিতাৰ চূড়ান্ত খেল গুৱাহাটীত অনুষ্ঠিত হওঁতে ফাইনেলত মাদ্ৰাজ পুলিচক ৫-০ গ'লত পৰাভূত কৰে। এই সাফল্যৰ পিচতে ডেৰগাওঁ পুলিচক অসম পুলিচ নামেৰে নামকৰণ কৰা হয় (১৯৬৬)। সন্তোষ গোস্বামী ১৯৬৬-৬৮ লৈকে দলৰ অধিনায়ক আছিল। ১৯৭০ চনত ভূপালত অনুষ্ঠিত নেচনেল পুলিচ গেমছত অসম পুলিচৰ পক্ষে শেষ প্ৰতিযোগিতামূলক খেলত অংশ লয়। ইয়াৰ ভিতৰত ১৯৬৭ চনত তেওঁ ৰাজ্যিক দলৰ অধিনায়ক নিৰ্বাচিত হয় আৰু কোৱাৰ্টাৰ-ফাইনেলত মহীশূৰৰ হাতত ২-১ গ'লত পৰাজয় বৰণ কৰে। ১৯৬৮ চনত গুৱাহাটীত অনুষ্ঠিত ভাৰত বনাম বাৰ্মা জাতীয় দলৰ প্ৰদৰ্শনী খেলত সন্তোষ গোস্বামীয়ে খেলাৰ সুযোগ পায়। ১৯৭১ আৰু ১৯৭২ চনত তেওঁ গুৱাহাটী টাউন ক্লাব দলত খেলি ফুটবলৰ পৰা অৱসৰ লয়। ▭▭

# বিজয় বৰঠাকুৰ

বিজয় বৰঠাকুৰ ১৯৩৯ চনত গোলাঘাটত জন্ম গ্ৰহণ কৰে। পিতৃ দৈয়াং চাহ বাগিচাৰ কৰ্মচাৰী। মুঠ ছয় জন(৩ জন ল'ৰা আৰু ৩ গৰাকী ছোৱালী)ৰ ২ নং সন্তান। লৰাৰ ভিতৰত তেওঁ জ্যেষ্ঠ। গোলাঘাট খৃষ্টান মিছন স্কুলত শিক্ষাৰ পাতনি মেলি ষষ্ঠমানলৈকে পঢ়ে তাৰ পিচত বেজবৰুৱা গভৰ্ণমেণ্ট হাইস্কুলত ভৰ্ত্তি হৈ ১৯৫২ চনত মেট্ৰিক পাছ কৰে আৰু ডি. আৰ. কলেজত নাম লগায়।

- এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ ৫৫ কিলোগ্ৰাম ওজনৰ দৰ্শনীয় চেহেৰাৰ লেফট-ইন খেলুৱৈয়ে গোলাঘাটৰ ৰামধেনু ক্লাবত ফুটবলৰ পাতনি মেলি ধনশ্ৰী ক্লাবত কেইবাবছৰো খেলে। সচৰাচৰ স্কৰাৰৰ ভূমিকাত অৱতীৰ্ণ হোৱা বিজয় বৰঠাকুৰে বগীধলা চাহ বাগিচা দলত স্বকীয় বলিষ্ঠ ফুটবলৰ নজিৰ এৰি থৈ গৈছে। তেওঁ ১৯৫৩-১৯৬২ লৈকে ডি. আৰ. কলেজৰ পক্ষে আন্তঃ কলেজ ফুটবল খেলে। বিশেষকৈ ১৯৫৫ চনত জিলা দলত আত্ম-প্ৰকাশ কৰি একেলেথাৰিয়ে ১৯৭০ লৈকে আন্তঃ জিলা খেলে। ▭▭

# চন্দ্ৰ মোহন গঞ্জু

চন্দ্ৰমোহন গঞ্জুক অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ লিঙ্কমেনৰূপে স্বীকৃতি দিয়া হয়। সমগ্ৰ খেলপথাৰ দৌৰি খেলা এই দুৰ্দ্ধৰ্ষ ফুটবলাৰে বিপক্ষৰ আক্ৰমণ নষ্ট কৰাৰ লগতে দলক আক্ৰমণৰ অৰিহণা যোগাইছিল। তদুপৰি সুযোগ পালে বিপক্ষৰ গ'লৈ তীব্ৰ শ্বট্ লোৱাটো তেওঁ সিদ্ধহস্ত আছিল। মুঠতে য'ত বল তাতেই গঞ্জু। অসম পুলিচ তথা অসম ফুটবলত এওঁৰ দৰে পৰিশ্ৰমী ফুটবলাৰ বিৰল। খেলপথাৰত সদায় দলৰ এঘাৰজনৰ মাজত জিলিকি থকা জনেই আছিল চন্দ্ৰমোহন গঞ্জু। তেওঁৰ সন্দৰ্ভত ১৯৬৪ অসম জুনিয়ৰ দলৰ অধিনায়ক তথা ১৯৬৭ ৰাজ্যিক দলৰ সহ-অধিনায়ক **ভবেশ ৰায়ৰ** মন্তব্য, "দেখা যায় অতি পৰিশ্ৰমী ফুটবলাৰ গঞ্জু কেতিয়াবা অসম পুলিচ দলত অনুপস্থিত থাকিলে দলৰ ৬০% বল কমি যোৱাৰ অনুমান হয়। এই নিৰ্ভীক ফুটবলাৰে শ্যুটিং, টেক্‌লিং, এটেকিং আদিৰে এক পূৰ্ণাঙ্গ ফুটবল খেলাৰ চেষ্টা কৰিছিল।" গঞ্জুৰ খেলত দৰ্শনীয়তা (show) নাই; কিন্তু খুউব ফলপ্ৰসূ আছিল। সমগ্ৰ ফিল্ড কভাৰ কৰি খেলোতে আক্ৰমণ আৰু ৰক্ষণ উভয়তে অৰিহণা যোগায়। মিড-ফিল্ডত খেলি সদায় টিম স্পিৰিট্ বাহাল ৰাখিছিল। তেওঁৰ আন এটা ডাঙৰ গুণ— প্ৰতিপক্ষ দুৰ্বলেই হওঁক বা সবলেই হওঁক সদায় আক্ৰমণাত্মক মনোভাৱ লৈ অৱতীৰ্ণ হৈছিল। তেওঁৰ সন্দৰ্ভত এগৰাকী গোড়া ক্ৰীড়ামোদীৰ মন্তব্য, "ৰ'দ, বৰষুণ, বোকা একোতেই ভ্ৰূক্ষেপ নকৰি সদায় গতানুগতিক দুৰ্দ্ধৰ্ষ ফুটবল প্ৰদৰ্শন কৰা খেলুৱৈ জনেই হ'ল চন্দ্ৰমোহন গঞ্জু।" অসমৰ **ষ্টাইলিষ্ট** লেফট-হাফ্ তথা জাতীয় খেলুৱৈ **টচেন বড়াৰ** মতে, "Right-half Ganju was hard tackler alongwith well heading and good shooting ability He can control the game His great quality, he can read the game and judge the player also" সেইদৰে ৰাজ্যিক কোচ্ **লুলা দাসৰ** ভাষাত, "চন্দ্ৰমোহন গঞ্জু ডিফেন্সিভ্ হাফ্ যদিও খেলপথাৰত খুউব টাফ্ খেলুৱৈ।" অসম পুলিচৰ লেফট-বেক্ **সন্তোষ**

গোস্বামীৰ মতে, "গঞ্জুৰ ফুটবলত আছিল দুৰন্ত গতি আৰু শ্যুটিং ক্ষমতা, উত্তম বল ডিষ্ট্ৰিবিউচন আৰু ড্ৰিবলিং, নেৰানেপেৰা চেষ্টা আদিৰে পৰিপূৰ্ণ এজন পাৰফেক্ট ফুটবল প্লেয়াৰ।" তদুপৰি ক্ৰীড়া লেখক আৰু সমালোচক অৰুণ বৰুৱাৰ মন্তব্য, "খেলপথাৰৰ মেধা ফুটবলাৰ গঞ্জুৰ পৰা অপনেণ্টে বল নিয়া কষ্টকৰ বিশেষকৈ তেওঁ শুদ্ধ পাছৰ অধিকাৰী।"

চন্দ্ৰমোহন গঞ্জু ১৯৪১ চনত গোলাঘাটৰ ওচৰৰ বেতিয়নি চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। পিতৃ চাহ বাগিচাৰ শ্ৰমিক, গাঙ্গু গঞ্জুৰ চাৰি গৰাকী সন্তান(তিনিজন ল'ৰা আৰু এজনী ছোৱালী)ৰ ভিতৰত সবাতোকৈ কনিষ্ঠ। সৰুতে মাক-দেউতাক ঢুকায়, ফলত মাজু ককায়েক প্ৰেমাসিং গঞ্জুৰ তত্বাৱধানত ডাঙৰ দীঘল হয়। তেওঁ বেতিয়নি এম. ভি. স্কুলত মাত্ৰ পঞ্চমমানলৈকে পঢ়ি অভাৱৰ বাবে এই অধ্যায় সামৰে। পৰৱৰ্ত্তী কালছোৱা ঘৰৰ কাম বন আৰু খেতিপথাৰ কৰি অতিবাহিত কৰে। তদুপৰি তেওঁৰ জন্মগত ফুটবল প্ৰতিভাৰ জৰিয়তে স্থানীয় বেতিয়নি চাহ বাগিচা দলৰ লেফট্-হাফৰূপে ফুটবলো খেলিছিল। আনকি বলিষ্ঠ বগীধলা চাহ বাগিচা দলো এই বেতিয়নি দলৰ হাতত পৰাভূত হৈছিল। এইখিনিতে উল্লেখ্য সেইসময়ত বগীধলা দল কেইবাগৰাকী খ্যাতনামা জিলা খেলুৱৈৰে পুষ্ট আছিল। অসমৰ চাহ বাগিচাবিলাকত উদয় হোৱা শত সহস্ৰ ক্ৰীড়া প্ৰতিভাৰ এটি জলন্ত নিদৰ্শন হৈ ৰব চন্দ্ৰমোহন গঞ্জু। আজিও শোষিত চাহ বাগিচাবিলাকত হেজাৰ হেজাৰ ক্ৰীড়া প্ৰতিভা অনাদৰতে মৰহি যাব ধৰিছে। কিন্তু তাৰ মাজৰে সাক্ষী স্বৰূপে থিয় দিবলৈ ওলাই আহিল চন্দ্ৰমোহন গঞ্জু। বেতিয়নি চাহ শ্ৰমিকৰ সন্তান কুৰি বছৰীয়া গঞ্জু ১৯৬২ চনৰ ১২ মে'ত ৪ৰ্থ অসম পুলিচ বাহিনীত ভৰ্ত্তি হয়। তেওঁৰ জন্মগত চাহ বনুৱা দুৰ্দ্ধৰ্ষতা আৰু ফুটবল শৈলীৰ গুণত ১৯৬৩ চনৰ পৰা অসম পুলিচ দল(তেতিয়া ডেৰগাওঁ পুলিচ নাম



আছিল)ত সন্নিৱিষ্ট হয়। অন্তগামী ডেৰগাওঁ পুলিচ দলত গঞ্জুৰ আগমনে এক নতুন শক্তিৰ সংযোজন হয়। ডেৰগাওঁ পুলিচে ইষ্ট জুন চেম্পিয়ন হোৱাৰ পিচত গুৱাহাটীত অনুষ্ঠিত চূড়ান্ত খেলত মাদ্রাজ পুলিচক পৰাভূত কৰি সদৌ ভাৰত পুলিচ ফুটবল চেম্পিয়নশ্বিপ অৰ্জন কৰে। অৱশ্যে পিচলৈ প্রশিক্ষক জি. এচ. লাইকে তেওঁক ৰাইট-ইনৰ পৰা ৰাইট-হাফলৈ আনে। ১৯৬৬ চনত গোলাঘাটে আন্তঃ জিলা খিতাপ জয় কৰোঁতে এন. এফ. ৰেলৱেৰ বিৰুদ্ধে একমাত্র স্কৰ ৰাইট-ইন চন্দ্ৰমোহন গঞ্জুৰ। ১৯৬৬ চনত ডেৰগাওঁ পুলিচক অসম পুলিচ নামেৰে অঙ্কিত কৰে। অসম পুলিচ দলৰ লিঙ্কমেন চন্দ্ৰমোহন গঞ্জু আৰু সলিল মাৰাকে যুটীয়াভাৱে এক বলিষ্ঠ ফুটবল অৱতাৰণা কৰি থৈ গৈছে। ৪-২-৪ পদ্ধতিত অসমত এওঁলোকৰ দৰে মিড-ফিল্ড যুটী আৰু দ্বিতীয় নাই ওলোৱা।

চন্দ্ৰমোহন গঞ্জুৱে ১৯৬৭, ১৯৬৯, ১৯৭০, ১৯৭১ আৰু ১৯৭২ চনত ৰাজ্যিক দলত খেলে। পুলিচ ফুটবল একাদশ ঐতিহাসিক অসম পুলিচৰূপে চিহ্নিত হওঁতে ১৯৭১ চনত অসমৰ সকলোবোৰ ট্ৰফী জয় কৰে। অসম পুলিচৰ এই সাফল্যত গঞ্জুৰ অৱদান সবাতোকৈ অধিক বুলি কলে বঢ়াই কোৱা নহয়। বিশেষকৈ বৰদলৈ ট্ৰফী জয় কৰোঁতে আই. এফ. এ. শ্বিল্ড বিজয়ী মহমেডান স্পৰ্টিঙক ২-১ গ'লত পৰাভূত কৰি ভাৰতীয় ফুটবলতো চাঞ্চল্য সৃষ্টি কৰে। এই লোমহৰ্ষক খেলখনত গঞ্জুৰ অৱদান চিৰদিন জিলিকি থাকিব। সেই বছৰতে তেওঁক জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ কৰে আৰু স্থান নিদিয়াত কলিকতাৰ কাকতসমূহেও সমালোচনা কৰিছিল। এইখিনিতে চন্দ্ৰমোহন গঞ্জু সন্দৰ্ভত এটা আনুমানিক ক্রীড়া জৰিপ কৰিব পৰা যায়। ১৯৭২ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত চন্দ্ৰমোহন গঞ্জু গোলাঘাট জিলা দলৰ অধিনায়ক আছিল। অৱশ্যে ফাইনেলত উদ্যোক্তা গোলাঘাট দল ডিব্ৰুগড়ৰ হাতত ৩-২ গ'লত পৰাভূত হয়। ইতিপূৰ্বে ১৯৭১ চনৰ আন্তঃ জিলা ফুটবল ফাইনেলত গোলাঘাটে উদ্যোক্তা শিৱসাগৰক ১-০ গ'লত পৰাভূত কৰোঁতে লিঙ্কমেন গঞ্জুয়ে কমলা নাথৰ পৰা পোৱা বল বক্সৰ বাহিৰৰ পৰা বাঁও-ভৰিৰ তীব্ৰ শ্বটে স্কৰ কৰে। ১৯৭৩ চনতো অসম পুলিচ

দলত চন্দ্ৰমোহন গঞ্জুৰ ভূমিকা বিশেষ মনকৰিবলগীয়া । কিয়নো ভালে কেইগৰাকী খেলুৱৈয়ে মেঘালয় পুলিচত যোগদান কৰাৰ ফলত অসম পুলিচৰ আক্ৰমণ বিভাগত ফলপ্ৰসূ খেলুৱৈৰ নাটনিয়ে দেখা দিয়ে আৰু তেওঁ ৰাইট-ইন পজিচনত খেলে । সেই বছৰ অসম পুলিচে স্বাধীনতা দিৱস কাপ জয় কৰোঁতে ফাইনেলত ভাতৃসংঘক ১-০ গ'লত হৰুৱায় । স্কৰ কৰিছিল চন্দ্ৰমোহন গঞ্জুয়ে । তদুপৰি ডুগৰ শ্বিল্ড ফাইনেলত কলিকতা ষ্টেট ট্ৰেন্সপৰ্টক ৩-০ ব্যৱধানত পৰাভূত কৰোঁতে চন্দ্ৰমোহন গঞ্জুয়ে প্ৰথমটো গ'ল কৰে । এইখিনিতে সৰ্বকালৰ শ্ৰেষ্ঠ লিঙ্কমেন গৰাকীৰ ফুটবলত এজন সফল টাৰ্গেটমেনৰ প্ৰতিচ্ছবি ভাহি উঠে । তেওঁ ১৯৭৪ লৈকে অসম পুলিচ দলত খেলি ১৯৭৫ চনত ফুটবলৰ পৰা সন্যাস লয় ।

ফুটবলে তেওঁক এজন সাধাৰণ চিপাহিৰ পৰা ইন্সপেক্টৰলৈ পদোন্নতি ঘটায় । চাকৰি কৰি থকা অৱস্থাতে ১৯৮৬ চনৰ ২০ ছেপ্টেম্বৰ তাৰিখে হাফলঙত মৃত্যুবৰণ কৰে । লগে লগে অসমে এটি মূল্যৱান ফুটবল ৰত্ন হেৰুৱাব লগা হয় । যি কি নহওঁক চন্দ্ৰমোহন গঞ্জুৰ ফুটবল কলা যুগ-যুগান্তৰলৈ অসমৰ প্ৰতিখন খেলপথাৰতে জীৱন্ত স্মৃতিৰূপে জিলিকি থাকিব । ❑❑

# জয়ৰাম বাগলাৰী

লাহৰীঘাটৰ হিয়াভৰা গাঁৱত জন্ম গ্ৰহণ কৰা জয়ৰাম বাগলাৰী দুৰ্দ্ধৰ্ষ অসম পুলিচ দলত লোমহৰ্ষক ফুটবল প্ৰদৰ্শন কৰোঁতাসকলৰ অন্যতম ডিফেণ্ডাৰ । তেওঁ ১৯৭০-ৰ পৰা ১৯৭৫ লৈকে ৰাজ্যিক দলৰ নিগাজী খেলুৱৈ আছিল । ইয়াৰ অন্তৰ্গত ১৯৭৪ চনত জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পোৱা ৭ জন ৰাজ্যিক খেলুৱৈৰ তালিকাত তেওঁ আছিল । ❑❑

# সলিল মাৰাক



অসমৰ ফুটবলত সলিল মাৰাক এক স্মৰণীয় ক্ৰীড়া চৰিত্ৰৰূপে জিলিকি থাকিব। দুৰ্দ্ধৰ্ষ অসম পুলিচ দলৰ এই লিঙ্কমেন গৰাকীয়ে স্কিমাৰ তথা স্কৰাৰৰূপে যি ক্ৰীড়া বৰঙণি আগবঢ়াই গল সেয়া বোধকৰো ভাৰতৰ ফুটবলতে বিৰল বুলি কব পাৰি। চন্দ্ৰমোহন গগৈ আৰু সলিল মাৰাকে ৪-২-৪ পদ্ধতিৰ মিড-ফিল্ডত এৰি থৈ যোৱা ক্ৰীড়া স্বাক্ষৰ পৰৱৰ্ত্তীকালৰ বাবে সদায় উদাহৰণ হৈ ৰব। বৰ্ত্তমানেও এনে যুটী আৱিৰ্ভাৱ হোৱা নাই। জাতীয় খেলুৱৈ টচেন বড়াৰ মন্তব্য, Salil Marak is the quality of football – as he is good interceptor and nice ball control besides it he is very cool and calculated footballer." তদুপৰি ৰাজ্যিক খেলুৱৈ ভবেশ ৰায়ৰ মতে, "সলিল মাৰাকৰ খেলত দৰ্শনীয়তাবোধৰ অভাৱ যদিও ফলপ্ৰসূ ফুটবল খেলিছিল। প্ৰচুৰ ষ্টেমিনাৰ ভাণ্ডাৰ মাৰাকে সম্পূৰ্ণ টিমক খেলাওঁতে বল উলিয়াই দিয়াত অতি পাৰ্গত আছিল।" মিড-ফিল্ডাৰ সলিল মাৰাকে ইনচাইড-ফৰোৱাৰ্ড পজিচনতো বলিষ্ঠ ফুটবলৰ বৰঙণি এৰি থৈ গৈছে।

সলিল মাৰাক গাৰোপাহাৰৰ কাচোৱাপাৰা নামে এখন গাঁৱত ১৯৪০ চনত জন্ম গ্ৰহণ কৰে। এই গাওঁ তুৰা চহৰৰ পৰা ৩৫ মাইল নিলগত অৱস্থিত। পৰ্বতীয়া গাঁৱৰ কৃষক পৰিয়ালত ভূমিষ্ঠ হোৱা সলিল মাৰাকৰ মাতৃৰ নাম প্ৰমীলা মাৰাক আৰু পিতৃ প্ৰসাদ চাংমা। দুটা সন্তানৰ (এটা ল'ৰা আৰু এজনী ছোৱালী) সলিল মাৰাক জ্যেষ্ঠ। কাচোৱাপাৰা ইংলিছ স্কুলত অষ্টমমানলৈকে পঢ়ি শিক্ষা সামৰে। ছাত্ৰ অৱস্থাৰ পৰা তেওঁ ফুটবলৰ প্ৰতি

গভীৰ আগ্ৰহী আছিল। গাঁৱৰ ফুটবল দলত খেলাৰ উপৰি সামান্য অৰ্থৰ বিনিময়ত বিভিন্ন ঠাইত খেলি ফুৰিছিল। সীমান্তৱৰ্ত্তী অঞ্চলত ডাঙৰ দীঘল হোৱা এই গাৰো যুৱকে খোজকাঢ়ি বিভিন্ন ঠাইলৈ খেলিবলৈ গৈছিল। আনকি সীমান্ত অতিক্ৰম কৰি পূব পাকিস্তান(বৰ্ত্তমান বাংলাদেশ)ৰ হালোৱাঘাট, মৈমনচিং টাউন, চনখাণ্ডা, বিৰিচিৰি খৃষ্টান মিছন আৰু বাঁৰেদাখুনি মিছন আদিতো খেলে। তেওঁৰ সাংঘাতিক লিফট্ থকা হেতু পটু হেডাৰৰূপে প্ৰতিষ্ঠা লাভ কৰিছিল আৰু গৰিষ্ঠ সংখ্যক স্কৰ তেওঁৰ দুৰ্দ্ধৰ্ষ হেডিঙৰ দ্বাৰা কৰি থৈ গৈছে। সলিল মাৰাকে ১৯৬৪ চনত দ্বিতীয় অসম পুলিচ বাহিনীত যোগদান কৰে। পিচৰ বছৰ অসম পুলিচ 'বি' টিমত খেলাৰ সুযোগ পায়। কিন্তু এই জন্মগত ফুটবল প্ৰতিভাই সাধাৰণ প্ৰশিক্ষণৰ অন্তত ১৯৬৬ চনত 'এ' টিমলৈ উত্তীৰ্ণ হয়। তেওঁ তিনিবাৰ (১৯৬৯, ১৯৭০ আৰু ১৯৭১) অসমৰ হৈ সন্তোষ ট্ৰফী খেলে। ইয়াৰ মাজতে ১৯৬৭ চনত ৰাজ্যিক দলত স্থান পোৱা সত্বেও যাব নোৱাৰিলে। কিয়নো বৰদলৈ ট্ৰফীৰ কোৱাৰ্টাৰ-ফাইনেলত ইচাপুৰ ৰাইফল ফেক্টৰীৰ বিৰুদ্ধে তিনিদিন ড্ৰ খেলোতে তেওঁ আঘাতগ্ৰস্ত হয়। বিশেষকৈ উল্লেখ্য ১৯৭১ চনত জাতীয় ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। সেইবাৰ তেওঁৰ উপৰি টচেন বড়া, সোমৰাজ গুৰুং আৰু চন্দ্ৰমোহন গঞ্জুকো আমন্ত্ৰণ জনাইছিল।

অসম পুলিচৰ পক্ষে তেওঁৰ স্মৰণীয় তথা শ্ৰেষ্ঠ খেলসমূহ ১৯৬৭ আৰু ১৯৬৮ এ. টি. পি. এ. শ্বিল্ড ফাইনেল। তদুপৰি ১৯৬৭ চনত স্বাধীনতা দিৱস কাপ ফাইনেলত হিন্দুস্থান এয়াৰ ক্ৰাফ্‌ট্‌ক ২-০ গ'লত ধৰাশায়ী কৰোঁতে এটা গ'ল সলিল মাৰাকে দুৰ্দ্ধৰ্ষ হেডিঙৰ জৰিয়তে স্কৰ কৰে। তেওঁৰ অন্য এখন স্মৰণীয় খেল ১৯৭১ চনৰ বৰদলৈ ট্ৰফী ফাইনেল। দুৰ্দ্ধৰ্ষ মহমেডান স্পৰ্টিঙক ২-১ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁৰ বলিষ্ঠ খেল আৰু স্কিমে জয়ী হোৱাত সহায় কৰে। সেই বছৰতে ডুগৰ শ্বিল্ড ফাইনেলত জে.চি.টি. মিলক ৩-১ ব্যৱধানত ধৰাশায়ী কৰোঁতে দুটা গ'ল সলিল মাৰাকৰ। অসম পুলিচ দলে মুঠ চাৰিবাৰ (১৯৬৮-১৯৭১) অল ইণ্ডিয়া পুলিচ গেমছৰ ফুটবলত ৰাণাৰ্ছ-আপ পায়। এই গৰাকী ৫ ফুট ৭ ইঞ্চি

ওখ ৬০ কিলোগ্ৰাম ওজনৰ গাৰো ফুটবল মগজুয়ে ১৯৭১ চনত গোলাঘাটৰ হৈ আন্তঃ জিলা খিতাপ ধৰিয়াই আনোতে শিৱসাগৰ দলক ১-০ গ'লত পৰাভূত কৰে। ১৯৭১ জাতীয় ফুটবল চেম্পিয়নচিপত বাঙ্গালোৰৰ বিৰুদ্ধে লিংকমেনৰ পৰিবৰ্ত্তে ষ্টপাৰ পজিচনত খেলি তিনিটা অপেন নেটৰ বল ৰক্ষা কৰে। কিন্তু দুৰ্ভাগ্যবশতঃ শেষত পেনাল্টি গ'ল খাই ৩-২ ব্যৱধানত পৰাভূত হয়। ৰাজ্যিক দলৰ পক্ষে এইখনেই সলিল মাৰাকৰ শ্ৰেষ্ঠ মেচ আছিল। তেওঁৰ আন এখন উল্লেখযোগ্য মেচ নেদাৰ জেকচন(পশ্চিম জাৰ্মেনী) দলৰ বিৰুদ্ধে ১৯৭০ চনত গুৱাহাটীত খেলা খেলখন। অসম একাদশ ৩-২ গ'লত পৰাভূত হলেও এটা স্কৰ সলিল মাৰাকৰ।

সলিল মাৰাকৰ দৰে কষ্টসহিষ্ণু ফুটবলাৰ অতি বিৰল আৰু মধ্য-ফিল্ডৰ পৰা চন্দ্ৰমোহন গঞ্জুৰ সৈতে গভীৰ বুজাপৰাৰে খেলি প্ৰতিপক্ষৰ মাজত বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল। মধ্যফিল্ডৰ পৰা ৰক্ষণ, প্ৰতিৰক্ষণ আৰু প্ৰতি আক্ৰমণৰে সফল ফুটবল খেলা সলিল মাৰাকৰ প্ৰচুৰ স্কিম ক্ষমতাৰ উপৰি সাংঘাতিক শুটিং কেপাচিটি আছিল। যাৰবাবে সদায় প্ৰতিপক্ষৰ মাজত ত্ৰাসৰ কাৰণ হৈ পৰিছিল। ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ এওঁৰ সন্দৰ্ভত মন্তব্য, "সলিল মাৰাকৰ লিফটিং আৰু হেডিং স্কৰ সাংঘাতিক।" ১৯৭২ চনত তেওঁ মেঘালয় পুলিচ দলত যোগদান কৰে আৰু ১৯৮২ লৈকে খেলি অৱসৰ লয়। অৱশ্যে তেওঁৰ ৰোমাঞ্চকৰ ফুটবল অসম পুলিচ দলতে এৰি থৈ যায়। □□

# অনিল ৰায়

অসম ফুটবলত এতিয়ালৈকে যিসকল দুৰ্দ্ধৰ্ষ ষ্টপাৰৰ অভ্যুদয় হৈছে সেইসকলৰ ভিতৰত অসম পুলিচৰ অনিল ৰায়ক নিঃসন্দেহে শ্ৰেষ্ঠ আসনত বহুৱাব পাৰি। দৰ্শনীয় চেহেৰাৰ ৫ ফুট ৭ ইঞ্চি ওখ, ৬৪ কিলোগ্ৰাম ওজনৰ এই গৰাকী সুন্দৰ দেহৰ অধিকাৰী যুৱকে ৰক্ষণ বিভাগত অচল অটল ফুটবল অৱতাৰণা কৰোঁতে তেওঁৰ ক্ৰীড়া ব্যক্তিত্ব কিমান শক্তিশালী আছিল এয়া খেলপথাৰতহে অনুমান কৰিব পৰা যায়। ভাৰতৰ যিকোনো আক্ৰমণ বিভাগৰ

খেলুৱৈয়ে এই গুৰু গম্ভীৰ ফুটবলাৰজনৰ কাষ চাপিবলৈ চিন্তা কৰিব লগা হৈছিল। খেলপথাৰত তেওঁৰ উপস্থিতি ইমানেই শক্তিশালী আছিল যে প্ৰতিপক্ষক আক্ৰমণৰ কোনো সুযোগ বা সুবিধাই নিদিছিল আৰু বল তেওঁৰ আয়ত্তত থাকিলে সেয়া অন্যই কাঢ়িবলৈ চেষ্টা নকৰিছিল। আচল কথা কবলৈ গলে এওঁৰ দৰে জন্মগত প্ৰতিভাৰে পুষ্ট ফুটবলাৰ অসমত আজিও আবিৰ্ভাৱ হোৱা নাই। এওঁৰ সন্দৰ্ভত ৰাজ্যিক ফুটবলাৰ ভবেশ ৰায়ৰ মন্তব্য, "অকৃত্ৰিম ফুটবল খেলা অনিল ৰায়ে কেৱল দলৰ বাবে খেলিছিল। খেলপথাৰত প্ৰতিপক্ষক অলপো সুবিধা নিদিওঁতে যিকোনো বল অতি কম সময়ৰ ভিতৰত ডিফেন্সৰ পৰা আঁতৰ কৰাত সিদ্ধহস্ত আছিল।" সেইদৰে ষ্টাইলিষ্ট হাফ্ তথা জাতীয় খেলুৱৈ টচেন বড়াৰ মতে, "অনিল ৰায় এজন ভাল হেড্ ব্ৰৰ্কৰ খুউব বেছি পজিচন ছেনচ্ থকা খেলুৱৈ।"

অনিল ৰায়ে ১৯৪৫ চনত ধুবুৰী জিলাৰ অন্তৰ্গত বিলাসীপাৰা মহকুমাৰ সৰু চহৰ চাপৰৰ পৰা ৪ কিলোমিটাৰ নিলগৰ বহলপুৰ নামে এখন গাঁৱত জন্ম গ্ৰহণ কৰে। কৃষক সুৰেন চন্দ্ৰ ৰায়ৰ (চাৰিজন ল'ৰা আৰু এজনী ছোৱালী) সৰ্বকনিষ্ঠ সন্তান। বহলপুৰ হাইস্কুলত মাত্ৰ পঞ্চমমানলৈকে পঢ়ি শিক্ষা সামৰে। স্কুল এৰি দুবছৰমান ঘৰতে কটায় আৰু ষোল্লবছৰ বয়সত (১৯৬২) ২য় অসম পুলিচ বাহিনীত ভৰ্ত্তি হয়। ১৯৬৪ চনৰ পৰা ডেৰগাওঁ পুলিচ দলত নিয়মিতৰূপে খেলাৰ সুযোগ পায়। ১৯৬৫ চনত গোলাঘাটৰ হৈ আন্তঃ জিলা ফুটবলত আত্ম-প্ৰকাশ কৰে। ১৯৬৭, ১৯৬৯, ১৯৭০ আৰু ১৯৭১ চনত তেওঁ ৰাজ্যিক দলৰ নিয়মিত ষ্টপাৰ আছিল। ইয়াৰ অন্তৰ্গত মাদ্ৰাজত বাঙ্গালোৰৰ বিৰুদ্ধে তেওঁৰ খেল স্মৰণীয়। ১৯৭১ চনত অসম পুলিচে অসমৰ সকলোবোৰ ট্ৰফী জয় কৰি চাঞ্চল্য সৃষ্টি কৰিছিল। ইয়াৰ অন্তৰ্গত বৰদলৈ ট্ৰফী ফাইনেলত মহমেডান স্পৰ্টিঙক ২-১ গ'লত পৰাভূত কৰে। এই ঐতিহাসিক খেলখনত ষ্টপাৰ অনিল ৰায়ে "শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা পায়। ১৯৭০ চনত তেওঁক জাতীয় দল বাছনি শিবিৰলৈও আমন্ত্ৰণ জনায়। অসম পুলিচ দলত ১৯৭২ লৈকে নিয়মিতৰূপে খেলি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। অৱশ্যে ২য় অসম পুলিচ বাহিনী দলত খেল অব্যাহত ৰাখে। এই দলৰ পক্ষে ডিব্ৰুগড়ত ১৯৭৯ চনৰ ওচমান শ্বিল্ড ফাইনেল খেলিয়ে ফুটবলৰ পৰা সম্পূৰ্ণ অৱসৰ গ্ৰহণ কৰে। □□

# গিলবাৰ্টচন চাংমা



দুৰ্দ্ধৰ্ষ অসম পুলিচৰ সন্ধিয়া বেলিত অভ্যুদয় হোৱা সৰ্বকালৰ শ্ৰেষ্ঠ ফৰোৱাৰ্ড গৰাকী হল– গিলবাৰ্টচন চাংমা। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৬৩ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে তেওঁৰ ঠাণ্ডা মস্তিষ্কৰ চহকী ফুটবলৰাজিৰ জৰিয়তে খেলপথাৰত সদায় দৰ্শকৰ দাৰ্লিং হৈ আছিল। নহলেনো মহমেডান স্পৰ্টিং(১৯৭৩), এৰিয়ান্স আৰু ইষ্টবেঙ্গল(১৯৭৫), টাটা স্পৰ্টছ ক্লাব(১৯৭৮) আৰু ডেম্পু স্পৰ্টছ ক্লাব(১৯৭৯) আদিৰ পৰা যোগদানৰ আমন্ত্ৰণ পায়নে !! পুলিচ দলৰ নিষ্প্ৰভ ক্ৰীড়াৰাজিৰ মাজত গিলবাৰ্টৰ কিছুমান ক্ৰীড়া বিস্ফোৰণে যিকোনো খ্যাতনামা খেলুৱৈক ম্লান পেলাবলৈ উপক্ৰম কৰিছিল। প্ৰতিপক্ষ দলসমূহে গিলবাৰ্টক নিষ্প্ৰভ কৰিবলৈ দুজন ৰক্ষণ গাৰ ছাঁৰ দৰে ৰাখিছিল যদিও তেওঁক সম্পূৰ্ণ ব্যৰ্থ কৰাত সফল হব পৰা নাছিল। দুৰন্ত গতি সম্পন্ন এই ফুটবলাৰে ৱান-টাচ্-গেম খেলি ভাল পাইছিল। তেওঁ বল পালে বলটো কাক বা ক'ত সজাই দিব এই কথা প্ৰতিপক্ষই অনুমান কৰা কঠিন আৰু কেতিয়াবা কঠোৰ মাৰ্কিঙৰ মাজৰে পৰা ছাড়েন ভঙ্গীৰে প্ৰতিপক্ষক ক্ষত বিক্ষত কৰিছিল। মুঠতে গিলবাৰ্টচন চাংমা অসম ফুটবলত অভ্যুদয় হোৱা কলা কৌশলত চহকী শেষৰজন ফুটবলাৰ (দ্বিতীয়ৰ আৱিৰ্ভাৱ হোৱা নাই )। ক্ৰীড়া লেখক আৰু সমালোচক অৰুণ বৰুৱাৰ মতে, "পিলিক চৌধুৰীৰ পিচতে অসম ফুটবলত অভ্যুদয় হোৱা প্ৰতিভাসম্পন্ন ফৰোৱাৰ্ড গৰাকী হল – গিলবাৰ্টচন চাংমা।"

গিলবাৰ্টচন চাংমা ১৯৫৫ চনৰ ২১ এপ্ৰিল তাৰিখে ডিব্ৰুগড়ত জন্ম

গ্ৰহণ কৰে। মাতৃ  কৰুণা চাংমা ; পিতৃ  চাইলেনচন মমিন গাৰো পাহাৰৰ সীমান্তৱৰ্ত্তী গাওঁ নগৰপাৰাৰ বাসিন্দা তথা অসম পুলিচৰ চাকৰিয়াল। পৰিয়াল (৪ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ এওঁ তৃতীয় সন্তান। ডিব্ৰুগড় পাবলিক হাইস্কুলত দশমমানলৈকে পঢ়ি শিক্ষা সামৰে (১৯৭০)। ১৯৭১ চনত তেওঁ ১ম অসম পুলিচ বাহিনীত ভৰ্ত্তি হয়। ছাত্ৰ অৱস্থাত পুলিচ ৰিজাৰ্ভতে স্বতস্ফুৰ্ত্তভাৱে এই খেলৰ প্ৰতি আকৃষ্ট হয় যদিও তেওঁ চকুতপৰা বিধৰ খেলুৱৈ নাছিল। পুলিচ দলত পোনা আওৰ আৰু  পিচলৈ মহম্মদ নাকি আৰু ইউচুফ্ খানৰ প্ৰশিক্ষণ পায়। ১৯৭২ পূব মাণ্ডলিক পুলিচ টুৰ্ণামেণ্টত গিলবাৰ্টচন চাংমাই অসম পুলিচ দলত আত্ম-প্ৰকাশৰ সুযোগ পায়। ১৯৭৩ চনত গোলাঘাটৰ পক্ষে আন্তঃ জিলা খেলি ৰাজ্যিক দলতো স্থান লাভ কৰে। তেওঁ ১৯৭৩ -১৯৮০ লৈকে ছয়বাৰ ৰাজ্যিক দলত খেলে। ইয়াৰ অন্তৰ্গত ১৯৭৮ আৰু ১৯৭৯ চনত দলৰ অধিনায়ক আছিল। গোলাঘাট জিলা দলত ১৯৮২ লৈকে খেলি তিনিবাৰ চেম্পিয়ন হয়। ৰাজ্যিক দলে সন্তোষ ট্ৰফীত তেনে সফলতা অৰ্জন কৰিব নোৱাৰিলেও তেওঁ দুখন টাফ্ মেচ খেলে– ১৯৭৩ চনত পঞ্জাবৰ বিৰুদ্ধে (১-১) আৰু পিচৰ বছৰ ১৯৭৩ চেম্পিয়ন কেৰালাক (১-০) পৰাভূত কৰোঁতে দুয়োখন খেলতে স্কৰ আছিল গিলবাৰ্টচন চাংমাৰ। সেই বছৰতে তেওঁ এচিয়ান গেমছৰ বাছনি শিবিৰলৈ আমন্ত্ৰণ পায়। ১৯৭৫ চনত পুনৰ ট্ৰায়েল কেম্পলৈ মাতে আৰু জাতীয় দলত স্থান লাভ কৰি ইণ্ডোনেছিয়াৰ মাৰাহালিম ফুটবল টুৰ্ণামেণ্টত দক্ষিণ কোৰিয়া,  টাইৱান আৰু প্ৰত্যাৱৰ্ত্তনৰ পথত পেনাঙত থাইলেণ্ডৰ বিৰুদ্ধে মুঠ তিনিখন আন্তৰ্জাতিক খেলে। কালিকট সন্তোষ ট্ৰফীত সোঁ-ভৰিত আঘাত পোৱা বাবে ১৯৭৬ চনৰ ট্ৰায়েল কেম্পত উপস্থিত থাকিব নোৱাৰিলে।

গিলবাৰ্টচন চাংমাই অসম পুলিচ দলত দুৰ্দ্ধৰ্ষ ফুটবলৰ ক্ৰীড়া ৰেঙণি এৰি থৈ যাওঁতে এ টি পি এ শ্বিল্ড ৮ বাৰ, স্বাধীনতা দিৱস কাপ ৬ বাৰ, ডুগৰ শ্বিল্ড ৫ বাৰ আৰু এবাৰকৈ বৰদলৈ ট্ৰফী আৰু কেপ্টেইন এন এম গুপ্ত ট্ৰফী জয় কৰে। অসম পুলিচৰ এই সাফল্য লানিত গিলবাৰ্টচন চাংমাৰ নামটো যুগ-যুগান্তৰ স্মৰণীয় হৈ ৰব। ১৯৮১ চনৰ বৰদলৈ ট্ৰফী ফাইনেলত

শক্তিশালী ডেম্পু স্পৰ্টছ ক্লাবক ২-০ ব্যৱধানত পৰাভূত কৰোঁতে অধিনায়ক গিলবাৰ্টচন চাংমাই প্ৰতিপক্ষৰ হাফ্-লাইনৰ অলপ ভিতৰৰ পৰা মৰা সোঁ-ভৰিৰ তীব্ৰ শ্বট্‌ত ১ গ'ল কৰে। এই তীব্ৰ প্ৰতিদ্বন্দ্বিতামূলক খেলখনত গিলবাৰ্টচন চাংমাই ৰোমাঞ্চকৰ খেল প্ৰদৰ্শন কৰোঁতে সমগ্ৰ ফিল্ড কভাৰ কৰি এক পাৰফেক্ট টোটেল ফুটবলাৰৰ ৰূপ ধাৰণ কৰিছিল। ১৯৭৬ চনত গুৱাহাটীত অনুষ্ঠিত হেঙ্গ য়াঙ্গ বিশ্ববিদ্যালয়(দক্ষিণ কোৰিয়া) বনাম অসম পুলিচ একাদশ প্ৰদৰ্শনী খেলখন ১-১ ব্যৱধানত অন্ত পৰোতে ৮০ মিনিটত ব্ৰজেন ব্ৰহ্মই ৰাইট-ফ্লেঙ্কৰ পৰা দিয়া থ্ৰু-পাছৰ ড্ৰপিং বলটো বাঁও-কৰঙনত ৰাখি সোঁ-ভৰিৰ তীব্ৰ শ্বট্‌ৰে স্কৰ কৰে। এইখিনিতে উল্লেখ্য এই আলহী দলটোক



ভাৰতৰ কোনো দলে গ'ল দিব পৰা নাছিল। সেই বছৰতে আন্তঃ জিলা ফুটবল ছেমি-ফাইনেলত উদ্যোক্তা চিলঙক ৩-০ ব্যৱধানত পৰাভূত কৰোঁতে তেওঁ ২ গ'ল কৰে। ইয়াৰে এটা চেন্টাৰ-চাৰ্কোলৰ পৰা মূৰৰ ওপৰৰ উচ্চতাত থকা বল ছাডেন ফ্লাইং ভলী মাৰি স্কৰ কৰে। পুনৰ ১৯৭৮ বৰদলৈ ট্ৰফী ছেমি-ফাইনেলত পৰ্ট অৰ্থৰিটিৰ বিৰুদ্ধে ১-০ গোলত পৰাভূত হলেও গিলবাৰ্টচন চাংমাই প্ৰতিপক্ষৰ হাফ্-লাইনৰ পৰা মৰা ড্ৰপিং ভলী ক্ৰছ-বাৰত লাগি ব্যৰ্থ হয়। এই কৃতিত্বসমূহ অসম ফুটবলৰ বিৰল নজিৰ। ১৯৮২ স্বাধীনতা দিৱস কাপ ফাইনেলত পঞ্জাব এফ. এ. একাদশক ১-০ গ'লত পৰাভূত কৰোঁতে স্কৰ আছিল গিলবাৰ্টচন চাংমাৰ। গিলবাৰ্টচন চাংমাই ১৯৮৭ চনৰ বৰদলৈ ট্ৰফী খেলিয়ে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

# অৱনি বুঢ়াগোহাঁই

গোলাঘাটত অভ্যুদয় হোৱা ৫ ফুট ৮ ইঞ্চি ওখ ৭৪ কিলোগ্ৰাম ওজনৰ ৰক্ষণবিভাগৰ খেলুৱৈ অৱনি বুঢ়াগোহাঁয়ে ১৯৭৬ চনত অসম পুলিচ দলত খেলোতে অসমৰ চকুতপৰা খেলুৱৈৰূপে জিলিকি উঠিছিল। অৱনি বুঢ়াগোহাঁই ১৯৫১ চনত গোলাঘাটৰ ওচৰৰ লতাবাৰী চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। গোলাঘাট বেজবৰুৱা চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলৰ পৰা ১৯৭১ চনত উচ্চ মাধ্যমিক পাছ কৰি ব্যৱসায়ত ন্যস্ত হয়। ইয়াৰ লগে লগে গোলাঘাট টাউন ক্লাৱত প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখে। ১৯৭২ চনৰ পৰা গোলাঘাটৰ পক্ষে আন্তঃ জিলা খেলে। ১৯৭৫ চনত নামৰূপ থাৰ্মেল দলত খোলোতে সেই বছৰ ডিব্ৰুগড়ৰ পক্ষে আন্তঃ জিলা খেলে আৰু পৰৱৰ্ত্তীবছৰত অসম পুলিচত যোগদান কৰে। অসম পুলিচ দলত ৪-২-৪ পদ্ধতিত ৰাইট-বেক্ তোলেন লাহন আৰু ষ্টপাৰ অৱনি বুঢ়াগোহাঁইৰ যুটী স্মৰণীয়। ১৯৭৭ চনত মহমেডান স্পৰ্টিং দলত কটায় আৰু প্ৰত্যাৱৰ্ত্তন কৰি ১৯৭৮ চনত এ. এছ্. ই. বি.-ত যোগদান কৰে। এই দলত ১৯৭৯-৮৬ লৈকে খেলে। অৱনি বুঢ়াগোহাঁয়ে ১৯৭৫, ১৯৭৬ আৰু ১৯৮০ চনত ৰাজ্যিক দলত খেলে আৰু শেষ বছৰত সহ-অধিনায়ক আছিল। ১৯৮৬ চনত গুৱাহাটী লীগ খিতাপ জয় কৰাৰ পিচতে প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। অৱনি বুঢ়াগোহাঁই ২০০২ চনৰ ১৮ মে'ত গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে।


অৱনি বুঢ়াগোহাঁই


অনিল ৰায়

# হেৰল্ড চাংমা

হেৰল্ড চাংমা ১৯৬৭ চনৰ ১৪ জানুৱাৰীত গোলাঘাটত জন্ম গ্ৰহণ কৰে। প্ৰসিদ্ধ ফুটবলাৰ আৰ্ণল্ড চাংমাৰ (৩ জন ল'ৰা আৰু ১ জনী ছোৱালী) জ্যেষ্ঠ সন্তান। গোলাঘাট বেজবৰুৱা চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত অষ্টমমানলৈকে পঢ়ি যোৰহাট চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলৰ পৰা ১৯৮৪ চনত মেট্ৰিক পাছ কৰে। ১৯৮৩ চনত অসম স্কুল দলত খেলি জাতীয় স্কুল চেম্পিয়ন হয়। তদুপৰি জাতীয় স্কুল দলত স্থান লাভ কৰি এচিয়ান স্কুল ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে ; স্থান ছিউল। ১৯৮৫ চনত এ এছ ই বি-ত যোগদান কৰি দুবছৰ খেলে আৰু ১৯৮৭ চনত মহাৰাণা ক্লাবলৈ যায়। ১৯৮৮ চনত জে. বি. কলেজৰ পক্ষে আন্তঃ কলেজ খেলি চূড়ান্ত বিজয়ী হয়। ১৯৮৮ আৰু ১৯৮৯ চনত গুৱাহাটীৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা খেলে। ১৯৮৭ আৰু ১৯৮৯ চনত চেণ্ট্ৰেল-ষ্ট্ৰাইকাৰ হেৰল্ড চাংমা ৰাজ্যিক দলৰ খেলুৱৈ আছিল। মাত্ৰ ৫ ফুট ২ ইঞ্চি ওখ ৫৬ কিলোগ্ৰাম ওজনৰ হেৰল্ড চাংমাই ১৯৯৬ লৈকে মহাৰাণা ক্লাৱত খেলি ফুটবলৰ পৰা অৱসৰ লয়। ১৯৯৭ চনত প্ৰত্যাবৰ্ত্তন কৰি ১৯৯৮ চনত ইয়ং এমেচাৰ দলত খেলে।


জয়ৰাম ৰাগলাৰী


হেৰল্ড চাংমা


দুলেশ্বৰ ৰাভা

# কোকৰাঝাৰৰ ফুটবলত এভূমুকি

অসমৰ ক্ৰীড়া বুৰঞ্জীত কোকৰাঝাৰে এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে। অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত বড়ো-কছাৰী সম্প্ৰদায়ৰ অধ্যুষিত এই কোকৰাঝাৰ জিলাক "Nursery of Sports in Assam" আখ্যা দিব পাৰি। কাৰণ কোকৰাঝাৰৰ ক্ৰীড়া উৰ্বৰতাই অসম ফুটবললৈ সংখ্যাধিক খেলুৱৈ যোগান ধৰাই নহয় কঢ়িয়াই আনিছে সুনাম আৰু গৌৰৱ।



যতীন ইছলাৰী

ভাৰতত বৃটিছ শাসন ওৰ পৰাত ১৯৪৭ চনত "গোৱালপাৰা ট্ৰাইবেল স্পৰ্টছ এছ'চিয়েচন" প্ৰতিষ্ঠা হয় আৰু এই সন্থাই বৰ্ত্তমানৰ "কোকৰাঝাৰ জিলা ক্ৰীড়া সন্থা"। এই সন্থা গঠনৰ মূল কৰ্ণধাৰ বুলি কবলৈ গলে শনিৰাম বসুমতাৰী, যতীন ইছলাৰী আৰু বিনোদ ব্ৰহ্ম-ক আঙুলিয়াব পাৰি। গোৱালপাৰা ট্ৰাইবেল স্পৰ্টছ এছ'চিয়েচনৰ প্ৰতিষ্ঠাপক সভাপতি আছিল মনীন্দ্ৰ ব্ৰহ্ম আৰু সাধাৰণ সম্পাদক যতীন ইছলাৰী। অসম ফুটবল সন্থাৰ স্বীকৃতি লাভ কৰাৰ দুবছৰৰ পিচত গোৱালপাৰা ট্ৰাইবেল স্পৰ্টছ এছ'চিয়েচনে ১৯৫০ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত আত্ম-প্ৰকাশ কৰে। ১৯৫২ চনত সন্থাৰ নাম সলনি কৰি "কোকৰাঝাৰ ট্ৰাইবেল স্পৰ্টছ এছ'চিয়েচন" ৰাখে আৰু ফুটবলৰ লগতে অন্যান্য খেলসমূহো সাঙুৰি লয়। এই নতুন সন্থাৰ সভাপতি আছিল যোগেন্দ্ৰ ব্ৰহ্ম আৰু সাধাৰণ সম্পাদক — যতীন ইছলাৰী। ১৯৫৬ চনত কোকৰাঝাৰক গোৱালপাৰা জিলাৰ 'মহকুমা' ঘোষণা কৰে আৰু ১৯৫৭ চনত সন্থাৰ নতুন নামাকৰণ হয় — "কোকৰাঝাৰ স্পৰ্টছ এছ'চিয়েচন"। সন্থাই গ্ৰহণ কৰা নতুন সংবিধান অনুযায়ী মহকুমাধিপতি সন্থাৰ প্ৰেছিডেণ্ট নিৰ্বাচিত হয়। যতীন ইছলাৰীয়ে একেলেথাৰিয়ে ১৯৪৭-১৯৬৮ লৈকে সাধাৰণ সম্পাদকৰ পদত থাকি কোকৰাঝাৰৰ খেল জগতক এটা বিশেষৰূপ প্ৰদান কৰাৰ উপৰি অসমৰ ক্ৰীড়া মেপত কোকৰাঝাৰৰ নামটো খোদিত কৰে। পৰৱৰ্ত্তী সময়ছোৱাত সন্থাৰ কাম কাজে বিশেষ অগ্ৰগতি লাভ কৰিব নোৱাৰিলেও ১৯৬৯ চনত জুনিয়ৰ

আন্তঃ জিলা চেম্পিয়নশ্বিপ্ অর্জন কৰে। এয়া কোকৰাঝাৰৰ প্ৰথম ফুটবল সাফল্য।

১৯৭৪ চনত প্ৰফেছাৰ মুকুল চন্দ্ৰ ব্ৰহ্ম সন্থাৰ সাধাৰণ সম্পাদক হয়। ১৯৭৬ চনত কোকৰাঝাৰ ক্ৰীড়া সন্থাৰ সংবিধান সংশোধন কৰাৰ উপৰি কোকৰাঝাৰ ক্ৰীড়া সন্থাৰ নামকৰণ কৰা হয় — "কোকৰাঝাৰ জিলা ক্ৰীড়া সন্থা"। ১৯৭৭ চনত পাতনি মেলা প্ৰথম ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত কোকৰাঝাৰে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰি ইতিহাস ৰচনা কৰে। বিশেষকৈ উল্লেখ্য ১৯৮১ চনত কোকৰাঝাৰে চিনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ জয় কৰি অসম ফুটবলত ধুমুহাৰ সৃষ্টি কৰে। কাৰণ ইতিপূৰ্বলৈকে চিনিয়ৰ ফুটবলত কোকৰাঝাৰৰ কোনো দলীয় সাফল্য নাছিল। কোকৰাঝাৰে দুবাৰ জুনিয়ৰ আন্তঃ জিলা; আঠবাৰ ছাব-জুনিয়ৰ আন্তঃ জিলা; ২১-বছৰ অনুৰ্দ্ধ আন্তঃ জিলা এবাৰ জয় কৰাৰ উপৰি চাৰিবাৰ ইন্দু হাজৰিকা আৰু চাৰিবাৰ পিলিক চৌধুৰী ফুটবল খিতাপ জয় কৰিছে। ১৯৮৪ চনত কোকৰাঝাৰ মহকুমাই 'জিলা'ৰ ৰূপ পায়। কোকৰাঝাৰ জিলা ক্ৰীড়া সন্থাৰ সংবিধান পুনৰ সংশোধন কৰি জিলাধিপতিক জিলা সন্থাৰ পদেন সভাপতিৰ বাব দিয়ে আৰু পোন প্ৰথমবাৰৰ বাবে গৌৰাঙ্গ দত্ত ৱৰ্কিং প্ৰেছিডেণ্ট হয়। ১৯৮৫ চনত প্ৰফেছাৰ মুকুল চন্দ্ৰ ব্ৰহ্মই সম্পাদকৰ পদৰ পৰা সন্যাস লওঁতে সন্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয় কৰেন্দ্ৰ ব্ৰহ্ম। ১৯৯৩ চনত জিলা ক্ৰীড়া সন্থাৰ নতুন কাৰ্য্য নিৰ্বাহক (executive body) গঠন কৰি প্ৰফেছাৰ ৰথেন্দু ৰায়চৌধুৰী আৰু এম. আৰ. বলাৰীক যথাক্ৰমে সন্থাৰ ৱৰ্কিং প্ৰেছিডেণ্ট আৰু জেনেৰেল ছেক্ৰেটৰী নিৰ্বাচিত কৰে। ১৯৯৪ চনত কোকৰাঝাৰ জিলা ক্ৰীড়া সন্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয় প্ৰমোদ নাৰ্জাৰী।

জন্মগত ফুটবলাৰৰ ক্ৰীড়াভূমি কোকৰাঝাৰে জাতীয় স্কুল দললৈ উপহাৰ দিয়া আন্তৰ্জাতিক খেলুৱৈসকল - প্ৰদীপ ব্ৰহ্ম, হেমন্ত বসুমতাৰী, বিজয় বসুমতাৰী, কামাখ্যা বসুমতাৰী, অশোক নাজৰী, চৰণটাই নাৰ্জাৰী, প্ৰণয় ব্ৰহ্ম, হৃদয় ব্ৰহ্ম, জনক বসুমতাৰী আদি। বিশেষকৈ উল্লেখ্য ১৯৮০ এচিয় স্কুল ফুটবল চেম্পিয়নশ্বিপ্ বেঙ্ককত অনুষ্ঠিত হওঁতে প্ৰদীপ ব্ৰহ্ম জাতীয় স্কুল দলৰ অধিনায়ক আছিল। তদুপৰি ১৯৮৪ চনত এই প্ৰতিযোগিতা দিল্লীত অনুষ্ঠিত হওঁতে "আসাম ৰাইনু" নামেৰে জনাজাত হেমন্ত বসুমতাৰী জাতীয় স্কুল দলৰ সহ-অধিনায়ক হয়। হেমন্ত বসুমতাৰীয়ে অল-এচিয় দলতো স্থান লাভ কৰিছিল যদিও দুৰ্ভাগ্যবশতঃ সেইবছৰ আন্তঃ মহাদেশীয় স্কুল ফুটবল চেম্পিয়নশ্বিপ্ বাতিল হয়। কোকৰাঝাৰৰ ক্ৰীড়া


ৰঞ্জন ব্ৰহ্ম চৌধুৰী


অজিত বসুমতাৰী


বিজয় বসুমতাৰী


অনিল মহিলাৰী


দীপচৰণ নাৰ্জাৰী


বিধান দাস

পৃষ্ঠাত চকু ফুৰালে দেখা যায় — খেলুৱৈ, প্ৰশিক্ষক, মেনেজাৰ তথা সংগঠকৰূপে সমগ্ৰ জীৱন খেলৰ সৈতে জড়িত থকা ব্যক্তি গৰাকী হল — বিনোদ ব্ৰহ্ম। এওঁ ৰাজ্যিক দলত স্থান পোৱা কোকৰাঝাৰৰ প্ৰথম খেলুৱৈ। এই খিনিতে উল্লেখ্য বিনোদ ব্ৰহ্মক অসমৰ সৰ্বকালৰ শ্ৰেষ্ঠ ফুটবল খেলুৱৈসকলৰ শাৰীত ধৰা হয়। তেওঁৰ পিচতে চামুৱেল কিচকু, নিকুঞ্জ ব্ৰহ্ম, অজিত বসুমতাৰী, প্ৰদীপ দে, মাইকেল বসুমতাৰী, হেমন্ত বসুমতাৰী, প্ৰদীপ ব্ৰহ্ম, খনিন্দ্ৰ ব্ৰহ্ম, জুনু ব্ৰহ্ম, অনিল মহিলাৰী, মাণিক বৰ্মণ, বিবেকা বৰগয়াৰী, জয়ন্ত বসুমতাৰী, নৰেশ ব্ৰহ্ম, অশোক নাৰ্জাৰীয়ে সন্তোষ ট্ৰফীত অসমৰ প্ৰতিনিধিত্ব কৰে। ইয়াৰ ভিতৰত বিবেকা বৰগয়াৰী তিনিবাৰ অসম দলৰ অধিনায়ক আছিল। এই সকলৰ উপৰি ভালে সংখ্যক খেলুৱৈ অসম ৰাজ্যিক জুনিয়ৰ, ছাব-জুনিয়ৰ, অসম স্কুল দলত বীৰদৰ্পে খেলি কোকৰাঝাৰৰ নাম অসম ফুটবলত চিৰযুগমীয়া কৰি তুলিছে। ৰাজ্যিক জুনিয়ৰ দলত স্থান পোৱা প্ৰথম খেলুৱৈ গৰাকী হল — গৌৰী শঙ্কৰ ইৰ্ছলাৰী(১৯৬৯)। ১৯৭৫ ৰাজ্যিক ছাব-জুনিয়ৰ দলত মাইকেল ব্ৰহ্ম, দ্বিগেন ব্ৰহ্ম, নীলোধৰ ব্ৰহ্ম, বিচপ্ ৰাৰী আদিয়ে প্ৰথম নিৰ্বাচন পায়। অসম স্কুল দলত স্থান পোৱা সুধীৰ ৰঞ্জন নাৰ্জাৰী(১৯৬৩) কোকৰাঝাৰ প্ৰথম খেলুৱৈ। ১৯৯০ চনত বিজয় বসুমতাৰীয়ে দোবাইত অনুষ্ঠিত এচিয় জুনিয়ৰ ফুটবল চেম্পিয়নশ্বিপ্‌ত জাতীয় দলক প্ৰতিনিধিত্ব কৰে। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰা প্ৰথম খেলুৱৈ গৰাকী হল — ডিম্বেশ্বৰ ব্ৰহ্ম (১৯৬৯)। তেওঁৰ পিচতে নিকুঞ্জ ব্ৰহ্ম, অজিত বসুমতাৰী, ৰঞ্জন ব্ৰহ্ম চৌধুৰী, ধৰণীধৰ গয়াৰী আৰু অৰিঞ্জয় ব্ৰহ্ম বিশেষভাৱে উল্লেখনীয়।

কোকৰাঝাৰ বিদ্যাপীঠ (দুবাৰ) আৰু কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুল( বাৰ বাৰ )এ সৰ্বমুঠ ১৪ বাঁৰ দেউকণ শ্বিল্ড জয় কৰি ৰেকৰ্ড স্থাপন কৰিছে। ইয়াৰ ভিতৰত ১৯৮৬ চনত কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলে সুব্ৰত কাপ জয় কৰি জাতীয় চেম্পিয়ন হয়। ১৯৭৯ চনতো কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলে ৰাণাৰ্ছ-আপ পাওঁতে দীপ চৰণ নাৰ্জাৰীয়ে "বেষ্ট প্লেয়াৰ" সন্মান লাভ কৰে। তদুপৰি কোকৰাঝাৰ কলেজে পাঁচবাৰ আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ অৰ্জন কৰিছে।

আনহাতে বাৰ-হুথা ক্লাব ১৯৪৮ চনত প্ৰতিষ্ঠা হোৱা কোকৰাঝাৰৰ পুৰণি ক্লাব। উপৰি বি এ বি টি স্পৰ্টছ ক্লাব ১৯৫৬ আৰু দৈমালু স্পৰ্টছ ক্লাব ১৯৬০ চনত স্থাপিত হয়। ইয়াৰে বাৰ-হুথা ক্লাবক "Football Pioneer of Kokrajhar" বুলি কব পাৰি।



□□

# বিনোদ ব্ৰহ্ম(দাবলা)



জন্মগত ফুটবলাৰ বিনোদ ব্ৰহ্ম অসম ফুটবলৰ এক লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰ। অসমৰ প্ৰখ্যাত ৰাইট-বেক্ আমানুল্লাৰ মতে, "বিনোদ ব্ৰহ্ম কোকৰাঝাৰত অভ্যুদয় হোৱা সুন্দৰ চেহেৰাৰ নামী চেণ্টাৰ-ফৰোৱাৰ্ড। তেওঁ একক প্ৰচেষ্টাৰে বল নি গ'ল দিয়াত সিদ্ধহস্ত তথা চুটিং আৰু ড্ৰিবলিঙত চহকী খেলুৱৈ।" ১৯৬০ ৰাজ্যিক দলৰ শক্তিশালী ষ্টপাৰ প্ৰসন্ন বৰ্মণৰ বিনোদ ব্ৰহ্ম সম্পৰ্কে মন্তব্য, "Binod Brahma, he is too fast as centre-forward and sharp shooter of the field." তেওঁ খেলুৱৈৰূপে অসমৰ এক দৃষ্টান্ত হোৱাৰ উপৰি সংগঠকৰূপে যি বৰঙণিৰ যোগান ধৰিলে এয়া কোকৰাঝাৰৰ ক্ৰীড়া জগতে কেতিয়াও পাহৰিব নোৱাৰে। তেওঁৰ বৈচিত্ৰ্যময় জীৱনে উত্ৰাৱল তৰঙ্গৰ সন্মুখীন হওঁতে ফুটবল খেলি পোৱা তিনি তোলা ওজনৰ স্বৰ্ণ নিৰ্মিত বঁটাটো বেচিব লগা হৈছিল। ১৯৮৪ চনত তেওঁ অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পায়।

বিনোদ ব্ৰহ্ম ১৯২৪ চনত কোকৰাঝাৰৰ পৰা সাতমাইল নিলগৰ খাগ্ৰাবাৰী গাঁৱত জন্ম গ্ৰহণ কৰে। শিক্ষিত আৰু সুস্থ সবল কৃষক খগেন্দ্ৰ নাথ ব্ৰহ্ম(দুজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। ১৯৩৪ চনত কোকৰাঝাৰ এম. ই. স্কুলত ভৰ্ত্তি হয় আৰু কোকৰাঝাৰ ইউনিয়ন স্পৰ্টিং দলতো খেলাৰ সুযোগ পায়। কিন্তু ঘৰুৱা অসুবিধাৰ হেতু মাত্ৰ ষষ্ঠমানলৈকে পঢ়ি শিক্ষা সামৰিব লগা হয়। স্কুল এৰাৰ পিচতো (১৯৩৮-৪১) ফুটবল অব্যাহত ৰাখি পৰিচিত খেলুৱৈ হৈ পৰে। এইখিনিতে উল্লেখ্য

কোকৰাঝাৰৰ সংস্কৃত শিক্ষক দেবেন শৰ্মাই তেওঁক ব্যায়াম আৰু এথলেটিক্সৰ পাঠদান কৰে তথা আন এগৰাকী শিক্ষক সুকুমাৰ চক্ৰৱৰ্তীৰ উদগনিয়ে ভৱিষ্যতৰ ক্ৰীড়া জীৱন গঠনত অন্যতম অবিহণা যোগায়। ১৯৪২ চনত ৰংপুৰ কাৰ্মাইকেল কলেজৰ অধ্যাপক ৰাজেন্দ্ৰ নাথ কদ্ৰৰ ওচৰত ইচ্ছাশক্তি পাঠ গ্ৰহণ কৰিবলৈ যায়।

বিনোদ ব্ৰহ্মই ১৯৪৭ চনত গোৱালপাৰা ট্ৰাইবেল স্পৰ্টিং এছ'চিয়েচন প্ৰতিষ্ঠাৰ এগৰাকী মুখ্য সংগঠক। ১৯৪৮ চনত চাপটাগ্ৰামত অমল কৰ, বিমল কৰ আদি খ্যাতনামাৰে পুষ্ট অসম ৰেলৱেৰ বিৰুদ্ধে গোৱালপাৰা টি. এছ. এ. পৰাভূত হ'ল যদিও (প্ৰথম দিনা ১-১ গ'লত ড্ৰ) তেওঁৰ খেলত আকৃষ্ট হৈ গুৱাহাটী লীগ খেলাৰ আহ্বান পায় আৰু মহাৰাণা ক্লাবৰ পক্ষে ১৯৪৮ চনৰ লীগত আত্ম-প্ৰকাশ কৰোঁতে ইয়ং ইউনিয়নক ৬-০ গ'লত পৰাভূত কৰাৰ মূলতে বিনোদ ব্ৰহ্মৰ ডাবল হেট-ট্ৰিক মনকৰিবলগীয়া।

ধুবুৰী টাউন ক্লাবৰ এই খেলুৱৈ গৰাকীয়ে গুৱাহাটী লীগৰ পিচতে পূব পাকিস্তানলৈ যায় আৰু ১৯৪৯ চনত ঢাকাৰ ৰণাল্ড শ্বিল্ডত অংশ গ্ৰহণ কৰি শ্ৰেষ্ঠ খেলুৱৈৰ সন্মান পাওঁতে তিনি তোলা ওজনৰ সোণৰ বটা পায়। তাত এবছৰকাল অতিবাহিত কৰি ১৯৫০ চনত প্ৰত্যাৱৰ্ত্তন কৰে আৰু বিবাহ পাশত আবদ্ধ হয়। এইখিনিতে উল্লেখ্য তেওঁ পূব পাকিস্তানৰ ৰংপুৰ, মৈমনসিং, খুলনা, ঢাকা আদিত দুৰ্দ্ধৰ্ষ ফুটবল খেলি সুনাম অৰ্জন কৰিছিল।

১৯৫০-ৰ আন্তঃ জিলা ফুটবল যোৰহাটত অনুষ্ঠিত হয়। তেওঁ গোৱালপাৰা ট্ৰাইবেল স্পৰ্টছ এছ'চিয়েচনৰ পক্ষে খেলি অসম ৰেলৱেৰ হাতত পৰাভূত হয়। সেইবছৰৰ পৰা তেওঁ গুৱাহাটী টাউন ক্লাবৰ পক্ষে লীগ খেলিছিল। ১৯৫১ চনত গোৱালপাৰা ট্ৰাইবেল স্পৰ্টছ এছ'চিয়েচনৰ হৈ আন্তঃ জিলা ফুটবল খেলে। ১৯৫৩ আৰু ১৯৫৪ চনত ধুবুৰী জিলা দলৰ পক্ষে এই প্ৰতিযোগিতাত অংশ লয়। ১৯৫৫ চনত কোকৰাঝাৰ জিলা দলে তেওঁৰ অধিনায়কত্বতে আন্তঃ জিলা খেলে। ১৯৫০ চনত তেওঁ কোকৰাঝাৰৰ বাৰ-হুক্কা ক্লাব প্ৰতিষ্ঠা কৰে আৰু এই দলৰ হৈ দীৰ্ঘদিন ধৰি অসমৰ বিভিন্ন ফুটবল প্ৰাঙ্গনত অৱতীৰ্ণ হয়।

সদায় চেণ্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলা এই গৰাকী ৫ ফুট ৩ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ বলিষ্ঠ ফুটবলাৰে ১৯৫০, ১৯৫২ আৰু ১৯৫৬ চনত মুঠ তিনিবাৰ ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰোঁতে ১৯৫৩ চনত জ্বৰ উঠাৰ বাবে বাছনি শিবিৰত উপস্থিত থাকিব নোৱাৰিলে। ১৯৫৪ আৰু ১৯৫৫ চনত ৰাজ্যিক দলৰ ষ্টেণ্ড-বাই খেলুৱৈ আছিল। পুনৰ ১৯৫৮ চনতো ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ কৰিছিল কিন্তু তেওঁ উপস্থিত নহ'ল। এইখিনিতে এটা কথা উল্লেখ্য তেওঁৰ দুই ভৰিৰ অসম্ভৱ ড্ৰিবলিং আৰু দুৰন্ত শুটিং আছিল। বিশেষকৈ তেওঁৰ বল কেতিয়াও বাৰৰ ওপৰেদি নগৈছিল। বিনোদ ব্ৰহ্মই ধুবুৰীৰ অসম মেটচ্ কোম্পানীত ১৯৫১-৫৬ লৈকে চাকৰি কৰাৰ উপৰি পাবলিক প্ৰকিউৰমেণ্ট ছাৰ্ভিচ আৰু এন. এফ. ৰেলৱেত্ত কিছুদিন চাকৰি কৰে। তেওঁ ১৯৪৯-১৯৫৬ লৈকে টপ্ ফৰ্মত থাকোতে অসমৰ নামজ্বলা চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে পৰিগণিত হয়। ঢাকাত "পাহাৰী" উপনামেৰে খ্যাত বিনোদ ব্ৰহ্ম কোকৰাঝাৰৰ "দাবলা দা"। তেওঁ কুৰি বছৰতকৈও অধিককাল প্ৰথম শ্ৰেণীৰ ফুটবল খেলি ১৯৭২ চনত অৱসৰ লয়। ❑❑


বিজয় ব্ৰহ্ম


নিকুঞ্জ ব্ৰহ্ম

# বিজয় ব্ৰহ্ম

ডেৰগাওঁ পুলিচৰ দুৰ্দ্ধৰ্ষ লেফট্-হাফ্ বিজয় ব্ৰহ্মক "আসাম টাইগাৰ" নাম দিয়া হৈছিল। ডেৰগাওঁ পুলিচ দলে চাঞ্চল্য সৃষ্টিকাৰী ফুটবল অৱতাৰণা কৰোঁতে এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ ৭০ কিলোগ্ৰাম ওজনৰ বলিষ্ঠ খেলুৱৈৰ ক্ৰীড়া বৰঙণি সদায় জিলিকি থাকিব। ৰাজ্যিক দলৰ গুণী ইনচাইড-ফৰোৱাৰ্ড অজয় দাসৰ মতে, "বিজয় ব্ৰহ্ম এজন সুন্দৰ স্বাস্থ্যৰ সকলো দিশতে পকৈত টেক্‌নিকেল প্লেয়াৰ।" তদুপৰি অসম পুলিচৰ নামী ৰাইট-আউট কমলা নাথৰ মন্তব্যত, "বিজয় ব্ৰহ্ম বাঁও-ভৰিৰ তীব্ৰ শ্যুটাৰ আৰু ওপৰৰ হেডিঙত দক্ষ। বিশেষকৈ ওপৰৰ বল গা লৈ টানিব পাৰিছিল।"

বিজয় ব্ৰহ্ম ১৯৩৩ চনত কোকৰাঝাৰৰ এক খেতিয়ক পৰিয়ালত জন্ম গ্ৰহণ কৰে। মুঠ চাৰিজন (২ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ কনিষ্ঠতম সন্তান। শিক্ষাগত অৰ্হতা কম যদিও ১৯৫৪ চনত ১ম অসম পুলিচ বাহিনীত ভৰ্ত্তি হয় আৰু ১৯৫৭-ৰ পৰা অসম পুলিচ দলত খেলাৰ সুযোগ পায়। ১৯৫৯-ৰ পৰা গোলাঘাটৰ পক্ষে আন্তঃ জিলা খেলে আৰু ১৯৬০ চনত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনোতে তেওঁৰ বলিষ্ঠ ক্ৰীড়াধাৰা মনকৰিবলগীয়া। সেই বছৰতে তেওঁক ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ জনাইছিল কিন্তু সদৌ ভাৰত পুলিচ ফুটবল খেলিব লগা হোৱা বাবে শিবিৰত উপস্থিত থাকিব নোৱাৰিলে। তেওঁ ককাল আৰু ভৰিত আঘাত পোৱা বাবে ১৯৬২-৬৪ লৈকে দীৰ্ঘ তিনিবছৰ খেলপথাৰৰ পৰা আঁতৰত থাকে আৰু ডেৰগাওঁ পুলিচ দলতো নিষ্প্ৰভতা বিৰাজ কৰা দেখা যায়। প্ৰত্যাৱৰ্ত্তন কৰি স্বকীয় বলিষ্ঠ ফুটবলৰ জৰিয়তে ১৯৬৫ চনত ডেৰগাওঁ পুলিচ দলক সদৌ ভাৰত পুলিচ ফুটবল চেম্পিয়ন হোৱাত অৰিহণা যোগায় আৰু ১৯৬৬ চনত গোলাঘাটৰ পক্ষে আন্তঃ জিলা খিতাপ জয় কৰি ফুটবলৰ পৰাও অৱসৰ গ্ৰহণ কৰে। ৪ৰ্থ অসম পুলিচ বাহিনীৰ এ. এছ. আই. বিজয় ব্ৰহ্মই ১৯৮৮ চনত শেষ নিঃশ্বাস ত্যাগ কৰে। □□

# নিবাৰণ ব্ৰহ্ম

নিবাৰণ ব্ৰহ্ম অসম ফুটবলৰ এটি লেখতলবলগীয়া ফুটবল চৰিত্ৰ। পুলিচত ভৰ্ত্তি হোৱাৰ পিচতে ফুটবল খেলৰ প্ৰতি আকৃষ্ট হৈ এজন দক্ষ ফুটবলাৰৰূপে আত্ম-প্ৰকাশ কৰাৰ নজিৰ বিৰল। অসমত এওঁৰ পিচতে তেওঁৰ সমকক্ষ দক্ষতাসম্পন্ন লেফট-ষ্টপাৰ-বেক্ দেখা পোৱা নেযায়।

অসম আৰু মেঘালয় ৰাজ্যিক দলত খেলা নিবাৰণ ব্ৰহ্মৰ জন্ম কোকৰাঝাৰৰ পৰা ছয় কিলোমিটাৰ নিলগৰ ধাউলীগুৰি গাঁৱত, ১৯৫০ চনত। কৃষক ধীৰেন ব্ৰহ্ম (দুজন ল'ৰা আৰু সাতজনী ছোৱালী)ৰ তৃতীয় সন্তান। কোকৰাঝাৰ বিদ্যাপীঠ হাইস্কুলত মাত্ৰ নৱমমানলৈকে পঢ়ি ১৯৬৬ চনত ৭ম অসম পুলিচ বাহিনীত যোগদান কৰে। ১৯৬৪ আৰু ১৯৬৬ চনত কোকৰাঝাৰ বিদ্যাপীঠ হাইস্কুলে দেউকণ শ্বিল্ড জয় কৰে। প্ৰশিক্ষণ শেষ কৰাৰ পিচতে তেওঁলোকৰ বাহিনী খাচীয়া পাহাৰ জিলালৈ নিয়ে। ফলত ১৯৬৯ চনৰ পৰা চিলং পুলিচ দল আৰু পিচলৈ মেঘালয় পুলিচ দলত খেলিবলৈ লয়। এই গৰাকী ৫ ফুট ৪ ইঞ্চি ওখ, ৭০ কিলোগ্ৰাম ওজনৰ পাহুৱাল যুৱকে লেফট্-ষ্টপাৰৰূপে খেলিলেও কেতিয়াবা কেতিয়াবা লেফট্-হাফ্তো খেলিছিল। ১৯৭৫ চনত চিলঙৰ ইনভাইটেচন টুৰ্ণামেণ্টত মেঘালয় পুলিচ দল চূড়ান্ত বিজয়ী হওঁতে নিবাৰণ ব্ৰহ্মই শ্ৰেষ্ঠ খেলুৱৈৰ বঁটা পায়। সেইবছৰতে তেওঁলোকে কেপ্টেইন এন. এম. গুপ্ত ট্ৰফী আৰু ১৯৭৭ চনত এ. টি. পি. এ. শ্বিল্ড জয় কৰিছিল। তেওঁ ১৯৭১-৮৫ লৈকে চিলং জিলা দলৰ হৈ খেলে। ইয়াৰ ভিতৰত ১৯৭৬, ১৯৭৭ আৰু ১৯৭৮ চনত ৰাজ্যিক দল (অসম)ৰ লেফট-ষ্টপাৰ আছিল। ইয়াৰ পিচতে ১৯৮০-৮৫ লৈকে মেঘালয় ৰাজ্যিক দলত খেলে। তদুপৰি ছেভেন চিষ্টাৰ ফুটবল প্ৰতিযোগিতাত দুবাৰ মেঘালয়ৰ পক্ষে খেলে, চিলং আৰু ইম্ফলত।

দুয়োটা ভৰি সমানে চলা সুন্দৰ বল ডিষ্ট্ৰিবিউচনৰ ফুটবলাৰ নিবাৰণ ব্ৰহ্মই ১৯৭৬ চনত নগাঁৱত ছোভিয়েট দল আৰু ১৯৭৭ চনত যোৰহাটত

থাইলেণ্ডৰ পৰ্ট অথৰিটি দলৰ বিৰুদ্ধে অসম একাদশত খেলে। ফুটবলৰ প্ৰতি গভীৰ আগ্ৰহ থকা নিবাৰণ ব্ৰহ্মই দুলীয়াজানৰ অইল ইণ্ডিয়া, জামছেদপুৰৰ টাটা আৰু যোৰহাট ট্ৰেন্সপৰ্টৰ আমন্ত্ৰণ পায়ো তাত যোগদান নকৰি পুলিচ বিভাগতে থাকি যায়।

চাৰিবাৰ মেঘালয়ৰ পক্ষে অল ইণ্ডিয়া চিভিল ছাৰ্ভিচ খেলা ফুটবলাৰ নিবাৰণ ব্ৰহ্মই ১৯৮৬ চনৰ পৰা মেঘালয় পুলিচ দলত খেলি ফুটবলৰ পৰা অৱসৰ লয়।



নিবাৰণ ব্ৰহ্ম (বাঁওফালৰ জন)

# নিকুঞ্জ ব্ৰহ্ম

কোকৰাঝাৰত অভ্যুদয় হোৱা অসংখ্য ফুটবলাৰৰ মাজত নিকুঞ্জ ব্ৰহ্মৰ প্ৰতিভা সদায় জিলিকি থাকিব। ১৯৫২ চনৰ ২২ ডিচেম্বৰ তাৰিখে কোকৰাঝাৰৰ এক সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰে। সৰুৰে পৰা ফুটবল ভাল পোৱা নিকুঞ্জ ব্ৰহ্মই দৈলামু স্পৰ্টছ ক্লাবত চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে ফুটবলৰ পাতনি মেলে (১৯৬৭)। তদুপৰি কোকৰাঝাৰ উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয় দলতো খেলিছিল। ১৯৬৮ চিনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত কোকৰাঝাৰ দলত স্থান পায়। ১৯৬৯ চনত কোকৰাঝাৰে জুনিয়ৰ আন্তঃ জিলা খিতাপ জয় কৰোঁতে গুৱাহাটীক ২-০ ব্যৱধানত পৰাভূত কৰে। ইয়াৰ অন্তৰ্গত ১ গ'ল নিকুঞ্জ ব্ৰহ্মৰ। সেইবছৰ জাতীয় স্কুল ক্ৰীড়াত ফুটবল খিতাপ বিজয়ী অসম স্কুল দলতো খেলে তথা জাতীয় পৰ্য্যায়ৰ ফুটবলত অসম স্কুল দলৰ প্ৰথম সাফল্য। ১৯৭১ চনৰ জুনিযৰ নেচনেল ফুটবলত অসমে ৰাণাৰ্ছ-আপ পাওঁতে বঙ্গৰ হাতত ২-০ গ'লত হাৰে। এই প্ৰতিযোগিতাৰ পিচতে চেণ্টাৰ-ফৰোৱাৰ্ড নিকুঞ্জ ব্ৰহ্মই জুনিযৰ নেচনেল ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়। সেই বছৰতে তেওঁ কোকৰাঝাৰ কলেজত ভৰ্ত্তি হৈ গুৱাহাটী ইউনিভাৰ্চিটি দলত ৰাইট-ইনচাইডৰূপে সফল ফুটবল খেলি সৰ্বভাৰতীয বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত অপৰাজিত ৰাণাৰ্ছ-আপ পদক পায়।

এই গৰাকী ৫ ফুট ৬১/৫ ইঞ্চি ওখ, ৬২ কিলোগ্ৰাম ওজনৰ ফুটবলাৰক গুৱাহাটীৰ ফুটবলে আকৃষ্ট কৰাৰ মূলতে ১৯৭১ বৰদলৈ ট্ৰফীত বাৰ-হুল্কা ক্লাব বনাম ইয়ং ব্লু-ৰ ৰোমাঞ্চকৰ খেল। ইয়াৰ পিচতে তেওঁ মহাৰাণা ক্লাবৰ আমন্ত্ৰণ পায় আৰু ১৯৭২ চনত যোগদান কৰে। সেই বছৰতে ৰাজ্যিক চিনিয়ৰ দলত নিৰ্বাচন লাভ কৰি ৪-২-৪ পদ্ধতিত ৰাইট-ইনচাইড পজিচনত খেলে। ১৯৭২ চনত গুৱাহাটীৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা খেলি চূড়ান্ত বিজয়ী হওঁতে টুৰ্ণামেণ্টৰ চকুতপৰা তাৰকা আছিল আৰু ফাইনেলত ২ গ'ল কৰে। ১৯৭৪ চনত মহাৰাণা দলে তেওঁৰ অধিনায়কত্বতে অপৰাজিত লীগ খিতাপ পায়। পৰৱৰ্ত্তী বছৰ নিয়মীয়াকৈ খেলিব পৰা নাছিল আৰু ১৯৭৫ চনত ফুটবলৰ পৰা অৱসৰ লয়। □□

# প্ৰদীপ ব্ৰহ্ম



ফুটবলৰ উৰ্বৰভূমি কোকৰাঝাৰত অভ্যুদয় হোৱা প্ৰদীপ ব্ৰহ্ম অসম ফুটবলৰ এটা জাকত-জিলিকা নাম। প্ৰদীপ ব্ৰহ্ম ১৯৬৫ চনৰ ১ মাৰ্চত কোকৰাঝাৰত জন্ম গ্ৰহণ কৰে আৰু ১৯৮০ চনত কোকৰাঝাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা হায়াৰ ছেকেণ্ডেৰী পাছ কৰি কোকৰাঝাৰ কলেজত নাম লগায়। সেই বছৰ কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলে দেউকণ শ্বিল্ড জয় কৰে। দৈমালু ক্লাবৰ জৰিয়তে ১৯৭৩ চনত ফুটবলৰ পাতনি মেলা প্ৰদীপ ব্ৰহ্মাই। স্কুল দলত খেলোতে ১৯৭৬ চনত অসম স্কুল দলত স্থান পায়। পিচৰ বছৰ (১৯৭৭) ভাৰতীয় স্কুল দলত খেলোতে আগ্ৰাত অনুষ্ঠিত এচিয়ান স্কুল চেম্পিয়নশ্বিপ্‌ত তৃতীয় স্থান পায়। পুনৰ ১৯৮০ চনত ভাৰতীয় স্কুল দলৰ অধিনায়ক হয় আৰু বেংককত অনুষ্ঠিত এচিয়ান স্কুল ফুটবলত অংশ গ্ৰহণ কৰে। তদুপৰি তেওঁ ১৯৭৮, ১৯৭৯ আৰু ১৯৮০-ৰ অসম স্কুল দলত খেলে। ইয়াৰ মাজতে ১৯৭৯ চনত অসম স্কুল দলে প্ৰদীপ ব্ৰহ্মৰ অধিনায়কত্বতে চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে।

প্ৰদীপ ব্ৰহ্মাই ১৯৭৮ চনৰ পৰা গুৱাহাটীৰ প্ৰথম ডিভিজন শান্তিপুৰ ক্লাবত খেলিবলৈ লয় আৰু ১৯৭৯ চনত গুৱাহাটীৰ পক্ষে চিনিয়ৰ আন্তঃ জিলা খেলে। এই গৰাকী ৫ ফুট ৮°/৪ ইঞ্চি ওখ ৭৩ কিলোগ্ৰাম ওজনৰ গ'লৰক্ষকে ১৯৮১ চনত অসম জুনিয়ৰ দলত খেলে তথা দলৰ অধিনায়ক আছিল। তদুপৰি সেই বছৰ কোকৰাঝাৰৰ পক্ষে খেলি আন্তঃ জিলা খিতাপ জয় কৰোঁতে ডিব্ৰুগড়ত অনুষ্ঠিত ফাইনেলত নগাঁৱক ১-০ গ'লত পৰাভূত কৰে।

ইয়াৰ পিচত ১৯৮২ আৰু ১৯৮৩ চনতো কোকৰাঝাৰক প্ৰতিনিধিত্ব কৰে। তেওঁ কোকৰাঝাৰ কলেজৰ পক্ষে খেলি তিনিবাৰ আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ্ অৰ্জন কৰে--- ১৯৮১ (যুগ্ম বিজয়ী প্ৰাগজ্যোতিষ কলেজৰ সৈতে), ১৯৮২ আৰু১৯৮৩ চনত। ১৯৭৯ চনৰ পৰা চালাকাটি বিদ্যুৎ পৰিষদত খেলোতে ১৯৮২ চনত ডুগৰ শ্বিল্ড জয়ী হয়। ১৯৮৪ চনত ইণ্ডিয়ান ইলেকট্ৰিচিটি বোৰ্ড ফুটবল চেম্পিয়নশ্বিপ্‌ৰ ফাইনেলত এ. এছ. ই. বি. দলে পঞ্জাব ইলেকট্ৰিচিটি বোৰ্ডক টাই-ব্ৰেকাৰৰ সহায়ত পৰাভূত কৰি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। নিৰ্দিষ্ট সময়ত খেল ১-১ গ'লত ড্ৰ আছিল। ১৯৮৮ চনত তেওঁ অসম ৰাজ্যিক দলৰ হৈ সন্তোষ ট্ৰফীত অংশ লয় আৰু ১৯৮৮-৮৯ বৰছুৰত ফুটবলৰ এন. আই. এছ. সম্পূৰ্ণ কৰে। ১৯৯৯ চনত, পঞ্চম জাতীয় ক্ৰীড়া ইম্ফলত অনুষ্ঠিত হওঁতে তেওঁ অসম মহিলা ফুটবল দলৰ প্ৰশিক্ষক আছিল। কিন্তু পুৰুষ ফুটবল দলত প্ৰশিক্ষক নথকাত তেওঁ প্ৰশিক্ষকৰ দায়িত্ব লয় আৰু অসমে ফুটবলৰ ৰূপৰ পদক জয় কৰোঁতে ফাইনেলত মহাৰাষ্ট্ৰৰ হাতত ৩-১ গ'লত পৰাভূত হয়।



ৰাজু বসুমতাৰী



বীৰেণ মুছাহাৰী



ডেভিদ মাৰ্ক গয়াৰী



খানিন ব্ৰহ্ম



বিবেকা বৰগয়াৰী

# সুশান্ত মুছাহাৰী

ফুটবল উৰ্বৰা কোকৰাঝাৰত অভ্যুদয় হোৱা সংখ্যাধিক ক্ৰীড়া প্ৰতিভাৰ ভিতৰত সুশান্ত মুছাহাৰীৰ নামটো উল্লেখ কৰিবলগীয়া। ৰাইট ও লেফট ষ্টপাৰ পজিচনত খেলা ৫ ফুট ৫ ইঞ্চি ওখ ৬৪ কিলোগ্ৰাম ওজনৰ সুশান্ত মুছাহাৰী জাতীয় জুনিয়ৰ দলত নিৰ্বাচন লাভ কৰা অসমৰ কেইজন খেলুৱৈ। এইখিনিতে উল্লেখ্য তেওঁ কুৰিবছৰ কাল প্ৰথম শ্ৰেণী ফুটবলত অভ্যস্ত আছিল।

সুশান্ত মুছাহাৰী ১৯৬৫ চনৰ ২৬ মাৰ্চ অৰিখে গোসাঁইগাওঁ চহৰৰ নিকতৱৰ্তী মাকটাই গাঁৱত জন্ম গ্ৰহণ কৰে। ১৯৭৭ চনত গৌৰাং মিচন স্কুলৰ পৰা মেট্ৰিক পাছ কৰে উপৰি কোকৰাঝাৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা ফুটবলত ৰাণাৰ্চ-আপ পাওঁতে তেওঁৰ ওপৰত গুৱাহাটীৰ প্ৰথম ডিভিজন জুবেল ষ্টাৰ দলৰ চকু পৰে। ১৯৭৮ আৰু ১৯৭৯ চনত গুৱাহাটীৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা খেলি খিতাপ জয় কৰে। ১৯৮০ চনত গুৱাহাটি টাউন ক্লাব দলত অতিবাহিত কৰি ১৯৮১ চনত এ এছ ই বি দলত যোগদান কৰে। ১৯৮০-৮১ জাতীয় জুনিয়ৰ ফুটবল চেম্পিয়নচিপ্‌ত অসম দলত প্ৰদৰ্শন কৰা বলিষ্ঠ ক্ৰীড়া শৈলীৰ বাবে ১৯৮২ চনত জাতীয় জুনিয়ৰ দলত নিৰ্বাচন লাভ কৰি কাঠমাণ্ডুত অনুষ্ঠিত ২৩ তম এচিয়া যুৱ ফুটবল চেম্পিয়নচিপ্‌ত অংশ লয় আৰু ওমানৰ বিৰুদ্ধে তেওঁ বলিষ্ঠ ফুটবল প্ৰদৰ্শন কৰে। ইয়াত প্ৰদৰ্শিত খেলৰ বাবেই সেই বছৰতে ছিউলত অনুষ্ঠিত এচিয়া স্কুল ফুটবল চেম্পিয়নচিপ্‌ত ভাৰতীয় স্কুল দলে তেওঁৰ অধিনায়কত্বতে চতুৰ্থস্থান লাভ কৰোঁতে ছেমি-ফাইনেলত থাইলেণ্ডৰ বিৰুদ্ধে ৩-২ গ'ল আৰু তৃতীয়স্থান নিৰ্ণায়কৰ খেলত মালয়চিয়াৰ বিৰুদ্ধে ১-০ গ'লত পৰাভূত হয়। সুশান্ত মুছাহাৰীৰ মতে ১৯৭৭ জুনিয়ৰ আন্তঃ জিলা ফাইনেল, ১৯৮০-৮১ সন্তোষ ট্ৰফীত দিল্লীৰ বিৰুদ্ধে, ১৯৮১ চনত জাতীয় স্কুল ফুটবল ফাইনেল আৰু ১৯৮২ চনত ছিউলত চিঙ্গাপুৰৰ বিৰুদ্ধে খেলা খেল কেইখন জীৱনৰ শ্ৰেষ্ঠ মেচ। ১৯৮১ চনত তেওঁক জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ কৰে। কিন্তু তেওঁ শিবিৰ ত্যাগ কৰি গুছি অহাৰ বাবে অাই এফ এ ছমাহৰ বাবে চাচপেণ্ড কৰে। ১৯৯৬ আৰু ১৯৯৭ চনত পুনৰ গুৱাহাটী টাউন ক্লাব দলত খেলে। এ এছ ই বি দলত খেলি থাকোঁতে ২০০০ চনত আংশিকভাৱে ফুটবলৰ পৰা অৱসৰ লয়। □□

# হেমন্ত বসুমতাৰী



সুবীৰ চৌধুৰীৰ পিচতে অসমৰ প্ৰবল প্ৰতাপী ডিফেণ্ডাৰ বুলি কবলে গ'লে আমাৰ দৃষ্টি পোনচাতেই হেমন্ত বসুমতাৰীৰ ওপৰত পৰে। খেল পথাৰত "আসাম ৰাইনু" উপনামৰে জনাজাত হেমন্ত বসুমতাৰীৰ শাৰীৰিক পৰিমাপ উচ্চতা ৫ ফুট ১১ ইঞ্চি আৰু ওজন· ৭১ কিলোগ্ৰাম। এই প্ৰবাকী দুৰ্দ্ধৰ্ষ ষ্টপাৰে ১৯৮৪ চনত দিল্লীত অনুষ্ঠিত এচিয় স্কুল ফুটবল চেম্পিয়নচিপ্‌ত ভাৰতীয় স্কুল দলত খেলি চীনৰ সৈতে যুগ্মভাৱে তৃতীয়স্থান দখল কৰোঁতে এই স্থান নিৰ্ণায়ক খেলখন ২-২ ভাবে অন্ত পৰিছিল তথা তেৱেঁ দলৰ সহ-অধিনায়ক আছিল। ইয়াত প্ৰদৰ্শিত বীৰোচিত খেলৰ বাবে তেওঁ এচিয় স্কুল দলতো নিৰ্বাচন লাভ কৰে কিন্তু সেই বছৰ বিশ্ব স্কুল ফুটবল প্ৰতিযোগিতা অনুষ্ঠিত নহ'ল। এই খিনিতে হেমন্ত বসুমতাৰীৰ ফুটবল মানদণ্ড সম্বন্ধে এটা অনুমান কৰিব পৰা যায়। অৱশ্যে ৰাজ্যিক দলৰ প্ৰশিক্ষক অধীৰ ৰায়ৰ মতে, "Hemanta Basumatary a player of rich physiqne who can play well in both right and left stoper position having fast moving along with very good head work and he has capability of good spot jumping capacity."

হেমন্ত বসুমতাৰী ১৯৬৭ চনত কোকৰাঝাৰৰ এক খেতিয়ক পৰিয়ালত ভূমিষ্ঠ হয়। মুঠ ১২ জন (৬ জন ল'ৰা আৰু ৬ জনী ছোৱালী)ৰ এওঁ ১১ নং সন্তান। পৰিয়ালৰ ৫ জন সহোদৰেই প্ৰথম শ্ৰেণীৰ ফুটবল খেলুৱৈ — শিৱচৰণ বসুমতাৰী, অজিত বসুমতাৰী, (বিশ্ববিদ্যালয় খেলুৱৈ), ৰঞ্জিৎ

বসুমতাৰী, হেমন্ত বসুমতাৰী আৰু জয়ন্ত বসুমতাৰী (ৰাজ্যিক খেলুৱৈ)। এইখিনিতে উল্লেখ্য এওঁলোকৰ আটাই কেইজনে সুব্ৰত কাপ খেলাৰ গৌৰৱ অৰ্জন কৰিছে তথা এনে নজিৰ অসম ফুটবলত বিৰল। কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত পঢ়োতে দুবাৰ দেউকণ শ্বিল্ড জয় কৰি ১৯৮০-৮১ চনত মেট্ৰিক পাছ কৰে। কোকৰাঝাৰ কলেজত পঢ়োতে দুবাৰ আন্তঃ কলেজ ফুটবল খিতাপ জয় কৰাত তেওঁৰ অৰিহণা ৰয়। ১৯৮৪ চনত গুৱাহাটীৰ ফুটবলত প্ৰৱেশ কৰোঁতে মহাৰাণা ক্লাবৰ পক্ষে খেলি সুদীৰ্ঘ দহ বছৰৰ মূৰত লীগ খিতাপ জয় কৰোঁতে তেওঁৰ ভূমিকা মন কৰিবলগীয়া। ১৯৮৫ চনত এ এছ ই বি দলত যোগদান কৰি ৫ বাৰ লীগ জয়ী হয় উপৰি অসমৰ অন্যান্য টুৰ্ণামেণ্টসমূহত দলৰ হৈ দক্ষতাপূৰ্ণ ক্ৰীড়া কৌশল প্ৰদৰ্শন কৰে। হেমন্ত বসুমতাৰীয়ে ১৯৮১ আৰু ১৯৮২ চনত ৰাজ্যিক জুনিয়ৰ দলত খেলাৰ উপৰি ১৯৮৬, ১৯৮৭, ১৯৮৮ আৰু ১৯৮৯ চনত ৰাজ্যিক চিনিয়ৰ দলৰ নিয়মিত খেলুৱৈ আছিল। ইয়াৰ অন্তৰ্গত ১৯৮৬ চনত জাতীয় দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পায় কিন্তু শিবিৰত থাকোতে ককালত ফোঁহা হৈ নিৰ্বাচন লাভৰ পৰা বঞ্চিত হয়। তেওঁক কলিকতাৰ ইষ্টবেঙ্গল, এৰিয়ান্স, খিদিৰপুৰ আৰু তালতলা দলে যোগদানৰ বাবে আমন্ত্ৰণ জনাইছিল। হেমন্ত বসুমতাৰীয়ে ১৯৯৩ লৈকে এ এছ ই বি দলত খেলি হঠাৎ ফুটবলৰ পৰা অৱসৰ লয়। এই অৱসৰৰ ফলত অসমে এগৰাকী সুদক্ষ খেলুৱৈৰ ক্ৰীড়া বৰঙণিৰ পৰা বঞ্চিত হয়।



সুশান্ত মুছাহাৰী



খনিন ব্ৰহ্ম

# বিবেকা বৰগয়াৰী

সন্তোষ ট্ৰফী ফুটবল প্ৰতিযোগিতাত অসম দলক চাৰিবাৰ অধিনায়কত্ব কৰা বিবেকা বৰগয়াৰী প্ৰথমজন খেলুৱৈ। এইগৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৬৫ কিলোগ্ৰাম ওজনৰ সুন্দৰ চেহেৰাৰ ষ্টপাৰ অসম ফুটবলত জিলিকি উঠোতে ১৯৮৬ চনত কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয় ফুটবল দলে তেওঁৰ অধিনায়কত্বতে সুব্ৰত কাপ জয় কৰি ভৰতীয় ফুটবলত কোকৰাঝাৰ স্কুলৰ নামটো জিলিকাই তোলাৰ লগতে অসমৰ বাবে গৌৰৱৰ গৰিমা কঢ়িয়াই আনে।

বিবেকা বৰগয়াৰী ১৯৭০ চনৰ ১৯ ফেব্ৰুৱাৰীত গোসাঁইগাঁৱৰ পৰা ১৫ কিলোমিটাৰ নিলগৰ শিয়ালমাৰি গাঁৱত জন্ম গ্ৰহণ কৰে। পঢ়া-শুনাৰ পাতনি কচুগাওঁ হাইস্কুলত আৰু নিতৌ ৭ কিলোমিটাৰ পথ খোজকাঢ়ি অহা-যোৱা কৰিছিল। কিন্তু অষ্টমমান শ্ৰেণীৰ পৰা কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত পঢ়ি ১৯৮৬ চনত মেট্ৰিক পাছ্ কৰে। ১৯৮৩ চনত ছাব-জুনিয়ৰ আন্তঃ জিলা বিজয়ী কোকৰাঝাৰ দলত খেলে। পৰৱৰ্ত্তী বছৰ জিলা দলৰ অধিনায়ক আছিল। তাৰ পিচত কোকৰাঝাৰ কলেজৰ পৰা হাইয়াৰ ছেকেণ্ডেৰী পাছ্ কৰে(১৯৮৮-৮৯)। এইখিনিতে উল্লেখ্য সুব্ৰত কাপ জয় কৰাৰ পিচতে তেওঁ মহাৰাণা ক্লাবত যোগদান কৰি জি. এচ. এ লীগত আত্ম-প্ৰকাশ কৰাৰ লগতে জনস্বাস্থ্য কাৰীকৰি বিভাগত কৰ্ম নিয়োগ ঘটে। ১৯৯০ চনত এ এছ ই বি-ত যোগদান কৰে। ইয়াত চাৰি বছৰ খেলোতে তিনিবাৰ গুৱাহাটী লীগ জয়ী হয় তাৰ পিচতে বাইজিং ইলেভেন দলে ট্ৰেন্সফাৰ লয় আৰু ষ্টেট বেঙ্কত কৰ্ম নিয়োগ ঘটে। ১৯৯০ আৰু ১৯৯২ চনত কোকৰাঝাৰ কলেজৰ পক্ষে আন্তঃ কলেজ খেলি দুবাৰ ৰাণাৰ্চ-আপ পায়। বিবেকা বৰগয়াৰীয়ে ১৯৮৮ আৰু ১৯৮৯(সহ-অধিনায়ক) চনত ৰাজ্যিক জুনিয়ৰ দলত খেলে। তাৰোপৰি ১৯৯১, ১৯৯৪(অধিনায়ক), ১৯৯৫(অধিনায়ক), ১৯৯৬(অধিনায়ক), ১৯৯৭-৯৮ আৰু ২০০১-০২(অধিনায়ক) চনত ৰাজ্যিক চিনিয়ৰ দলত খেলে। বিবেকা বৰগয়াৰীয়ে ১৯৮৪ চনত জাতীয় জুনিয়ৰ দল বাছনি শিবিৰ বম্বেত অনুষ্ঠিত হওঁতে নিৰ্বাচন লাভ কৰে। কিন্তু টাইফয়েদ হোৱা বাবে যাব নোৱাৰিলে। ১৯৯০ চনত তেওঁক চিনিয়ৰ ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ জনায়। অৱশ্যে জাতীয় দলত নিৰ্বাচন নাপালে। □□

# দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰী

১৯৯৩ চনত অসমৰ পাঁচ গৰাকী খেলুৱৈয়ে জাতীয় স্কুল দলত নিৰ্বাচন লাভ কৰোঁতে ইয়াৰ অন্তৰ্গত দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰীও আছিল। এই গৰাকী ৫ ফুট ১১ ইঞ্চি ওখ ৭২ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ গ'লৰক্ষকৰ জন্ম হয় গোসাঁইগাঁৱৰ পৰা সাত কিলোমিটাৰ দূৰৰ জয়মাগুৰি গাঁৱত। জন্মৰ তাৰিখ ৩ নৱেম্বৰ ১৯৭১ চন। গ'লৰক্ষক দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰীয়ে ১৯৮৮ চনত গোসাঁইগাওঁ বয়জ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি গোসাঁইগাওঁ কলেজত ভৰ্ত্তি হয় আৰু ১৯৯৩ চনত বি.এ. পাছ কৰে। জয়মাগুৰি মাইনাওঁ ক্লাবৰ এই খেলুৱৈ গৰাকী ১৯৯০ চনত গুৱাহাটী টাউন ক্লাবত যোগদান কৰি তিনি বছৰ খেলে। ১৯৯১ চনত অসম স্কুল দলত খেলোতে এক গ'লো খোৱা নাছিল। ১৯৯২ চনত অসম স্কুল দলে জাতীয় চেম্পিয়নশ্বিপ জয় কৰে। ১৯৯৪ ৰাজ্যিক দলে(২১-বছৰ অনুৰ্দ্ধ) জাতীয় ফুটবলত ৰাণাৰ্চ-আপ পাওঁতে তেৰো আছিল। ১৯৯২ চনত গোসাঁইগাওঁ কলেজে আন্তঃ কলেজ ফুটবল খিতাপ জয় কৰে। তেওঁ ১৯৮৮-ৰ পৰা কলেজ দলত খেলিছিল। ১৯৯৩ চনত ৰাইজিং ইলেভেন দলত যোগদান কৰে আৰু ১৯৯৪ চনত ষ্টেট বেঙ্কত কৰ্মনিয়োগ ঘটে। ১৯৯৯ জাতীয় গেমচৃত অসমে ফুটবলৰ ৰূপৰ পদক জয় কৰোঁতে তেওঁ গ'লৰক্ষণত অতি গুৰুত্বপূৰ্ণ ভূমিকা প্ৰদান কৰে। উপৰি তেওঁ ১৯৯৫-২০০০ লৈকে পাঁচবাৰ অসম দলৰ পক্ষে সন্তোষ ট্ৰফী খেলে। ❑❑

# জনক বসুমতাৰী

জনক বসুমতাৰীক বৰ্ত্তমান অসমৰ ১নং খেলুৱৈ আখ্যা দিয়া হয়। বিশেষকৈ অসম ক্ৰীড়া সাংবাদিক সন্থাই তেওঁক ২০০০ চনৰ "শ্ৰেষ্ঠ ফুটবল খেলুৱৈ" নিৰ্বাচন দিছে। আধুনিক ফুটবলৰ ষ্টপাৰ পজিচনত প্ৰদৰ্শিত বলিষ্ঠ

ফুটবল ৰাজিৰ জৰিয়তে তেওঁ জাতীয় স্কুল, জাতীয় জুনিয়ৰ আৰু ইণ্ডিয়ান ৰেল দলত স্থান লাভ কৰিছে। যদি তেওঁৰ ফুটবলত অচল অটলতা বিৰাজমান থাকে তেন্তে জাতীয় চিনিয়ৰ দলত নিৰ্বাচন লাভ কৰাৰ আশা আছে।

জনক বসুমতাৰী ১৯৭৯ চনত কোকৰাঝাৰৰ ওচৰৰ নাৰাবাৰী গাঁৱত জন্ম গ্ৰহণ কৰে। পঢ়া-শুনাৰ পাতনি কোকৰাঝাৰ চৰকাৰী উচ্চতৰ মাধ্যমিক স্কুলত তথা ১৯৯৩-৯৮ লৈকে স্কুল দলৰ নিয়মিত ষ্টপাৰ আছিল। ১৯৯৮ চনত মেট্ৰিক পাছ কৰিয়ে পঢ়া সামৰে আৰু ফুটবলকে মুখ্য পাঠৰূপে লয়। স্কুলত পঢ়ি থাকোতে মথাই স্পৰ্টছ ক্লাৱত তিনি বছৰ খেলে। ১৯৯৫ চনত মহাৰাণাত যোগদান কৰি এবছৰ কাল কটায় ১৯৯৬ চনত এ এছ ই বি দললৈ যায়। এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে ১৯৯৮ চনত এন এফ ৰেলৱেত যোগদান কৰে। জনক বসুমতাৰীয়ে ১৯৯৭ চনত জাতীয় স্কুল দলত খেলোতে পাটনাত অনুষ্ঠিত এচীয় স্কুল ফুটবলৰ ছেমি-ফাইনেলত থাইলেণ্ডৰ হাতত ৫-১ গ'লত পৰাভূত হয়। এয়া এখন টাফ্ মেচ আছিল। ১৯৯৮ আৰু ১৯৯৯ চনত জাতীয় জুনিয়ৰ দলত খেলে। এই খেল থাইলেণ্ডৰ চিঙ্গমাইত অনুষ্ঠিত হৈছিল। বিশেষকৈ কুৱেইটৰ বিৰুদ্ধে (১-১) এখন টাফ্ মেচ খেলে। ১৯৯৯ চনত ২১-বছৰ অনুৰ্দ্ধ জাতীয় দলৰ হৈ মৰিচাচ ভ্ৰমণত যায় আৰু ২০০০ চনত ইণ্ডিয়ান ৰেলৱে দলত খেলে। পুনৰ ২০০১ চনত ইণ্ডিয়ান ৰেলৱে দলৰ পক্ষে নুৰেমবাৰ্গত বিশ্ব ৰেল ফুটবল চেম্পিয়নচিপত অংশ গ্ৰহণ কৰোঁতে তৃতীয়স্থান দখল কৰে। □□



দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰী



জনক বসুমতাৰী

# বিমল কৰ



কলিকতাৰ ফুটবল প্ৰেমীসকলৰ মাজত বিমল কৰ আজিও এক স্মৰণীয় ক্ৰীড়া চৰিত্ৰ। উত্তৰ বঙ্গৰ এই গৰাকী জন্মগত ফুটবলাৰে ই বি ৰেলৱেৰ পক্ষে আই. এফ. এ. শ্বিল্ড জয় কৰাত প্ৰভূত অৱদান আছিল। সেইসময়ত শক্তিশালী মোহনবাগান, ইষ্টবেঙ্গল আৰু মহমেডান স্পৰ্টিং আদিৰ পৰা এই খিতাপ লাভ কৰাত কম কথা নহয় !!! তদুপৰি কলিকতা লীগত টপ্ স্কৰাৰ খ্যাতি অৰ্জন কৰা বৰ কঠিন কাম আছিল কিন্তু বি. কৰে স্বকীয় ঐন্দ্ৰজালিক ক্ৰীড়া শক্তি আৰু দুৰ্দ্ধৰ্ষতাৰ জৰিয়তে এই কৃতিত্বও আহৰণ কৰিছিল। গুৱাহাটীৰ বলাকা ক্লাবৰ অনিল সেনৰ মতে, "বিমল কৰে কেতিয়াও ভুল পাছ অথবা বৃথা প্ৰচেষ্টা কৰা নাছিল। তেওঁৰ স্থান কোনো দ্বিতীয় খেলুৱৈয়ে অধিকাৰ কৰিবলৈ সক্ষম হোৱা নাই।" ক্ৰীড়া সাংবাদিক পুলিন দাসৰ মতে, "বি. কৰে বলটো পালে অতি কম স্পেচৰ পৰা তীব্ৰ শ্বট্ লব পাৰে তদুপৰি যি কোনো এঙ্গোলৰ পৰা গ'লৈলে শ্বট্ লোৱাত সিদ্ধহস্ত।" অসমৰ খ্যাতনামা হাফ্ অমু ঘোষৰ মতে, "অফ্ ফৰ্মতো বিমল কৰে অসমত ছুপাৰব্ ফুটবল খেলে।" ৰাজ্যিক খেলুৱৈ তথা নামী চেণ্টাৰ-হাফ্ পৰেশ মজুমদাৰে তেওঁৰ বিষয়ে এই বুলি কয়, "কেৱল বেঙ্গলী খেলুৱৈৰ ভিতৰত বেঙ্গলৰ ষ্ট্ৰংগেষ্ট শ্বুটাৰৰূপে খ্যাত আছিল।" অসমৰ খ্যাতনামা ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মতে, "বিমল কৰ পেনাল্টি বক্সত টেৰৰ আছিল আৰু পেনাল্টি মাৰোতে ক্ৰছ-বাৰ টাচ্ কৰি মাৰিছিল।"

জন্ম ১৯১৭ চন। স্থান দিনাজপুৰ। পিতৃ জগদীশ চন্দ্ৰ কৰ পুলিচ বিভাগৰ উচ্চ পদস্থ বিষয়া আছিল। মুঠ চাৰিজন সন্তানৰ বিমল কৰ দ্বিতীয়। দিনাজপুৰ হাইস্কুলত পঢ়া-শুনা কৰিছিল। মেট্ৰিক পাছ্ কৰাৰ পিচতে ত্ৰিশ দশকৰ শেষৰফালে কলিকতাৰ ভৱানীপুৰ দলত দুবছৰমান খেলি ইষ্টাৰ্ণ বেঙ্গল ৰেলৱেত যোগদান কৰে। ১৯৩৭ চনত ইষ্টাৰ্ণ বেঙ্গল ৰেলৱে দলে

দিনাজপুৰৰ নৰনাৰায়ণ শ্বিল্ড জয় কৰোঁতে মহাৰাণা ক্লাবক ১-০ গ'লত পৰাভূত কৰিছিল।

ৰেলৱে দলত খেলা এই খেলুৱৈ গৰাকীক চল্লিশৰ দশকত কলিকতা প্ৰথম ডিভিজনৰ এগৰাকী অন্যতম স্কৰাৰৰূপে স্বীকৃতি দিয়া হয়। ১৯৪৪ চনত ই বি ৰেলৱে দলৰ খেলুৱৈ গৰাকীয়ে কলিকতা লীগত ৩৪ গ'ল কৰি টপ্ স্কৰাৰ খ্যাতি অৰ্জন কৰিছিল। খালী ভৰিৰে চেণ্টাৰ-ফৰোৱাৰ্ডত খেলা এই খেলুৱৈ গৰাকীৰ খেলৰ বিশেষত্ব আছিল বল পালে দৌৰি যিমান তীব্ৰ শ্বট্ লব পাৰে সেইদৰে এটা ষ্টেপতে তদৰূপ শ্বট্ লোৱাতো সিদ্ধহস্ত আছিল। তদুপৰি দুই ভৰিৰ মাজত অতি দক্ষতাৰে বল নিব পাৰিছিল। সাংঘাতিক তীব্ৰ শুটিঙৰ অধিকাৰী যদিও হেডিং একেবাৰে শূন্য। এইখিনিতে উল্লেখ্য এই পেনাল্টি বিশেষজ্ঞ গৰাকীয়ে কেতিয়াও পেনাল্টি মিছ্ কৰা নাই। বিমল কৰৰ শৰীৰৰ উচ্চতা ৫ ফুট ৭ ইঞ্চি আৰু ওজন প্ৰায় ৬৭ কিলোগ্ৰাম। ই. বি. ৰেলৱে দলে ১৯৪৪ চনত আই. এফ. এ. শ্বিল্ড জয় কৰোঁতে বিমল কৰ অধিনায়ক আছিল। ফাইনেলত ইষ্টবেঙ্গল ক্লাবক ২-০ গ'লত পৰাভূত কৰে। স্বাধীনতাৰ পিচতে অসম ৰেলৱেত যোগদান কৰি দুবছৰ (১৯৪৮ আৰু ১৯৪৯) মহাৰাণা ক্লাৱত খেলে। ১৯৪৯ চনত মহাৰাণা ক্লাৱে গুৱাহাটীৰ প্ৰথম ডিভিজন লীগ জয়ী হওঁতে তেওঁ সৰ্বোচ্চ গ'লদাতা(১৯ গ'ল)ৰ সন্মান অৰ্জন কৰে। সেই বছৰ মহাৰাণা ক্লাৱে আই. এফ. এ শ্বিল্ডৰ ছেমি-ফাইনেলত অৱতীৰ্ণ হওঁতে দলৰ চেণ্টাৰ-ফৰোৱাৰ্ড আছিল— বি. কৰ আৰু গুৱাহাটীত জি. এফ. এ. দলৰ হৈ মোহনবাগানৰ বিৰুদ্ধে খেলোতে ১-০ গ'লত পৰাভূত হয়। ১৯৫০ চনত অসম ৰেলৱে দলে তেওঁৰ অধিনায়কত্বতে আন্তঃ জিলা ফুটবল খিতাপ জয় কৰে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৪৭ চনত অসম ৰাজ্যিক দলতো আছিল। তদুপৰি ১৯৫২ চনত পাণ্ডুৰ ৰেলৱে স্পৰ্টছ ক্লাৱে বৰদলৈ ট্ৰফী জয় কৰোঁতে তেখোঁ দলত আছিল। ১৯৫৩ চনত ফুটবলৰ পৰা অৱসৰ লয়। ৰেলৱে বিভাগত সাধাৰণ কেৰাণীৰ পৰা এচিচ্টেণ্ট পাৰ্চনেল অফিচাৰ পদত থাকোতে হৃদৰোগত আক্ৰান্ত হৈ ১৯৭৩ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে মৃত্যু হয়।



# অমু ঘোষ

দৰ্শনীয় চেহেৰাৰ ৫ ফুট ৭ ইঞ্চি ওখ, ৫৭ কিলোগ্ৰাম ওজনৰ হাফ্ অমু ঘোষ অসম ফুটবলৰ এটা পৰিচিত ক্ৰীড়া চৰিত্ৰ। তেওঁ ১৯২৭ চনত দিনাজপুৰত জন্ম গ্ৰহণ কৰে। পিতৃ ইউ. চি. দাস কাছাৰীৰ পেস্কাৰ। পাঁচজন সন্তান(দুজন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ এওঁ সৰ্ব কনিষ্ঠ। পঢ়া-শুনাৰ পাতনি দিনাজপুৰ হাইস্কুল আৰু ১৯৪৫ চনত মেট্ৰিক পাছ কৰে। অষ্টমমান শ্ৰেণীৰ পৰাই স্কুল দলত খেলা অমু ঘোষে মেট্ৰিক পাছ কৰাৰ পিচতে ফুটবলৰ প্ৰতি অতি গভীৰভাৱে আকৰ্ষিত হৈ নিজকে নিপুণ ফুটবলাৰৰূপে গঢ়িবলৈ দৃঢ় প্ৰতিজ্ঞ হয়।

অমু ঘোষে ১৯৪৬ আৰু ১৯৪৭ চনত দিনাজপুৰ জিলা দল আৰু উত্তৰ বঙ্গ একাদশৰ পক্ষে খেলে। বছৰৰ অন্তিম দিশত গুৱাহাটীলৈ আহি ১৯৪৮ চনৰ পৰা স্পৰ্টিং ইউনিয়নত খেলিবলৈ লয়। মহাৰাণা দলত এবছৰ খেলি বৰদলৈ ট্ৰফী(১৯৫৩) জয় উল্লেখযোগ্য। ইয়াৰ পিচত গুৱাহাটী টাউন ক্লাবত তিনি বছৰমান খেলোতে দুবাৰ বৰদলৈ ট্ৰফী জয় কৰে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৪৭ চনত অসম ৰেলৱেত যোগদান কৰি ১৯৪৮-৫৬লৈকে একেলেথাৰিয়ে ৰেল দলৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ অন্তৰ্গত ১৯৫০ চনত চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰে। তদুপৰি ১৯৪৯, ১৯৫০ আৰু ১৯৫১ চনত ৰাজ্যিক দলৰ নিয়মিত হাফ্ আছিল অমু ঘোষ। এইখিনিতে উল্লেখ্য এই ব্ৰেইনি ফুটবল কুশলী গৰাকীয়ে হাফ্-লাইনৰ উভয় পজিচনতে দক্ষতা সহকাৰে খেলিব পাৰিছিল। ৰাজ্যিক ফুটবলাৰ গোবিন্দ কলিতাৰ মতে, "টেক্‌ফুলি খেলা অমু ঘোষ অসম ফুটবলৰ এটি বিৰল উদাহৰণ।" সেইদৰে ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মন্তব্য অনুসৰি, "অমু ঘোষ এজন তীক্ষ্ণ বুদ্ধিসম্পন্ন দুৰ্দ্ধান্ত খেলুৱৈ।" তেওঁ স্পৰ্টিং ইউনিয়ন দলত খেলি থাকোতেই ১৯৫৭ চনত ফুটবলৰ পৰা অৱসৰ লয়।

তেওঁৰ ফুটবল জীৱনৰ স্মৰণীয় খেলসমূহ - ১৯৫০ চনত অসম বনাম বঙ্গ। কোচবিহাৰৰ নৰনাৰায়ণ শ্বিল্ডত ই. বি. ৰেলৱেৰ বিৰুদ্ধে দিনাজপুৰ ছাত্ৰ একাদশৰ পক্ষে, মহাৰাণা বনাম গুৱাহাটী টাউন ক্লাব খেলসমূহৰ উপৰি অসম ৰেলৱেৰ হৈ খেলা খেলসমূহ।১৯৮৫ চনত অমু ঘোষে এন. এফ. ৰেলৱেৰ চাকৰিৰ পৰা অৱসৰ লয়। □□

# বিশ্ব ৰঞ্জন ঘোষ(বিশু)



অসম ফুটবলত কেইবা গৰাকী ইন্দিভিজিউলিষ্টৰ অভ্যুদয় হৈছে। এই সকলৰ ভিতৰত বিশু ঘোষ লেখতলবলগীয়া। সম্পূৰ্ণ নাম বিশ্ব ৰঞ্জন ঘোষ কিন্তু বিশু ঘোষ নামেৰে সৰ্বজন বিদিত। মাত্ৰ ৫ ফুট ২ ইঞ্চি ওখ, ৫০ কিলোগ্ৰামতকৈ অধিক ওজনৰ দ্ৰুতগামী খেলুৱৈ গৰাকীৰ ফুটবল ৰাজিত অসম্ভৱ বল কণ্ট্ৰোল আৰু উভয় ভৰিৰ ড্ৰিবলিঙে দৰ্শকক মোহিত কৰিছিল। যাৰফলত ক্ৰীড়ামোদীয়ে তেওঁক "দ্বিতীয় পিলিক" নামেৰে অভিহিত কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। অসম্ভৱ ড্ৰিবলিং ক্ষমতা থকা এই জনা ফুটবলাৰৰ খেল আছিল ষ্টাইলিষ্ট তথা সদায় লেফট-ইন পজিচনত খেলি বল সজাই দিছিল। বোধকৰো অসম ফুটবলত পিলিক চৌধুৰীৰ পিচতে বিশু ঘোষ একমাত্ৰ খেলুৱৈ যি একক খেলৰে দৰ্শকৰ আকৰ্ষণীয় ফুটবল ব্যক্তিত্বত পৰিণত হৈছিল । এইখিনিতে উল্লেখ্য তেওঁ মহাৰাণা দলত পিলিক চৌধুৰীৰ সৈতে খেলোতে ৰাইট-ইন পজিচনত খেলিছিল।

বিশু ঘোষ চিলেট জিলাৰ হবিগঞ্জ চহৰৰ ওচৰৰ অন্দিউৰা গাঁৱত ১৯৩২ চনত জন্ম গ্ৰহণ কৰে। পিতৃ হেমেন্দ্ৰ চন্দ্ৰ ঘোষ শিলচৰ নৰ্মাল স্কুলৰ শিক্ষক আৰু মিৰাচদাৰ (জমিদাৰৰ তলৰ বিষয়া) আছিল। মুঠ ন জন (পাঁচজন ল'ৰা আৰু চাৰিজনী ছোৱালী)ৰ এওঁ দ্বিতীয় সন্তান। পঢ়া-শুনাৰ পাতনি হবিগঞ্জ হিন্দু একাডেমী স্কুলত। ঘৰৰ ফুটবল পৰিবেশে তেওঁক ফুটবলাৰ হোৱাত অৰিহণা যোগায়। কিয়নো ঘৰৰ সাতজন সহোদৰে ফুটবল খেলিছিল। স্কুলত পঢ়ি থকা কালতে তেওঁৰ ফুটবল প্ৰতিভা বিকশিত হয় আৰু চিলেট জিলাৰ প্ৰতিনিধিত্ব কৰে। কিন্তু দেশ বিভাজন হওঁতে নৱমমানলৈকে

পঢ়িয়ে শিক্ষা সামৰে আৰু শিলচৰত বসবাস কৰিবলৈ লয়। ফুটবলৰ বাবে শিলচৰ মিউনিচিপালিটি অফিচত কৰ্ম নিয়োগ ঘটে আৰু মিউনিচিপালিটি স্পৰ্টিং দলৰ পক্ষে ফুটবল অব্যাহত ৰাখে। ১৯৫৩ চনত এই দলে স্বাধীনতা দিৱস কাপ ফুটবলত ৰাণাৰ্ছ-আপ পায় (তৰুণ অসম সংঘ চেম্পিয়ন)। পিচৰ বছৰ শিলচৰ ইণ্ডিয়া ক্লাবৰ পক্ষে বৰদলৈ ট্ৰফী খেলোতে গুৱাহাটী টাউন ক্লাবৰ হাতত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়। ইয়াৰ পিচতে গুৱাহাটীৰ মহাৰাণা ক্লাবত যোগদান কৰে। তদুপৰি বিদ্যুৎ বৰ্ডত কৰ্মনিয়োগ ঘটে। পিচলৈ গুৱাহাটী টাউন ক্লাবত খেলোতে ১৯৫৭ চনত পুনৰ বৰদলৈ ট্ৰফী ৰাণাৰ্ছ-আপ পায়(জলপাইগুৰি টাউন ক্লাব চেম্পিয়ন)। সেই বছৰ গুৱাহাটীৰ পক্ষে আন্তঃ জিলা খেলি চূড়ান্ত বিজয়ীৰ সন্মান অৰ্জন কৰোঁতে ফাইনেলত শিলচৰক ২-১ গ'লত পৰাভূত কৰে। ১৯৫৯ চনত স্পৰ্টিং ইউনিয়ন দললৈ ট্ৰেন্সফাৰ লয় আৰু এন. এফ. ৰেলৱেত যোগদান কৰে। সেই বছৰ স্পৰ্টিং ইউনিয়নে বৰদলৈ ট্ৰফী জয় কৰোঁতে ফাইনেলত চিটি কলেজ হায়দৰাবাদক ১-০ গ'লত পৰাভূত কৰে। এই বিজয়ৰ মূলতে আছিল বিশু ঘোষ। কিয়নো তেওঁ সজাই দিয়া বল লেফট-আউট এ. হৰে গ'লত পৰিণত কৰে। তদুপৰি স্বাধীনতা দিৱস কাপত দিল্লী জিমখানাৰ বিৰুদ্ধে তিনিদিন ড্ৰ থাকোতে তেওঁৰ গ'লতে ১-০ ব্যৱধানত জয়ী হয়। এইটো তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ গ'ল আছিল। তেওঁ এন. এফ. ৰেলৱে আৰু স্পৰ্টিং ইউনিয়নৰ হৈ ১৯৬০-৬১ মৰচুম খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়।১৯৯৫ চনত এন এফ ৰেলৱেৰ চাকৰিৰ পৰা অৱসৰ লয়। দীৰ্ঘ দিন ধৰি অসুখত ভোগী থকা বিশু ঘোষ ২০০১ চনৰ ১৯ ফেব্ৰুৱাৰী তাৰিখে গুৱাহাটীত শেষ নিঃশ্বাস ত্যাগ কৰে।



এম. এছ. ঠাকুৰ



কে. কি. দাস



জে. মিত্ৰ



১৯৫৯ বৰদলৈ ট্ৰফী বিজয়ী স্পৰ্টিং ইউনিয়ন ক্লাব

ফটো বিত্ত ঘোষৰ সৌজন্যত

# মণি ঘোষ

গুৱাহাটীৰ প্ৰথম ডিভিজন স্পৰ্টিং ইউনিয়নৰ ৫ ফুট ৭ ইঞ্চি ওখ, ৬৭ কিলোগ্ৰাম ওজনৰ ৰাইট-বেক্ মণি ঘোষ এজন উচ্চস্তৰৰ ৰক্ষণবিভাগৰ খেলুৱৈ। বিশেষকৈ তেওঁৰ খেলত মগজুৰ উপৰি দৰ্শনীয়তাবোধ দিশ বিৰাজমান আছিল। মণি ঘোষ ১৯৫৭ আৰু ১৯৫৮-ৰ ৰাজ্যিক খেলুৱৈ। এওঁৰ বিষয়ে ক্ৰীড়া লেখক অৰুণ বৰুৱাৰ মন্তব্য এনেধৰণৰ, "Intelligent defence Moni Ghosh also a tricky player. He is best behind Sunil Das."

মণি ঘোষ ১৯৩৫ চনত চিলেট জিলাৰ হবিগঞ্জ চহৰৰ এক ফুটবল প্ৰেমী পৰিয়ালত জন্ম গ্ৰহণ কৰে। তেওঁলোকৰ আঠাইকেইজন সহোদৰ ভাল ফুটবল খেলুৱৈ আছিল। পিতৃ হবিগঞ্জ মিউনিচিপালিটি বৰ্ডৰ হেড্ ক্লাৰ্ক। মণি ঘোষে হবিগঞ্জ হিন্দু একাডেমীত দশমমানলৈকে পঢ়ি ১৯৫০ চনৰ পৰা কাছাৰ জিলাৰ বদৰপুৰত থাকিবলৈ লয় আৰু শিলচৰ স্পৰ্টিং ইউনিয়ন (১৯৫০-৫৫) দলত খেলে। হবিগঞ্জত থাকোতে তেওঁ ৰাই. এফ. চি. দলৰ হৈ ঢাকা, কুমিল্লা, চিটাগং, চিৰাজগঞ্জ আদিত খেলে। বদৰপুৰত ৰেলৱে ৱৰ্কচপ্ আৰু অন্যান্য দলৰ পক্ষে তেওঁ বহুতো উল্লেখযোগ্য খেলত অংশ লয়। এনেতে ১৯৫৬ চনত এন. এফ. ৰেলৱে দল খেলিবলৈ আহি মণি ঘোষৰ ওপৰত তেওঁলোকৰ চকু পৰে আৰু তেওঁক ৰেলৱে বিভাগত নিযুক্তি দিয়ে। তেওঁ এন এফ ৰেলৱে দলত খেলাৰ উপৰি গুৱাহাটীৰ প্ৰথম ডিভিজন স্পৰ্টিং ইউনিয়নৰ নিয়মিত খেলুৱৈ হৈ পৰে। বিশেষকৈ ১৯৫৯ চনত স্পৰ্টিং ইউনিয়নৰ বৰদলৈ ট্ৰফী জয় সবাতোকৈ উল্লেখযোগ্য। এইখিনিতে উল্লেখ্য মণি ঘোষে গুৱাহাটীলৈ অহাৰ পিচৰ পৰাহে প্ৰকৃত ফুটবল জীৱনৰ শুভাৰম্ভ ঘটে। তেওঁ ৰাজ্যিক দলৰ উপৰি গুৱাহাটীৰ পক্ষে আন্তঃ জিলা ফুটবলত বলিষ্ঠ ক্ৰীড়া কৌশলৰ বেঙণি এৰি থৈ গৈছে। মণি ঘোষে ১৯৬৯ চনত প্ৰতিদ্বন্দ্বিতামূলক ফুটবলৰ পৰা অৱসৰ

লয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ খেলুৱৈ গিৰিশ বৰুৱাৰ মতে, "মণি ঘোষৰ পজিচন জ্ঞান অতি বেছি আৰু খুউব মেজেষ্টিক গেম্ আছিল তেওঁৰ।" ৰাইজিং ইলেভেনৰ খেলুৱৈ বিনয় মেধিৰ দৃষ্টিত, "মণি ঘোষ এজন খুউব আকৰ্ষণীয় ষ্টপাৰ আনকি অসম ফুটবলতো বিৰল। অতি ঠাণ্ডা মস্তিষ্কৰ খেলুৱৈ গৰাকীৰ বিশেষকৈ বল ডিষ্ট্ৰিবিউচন আৰু এন্টিচিপেচন সাংঘাতিক গতিকে প্ৰতিপক্ষৰ খেলুৱৈয়ে অতিক্ৰম কৰা কঠিন।"



অমু ঘোষ



মণি ঘোষ



অজয় দাস



ভোলা ৰায়

# অজয় দাস(সাধন)

অসম ফুটবলত অজয় দাস "সাধন" নামেৰে এটা পৰিচিত ক্ৰীড়া চৰিত্ৰ। ১৯৫৫-ৰ স্বাধীনতা দিৱস কাপ ফুটবল প্ৰতিযোগিতাত কৰিমগঞ্জ টাউন ক্লাবৰ পক্ষে আত্ম-প্ৰকাশ কৰি এই গৰাকী ৫ ফুট ৮ ইঞ্চি ওখ খেলুৱৈয়ে একেৰাহে বাইশ বছৰ উচ্চ স্তৰৰ ফুটবল খেলে । যাৰবাবে তেওঁক অসমৰ বাচকবনীয়াসকলৰ লগত নিঃসন্দেহে তুলনা কৰিব পাৰি । অজয় দাসৰ পিচত অসমত কেইবা গৰাকী প্ৰতিভাসম্পন্ন ফৰোৱাৰ্ডৰ অভ্যুদয় হৈছে যদিও তেওঁৰ শূন্যতা দ্বিতীয় কোনো খেলুৱৈয়ে পূৰ কৰিব পৰা নাই। ৰাজ্যিক ফুটবলাৰ ৰিয়াজ আলিৰ মতে, "সকলো দিশতে উৎকৃষ্ট অজয় দাঁসে চাৰি পাঁচজনক কাটি বল উলিয়াব পাৰিছিল ।" ষ্টাইলিষ্ট হাফ্ টচেন বড়াৰ মতে, "A neppy formed and a cunning dribbler and could create scoring opportunity" এ এফ এ-ৰ সম্পাদক নুৰুল আমিনে এবাৰ কথা প্ৰসঙ্গত সত্যজ্যোতি ভট্টাচাৰ্যাক কৈছিল, "আপোনালোকৰ অজয় অসম ফুটবলৰ এক বিৰল নক্ষত্ৰ।" কৰিমগঞ্জ জিলা ক্ৰীড়াৰ ১৯৯৩-৯৪ ৰ স্মৰণীকাত সত্যজ্যোতি ভট্টচাৰ্য্যই অজয় দাস সন্দৰ্ভত লিখিছিল-

দেহে দোলা
শটে গোলা
ড্ৰিবলিং এ ত্ৰাস,
পায়ে ডজ,
কী সহজ
শ্ৰী অজয় দাস।।

অজয় দাস ১৯৩৮ চনত কৰিমগঞ্জৰ এক সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে । কৰিমগঞ্জ চহৰৰ বুকুতে তেওঁৰ পঢ়া-শুনাৰ লগতে ফুটবল জীৱনৰো অঙ্কুৰণ হয় । তেওঁ স্কুল দলৰ উপৰি কৰিমগঞ্জ টাউন ক্লাবত খেলিছিল । প্ৰথম শ্ৰেণী ফুটবলত আত্ম-প্ৰকাশ কৰিয়ে ১৯৫৬ চনত শিলচৰৰ পক্ষে আন্তঃ জিলা ফুটবল খেলে । ১৯৫৮ চনত কৰিমগঞ্জ চৰকাৰী হাইস্কুলৰ পৰা

মেট্ৰিক পাছ্ কৰা অজয় দাসে ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯ চনত কৰিমগঞ্জৰ পক্ষে খেলোতে ১৯৫৮ চনত ৰাজ্যিক দলত স্থান পাই অতিৰিক্ত খেলুৱৈৰূপে থাকে। এইখিনিতে উল্লেখ্য সেই বছৰতে কৰিমগঞ্জ টাউন ক্লাবৰ পক্ষে এ. টি. পি. এ. শ্বিল্ড খেলোতে এই লেফট-ইন গৰাকীৰ ওপৰত পুলিচ দলৰ চকু পৰে আৰু ১৯৫৯ চনত নকৈ গঢ় লোৱা ডেৰগাওঁ পুলিচ দলত সন্নিবিষ্ট হয়। দলৰ হৈ প্ৰথম ট্ৰফী – এ. টি. পি. এ. শ্বিল্ড জয় কৰে। তেওঁ ১৯৫৯-১৯৬২ লৈকে ডেৰগাওঁ পুলিচত খেলোতে ১৯৬০ চনত অসমৰ সকলোবোৰ ট্ৰফী জয় কৰাৰ উপৰি গোলাঘাটৰ হৈ দুবাৰ (১৯৬০ আৰু ১৯৬২) আন্তঃ জিলা খিতাপ পায়। তদুপৰি ১৯৬১-ৰ ডুগৰ শ্বিল্ড আৰু ১৯৬২ কেপ্টেইন এন এম গুপ্ত ট্ৰফীত অজয় দাসে "শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা লাভ কৰে। ফুটবল সন্দৰ্ভত অজয় দাসৰ মন্তব্য এনে ধৰণৰ, "দীৰ্ঘ ফুটবল জীৱনত মই ডেৰগাওঁ পুলিচ দলতে ফুটবল খেলি সবাতোকৈ অধিক তৃপ্তি লাভ কৰোঁ। কাৰণ এই দলৰ মূলমন্ত্ৰ আছিল কঠিন নিয়মানুবৰ্ত্তিতা যাৰবাবে দলে ভাল ফল প্ৰদৰ্শন কৰিবলৈ সক্ষম হৈছিল।"

১৯৬৩ চনত এন. এফ. ৰেলৱেত যোগদান কৰি ৰেল দলত খেলাৰ উপৰি মহাৰাণা ক্লাবৰ পক্ষে লীগ খেলিছিল। ১৯৬৯ চনত এন. এফ. ৰেলৱে দলে আন্তঃ জিলা খিতাপ জয় কৰে। ইতিপূৰ্বে দুবাৰ (১৯৬৬ আৰু ১৯৬৭) ৰাণাৰ্ছ-আঁপ হয়। অজয় দাস ১৯৬৩-৬৬ লৈকে একেৰাহে চাৰি বছৰ ৰাজ্যিক দলৰ নিৰ্ভৰযোগ্য লেফট-ইনচাইড আছিল। ইয়াৰ অন্তৰ্গত শেষ দুটা বছৰ অধিনায়ক হয়। এইখিনিতে উল্লেখ্য ১৯৬৪ সন্তোষ ট্ৰফীত অসমে গুজৰাটক ৮-০ গ'লত পৰাভূত কৰোঁতে তেওঁ হেট-ট্ৰিক অৰ্জন কৰে। সন্তোষ ট্ৰফী ফুটবলত অসমৰ এয়া দ্বিতীয় হেট-ট্ৰিক। তেওঁ ১৯৭৬ বৰদলৈ ট্ৰফীত স্পৰ্টিং ইউনিয়নৰ হৈ ডিব্ৰুগড়ৰ মিলন জ্যোতি সংঘৰ বিৰুদ্ধে খেলিয়ে ফুটবলৰ পৰা অৱসৰ লয়। যি কি নহওঁক অসম ফুটবলত সফল ফুটবল প্ৰদৰ্শন কৰোঁতা দুটা দল ডেৰগাওঁ পুলিচ আৰু এন এফ ৰেলৱেৰ সৈতে এটা নাম সদায় জড়িত থাকিব– অজয় দাস। ১৯৯৬ চনৰ ১ আগষ্টত এন. এফ. ৰেলৱেৰ চাকৰিৰ পৰা অৱসৰ লয়। ১৯৯৮ চনত অসম চৰকাৰৰ ক্ৰীড়া পেঞ্চন পোৱা অজয় দাসে ১৯৯৯ চনৰ ১৭ জুনত মালীগাওঁ ৰেলৱে হস্পিতালত নশ্বৰ দেহা ত্যাগ কৰে। □□

# অমলেন্দু ধৰ(বেচু)

অসমৰ ফুটবল জগতত অমলেন্দু ধৰ 'বেচু ধৰ' নামেৰে অধিক প্ৰখ্যাত আছিল। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ অমলেন্দু ধৰ ১৯৬৪, ১৯৬৫ আৰু ১৯৬৬-ৰ ৰাজ্যিক খেলুৱৈ তথা দলৰ নিৰ্ভৰযোগ্য লেফট-হাফ্ । ইতিপূৰ্বে ১৯৫৫ চনত তেওঁ ৰাজ্যিক দলৰ ষ্টেণ্ড-বাই তালিকাত আছিল। ইনচাইড-ফৰোৱাৰ্ডৰূপে ফুটবল জীৱনৰ পাতনি মেলি পিচলৈ জিলা দলৰ থ্ৰি-বেক্ পদ্ধতিত ষ্টপাৰ পজিচনত খেলিছিল। ডিব্ৰুগড় জিলা দলত ইনচাইড-ফৰোৱাৰ্ডত খেলোতে ১৯৫৫ চনত তিনিচুকীয়াত মহমেডান স্পৰ্টিঙৰ বিৰুদ্ধে খেলে। এইখিনিতে উল্লেখ্য তেওঁ ১৯৫৫-১৯৬৯ লৈকে একেৰাহে পোন্ধৰ বছৰ আন্তঃ জিলা ফুটবলত অংশ গ্ৰহণ কৰি এক অভূতপূৰ্ব নজিৰ প্ৰতিষ্ঠা কৰি থৈ গৈছে। দীৰ্ঘদিন ধৰি উচ্চমানদণ্ডত থকা খেলুৱৈ অসম ফুটবলত অতি বিৰল। অসম ফুটবলত অতি কম সংখ্যক খেলুৱৈয়ে এনে কৃতিত্বৰ অধিকাৰী হ'বলে সক্ষম হৈছে। ৰাইজিং ইলেভেনৰ ফুটবলাৰ তথা ৰাজ্যিক ভলীবল খেলুৱৈ বিনয় মৈথিৰ মতে, "ধৈৰ্যশীল খেলুৱৈ অমলেন্দু ধৰৰ পৰিপক্ক বল ডিষ্ট্ৰিবিউচন আৰু এন্টিচিপেচন আদিৰ সঠিক সমন্বয়ে দীৰ্ঘদিন ধৰি অসম ফুটবলক জাতিষ্কাৰ কৰি গ'ল।"

অমলেন্দু ধৰ ১৯৩৪ চনৰ ১৬ ডিচেম্বৰত নামৰূপত জন্ম গ্ৰহণ কৰে। পিতৃ ৰেল বিভাগৰ কৰ্মচাৰী আছিল আৰু আঠজন সন্তান(৪ জন ল'ৰা আৰু ৪ গৰাকী ছোৱালী)ৰ ভিতৰত এওঁ জ্যেষ্ঠ। অসমৰ পূব প্ৰান্তত অৱস্থিত বাণিজ্যিক চহৰ তিনিচুকীয়াত ডাঙৰ দীঘল হোৱা অমলেন্দু ধৰে নিজকে খেলুৱৈৰূপে গঢ় দিওঁতে বঙ্গীয় বিদ্যালয় হাইস্কুলত পঢ়ি ১৯৫৪ চনত এন. এফ. ৰেলৱেত যোগদান কৰে। ১৯৫৫-১৯৫৭ লৈকে তিনিচুকীয়া ৰেলৱে ইন্সটিটিউটৰ পক্ষে খেলে। তদুপৰি ডিব্ৰুগড় জিলা দলৰো নিৰ্ভৰযোগ্য ইনচাইড-ফৰোৱাৰ্ড আছিল। কাৰণ সেই সময়ত ডিব্ৰুগড় জিলা দলত স্থান পাবলে যথেষ্ট পৰিমাণৰ প্ৰতিভাৰ আৱশ্যক হৈছিল। ১৯৫৮ চনত

গুৱাহাটীলৈ জিলা ট্ৰেন্সফাৰ লয় আৰু স্পৰ্টিং ইউনিয়নত যোগদান কৰি ইনচাইড-লেফট্ পজিচনৰ নিয়মিত খেলুৱৈ হৈ পৰে। সেই বছৰতে স্পৰ্টিং ইউনিয়নে গুৱাহাটী লীগ জয়ী হয় আৰু ১৯৫৯ চনত বৰদলৈ ট্ৰফী জয় কৰি অসম ফুটবলত চাঞ্চল্য সৃষ্টি কৰে। ইয়াৰ পিচতে তেওঁ মহাৰাণা ক্লাবলৈ ট্ৰেন্সফাৰ লয় আৰু এই দলত ১৯৬০-১৯৬৯ লৈকে খেলোতে মুঠ ৬ বাৰ লীগ খিতাপ জয় কৰাত তেওঁ বলিষ্ঠ ভূমিকা লয়। ইয়াৰ ভিতৰত অমলেন্দু ধৰ ১৯৫৮-১৯৬১ পৰ্যন্ত গুৱাহাটী জিলা দলৰ নিৰ্ভৰযোগ্য খেলুৱৈ আছিল। ১৯৬২-১৯৬৯ লৈকে এন. এফ. ৰেলৱেৰ পক্ষে আন্তঃ জিলা খেলে আৰু শেষ বছৰ তেওঁৰ অধিনায়কত্বতে চেম্পিয়নশ্বিপ্ অৰ্জন কৰোঁতে ফাইনেলত শিলচৰক ২-০ গ'লত পৰাভূত কৰিছিল। অমলেন্দু ধৰে এই সাফল্যৰ পিচতে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। মৃদু ভাষী ও শান্ত স্বভাৱৰ এই খেলুৱৈ গৰাকীয়ে চাকৰি কৰি থাকোতেই কৰ্কট ৰোগত আক্ৰান্ত হৈ ১৯৯২ চনৰ ১৯ ছেপ্টেম্বৰত গুৱাহাটীতে শেষ নিঃশ্বাস ত্যাগ কৰে।


ৰতন দত্ত


অমলেন্দু ধৰ

## ৰতন দত্ত

স্পৰ্টিং ইউনিয়নৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৫৯ কিলোগ্ৰাম ওজনৰ তীব্ৰ গতি সম্পন্ন ৰতন দত্ত উত্তৰ বঙ্গৰ খেলুৱৈ। তেওঁ চেন্টাৰ-ফৰোৱাৰ্ড যদিও আক্ৰমণ বিভাগৰ যিকোনো স্থানতে খেলিব পাৰিছিল। তেওঁৰ খেলৰ

বিশেষত্ব— স্পিড আৰু হেডিং। এবাৰ বল লৈ ওলাই গলে ডিফেন্সে লগ পোৱা কঠিন। এইখিনিতে উল্লেখ্য চিৰিয়াচ ফুটবলাৰ ৰতন দত্তই দৈনিক ছয় ঘণ্টা অনুশীলন কৰিছিল।

ৰতন দত্ত ১৯৪৪ চনৰ ১৩ মে তাৰিখে জলপাইগুৰি চহৰৰ এটা নিম্ন মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। ব্যৱসায়ী উমেশ চন্দ্ৰ দত্ত (ছজনী ছোৱালী আৰু চাৰিজন ল'ৰা)ৰ তৃতীয় সন্তান। হঠাৎ ঘৰৰ অৱস্থা বেয়াৰ ফালে ঢাল খাওঁতে দুখ-কষ্টৰ মাজত ডাঙৰ-দীঘল হৈছিল যদিও ফুটবলৰ প্ৰতি গভীৰ আগ্ৰহ আছিল। দেশবন্ধু নগৰ হাইস্কুলৰ পৰা ১৯৬২ চনত মেট্ৰিক পাছ কৰাৰ উপৰি সেই বছৰ বঙ্গ স্কুল দলতো খেলে। অৱশ্যে ফুটবলৰ পাতনি দ্বিতীয় ডিভিজন চাউদাৰ্ণ স্পৰ্টছ ক্লাৱত। ১৯৬৩ চনত স্পুটনিক এথলেটিক ক্লাৱত খেলি দ্বিতীয় ডিভিজন চেম্পিয়ন হয় আৰু তেওঁ ২১ গ'লৰে সৰ্বোচ্চ গ'লদাতাৰ গৌৰৱ অৰ্জন কৰে। ইতিমধ্যে তেওঁ জলপাইগুৰি টাউন ক্লাৱত যোগদান কৰে । ১৯৬৪ বৰদলৈ ট্ৰফীত জলপাইগুৰি টাউন ক্লাৱে ৰাণাৰ্ছ-আপ পাওঁতে তেওঁৰ ওপৰত স্পৰ্টিং ইউনিয়নৰ চকু পৰে আৰু ১৯৬৫ চনত এই দলত যোগদান কৰি লীগ জয়ী হওঁতে ৰতন দত্তই ২৬ গ'লৰে টপ্ স্কৰাৰৰ খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হয়। ১৯৬৬ স্বাধীনতা দিৱস কাপত স্পৰ্টিং ইউনিয়নে ৰাণাৰ্ছ-আপ পাওঁতে তেওঁ মুঠ ১৭ গ'ল কৰে। ইয়াৰ ভিতৰত দুটা ডাবল হেট-ট্ৰিক আৰু এটা হেট-ট্ৰিক আছিল। সেই বছৰতে ডুগৰ শ্বিল্ড ছেমি-ফাইনেলত মহাৰাণা ক্লাৱক ৫-০ গ'লত পৰাভূত কৰোঁতে তেওঁৰ ৪ গ'ল উল্লেখযোগ্য। এন. এফ. ৰেলৱে দলে ১৯৬৮ চনত আন্তঃ জিলা খিতাপ জয় কৰাৰ উপৰি দুবাৰ (১৯৬৬ আৰু ১৯৬৭) ৰাণাৰ্ছ-আপ পায়। এন. এফ. ৰেলৱেৰ এই খেলুৱৈ গৰাকী ১৯৬৫-৬৮ লৈকে ৰাজ্যিক দলৰ চেণ্টাৰ ফৰোৱাৰ্ড আছিল আৰু সন্তোষ ট্ৰফীত ৫ গ'ল কৰে।

ৰতন দত্তই ১৯৬৯ লৈকে স্পৰ্টিং ইউনিয়ন আৰু ১৯৭০-ৰ পৰা এন. এফ. ৰেলৱে দলৰ হৈ খেল অব্যাহত ৰাখোতে সোঁ-ভৰিৰ এঙ্কলত আঘাত পাই ১৯৭৬ চনত ফুটবলৰ পৰা অৱসৰ লবলৈ বাধ্য হয়।

# ভোলা ৰায়

ভোলা ৰায় অসমৰ এটা চিনাকি ফুটবল চৰিত্ৰ। আচল নাম প্ৰদীপ কুমাৰ ৰায়চৰকাৰ কিন্তু ভোলা ৰায় নামেৰেহে অধিক পৰিচিত। মাত্ৰ ৫ ফুট ৫ ইঞ্চি ওখ, ৫৪ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ গৰাকী গুৱাহাটী টাউন ক্লাব আৰু এন. এফ. ৰেলৱেৰ পক্ষে দুৰ্দ্ধৰ্ষ ফুটবল খেলি থৈ গৈছে।

জন্ম ১৯৪৪ চনৰ ৫ মাৰ্চ তাৰিখে কোচবিহাৰত। কাছাৰীৰ মহৰি (তৰণি) লক্ষ্যপতি ৰায়চৰকাৰৰ চাৰি গৰাকী সন্তানৰ সৰ্ব কনিষ্ঠ। কোচবিহাৰৰ ৰামভোলা হাইস্কুলত ফুটবলৰ পাতনি মেলে আৰু সেই সময়ৰ উত্তৰ বঙ্গ খ্যাত জেন কিনচ্ হাইস্কুলে আমন্ত্ৰণ কৰিছিল। ইতিমধ্যে তেওঁক জলপাইগুৰিৰ সোনাউল্লা হাইস্কুলে ফুটবলৰ বাবে স্কুলত স্থান দিয়ে। ১৯৬০ চনত কোচবিহাৰ জিলা দলে তেওঁৰ অধিনায়কত্বতে পশ্চিম বঙ্গৰ আন্তঃ জিলা খিতাপ পায় আৰু তেওঁ টপ্ স্কৰাৰ হোৱাৰ উপৰি "শ্ৰেষ্ঠ খেলুৱৈ"ৰ বঁটা লাভ কৰে। অৱশ্যে তেওঁৰ ফুটবল অঙ্কুৰণ কোচবিহাৰ বাণী মন্দিৰ ক্লাবত (১৯৫৬-৬০)হয়। এটা মৰছুম (১৯৬১-৬২) জলপাইগুৰি টাউন ক্লাবত খেলে। ১৯৫৯ চনত কোচবিহাৰৰ আননোন ক্লাবৰ পক্ষে স্বাধীনতা দিৱস কাপ জয় কৰে। ১৯৬২ চনত কলিকতাৰ দ্বিতীয় ডিভিজন ৰাজস্থান ক্লাবত যোগদান কৰি দলক প্ৰথম ডিভিজন পোৱাত অৰিহণা যোগায়। সেই বছৰতে জলপাইগুৰি একাদশ বনাম ইষ্টবেঙ্গল খেলত দুৰ্দ্ধৰ্ষ ফুটবল খেলি ২ গ'ল কৰে। তেওঁৰ ফুটবল পাৰদৰ্শিতাৰ বাবে ১৯৬৩ চনত গুৱাহাটী টাউন ক্লাবে দললৈ আনে আৰু এন. এফ. ৰেলৱেত টি. টি. ই. ৰূপে কৰ্মনিয়োগ ঘটে। ইয়াত যোগদানৰ পিচতে ইষ্টবেঙ্গল ক্লাবে আমন্ত্ৰণ জনাইছিল। সেই সময়ত গুৱাহাটীৰ প্ৰথম ডিভিজনত ভোলা ৰায় এজন চকুত পৰা খেলুৱৈ হৈ পৰিছিল। ১৯৬৭ লীগত তেওঁ ১০ গ'ল কৰি টপ্ স্কৰাৰ হয়। ১৯৬৪ সন্তোষ ট্ৰফীত ৰাজ্যিক দলত খেলে আৰু সৰ্বভাৰতীয় ৰেল দলতো স্থান লাভ কৰে। তেওঁ এন. এফ. ৰেলৱেৰ পক্ষে ছয়বাৰ আন্তঃ জিলা খেলি ১৯৬৬ আৰু ১৯৬৭-ত ৰাণাৰ্ছ-আপ আৰু ১৯৬৮ চনত চেম্পিয়ন হয়। ভোলা ৰায়ে ১৯৬৯ চনত আন্তঃ ৰেলৱে ফুটবল খেলিয়ে অৱসৰ গ্ৰহণ কৰে।



# অসিত দাস

ইন্দ্ৰজিত নামচুম আৰু বসন্ত কুমাৰ কাবুইৰ পিচতে জাতীয় জুনিয়ৰ দলত নিৰ্বাচন লাভ কৰা অসমৰ দ্বিতীয় খেলুৱৈ গৰাকী হল অসিত দাস। অসিত দাস ১৯৫৮ চনত গুৱাহাটীত জন্ম গ্ৰহণ কৰে। গুৱাহাটীৰ বেঙ্গলী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি বি. বৰুৱা কলেজত পঢ়িছিল। ১৯৭৫-১৯৭৭ লৈকে গুৱাহাটীৰ পক্ষে জুনিয়ৰ আন্তঃ জিলা খেলি দুৱাৰ চূড়ান্ত বিজয়ী হয় ইয়াৰ অন্তৰ্গত ১৯৭৫ আৰু ১৯৭৬ চনত জুনিয়ৰ ৰাজ্যিক দলত খেলে। ১৯৭৫ চনৰ পৰা জুবেল ষ্টাৰ দলত খেলা অসিত দাসে ১৯৭৮ চনত জাতীয় জুনিযৰ দলত খেলাৰ পিচতে ১৯৭৯ চনত এন এফ ৰেলৱেত যোগদান কৰে। এন এফ. ৰেলৱেৰ ৰাইট বেক অসিত দাসে ১৯৮০, ১৯৮১-৮২, ১৯৮৩ আৰু ১৯৮৫ চনত চিনিয়ৰ ৰাজ্যিক দলত খেলি ১৯৮৬ চনত অৱসৰ গ্ৰহণ কৰে। □□


এ. কে. দাস


তাপস চেতাৰ্জী


অসিত দাস

# কৰিমগঞ্জৰ ফুটবল পৰিচয়



কৰিমগঞ্জত বিংশ শতিকাৰ পাতনিৰে পৰা ফুটবল খেলাৰ প্ৰমাণ পোৱা যায়। অবিভক্ত চিলেট জিলাৰ অন্তৰ্গত অৱস্থিত কৰিমগঞ্জ স্বাধীনতাৰ পিচতে কাছাৰ জিলাত সন্নিৱিষ্ট হয়। কৰিমগঞ্জত অনুষ্ঠিত ৰামমূৰ্ত্তি শ্বিল্ড আৰু কিৰণ ৰঞ্জন শ্বিল্ড প্ৰভৃতি ফুটবল প্ৰতিযোগিতাৰ মাধ্যমেৰে সম্ভৱতঃ ১৯১৬-১৭ চনৰ পৰা ফুটবল প্ৰচলন হৈছিল বুলি ধাৰণা কৰা হয়। সময়ৰ অগ্ৰগতিৰ লগে লগে পৰৱৰ্ত্তীকালত হয়তো এই অনুষ্ঠান পৰিচালনা সমিতিয়েই কৰিমগঞ্জ স্পৰ্টিং এছ'চিয়েচনৰ ৰূপ ধাৰণ কৰে। বিশেষ সূত্ৰৰ পৰা জানিব পৰা যায় যে কৰিমগঞ্জ স্পৰ্টিং এছ'চিয়েচনে ১৯৪০ চনৰ পৰাহি সাংগাঠনিক কাৰ্য্যত লিপ্ত হয় যদিও ইতিপূৰ্বে প্ৰতিষ্ঠা হোৱা এই কৰিমগঞ্জ স্পৰ্টিং এছ'চিয়েচনৰ জন্ম কেতিয়া তাক ঠিৰাং কৰা কঠিন। ১৯৫৭ চনত এই সন্থাই নিজস্ব সংবিধান প্ৰণয়ন ও গ্ৰহণ কৰি "কৰিমগঞ্জ জিলা ক্ৰীড়া সন্থা" নামেৰে প্ৰতিষ্ঠা লাভ কৰোঁতে সত্যেন্দ্ৰ দত্ত সম্পাদক আৰু ৰনেন্দ্ৰ মোহন দাস সভাপতি পদত আছিল। এইখিনিতে উল্লেখ্য আনন্দ মোহন চক্ৰৱতীক "Pillar of Karimganj Sports" আখ্যা দিয়া হয়। কাৰণ তেওঁ ১৯৪৭-১৯৫৬ লৈকে কৰিমগঞ্জ স্পৰ্টছ এছ'চিয়েচনৰ সাধাৰণ সম্পাদক আছিল। ১৯৬২ চনত ক্ৰীড়া সংগঠক ভূপেন্দ্ৰ কুমাৰ সিংহ, পূৰ্ণেন্দু লুহ আৰু কমলেণ্ডু দাস আদিৰ প্ৰচেষ্টাত কৰিমগঞ্জত আৰ. কে. জৈন ফুটবল ট্ৰফীৰ সুভাৰম্ভ ঘটে। মূল চাঁদ জৈনে তেওঁৰ পিতৃ-মাতৃৰ স্মৃতিত এই ৰাধা কিষাণ জৈন ট্ৰফী দান কৰিছিল। উদ্বোধনী বছৰত আইজল স্পৰ্টিং এছ'চিয়েচনে আগৰতলাৰ চাৰ্ভে এণ্ড চেটেলমেণ্ট দলক পৰাভূত কৰি এই ট্ৰফী আৰ্জে। কৰিমগঞ্জৰ খেলজগতত টাউন ক্লাৱ, টাউন স্পৰ্টিং ক্লাৱ, মাই ইলেভেন ক্লাৱ, নৱসিংপুৰ ক্লাৱ, মহমেডান স্পৰ্টিং ক্লাৱ, চৰকাৰী হাইস্কুল, পাবলিক স্কুল, নীলমণি স্কুল, কৰিমগঞ্জ কলেজ, ইয়ং ষ্টাৰ, ইভিনিং

ক্লাব, পি ডব্লিউ দি, এন এম ই পি, পাইঅনিয়ার্চ ক্লাব, পঞ্চ প্ৰদীপ, শিলচৰ ৰোড্ ক্লাব, বনমালী ক্লাব, শতভিষা ক্লাব আদিৰ ফুটবল বুৰঙণি মনকৰিবলগীয়া। এইখিনিতে উল্লেখ্য কৰিমগঞ্জ স্পৰ্টিং ক্লাবৰ জন্ম ১৯১৮ চনত তথা অসমৰ পুৰণি ক্লাবসমূহৰ অন্তৰ্গত।



দেবাশীষ ৰায়



মতিলাল দাস



বিজয় সোণোৱাল



অৰূপ দাস



অনুপ ভট্টাচাৰ্য্য

কৰিমগঞ্জত অভ্যুদয় হোৱা প্ৰতিভাশালী খেলুৱৈসকলৰ ভিতৰত অনুকূল দত্ত, শঙ্কৰ দত্ত, শঙ্কৰ দাস, অমল ধৰ চৌধুৰী, অতনু সেন, দীপক মজুমদাৰ, আব্দুল মতিন, আদি চক্ৰবৰ্তী, সীতাংশু দেব আদি বিশেষভাৱে উল্লেখ্য।

ইয়াৰ অন্তৰ্গত অনুকূল দত্তই কলিকতাৰ স্পৰ্টিং ইউনিয়ন আৰু মোহনবাগান; অতনু সেনে হাওৰা ইউনিয়ন আৰু চিত্তৰঞ্জন লুকমুটিভ দলত খেলে। জাতীয় দলত খেলা কৰিমগঞ্জৰ খেলুৱৈসকল যথাক্ৰমে সতীশ দাস, দেৱাশীষ ৰায় আৰু অৰূপ দাস। এইখিনিতে উল্লেখ্য দেৱাশীষ ৰায় আৰু অৰূপ দাসে চিনিয়ৰ দলত খেলাৰ উপৰি জাতীয় জুনিয়ৰ দলতো খেলে। বিশেষকৈ উল্লেখ্য অৰূপ দাসে ইণ্ডিয়ান ইউনিভাৰ্চিটি দলতো নিৰ্বাচন লাভ কৰিছিল তথা এই খ্যাতি অৰ্জা অসমৰ একমাত্ৰ খেলুৱৈ। জাতীয় ছাব-জুনিয়ৰ আৰু জুনিয়ৰ দলত খেলা খেলুৱৈ গৰাকী হ'ল– অনুপ ভট্টাচাৰ্য্য।

ৰাজ্যিক দল অসমৰ জাৰ্চি পৰিধান কৰা খেলুৱৈসকল– অজয় দাস, দেৱাশীষ ৰায়, জহৰলাল দাস, বিশ্বজিৎ দত্ত আৰু মতিলাল দাস। জুনিয়ৰ ৰাজ্যিক দলত নিৰ্বাচন পোৱা প্ৰথম খেলুৱৈ দুজন ৰবি চাহা আৰু দ্বিজেন্দ্ৰলাল পাত্ৰ (১৯৬৩)। তাৰ পিচতে অনাদি দাস, অসীম পোদ্দাৰ, ব্যোমকেশ দাসগুপ্ত, দেৱাশীষ ৰায়, অনুপ ভট্টাচাৰ্য্য, প্ৰশান্ত চৌধুৰী, বিজয় সোণোৱাল আদিয়ে জুনিয়ৰ ৰাজ্যিক দলত খেলে। ইয়াৰোপৰি শ্যামলাল ৰাউত অসম স্কুল দলত খেলা কৰিমগঞ্জৰ প্ৰথম ফুটবলাৰ তথা দলৰ সহ-অধিনায়কো আছিল (১৯৬০)। দেখা যায় কৰিমগঞ্জত অভ্যুদয় হোৱা গৰিষ্ঠ সংখ্যক খেলুৱৈয়ে শিলচৰ আৰু গুৱাহাটীত থিতাপি লয়। বিশেষকৈ অজয় দাসে দুবাৰ অসম দলৰ অধিনায়কত্ব কৰে। এইখিনিতে উল্লেখ্য ১৯৮০ চনত কৰিমগঞ্জৰ তিনিজন খেলুৱৈয়ে সন্তোষ ট্ৰফী খেলে– দেৱাশীষ ৰায়(বঙ্গ), মতিলাল দাস(অসম) আৰু অৰূপ দাস(ইণ্ডিয়ান ৰেলৱে)।

কৰিমগঞ্জ জিলা ক্ৰীড়া সন্থাই অসম ফুটবলৰ স্বীকৃতি লাভ কৰাৰ পাঁচ বছৰৰ পিচতে(১৯৬৩) চিনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতা সুচাৰুৰূপে পাতে। ১৯৬৭ চনত কৰিমগঞ্জ পাবলিক স্কুলৰ দেউকণ শ্বিল্ড জয় আন এক মনকৰিবলগীয়া ক্ৰীড়া ঘটনা। ১৯৭৭ চনত অনুষ্ঠিত প্ৰথম ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নচিপত কৰিমগঞ্জই ৰাণাৰ্ছ-আপ খিতাপ পায়। পৰৱৰ্ত্তীকালত কৰিমগঞ্জই তেনে ভূমিকা দিব পৰা নাই। □□

# দেৱাশীষ ৰায়

দেৱাশীষ ৰায়, জাতীয় যুৱ দল আৰু জাতীয় চিনিয়ৰ দলত নিৰ্বাচিত হোৱা অসমৰ ক্ৰমে দ্বিতীয় আৰু সপ্তমজন খেলুৱৈ। পূৰ্বে তেওঁ গুৱাহাটী টাউন ক্লাব আৰু নৱজ্যোতি ক্লাবত খেলিছিল। ১৯৭৯ চনত কলিকতাৰ প্ৰথম ডিভিজন ফুটবলত যোগদান কৰি ক্ৰমান্বয়ে ভাৰতৰ এগৰাকী জাকত জিলিকা ষ্ট্ৰাইকাৰৰূপে পৰিগণিত হয়।

দেৱাশীষ ৰায় ১৯৫৪ চনৰ ২ ডিচেম্বৰ তাৰিখে কৰিমগঞ্জৰ এক ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰে। মুঠ চাৰিজন(দুজনী বায়েক আৰু এজনী ভনী)ৰ তৃতীয় সন্তান আছিল। কৰিমগঞ্জৰ নীলমণি হাইস্কুলৰ ছাত্ৰ দেৱাশীষ ৰায়ে স্থানীয় পঞ্চ প্ৰদীপ ক্লাবত ফুটবলৰ পাতনি মেলে। মেট্ৰিক পাছ কৰাৰ পিচতে কৰিমগঞ্জ কলেজৰ হৈ পাঠশালাত অনুষ্ঠিত আন্তঃ কলেজ ফুটবলত চমকপ্ৰদ খেলৰে ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰোঁতে সেইবছৰতে (১৯৭৩) গুৱাহাটী টাউন ক্লাবত যোগদান কৰে। তেওঁ ইম্ফলত অনুষ্ঠিত ১৯৭৫ জুনিয়ৰ নেচনেল ফুটবল চেম্পিয়নশ্বিপ্‌ত অসম দলৰ অধিনায়ক আছিল। ১৯৭৭ চনত নৱজ্যোতি ক্লাবত যোগদান কৰি দুবছৰ খেলে। এইখিনিতে উলেখ্য তেওঁ ১৯৭৪ চনৰ আন্তঃ জিলাত আত্ম-প্ৰকাশ কৰে আৰু ৰাজ্যিক দলত একেৰাহে তিনিবছৰ (১৯৭৫,.১৯৭৬ আৰু ১৯৭৭) প্ৰতিনিধিত্ব কৰি ১৯৭৯ চনত কলিকতাৰ এৰিয়ান্সলৈ যায়। সেই সময়তে এই গৰাকী ৫ ফুট ৭ ইঞ্চি ওখ, ৬১ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে দুবাৰ (১৯৭৬ আৰু ১৯৭৭) ইণ্ডিয়ান যুৱ দলত খেলাৰ সুযোগ পায়। ইয়াৰ ভিতৰত পিচৰ বছৰ তেওঁ দলৰ সহ-অধিনায়ক আছিল। তদুপৰি ১৯৭৭ আৰু ১৯৭৯ চনত জাতীয় চিনিয়ৰ দলত স্থান পায়। ১৯৮০ চনত মহমেডান স্পৰ্টিঙত খেলোতে ডি চি এম ট্ৰফী ফাইনেলত বিজয়সূচক গ'লটো দেৱাশীষ ৰায়ে দিছিল। ১৯৮১ চনত ইষ্টবেঙ্গল দলত খেলি ১৯৮২ চনত পুনৰ মহমেডান স্পৰ্টিঙলৈ যায়। ১৯৮৩ চনত পুনৰ ইষ্টবেঙ্গলত যোগদান কৰে। তেওঁ ইয়াত তিনিবছৰ (১৯৮৩-

৮৫) খেলি মোহনবাগান দলত চাৰি বছৰ (১৯৮৬-৮৯) কটায়। ইষ্টবেঙ্গল দলত খেলোতে এচিয়ান ক্লাব চেম্পিয়নশ্বিপ্‌ত তেওঁ টপ্ স্কৰাৰ আছিল। ১৯৮৪ চনত ২৫ গ'ল (ইষ্টবেঙ্গল) আৰু ১৯৮৬ চনত ১৮ গ'ল (মোহনবাগান)ৰে কলিকতা লীগৰ সৰ্বোচ্চ গ'লদাতাৰ খ্যাতি আৰ্জে। ৰাজ্যিক খেলুৱৈ অধীৰ ৰায়ৰ ভাষাত, "ষ্ট্ৰাইকাৰ দেৱাশীষ ৰায়ৰ এটা ডাঙৰ গুণ তেওঁৰ ভৰিত বল পৰাৰ লগে লগে হঠাৎ দ্ৰুত গতিত ধাবমান হয়।"

দেৱাশীষ ৰায়ে ১৯৭৯, ১৯৮০, ১৯৮৪, ১৯৮৫, ১৯৮৬, আৰু ১৯৮৭ চনত বঙ্গৰ হৈ সন্তোষ ট্ৰফী খেলে। ১৯৮৬ চনত দলৰ অধিনায়ক আছিল। বিশেষকৈ ১৯৮০-ৰ সন্তোষ ট্ৰফীত নাগালেণ্ডৰ বিৰুদ্ধে লুঙ্গানি কাবুইৰ টেক্‌লিঙত তেওঁ সোঁ-আঠুত আঘাত পায় আৰু চাৰিঘণ্টা অস্ত্ৰোপচাৰৰ অন্তত প্ৰায় এবছৰ ফুটবল পথাৰৰ পৰা আঁতৰত থাকি নিজকে পুনৰ দুৰ্দ্ধৰ্ষ ষ্ট্ৰাইকাৰলৈ ৰূপান্তৰ কৰে। সেইবাবেই হয়তো দেৱাশীষ ৰায়ে ভাৰতীয় ফুটবলতো মুধাফুটা তাৰকাত পৰিণত হৈছিল। ১৯৯০ চনত তেওঁ প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। □□

# মতিলাল দাস

অসম ফুটবলত চন্দ্ৰমোহন গগৈ, সলিল মাৰাক, টচেন বড়াৰ পিচতে কেইবা গৰাকী লিঙ্কমেনৰ আবিৰ্ভাৱ হওঁতে ৰাজ্যিক দল বাছনি শিবিৰত নিৰ্বাচকসকল বিবুদ্ধিত পৰিব লগা হৈছিল। ইয়াৰ মাজতে মতিলাল দাসে ১৯৭৫-১৯৮২ লৈকে একেৰাহে সাতবাৰ ৰাজ্যিক দলত খেলিছিল। শেষবছৰ তেওঁ দলৰ অধিনায়ক আছিল। অসম ফুটবলত অৰুণ বৰঠাকুৰৰ পিচতে এনেদৰে একেৰাহে ৰাজ্যিক দলত স্থান পোৱা দ্বিতীয় খেলুৱৈ গৰাকী হ'ল – মতিলাল দাস। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ, ৬০ কিলোগ্ৰাম ওজনৰ এই সাধাৰণ স্বাস্থ্যৰ খেলুৱৈ গৰাকী শাৰীৰিক দিশৰ পৰা বৰ এটা চকুতপৰা বিধৰ নহলেও ফুটবলৰ প্ৰতি থকা একাগ্ৰতাৰ বাবেই লেথাৰি নিচিগাকৈ ৰাজ্যিক দলত স্থান লাভ কৰিবলে সক্ষম হৈছিল। ৰাজ্যিক খেলুৱৈ তথা

প্ৰশিক্ষক অখীৰ ৰায়ৰ মতে, “মতিলাল দাসৰ ডিফেন্স খুউব সুদৃঢ় নহ্‌লেও এজন দক্ষ স্কিমাৰ। গৰিষ্ঠভাগ সময় তেওঁ এটেকিঙত মত্ত থাকে।” জাতীয় খেলুৱৈ দেৱাশীষ ৰায়ৰ এওঁৰ সন্দৰ্ভত মন্তব্য, “লিঙ্কমেন মতিলাল দাস ঠাণ্ডা মস্তিষ্কৰ ফুটবল খেলুৱৈ। বিশেষকৈ বলত কণ্ট্ৰোল থকাৰ উপৰি এজন দক্ষ স্কিমাৰ তথা ফুটবল ছেনচ্ থকা খেলুৱৈ।”

মতিলাল দাস ১৯৫৩ চনৰ ১১ মাৰ্চত কৰিমগঞ্জ চহ্‌ৰত জন্ম গ্ৰহণ কৰে। পিতৃ জিলা কৰ্টৰ চাকৰিয়াল। মুঠ চাৰি গৰাকী (তিনিজন ল’ৰা আৰু এজনী ছোৱালী)ৰ এওঁ দ্বিতীয় সন্তান। ইয়াৰ অন্তৰ্গত জ্যেষ্ঠ ভাতৃ জহ্‌ৰলাল দাস ৰাজ্যিক খেলুৱৈ আছিল। মতিলাল দাসে কৰিমগঞ্জ পাবলিক হাইস্কুলত পঢ়া-শুনাৰ পাতনি মেলাৰ উপৰি ষষ্ঠমান শ্ৰেণীৰ পৰাই স্কুল দলত খেলাৰ সুযোগ পাওঁতে ফুটবলকে মূল বিষয়ৰূপে বাছি লয়। ১৯৬৯ চনত কৰিমগঞ্জ টাউন ক্লাবৰ হৈ প্ৰথম ডিভিজন ফুটবলত আত্ম-প্ৰকাশ কৰে। তদুপৰি সেই বছ্‌ৰতে কৰিমগঞ্জ জিলা দলৰ হৈ জুনিয়ৰ আন্তঃ জিলা খেলে। ১৯৭০ চনতো কৰিমগঞ্জ জিলা জুনিয়ৰ দলত স্থান পায়। ১৯৭১ চনত অসম স্কুল দলত নিৰ্বাচন লাভ কৰি গান্ধীনগৰত অনুষ্ঠিত জাতীয স্কুল গেমছত অংশ গ্ৰহণ কৰোঁতে অসমে তৃতীয়স্থান পায়। তদুপৰি মেট্ৰিক পাছ্ কৰি কৰিমগঞ্জ কলেজত ভৰ্ত্তি হয। কৰিমগঞ্জ টাউন ক্লাবৰ এই খেলুৱৈ গৰাকীয়ে ১৯৭৫ চনত গুৱাহাটী টাউন ক্লাবত যোগদান কৰে আৰু সেইবছ্‌ৰতে ডুগৰ শ্বিল্ড জয় কৰে। প্ৰাগজ্যোতিষ কলেজৰ ছাত্ৰ মতিলাল দাসে ১৯৭৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত স্থান লাভ কৰি দলক ইষ্ট জুন চেম্পিয়ন হোৱাত অৰিহ্‌ণা যোগায়। ১৯৭৭ চনত নৱজ্যোতি ক্লাবত যোগদান কৰি ১৯৮৫ লৈকে খেলোতে ১৯৭৮ আৰু ১৯৮১ চনত জি এছ্ এ লীগ জয়ী হ্য়। গুৱাহাটী জিলা দলৰ হৈ ১৯৭৫ ১৯৮১ লৈকে আন্তঃ জিলা খেলোতে এবাৰ খিতাপ জয় কৰে। ১৯৮৬ চনত মহাৰাণা ক্লাবলৈ ট্ৰেন্সফাৰ লয়। ইয়াত এটা টাৰ্ম খেলিয়ে কৰিমগঞ্জ টাউন ক্লাবত যোগদান কৰে আৰু ১৯৯৩ চনত প্ৰথম শ্ৰেণী ফুটবলৰ পৰা অৱসৰ লয়। □□

# অৰূপ দাস

অৰূপ দাসে ১৯৮১ চনত জাতীয় জুনিয়ৰ দল আৰু ইণ্ডিয়ান ইউনিভাৰ্চিটি দলত খেলাৰ উপৰি জাতীয় চিনিয়ৰ দলৰ হৈ দোবাই ভ্ৰমণ কৰাৰ উপৰি ১৯৮২ নেহৰু গোল্ড কাপত অংশ গ্ৰহণ কৰে।

অৰূপ দাস ১৯৫৯ চনত কৰিমগঞ্জত জন্ম গ্ৰহণ কৰে। এওঁ অসমৰ প্ৰখ্যাত ফুটবলাৰ অজয় দাস(সাধন)ৰ ভাতৃ। তেওঁ কৰিমগঞ্জৰ পাবলিক স্কুলত পঢ়োতে ইষ্টাৰ্ণ স্পৰ্টছ ক্লাবত ফুটবলৰ পাতনি মেলে আৰু ১৯৭৫ চনত অসম ৰাজ্যিক জুনিয়ৰ দলত নিৰ্বাচিন পায়। ১৯৭৬ চনত মেট্ৰিক পাছ কৰাৰ পিচতে ১৯৭৭ চনত মহাৰাণা ক্লাবত যোগদান কৰি এবছৰ খেলে আৰু ১৯৭৮ চনত গুৱাহাটী টাউন ক্লাবলৈ যায়।

অৰূপ দাসে ১৯৭৯ চনত ইষ্টাৰ্ণ ৰেলৱৈলৈ যায়। ইয়াত দুবছৰ খেলি মোহনবাগানত যোগদান কৰে। তদুপৰি তেওঁ ইষ্টবেঙ্গল আৰু মহমেডান স্পৰ্টিঙতো খেলিছিল। বৰ্ত্তমান ষ্টিল অথৰিটি অৱ ইণ্ডিয়াৰ চাকৰিয়াল।

# অনুপ ভট্টাচাৰ্য্য

অনুপ ভট্টাচাৰ্য্যই ১৯৭৯ চনত ছাব-জুনিয়ৰ জাতীয় দলত স্থান লাভ কৰি চিঙ্গাপুৰত অনুষ্ঠিত লায়ন চিটি কাপত অংশ গ্ৰহণ কৰে। জাতীয় ছাব-জুনিয়ৰ দলত স্থান পোৱা অসমৰ প্ৰথমজন খেলুৱৈ। জন্ম ২০ আগষ্ট, ১৯৬৩ চন। ফুটবলৰ পাতনি কৰিমগঞ্জৰ বিজয় সংঘ ক্লাব দলত। মেট্ৰিক পাছ কৰাৰ পিচত গুৱাহাটী টাউন ক্লাব (১৯৭৯-৮১)ত খেলে। ইয়াৰ মাজতে ১৯৮০ চনত ভাৰতীয় যুৱ দলত স্থান লাভ কৰি ঢাকাত এচিয় যুৱ ফুটবল চেম্পিয়নশ্বিপত্ত অংশ লয়। জাতীয় যুৱ দলত স্থান পোৱা তেওঁ অসমৰ চতুৰ্থজন খেলুৱৈ। এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৫৭ কিলোগ্ৰাম ওজনৰ খেলুৱৈয়ে বম্বেৰ টাটা স্পৰ্টছ ক্লাব (১৯৮২-৮৩); বম্বেৰ অৰ্কে মিল (১৯৮৪-৮৭); এৰিয়ান্স ক্লাব (১৯৮৮-৮৯); হাওৰা ইউনিয়ন (১৯৯০- )ত খেলি আছে। □□

# ধুবুৰীৰ ফুটবল ইতিহাস




১৮৭৪ চনত প্ৰতিষ্ঠা হোৱা গোৱালপাৰা জিলাৰ সদৰ ঠাই আছিল ধুবুৰী। অৱশ্যে ১৮৭৯ চনতহে ধুবুৰীক সদৰঠাইৰূপে মকৰল কৰে। অসমৰ পশ্চিম প্ৰান্তত অৱস্থিত ধুবুৰীৰ ফুটবল বুৰঞ্জী ৰোমাঞ্চকৰ অধ্যায়ৰে পৰিপূৰ্ণ। অসমৰ অন্যান্য অঞ্চলৰ দৰে ধুবুৰীতো বিংশ শতিকাৰ পাতনিতে ফুটবল খেল প্ৰচলন হয় আৰু অতি কম সময়ৰ ভিতৰতে এই অঞ্চলৰ সবাতোকৈ জনপ্ৰিয় খেলৰূপে পৰিগণিত হৈ ভালে সংখ্যক প্ৰতিভাশালী খেলুৱৈৰ অভ্যুদয় হয়। এইখিনিতে ধুবুৰীৰ ফুটবল অগ্ৰগতিত গৌৰীপুৰৰ **ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ** ভূমিকা বিশেষভাৱে উল্লেখ কৰিবলগীয়া। কাৰণ তেওঁ বিভিন্ন ঠাইৰ ফুটবল প্ৰতিভাসকলক আনি গৌৰীপুৰৰ পি. চি. ইন্সটিটিউটত বিনামূলীয়াকৈ থকা-খোৱা-পঢ়াৰ সুবিধা প্ৰদান কৰিছিল। তদুপৰি ইউৰোপীয় প্ৰশিক্ষকৰ জৰিয়তে গৌৰীপুৰত ফুটবল প্ৰশিক্ষণ দিয়াইছিল। বিশেষকৈ ধুবুৰী চহৰৰ মূল খেলপথাৰ "গৌৰীপুৰ ময়দান" তেৱেঁই দান দিছিল। গতিকে দেখা যায় অসম ফুটবলত ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ দৰে উদাৰ সংগঠক বিৰল তথা আমাৰ বাবে এক নজিৰ আৰু আদৰ্শ হৈ ৰব। ১৯২০-১৯৪১ লৈকে এই সময়ছোৱাক ধুবুৰী ফুটবলৰ "গোল্ডেন এইজ" আখ্যা দিয়া হয়। কাৰণ সেইসময়তে সংখ্যাধিক প্ৰতিভাশালীৰ পদধ্বনিৰে ধুবুৰীৰ ফুটবল মুখৰিত হৈ আছিল আৰু এই ক্ষেত্ৰত ধুবুৰী টাউন ক্লাব, ধুবুৰী গভৰ্ণমেণ্ট হাইস্কুল, বাহাদুৰ ক্লাব আৰু জেনিথ ক্লাবৰ নাম বিশেষভাৱে উল্লেখ কৰিবলগীয়া। ১৯২৫ চনত ধুবুৰী টাউন ক্লাবে জলপাইগুৰিৰ চুনাউল্লা শ্বিল্ড জয় কৰি ইতিহাস ৰচনা কৰিছিল। বহিঃ অসমৰ পৰা ফুটবল সন্মান কঢ়িয়াই অনা ধুবুৰী টাউন ক্লাব অসমৰ প্ৰথম দলৰূপে পৰিগণিত হয়। এই শ্বিল্ড বিজয়ী ধুবুৰী টাউন ক্লাবৰ খেলুৱৈসকল — জ্যোতিষ দাসগুপ্ত, কুমাৰ প্ৰমোদ নাৰায়ণ, পৰেশ দত্ত, সুধীৰ চৰকাৰ, বঙ্কিম ৰায়চৌধুৰী, চাৰাফউদ্দিন, মাচুদ, ৰবীন চেটাৰ্জী, অমল কান্তি গাঙ্গুলী (অধিনায়ক), ধৰণী ৰায়চৌধুৰী, কমল কান্তি গাঙ্গুলী আদি। তদুপৰি ১৯৩৪, ১৯৩৫ আৰু ১৯৩৬ চনত ৰংপুৰৰ গোবিন্দলাল শ্বিল্ড জয় কৰে। ধুবুৰী টাউন ক্লাবে লালমণিহাট,

দিনাজপুৰ আৰু ঢাকা আদিতো খেলি সুনাম কঢ়িয়াই আনিছিল। ধুবুৰী গভৰ্ণমেণ্ট হাইস্কুল ১৯৩৯,১৯৪০ আৰু ১৯৪১ চনত নামনি অসম স্কুল টুৰ্ণামেণ্টত ফুটবল চেম্পিয়ন আছিল। বিশেষকৈ ধুবুৰী টাউন ক্লাবত অভ্যুদয় হোৱা কেইগৰাকীমান প্ৰতিভাৱান খেলুৱৈয়ে কলিকতাৰ ফুটবলতো চমক লগাইছিল। ইয়াৰে বঙ্কিম চন্দ্ৰ চৰকাৰ (ই. বি. আৰ.) কমল কান্তি গাঙ্গুলী (ইষ্টবেঙ্গল আৰু ভাৰতীয় একাদশৰ অধিনায়ক) বীৰেন্দ্ৰ কাঞ্জি (এৰিয়ান্স), কমল কান্তি গাঙ্গুলী (স্পৰ্টিং ইউনিয়ন), দেৱান আমচেৰ আলি (মহমেডান স্পৰ্টিং), ৰমেশ অধিকাৰী (ইষ্টবেঙ্গল), ননী গোপাল ঘোষ (ইষ্টবেঙ্গল), ননী দে (বি. দি. আৰ. অধিনায়ক), গোপাল চৰকাৰ (ৰেলৱে) আদি। ধুবুৰী টাউন ক্লাবৰ উপৰি ধুবুৰী পুলিচ, ধুবুৰী মেচ্‌চ্ ফেক্টৰী, আৰ. এন. স্পৰ্টিং ক্লাব আদি উল্লেখযোগ্য। অসমৰ পুৰণি লীগ সমূহৰ ভিতৰত ধুবুৰী লীগৰ সূচনা ১৯৩৩-৩৪ চনত। এইখিনিতে উল্লেখ কৰিবলগীয়া দ্বিতীয় মহাযুদ্ধৰ আগমনে ১৯৪২ চনত "গৌৰীপুৰ ময়দান" সৈন্যবাহিনীৰ শিবিৰত পৰিণত হয়। ১৯৪৫ চনত এই শিবিৰসমূহ উঠাই নিয়াত পুনৰ খেলুৱৈৰ পদধ্বনিৰে মুখৰিত হবলৈ ধৰে। এই সময়ছোৱাত "বালুৰ চৰ ময়দান"ত ফুটবল অব্যাহত আছিল।

দ্বিতীয় বিশ্বযুদ্ধৰ আগলৈকে কোনো সংগঠন নোহোৱাকৈ ধুবুৰীৰ ফুটবলে যি ক্ৰীড়া বৰঙণি আগবঢ়াই থৈ গ'ল অসম ফুটবলত এনে নজিৰ বিৰল। ১৯৫২ চনটো ধুবুৰী ফুটবল বুৰঞ্জীৰ বাবে তাৎপৰ্য্যপূৰ্ণ। কাৰণ সেই বছৰতে শ্যামলা সুন্দৰী শ্বিল্ডৰ শুভাৰম্ভ হোৱাৰ উপৰি ধুবুৰী ফুটবল সন্থা প্ৰতিষ্ঠা হয়। সন্থাৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল — মৃণাল কান্তি দত্ত। ১৯৫৫ চনত ধুবুৰী ক্ৰীড়া সন্থা গঠন হওঁতে মৃণাল কান্তি দত্ত প্ৰথম

ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা

জেনেৰেল ছেক্রেটৰী হয়। এইখিনিতে উল্লেখ্য শ্যামলা সুন্দৰী শ্বিল্ড অসমৰ প্ৰথম শ্ৰেণী ফুটবল টুৰ্ণামেণ্টসমূহৰ তালিকাভুক্ত। ধুবুৰী জিলাৰ পৰা ৰাজ্যিক দলত স্থান পোৱা খেলুৱৈসকল —হেমাৰঞ্জন চক্রবর্তী (১৯৫১), সুহাস 'হাদু' গাঙ্গুলী (১৯৫১,১৯৫৪ আৰু ১৯৫৫), বিনোদ ব্ৰহ্ম (১৯৫২ আৰু ১৯৫৬), মৃণাল 'চিবুল' সেন (১৯৫৪), ভবেশ ৰায় (১৯৬৩,১৯৬৪, ১৯৬৫, ১৯৬৬, ১৯৬৭ আৰু ১৯৭০), ব্ৰজেন ব্ৰহ্ম আৰু কয়াম কিচকু (১৯৭৯) আদি।

অসমৰ পশ্চিম প্ৰান্তত ধুবুৰী টাউন ক্লাবৰ ক্ৰীড়া অৱদান আদিলৈ লক্ষ্য কৰিলে এই দলটোক অসমৰ খ্যাতনামা মহাৰাণা ক্লাব, গুৱাহাটী টাউন ক্লাব, তৰুণ অসম সংঘ আৰু শিলচৰৰ ইণ্ডিয়া ক্লাবৰ সৈতে বিজাব পাৰি। ধুবুৰী টাউন ক্লাবৰ জাৰ্চি পৰিধান কৰা দুগৰাকী খ্যাতনামা খেলুৱৈ প্ৰাক্তন মোহনবাগানৰ আশুতোষ দত্ত আৰু কোকৰাঝাৰৰ বিনোদ ব্ৰহ্ম। আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ধুবুৰী জিলা দলে এবাৰো ফাইনেল খেলাৰ যোগ্যতা অৰ্জন কৰিব নোৱাৰিলেও ১৯৫৪ আৰু ১৯৭৯ চনত দুবাৰ এই প্ৰতিযোগিতা পাতে। তদুপৰি ১৯৫৭ আৰু ১৯৬৪ চনত দুবাৰ আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপৰ উদ্যোক্তা আছিল ধুবুৰী। ১৯৭৫ আৰু ১৯৮৩ চনৰ দেউকণ শ্বিল্ড ধুবুৰীতে অনুষ্ঠিত হয়। ধুবুৰী জিলাৰ অন্তৰ্গত চিডলী চি ডি ক্লাবে ১৯৬৩ চনৰ ডুগৰ শ্বিল্ডত ৰাণাৰ্ছ-আপ পায়। প্ৰখ্যাত সংগঠক তথা ক্ৰীড়া সংস্কাৰক ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ উপৰি ধুবুৰীৰ ফুটবল অগ্ৰগতিত আঁৰ. এন. দি, সুৰেন্দ্ৰ নাথ সেন, বীৰেন্দ্ৰ নাথ দে, ডাঃ কুৰেশুন, অন্নৰাম বৰুৱা (ধুবুৰী চৰকাৰী হাইস্কুলৰ শিক্ষক পিচলৈ এ. এফ. এ.-ৰ ছেক্ৰেটৰী হয়) মৃণাল কান্তি দত্ত, ৰীতেন্দ্ৰ মোহন দত্ত, ফণী বৰুৱা আদি সংগঠকসকল উল্লেখনীয়। □□



শ্যামলা সুন্দৰী শ্বিল্ড

# সুহাস গাঙ্গুলী(হাদু)



অসম ফুটবলত হাদু গাঙ্গুলী নামেৰে সকলোৰে পৰিচিত নামজ্বলা ফুটবল খেলুৱৈ গৰাকীৰ আচল নাম সুহাস গাঙ্গুলী। অৱশ্যে হাদু গাঙ্গুলী নামেৰেহে অধিক জনাজাত। সুহাস নামটো স্বতস্ফুৰ্ত্তভাৱে ক্ৰীড়ামোদীৰ অজ্ঞাত হৈয়ে থাকি গল। অসম ফুটবলত হাদু গাঙ্গুলীৰ পিচত এনে ধৰণৰ ক্ৰীড়া ঘটনা পুনৰাবৃত্তি হোৱা নাই। ১৯৫০ আৰু ১৯৫৪ চনৰ গুৱাহাটী বিশ্ববিদ্যালয় খেলুৱৈ হাদু গাঙ্গুলী ১৯৫১, ১৯৫৪ আৰু ১৯৫৫ চনত ৰাজ্যিক দলৰ লেফট্-হাফ্ আছিল। তদুপৰি ১৯৫৩ আৰু ১৯৫৬ চনত ৰাজ্যিক দলৰ ৰিজাৰ্ভ খেলুৱৈৰ তালিকাত থাকে। ক্ৰীড়া লিখক অৰুণ বৰুৱাৰ মতে, "লেফট- হাফ্ হাদু গাঙ্গুলী খেলপথাৰত এগৰাকী অতি পৰিশ্ৰমী খেলুৱৈ।" ১৯৫০ চনৰ উত্তৰ মণ্ডল আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাৰ ওপৰত ভিত্তি কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ক্ৰীড়া সম্পাদক নৱ কমল ভূঞাই দৈনিক বাতৰি "নতুন অসমীয়া"ত লিখিছিল, (তাং ১৯/১১/১৯৫০) "ৰাইট-হাফ জগত বৰদলৈ আৰু লেফট-হাফ্ হাদু গাঙ্গুলীৰ বিচাৰ ক্ষমতা সুন্দৰ ........................... । গাঙ্গুলীৰ বেগৱান গতি আৰু বিপক্ষই তৰ্কিব নোৱাৰাকৈ বল কাঢ়ি লৈ যোৱা গুণে তেওঁক এই প্ৰতিযোগিতাত অংশ গ্ৰহণকাৰী শ্ৰেষ্ঠ হাফ্ সকলৰ লগত ঠাই দিয়ে।" যি কি নহওঁক পঞ্চাশৰ দশকত মহাৰাণা ক্লাবৰ সাফল্যমণ্ডিত ফুটবল লানিত হাদু গাঙ্গুলী এটা স্তম্ভৰূপে সদায় জিলিকি আছিল। তেওঁক মহাৰাণা ক্লাবলৈ অনাৰ মূলতে অনিমেষ গাঙ্গুলী। তেওঁ খেলি থকা কালছোৱাত জি এফ এ-ৰ গুৰুত্বপূৰ্ণ

প্ৰদৰ্শনী খেলসমূহত লেফট-হাফ্‌ৰ স্থানটো হাদু গাঙ্গুলীৰ বাবে নিয়মিত সংৰক্ষিত আছিল । পৰৱৰ্ত্তীকালত বহু কেইগৰাকী প্ৰতিভাসম্পন্ন লেফট-হাফ্‌ৰ আবিৰ্ভাৱ হলেও তেওঁৰ ক্ৰীড়া প্ৰতিভাক ম্লান কৰিবলৈ সক্ষম হোৱা নাই । হাদু গাঙ্গুলীৰ বুদ্ধিদীপ্ত খেলে অসমৰ ফুটবল প্ৰাঙ্গনসমূহ জ্যোতিষ্মান কৰাৰ লগতে নিজকে আগশাৰীৰ তাৰকা ফুটবলাৰসকলৰ লগত ফেৰ মাৰি গল ।

হাদু গাঙ্গুলী ধুবুৰীৰ এক সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান । গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ হাদু গাঙ্গুলীয়ে মহাৰাণা ক্লাবত খেলোতে ১৯৫১ চনত আন্তঃ জিলা ফুটবল বিজয়ী গুৱাহাটী জিলা দলৰ অন্যতম সদস্য আছিল । হাদু গাঙ্গুলীয়ে কিছুদিন এন এফ ৰেলৱেত এছিচটেণ্ট অদিটৰৰ চাকৰি কৰোঁতে ৰেল দলৰো নিয়মীয়া খেলুৱৈ আছিল । তাৰ পিচতে ভাৰতীয় চাহ বৰ্ডত যোগদান কৰি কলিকতালৈ যায় আৰু পিচত লণ্ডনত মৃত্যু হয় ।



পদুম ৰাভা
(গোৱালপাৰা)



মৃনাল সেন



অনন্ত ৰায়

# ভবেশ ৰায়(টিটো)



অসমৰ পশ্চিম প্ৰান্তত আত্ম-প্ৰকাশ কৰা ক্ৰীড়া কুশলী ভবেশ ৰায় অসম ফুটবলত "টিটো" নামেৰে পৰিচিত। চেণ্টাৰ-ফৰোৱাৰ্ডৰূপে ফুটবল জীৱনৰ পাতনি মেলা এই্ খেলুৱৈ গৰাকী ৫ ফুট ৫$^{1}/_{4}$ ইঞ্চি ওখ, ৫৪ কিলোগ্ৰাম ওজনৰ দেখনীয়াৰ খেলুৱৈ গৰাকী পিচলৈ অসমৰ নিৰ্ভৰযোগ্য ৰাইট-হাফ্‌ত পৰিণত হয়। অসমৰ নামজ্বলা লেফট-হাফ্ টচেন বড়াৰ মতে, "Bhabesh Rai most dependable half during his time He was labourious and fine schemer."

ভবেশ ৰায় ১৯৪২ চনৰ ১ মাৰ্চত ধুবুৰীৰ এক ব্যৱসায়ী পৰিয়ালত জন্ম গ্ৰহণ কৰে। ধুবুৰী শিশু পাঠশালা হাইস্কুলৰ ছাত্ৰ গৰাকীয়ে স্থানীয় জন কল্যাণ সমিতি দলত খেলি থাকোতে ১৯৫৯ চনত মহাৰাণা ক্লাবৰ দৃষ্টি গোচৰ হয়। পিচৰ বছৰ এই্ দলত যোগদান কৰে। তেওঁ তিনি বছৰ জুনিয়ৰ ৰাজ্যিক দলত খেলে (১৯৬২, ১৯৬৩ আৰু ১৯৬৪)। ইয়াৰ ভিতৰত ১৯৬৪ চনত অসমে তেওঁৰ অধিনায়কত্বতে ৰাণাৰ্ছ-আপ পাওঁতে ফাইনেলত ৰাজস্থানৰ হাতত ৩-১ ব্যৱধানত পৰাভূত হয়। বঙ্গৰ মেনেজাৰ গোপী পণ্ডিত তেতিয়া ইষ্টবেঙ্গল ক্লাবৰ কৰ্মকৰ্ত্তা। তেওঁ ভবেশক দলত যোগদানৰ আমন্ত্ৰণ জনায়, কিন্তু নগল। ১৯৬৩ চনত তেওঁক ৰাষ্ট্ৰীয় জুনিয়ৰ বাছনি শিবিৰলৈ মাতে। ইয়াৰ পিচতে ১৯৬৫ আৰু ১৯৬৬ চনত বি. এন. আৰ. আৰু ইষ্টাৰ্ণ ৰেলৱে দলত যোগদানৰ আমন্ত্ৰণ পাইছিল। তেওঁ ১৯৬৩-৭১ লৈকে গুৱাহাটী আৰু এন. এফ. ৰেলৱেৰ হৈ আন্তঃ জিলা খেলে। ইয়াৰ মাজতে ১৯৬৩, ১৯৬৪, ১৯৬৫, ১৯৬৬, ১৯৬৭ আৰু

১৯৭০ চনত ৰাজ্যিক দলত স্থান পায়। তেওঁ ১৯৬৭ চনত সহ-অধিনায়ক আছিল। ১৯৬৫ চনত কেৰাণীৰূপে এন. এফ. ৰেলৱেত যোগদান কৰে। সেইবছৰ গুৱাহাটীত সৰ্বভাৰতীয় ৰেল ফুটবল অনুষ্ঠিত হওঁতে তেওঁ ভাৰতীয় ৰেল একাদশতো স্থান পাইছিল ; কিন্তু কৰ্মকৰ্তাই অনুমতি নিদিলে। ১৯৬৮ চনত এন. এফ. ৰেলৱে দলে সদৌ অসম আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ অৰ্জন কৰে।

ভৱেশ ৰায়ে মহাৰাণাৰ আক্ৰমণ বিভাগত এবছৰ খেলি পৰৱৰ্ত্তী কালছোৱা (১৯৭০ লৈকে) ৰাইট-হাফ্ পজিচনত খেলে। পাটনাত শ্ৰীকৃষ্ণ গোল্ড কাপৰ কোৱাৰ্টাৰ-ফাইনেলত ইণ্ডিয়ান নেভীৰ বিৰুদ্ধে মহাৰাণাই ১-১ গ'লত ড্ৰ খেলে আৰু পিচদিনা ১-০ গ'লত পৰাভূত হয়। এই সন্দৰ্ভত পাটনাৰ স্থানীয় কাকতে লিখিছিল, "ব্ৰহ্মপুত্ৰই সাগৰক গিলিছিল কিন্তু পিচত সাগৰে ক্ৰমান্বয়ে ব্ৰহ্মপুত্ৰক গ্ৰাহ কৰে।" তেওঁৰ ফুটবল জীৱনত চাহু মেৱালাল, মোহিনী বেনাৰ্জী, মিষ্টাৰ ৰাইট আৰু ডেনিচ ডানৰ প্ৰশিক্ষণ লাভ কৰে। জীৱনৰ টাফ্ মেচ - ১৯৬৭ আন্তঃ জিলা ফুটবলত মণিপুৰ (এন এফ ৰেলৱে) আৰু ১৯৬৭ সন্তোষ ট্ৰফীত মহীশূৰ(অসম)ৰ বিৰুদ্ধে খেলে। তদুপৰি ছোভিয়েট আৰু পশ্চিম জাৰ্মান একাদশৰ বিৰুদ্ধে অসম একাদশত খেলে —গুৱাহাটী।

ভৱেশ ৰায়ে চাৰিবাৰ বৰ বেয়াকৈ আঘাত পাইছিল। ইয়াৰ ভিতৰত বাটা স্পৰ্টছ ক্লাৱৰ এছ. চেটাৰ্জীৰ কিলাকুটি মুৰত লাগি খেলপথাৰৰ পৰা ওলাই আহিব লগা হয়। তদুপৰি মণিপুৰৰ বিৰুদ্ধে কাণত আৰু জলন্ধৰ লীডাৰ্ছ আৰু পঞ্জাৱ পুলিচৰ বিৰুদ্ধে নাকত গুৰুত্বৰ আঘাত পায়। এবাৰ পিঠিৰ এডাল হাড়ো ভাগে, মহাৰাণা বনাম অসম পুলিচৰ খেলত ৰবি দেৱৰ টেক্‌লিঙত। তেওঁ ১৯৭৭-ত জুৱেলষ্টাৰ আৰু ১৯৭৮-ত নৱজ্যোতি দলত খেলে। ১৯৭৮-ত মালীগাওঁ হেড্ কোৱাৰ্টাৰ দলে আলিপুৰদোৱাৰ ৰেল দলক পৰাভূত কৰি ডিভিজনেল চেম্পিয়ন হয় আৰু ১৯৭৯ চনত ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে।

# ফণীধৰ ডেকা

[redacted]

বিশ্ববিদ্যালয় খেলুৱৈ ফণীধৰ ডেকাই ৰাজ্যিক দলত স্থান নেপালেও তেওঁৰ জনপ্ৰিয়তাই অসমৰ ক্ৰীড়া স্পৰ্শ-কাতৰ অঞ্চলকো চুই গৈছিল। বিশেষকৈ ষ্টেট ট্ৰেন্সপৰ্ট দলৰ সৈতে জড়িত থাকিব এটা নাম — ৰাইট-আউট ফণীধৰ ডেকা। কেৱল সোঁ-ভৰিৰ এই দ্ৰুতগামী ফুটবলাৰে দুৰন্ত দৌৰ আৰু গুলী বৰখা শ্বট্‌ৰে স্বকীয় বলিষ্ঠ ফুটবলৰ নজিৰ এৰি থৈ গৈছে। এবাৰ তেওঁক অনিমেষ গাঙ্গুলীয়ে কৈছিল, "ফণী, তুমি বাঁও-ভৰিৰ অলপ উন্নতি ঘটোৱা তোমাক ষ্টেট টিমত স্থান দিম।" যি কি নহওঁক অসমৰ আগশাৰীৰ ৰাইট-আউট কনক বৰদলৈ আৰু ছফিকুল হুছেইনৰ পিচতে ফণীধৰ ডেকাক সন্নিৱিষ্ট কৰিব পাৰি। বেনাৰসত অনুষ্ঠিত নৰ্থ জুন আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত প্ৰাক্তন চেম্পিয়ন আলিগড় বিশ্ববিদ্যালয়ক পৰাভূত কৰোঁতে স্থানীয় বাতৰিত লিখিছিল, "P. Deka's goal champion fate" ইয়াত গুৱাহাটী বিশ্ববিদ্যালয় চেম্পিয়ন হয় আৰু কটকত চাউথ জুন চেম্পিয়ন নাগপুৰ বিশ্ববিদ্যালয়ৰ হাতত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পায়।

ফণীধৰ ডেকা ১৯২৯ চনৰ ১৩ জানুৱাৰীত মঙ্গলদৈৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰে। পিতৃ গঙ্গাধৰ ডেকা লোকেল বৰ্ডৰ অভাৰচিয়েৰ আছিল। সাতজন (৫ জন ল'ৰা আৰু ২ জনী ছোৱালী)ৰ এওঁ দ্বিতীয় সন্তান। এইখিনিতে উল্লেখ্য এওঁলোকৰ তিনিজন সহোদৰ (কুলধৰ ডেকা, ফণীধৰ ডেকা আৰু চন্দ্ৰধৰ ডেকা) জিলা খেলুৱৈ আছিল। মঙ্গলদৈ হাইস্কুলত পঢ়ি থাকোতেই স্কুল দলৰ হৈ ফুটবলৰ পাতনি মেলি আসাম ভেলি ফুটবল টুৰ্ণামেণ্টত অংশ লয় আৰু মঙ্গলদৈ টাউন ক্লাবত প্ৰথম শ্ৰেণী ফুটবল অব্যাহত ৰাখে। ১৯৪৯ চনত মেট্ৰিক পাছ কৰি নগাওঁ কলেজত আই.

এছচি. পঢ়িছিল। নগাওঁ কলেজত পঢ়ি থাকোতেই এই গৰাকী ৫ ফুট ৪ ইঞ্চি ওখ আৰু ৫৯ কিলোগ্ৰাম ওজনৰ ফুটবলাৰে ১৯৫১ আৰু ১৯৫৩ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। মঙ্গলদৈ কলেজত আই.এ. পঢ়াৰ উপৰি মঙ্গলদৈ টাউন ক্লাৱত খেলি থাকোতে ১৯৫৩ চনৰ ২৯ মাৰ্চত কেৰাণীৰূপে ষ্টেট ট্ৰেন্সপৰ্টত যোগদান কৰে। তেওঁ ষ্টেট ট্ৰেন্সপৰ্ট দলত খেলাৰ উপৰি চিলং টাউন ক্লাৱৰ অপৰিহাৰ্য্য খেলুৱৈ আছিল। বিশেষকৈ ১৯৫৪-৫৮ লৈকে চিলং জিলা দলৰ হৈ খেলোতে এবাৰ আন্তঃ জিলা চেম্পিয়ন হোৱাৰ গৌৰৱ অৰ্জন কৰে। ১৯৫৫ চনত ষ্টেট ট্ৰেন্সপৰ্ট দলে বৰদলৈ ট্ৰফী আৰু এ টি পি এ শ্বিল্ড জয় কৰাৰ উপৰি ১৯৫৬ চনৰ বৰদলৈ ট্ৰফীত যুগ্ম বিজয়ী আৰু ডুগৰ শ্বিল্ড জয় কৰে। এই সাফল্যসমূহে ষ্টেট ট্ৰেন্সপৰ্টক অসমৰ জাকত-জিলিকা দলত পৰিণত কৰে। তেওঁ চিলং টাউন ক্লাৱত খেলি থাকোতেই ১৯৬০ চনত অৱসৰ লয়। এবাৰ গুৱাহাটীত জি এফ এ বনাম মোহনবাগানৰ খেলত পিলিক চৌধুৰী আৰু শৈলেন মান্নাৰ মাজত থকা বল ফণীধৰ ডেকাই অতৰ্কিতে মান্নাৰ পিচফালৰ পৰা আহি লৈ যায়। বিৰতিত শৈলেন মান্নাই ফণীধৰ ডেকাক কৈছিল, "ভাল কইৰা খেল"। ১৯৬৮ চনত চিলঙৰ পৰা মঙ্গলদৈ লৈ চাকৰি ট্ৰেন্সফাৰ হয় আৰু ১৯৮৭ চনৰ ৩১ ডিচেম্বৰত অধীক্ষকৰূপে চাকৰিৰ পৰা অৱসৰ লয়।


ফণীধৰ ডেকা


আব্দুল জেলিল

# আব্দুল জেলিল

আব্দুল জেলিল অসমৰ এগৰাকী লেখতলবলগীয়া চেণ্টাৰ-ফৰোৱাৰ্ড। তেওঁ ঐতিহাসিক গুৱাহাটী টাউন ক্লাব দলত স্মৰণীয় ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে। সেইসময়ত গুৱাহাটী টাউন ক্লাব অসমৰ এটা জাকত-জিলিকা ফুটবল দল আছিল। চেণ্টাৰ-ফৰোৱাৰ্ড আব্দুল জেলিলে ইনচাইড-ফৰোৱাৰ্ড প্ৰদীপ ফুকন আৰু ইন্দ্ৰজিৎ নামচুমৰ বলসমূহ গ'লত ৰূপায়িত কৰি তথা তেৰোঁ স্কিমাৰৰ ভূমিকা লৈ চাঞ্চল্য সৃষ্টি কৰিছিল। অসমৰ খ্যাতনামা ইনচাইড-ফৰোৱাৰ্ড তথা ৰাজ্যিক খেলুৱৈ আব্দুল হামিদৰ মতে, “আব্দুল জেলিল গ'লৈলে হঠাৎ শ্বট্ লোৱা ফলপ্ৰসূ চেণ্টাৰ-ফৰোৱাৰ্ড আছিল।” সেইদৰে জাতীয় খেলুৱৈ টচেন বড়াৰ ফুটবল কলমে লিখিছিল, "Abdul Zalil a schemer of great calibre." তদুপৰি ৰাজ্যিক ফুটবলাৰ ভৱেশ ৰায়ৰ ভাষাত, “নিপ বৰুৱা আৰু ৰেব পোদ্দাৰৰ পিচতে শ্ৰেষ্ঠ চেণ্টাৰ-ফৰোৱাৰ্ডৰ শাৰীত পৰা আব্দুল জেলিল এগৰাকী পাঁকৈত শুটাৰ। তেওঁ আনএক্সপেকটেড শ্বট্ লয়।”

আব্দুল জেলিল ১৯৪৪ চনত দৰং জিলাৰ দলগাঁৱত জন্ম গ্ৰহণ কৰে। পশ্চিম দলগাঁৱৰ মৌজাদাৰ কৰিমুদ্দিন আহমেদৰ পঞ্চম (চাৰিজনী ছোৱালী আৰু তিনিজন ল'ৰা) সন্তান। দলগাওঁ হাইস্কুলত পঢ়া-শুনাৰ পাতনি মেলি ১৯৬০ চনত অঙ্কত লেটাৰ মাৰ্কসহ প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰে আৰু গুৱাহাটীৰ কটন কলেজত পঢ়ি ১৯৬৫ চনত বিজ্ঞানৰ স্নাতক ডিগ্ৰী লয়। পঢ়া-শুনাত মেধা এই ছাত্ৰ গৰাকী ফুটবল প্ৰাঙ্গনৰো এগৰাকী অতি মেধা খেলুৱৈৰূপে জিলিকি উঠিছিল। তেওঁ অষ্টমমান শ্ৰেণীৰ পৰাই স্কুল দলত ফুটবল খেলে আৰু ১৯৬০ চনত প্ৰৱেশিকা পৰীক্ষা দিয়াৰ পিচতে মঙ্গলদৈ জিলা একাদশৰ হৈ বৰদলৈ ট্ৰফী খেলোতে মণিপুৰৰ টিডিম ৰোড্ এথলেটিক ইউনিয়নৰ বিৰুদ্ধে ১-০ গ'লত জয়ী হয়। এই খেলত স্কৰ আছিল আব্দুল জেলিলৰ। যোৰহাট জিলাৰ বিৰুদ্ধে তেওঁ ২ গ'ল কৰোঁতে খেল অমীমাংসিতভাৱে অন্ত পৰে। দ্বিতীয় দিনা মঙ্গলদৈ দল পৰাভূত হয়।

কটন কলেজত পঢ়ি থকা কালতে ১৯৬২-৬৫ লৈকে চাৰি বছৰ গুৱাহাটী টাউন ক্লাবত খেলে। ইয়াৰ ভিতৰতে ১৯৬২ চনত এ. টি. পি. এ. শ্বিল্ড জয় কৰোঁতে ফাইনেলত ডেৰগাওঁ পুলিচক ৩-১ ব্যৱধানত হুকৱায়। ইয়াৰ ১ গ'ল জেলিলৰ। ১৯৬৩ চনত জলন্ধৰ লীডাৰ্ছৰ সৈতে বৰদলৈ ট্ৰফী যুগ্ম বিজয়ী হওঁতে দুদিন ড্ৰ থাকে (১-১, ০-০)। দলৰ হৈ স্কৰ জেওঁৰ। বিশেষকৈ কোৱাৰ্টাৰ-ফাইনেলত ডেৰগাওঁ পুলিচক ৬-১ গ'লত ধৰাশায়ী কৰিছিল। এইখিনিতে উল্লেখ্য তেওঁ মঙ্গলদৈ জিলা একাদশৰ হৈ স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফীত প্ৰদৰ্শন কৰা খেলৰ বাবে দুবাৰ (১৯৬০ আৰু ১৯৬১) ৰাজ্যিক দলত স্থান লাভ কৰে। ১৯৬০ চনৰ সন্তোষ ট্ৰফীত অসমে তৃতীয়স্থান পায়। ১৯৬৬ চনত তেওঁ গুৱাহাটী জিলা দলৰ অধিনায়ক আছিল আৰু আন্তঃ জিলা ছেমি-ফাইনেলত উদ্যোক্তা গোলাঘাটৰ হাতত পৰাভূত হয়। ১৯৬৭ চনত এছিচটেন্ট ৰেডিঅ-গ্ৰাফিষ্টৰূপে নামৰূপৰ এফ. চি. আই.-ত যোগদান কৰে। সেই বছৰ ডিব্ৰুগড় জিলা দলৰ জাৰ্চি পৰিধান কৰি আন্তঃ জিলা ফুটবলত পদধ্বনি কৰে।

আব্দুল জেলিলে ১৯৬১-১৯৬৪ লৈকে চাৰি বছৰ কটন কলেজৰ হৈ আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। ইয়াৰ অন্তৰ্গত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হৈ খেলি ১৯৬২ চনত নৰ্থ জুন ৰাণাৰ্ছ-আপ পাওঁতে ফাইনেলত যাদৱপুৰ বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। ইতিপূৰ্বে লোমহৰ্ষক ছেমি-ফাইনেলত শক্তিশালী পঞ্জাব বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে প্ৰথম দহ মিনিটতে ০-২ গ'লত পিচ পৰে যদিও পিচত ৩-২ গ'লত জয়লাভ কৰে। এই খেলখনৰ বিষয়ে বেনাৰসৰ স্থানীয় বাতৰি কাকতৰ মন্তব্য, "Final is already played between Gauhati University and Punjab University having a sharp forward line with untired Indrajit, sub-shooter Handelson and Zalil brain behind the attack." তেওঁ লেফট-ইন পজিচনত খেলিছিল।

এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ চেণ্টাৰ-ফৰোৱাৰ্ড সোঁ-ভৰিৰ খেলুৱৈ যদিও বাঁও-ভৰিৰ শ্বুটিং ক্ষমতা থকাৰ উপৰি স্কৰো কৰিছিল। আব্দুল জেলিলে নামৰূপৰ পৰা প্ৰত্যাৱৰ্তন কৰি গুৱাহাটী টাউন ক্লাবত যোগদান কৰে আৰু ১৯৭০ লীগ জয় কৰাৰ পিচতে ফুটবলৰ পৰা অৱসৰ লয়। □□

# নলবাৰী আৰু ফুটবল




বিংশ শতিকাৰ পাতনিতে আধুনিক ক্ৰীড়া সভ্যতাৰ পোহৰ পৰাৰ উপক্ৰম কৰোঁতে নলবাৰীত ফুটবল খেলাৰ প্ৰমাণ পোৱা যায়। অৱশ্যে নলবাৰী স্পৰ্টিং এছ'চিয়েচনৰ জন্ম, ১৯৩২ চনত। কিন্তু ১৯৬৭ চনত নলবাৰীয়ে কামৰূপ জিলাৰ তৃতীয়টো মহকুমাৰূপে প্ৰতিষ্ঠা লাভ কৰোঁতে নলবাৰী জিলা ক্ৰীড়া সন্থায়ো বাস্তৱৰূপ ধাৰণ কৰিবলে সক্ষম হয়। নলবাৰীয়ে ভালে সংখ্যক প্ৰতিভাশালী খেলুৱৈক অসম ফুটবললৈ উপহাৰ দিছে। ইয়াৰ অন্তৰ্গত প্ৰসন্ন বৰ্মণ (১৯৫৮ আৰু ১৯৬০-ৰ ৰাজ্যিক খেলুৱৈ) আৰু ৰিয়াজ আলি (১৯৫৯ আৰু ১৯৬৩-ৰ ৰাজ্যিক খেলুৱৈ)ক শীৰ্ষ আসনত বহুৱাব পাৰি। অৱশ্যে প্ৰসন্ন বৰ্মণৰ ক্ৰীড়া জীৱন নগাওঁ জিলাত অব্যাহত থাকে। এওঁলোকৰ পিচতে কলিমুদ্দিন আহমেদ (১৯৬৯-৭৫), চিৰাজুদ্দিন আহমেদ (১৯৮৪ আৰু ১৯৮৫), কুমুদ বৰ্মণ (১৯৮৬), অৰুণ বৰা (১৯৯২), গিৰিণ ডেকা (১৯৯২), প্ৰশান্ত ৰাভা (১৯৮৯, ১৯৯০ আৰু ১৯৯৪) শঙ্কৰ বৰ্মণ (২০০০) আদি। উপৰি ৰাজ্যিক জুনিয়ৰ দলত খেলা খেলুৱৈসকল– সূৰ্য্য শীল (১৯৭৮), কুমুদ বৰ্মণ (১৯৮১ আৰু ৮২), প্ৰশান্ত ৰাভা (১৯৮৫ আৰু ৮৬), চন্দন বড়ো (১৯৮৬), সুমন গয়াৰী (১৯৮৬), ছাহজাহান তালুকদাৰ (১৯৮৯), কিশোৰ মুছাহাৰী (১৯৯৮) আদি। এইখিনিতে উল্লেখ্য কুমুদ বৰ্মণ (১৯৮৩) আৰু শঙ্কৰ বৰ্মণ (১৯৯৪)-এ জাতীয় স্কুল দলতো খেলে ইয়াৰ অন্তৰ্গত কুমুদ বৰ্মণ জাতীয় জুনিয়ৰ দলৰ ষ্টেণ্ড-বাই খেলুৱৈ আছিল (১৯৮২)।

নলবাৰীয়ে ১৯৭৪ চনত জুনিয়ৰ আন্তঃ জিলা ফুটবল অনুষ্ঠিত কৰি ৰানাৰ্ছ-আপ খিতাপ পায়। পুনৰ ১৯৯২ চনত ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল,নলবাৰীত অনুষ্ঠিত কৰি ঘৰুৱা দলে চেম্পিয়নচিপ অৰ্জন কৰিছিল। ১৯৭০ চনত আন্তঃ কলেজ ফুটবল টুৰ্ণামেণ্টৰ উদ্যোক্তা আছিল নলবাৰী। ১৯৯৫ চনত পিলিক চৌধুৰী ফুটবল নলবাৰীত অনুষ্ঠিত হওঁতে বৰমা হাইস্কুলে খিতাপ অৰ্জন কৰে। ১৯৮৫ চনত নলবাৰী মহকুমাক জিলা ঘোষণা কৰে আৰু ২০০০ চনত অসম·ক্লাব চেম্পিয়নচিপ্ নলবাৰীতে অনুষ্ঠিত হয়।

# ৰিয়াজ আলি

ৰিয়াজ আলি অসম ফুটবলৰ এটা অনুপম ক্ৰীড়া চৰিত্ৰ। কিয়নো এই গৰাকী এগ্ৰিচিভ্ ফুটবলাৰৰ শূন্য স্থান আজি পৰ্য্যন্ত কোনেও পূৰ্ণ কৰিব পৰা নাই। ডেৰগাওঁ পুলিচৰ ৫ ফুট ৭ ইঞ্চি ওখ, ৫৫ কিলোগ্ৰাম ওজনৰ সুন্দৰ চেহেৰাৰ লেফট-আউট ৰিয়াজ আলি খেলপথাৰৰ বাহিৰত এজন অল্পভাষী মন্থৰ ব্যক্তি কিন্তু খেলপথাৰত বলসহিত বায়ু বেগে দৌৰি ত্ৰাসৰ সৃষ্টি কৰিব এয়া অনুমান কৰা টান। দুই ভৰিৰ শ্যুটিং আৰু ড্ৰিবলিং ক্ষমতা থকাৰ উপৰি হাফ্-ভলী মৰাত দক্ষ আছিল। যাৰবাবে যিকোনো দুৰ্দ্ধৰ্ষ ডিফেন্সক বিট্ কৰিব পাৰিছিল। বল লৈ দুৰন্ত গতিত ধাবমান হৈ এই গতিশীল অৱস্থাৰ পৰাই প্ৰচণ্ড শ্বট লৈছিল। ৰাফ্ টেক্লিঙৰ খেলেও তেওঁক ব্যৰ্থ কৰা কঠিন। ডেৰগাওঁ পুলিচৰ সহযোগী খেলুৱৈ ভূবন গগৈৰ মতে, "ৰিয়াজ আলিক বল উলিয়াই দিলে সেই বল লগে লগে খেলি ছেকেণ্ড বাৰত শ্বট্ লোৱা তেওঁৰ স্বাভাৱিক গুণ আছিল।" ডেৰগাওঁ পুলিচৰ দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ আমানুল্লাই ৰিয়াজ আলিৰ ফুটবল সন্দৰ্ভত মন্তব্য দি থৈ গৈছে, "উভয় আউট(উইং)ত দক্ষতা সহকাৰে খেলিব পৰা ৰিয়াজ আলি ভীষণ দ্ৰুতগামী ফুটবলাৰ আৰু সাংঘাতিক লিফট্ আছিল। তদুপৰি যি কোনো ধৰণৰ বল শ্যুটিং কৰাত দক্ষ বিশেষকৈ তেওঁৰ হাফ্-ভলী সাংঘাতিক।"

ৰিয়াজ আলি ১৯৩৫ চনত চামতাত জন্ম গ্ৰহণ কৰে। খেতিয়ক তথা হাইস্কুলৰ উইভিং শিক্ষক গোলাপ আলি(৩ জন ল'ৰা আৰু ৫ জনী ছোৱালী)ৰ তৃতীয় সন্তান। ক্ৰমে বজালী আৰু চামতা হাইস্কুলত নৱমমান লৈকে পঢ়ি ১৯৫৭-ত ই. এণ্ড ডি. বিভাগত যোগদান কৰাৰ উপৰি নলবাৰী পি. ডব্লিউ. ডি. দলত ফুটবল অব্যাহত ৰাখে। নলবাৰী ক্ৰীড়া সন্থাৰ হৈ স্বাধীনতা দিৱস কাপ খেলোতে ৰিয়াজ আলিৰ প্ৰতি পুলিচ দলৰ দৃষ্টি গোচৰ হয় আৰু ১৯৫৯ চনত কনিষ্টবলৰূপে নগাওঁ পুলিচত যোগদান কৰে। সেই বছৰতে নগাঁৱৰ হৈ আন্তঃ জিলা খেলি ৰাজ্যিক দলতো স্থান পায় আৰু অসম দল



পুৰ মাণ্ডলিক চেম্পিয়ন হয় । নগাঁৱত ছাৰ্ভিচেজৰ বিৰুদ্ধে চূড়ান্ত পৰ্য্যায়ৰ খেলত ৰিয়াজ আলিৰ স্কৰ আজিও স্মৰণীয় । সোঁফালৰ পৰা ৰঘুনন্দন ৰায়ে মৰা কৰ্ণাৰ নাৰায়ণ বৰাই ফলচ্ দিয়াত ৰিয়াজ আলিয়ে হেড্ কৰি দুৰ্দ্ধৰ্ষ গ'লৰক্ষক থঙ্গৰাজক পৰাভূত কৰোঁতে বল গ'লপোষ্টৰ প্ৰথম-বাৰৰ কোণত প্ৰৱেশ কৰে । খেলৰ অন্তত থঙ্গৰাজে তেওঁক দাণ্ডি লৈ অভিনন্দন জ্ঞাপন কৰিছিল । সন্তোষ ট্ৰফীৰ পিচতে তেওঁক ডেৰগাওঁ পুলিচ দলে আনে আৰু ১৯৬০ এ. টি. পি. এ. শ্বিল্ডত ডিব্ৰুগড়ৰ পাইওনিয়াৰ্ছ স্পৰ্টছ ক্লাবৰ বিৰুদ্ধে আত্ম-প্ৰকাশ কৰোঁতে এই ফাইনেল খেলখনত পাইওনিয়াৰ্ছ স্পৰ্টছক ১১ ১ ব্যৱধানত ধৰাশায়ী কৰে । ৰিয়াজ আলিয়ে অকলেই ৪ গ'ল দিয়ে । এইদৰে ডেৰগাওঁ পুলিচ দলৰ পৰৱৰ্ত্তী সাফল্য লানিত ৰিয়াজ আলি সদায় জিলিকি থাকিব ।

ৰিয়াজ আলিৰ ফুটবল জীৱনত শ্ৰেষ্ঠ খেলসমূহ ১৯৬০ বৰদলৈ ট্ৰফী ফাইনেলত অসম ৰাইফলচৰ বিৰুদ্ধে দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰি ৮-১ গ'লত জয়ী হয় । আন এখন শ্ৰেষ্ঠ খেল ১৯৬১ স্বাধীনতা দিৱস কাপ ফাইনেল, প্ৰতিপক্ষ জহ্বলপুৰ স্পৰ্টিং । তদুপৰি বাৰ্ণপুৰত বঙ্গ আৰু নগাঁৱত ছাৰ্ভিচেজৰ বিৰুদ্ধে উল্লেখযোগ্য । ৰিয়াজ আলি সন্দৰ্ভত অসম পুলিচৰ অধিনায়ক সন্তোষ গোস্বামীৰ মন্তব্য, "দুৰন্ত গতিসম্পন্ন খেলুৱৈ ৰিয়াজ আলি উভয় ভৰিৰ শ্যুটিঙত দক্ষ হোৱাৰ উপৰি উত্তম হেড্ ৱৰ্ক আছিল । বিশেষকৈ হাফ্-ভলী মাৰোতে কাৰ্ব কৰি মাৰিছিল যাৰবাবে গ'লৰক্ষকক প্ৰায়ে বিব্ৰত কৰিছিল ।" অসম পুলিচ তথা ৰাজ্যিক দলৰ বিদগ্ধ ৰাইট-আউট কমলা নাথৰ দৃষ্টিত ৰিয়াজ আলি, "ডেৰগাওঁ পুলিচৰ লেফট-আউট ৰিয়াজ আলি দুৰন্ত স্পিডি খেলুৱৈ আৰু পাৱাৰফুল শ্যুটাৰ ।"

ৰিয়াজ আলি টপ্ ফৰ্মত(১৯৬০-৬৪) থাকোতে কলিকতা পুলিচ আৰু

মহমেডান স্পর্টিং ক্লাৱে আমন্ত্ৰণ জনাইছিল; কিন্তু তেওঁ নগ'ল। ১৯৬১ চনত নেচনেল ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পায়; কিন্তু জাতীয় পুলিচ গেমছ খেলিবলৈ তেওঁক লৈ যায়। ফলত বাছনি শিবিৰত উপস্থিত থাকিব নোৱাৰিলে। তেওঁৰ ফুটবল অগ্ৰগতিত চাহু মেৰালালৰ প্ৰশিক্ষণৰ প্ৰভাৱ উল্লেখযোগ্য। তদুপৰি জি. এছ. লাইক আৰু মহম্মদ নাকিৰ প্ৰশিক্ষণ লয়।

১৯৬৩ সন্তোষ ট্ৰফীত মাদ্ৰাজৰ বিৰুদ্ধে সহ-অধিনায়ক ৰিয়াজ আলিয়ে এটা বল হেড্ কৰিবলৈ উঠোতে ডিফেণ্ডাৰ খেলুৱৈৰ ডেচিঙত মাটিত পৰি সোঁ-হাতৰ গাঠিত বেয়াকৈ আঘাত (dislocket) পাইছিল। এইখিনিতে উল্লেখ্য তেওঁ দুবাৰ (১৯৫৯ আৰু ১৯৬৩) ৰাজ্যিক দলৰ প্ৰতিনিধিত্ব কৰে। ৰিয়াজ আলিৰ চহকী ফুটবল কলাৰ জৰিয়তে অসম ফুটবল জাতিষ্কাৰ হৈ উঠিছিল। ১৯৬৪ চনৰ ডুগৰ শ্বিল্ড ফাইনেলত হায়দৰাবাদ টেলিফোনৰ বিৰুদ্ধে বিৰতিৰ দহমিনিট পিচতে সোঁ-আঠুত গুৰুতৰ আঘাত (গ'লৰক্ষকে ভৰিত ড্ৰাইভ মাৰে) পায়। ফলত তেওঁৰ চমকপ্ৰদ ফুটবলৰো অন্ত পৰে। চিকিৎসাধীন হৈ ছমাহকাল খেল পথাৰৰ পৰা আঁতৰত থাকিব লগা হয়। ১৯৬৫ চনত প্ৰত্যাৱৰ্ত্তন কৰি ১৯৬৬-ৰ বছৰটো খেলি পৰৱৰ্ত্তী দুবছৰ (১৯৬৭ আৰু ১৯৬৮) পুনৰ খেলপথাৰৰ পৰা নিলগত থাকে। ১৯৬৯ চনত কামৰূপ পুলিচ দলত খেলিবলৈ লয়। ১৯৭০ আৰু ১৯৭১ চনত গুৱাহাটী টাউন ক্লাৱত খেলে আৰু পৰৱৰ্ত্তী চাৰিবছৰ (১৯৭২-৭৫) কামৰূপ পুলিচ দলত অতিবাহিত কৰি ফুটবলৰ পৰা অৱসৰ লয়। ইয়াৰ মাজতে দলে প্ৰথম ডিভিজনলৈ উন্নতি কৰে। ৰিয়াজ আলি ডেৰগাওঁ পুলিচৰ নিয়মিত লেফ্ট-আউট যদিও ৰাজ্যিক দলত ৰঘুনন্দন ৰায় খেলোতে তেওঁ ৰাইট-আউট পজিচনত খেলিছিল। গুৱাহাটী টাউন ক্লাৱত লেফ্ট-আউট আৰু কামৰূপ পুলিচ দলত ইনচাইড-লেফ্ট্ আৰু চেণ্টাৰ-ফৰোৱাৰ্ড, উভয় পজিচনতে সফল ফুটবলৰ ৰেঙণি এৰি থৈ গৈছে। ১৯৯৭ চনৰ ১ জুলাইত এ. এছ. আই. ৰূপে চাকৰিৰ পৰা অৱসৰ লয়। ❑❑

# জলেশ্বৰ স্বৰ্গীয়াৰী

শক্তিশালী অসম পুলিচৰ দুৰ্দ্ধৰ্ষ ৰাইট-বেক্ জলেশ্বৰ স্বৰ্গীয়াৰী অসম ফুটবলৰ এটা উল্লেখযোগ্য ক্ৰীড়া চৰিত্ৰ। এই গৰাকী মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ আৰু ৮৫ কিলোগ্ৰাম ওজনৰ ডিফেণ্ডাৰ প্ৰতিপক্ষৰ বাবে সদায় চিন্তাৰ বিষয় হৈ পৰিছিল। দুই ভৰিত শ্বট্ থকাৰ উপৰি হেডিং আৰু হাৰ্ড টেক্লিঙৰ অধিকাৰী এই দুৰ্দ্ধৰ্ষক প্ৰতিপক্ষই টেক্লিং অথবা ট্ৰেপিং কৰিবলৈ গৈ সদায় ব্যৰ্থ হৈছিল। প্ৰচুৰ শক্তি আৰু ষ্টেমিনাৰ অধিকাৰী জলেশ্বৰ স্বৰ্গীয়াৰী অসমৰ পাৰাৰ ফুটবলত অন্যতম ডিফেণ্ডাৰৰূপে সদায় জিলিকি থাকিব।

জলেশ্বৰ স্বৰ্গীয়াৰী টিহুৰ ওচৰৰ দীঘেলী গাঁৱত ১৯৪৬ চনত জন্ম গ্ৰহণ কৰে। গাঁৱৰ প্ৰাকৃতিক পৰিবেশত ডাঙৰ দীঘল হোৱা জলেশ্বৰ স্বৰ্গীয়াৰী দীঘেলী হাইস্কুলত দশমমানলৈকে পঢ়ি এই অধ্যায় সামৰে (১৯৬৩)। তেওঁ ছাত্ৰ অৱস্থাৰ পৰাই টিহু টাউন ক্লাৱত ফুটবলৰ পাতনি মেলে। তদুপৰি তেওঁ বৰপেটাৰ জয়হিন্দ ক্লাব আৰু বৰমা তৰুণ সংঘ দলতো খেলিছিল। ১৯৬৩ চনত নলবাৰীত অনুষ্ঠিত এক ফাইনেলত বৰমা তৰুণ সংঘই ৩য় অসম পুলিচ বাহিনীৰ বিৰুদ্ধে তিনিদিন ড্ৰ খেলোতে ষ্টপাৰ জলেশ্বৰ স্বৰ্গীয়াৰীৰ ওপৰত পুলিচ দলৰ চকু পৰে আৰু তেওঁক এই বাহিনীত মকৰল কৰে। ১৯৬৫ চনত ৩য় অসম পুলিচ বাহিনীয়ে অসম পুলিচ ফুটবল চেম্পিয়নশ্বিপ জয় কৰে আৰু অসম পুলিচ ফুটবল শিবিৰত স্থান পায়। জলেশ্বৰ স্বৰ্গীয়াৰীয়ে অসম পুলিচ দলত চাৰি বছৰ খেলে (১৯৬৬-১৯৬৯)। ইয়াৰ ভিতৰত ১৯৬৯ চনত লক্ষ্ণৌত অনুষ্ঠিত সৰ্বভাৰত পুলিচ ফুটবলত ৰাণাৰ্ছ-আপ পাওঁতে পঞ্জাব পুলিচৰ হাতত ১-০ গ'লত হাৰে। ১৯৬৭ চনত ৰাজ্যিক দল বাছনি শিবিৰলৈ আমন্ত্ৰণ পাইছিল, যদিও নিৰ্বাচন লাভ কৰিব নোৱাৰিলে। পুলিচ দলৰ হৈ ৰভাৰ্ছ কাপ খেলিবলৈ যাওঁতে ইণ্ডিয়ান নেভী দলৰ বিৰুদ্ধে বীৰোচিত খেল প্ৰদৰ্শন কৰে। প্ৰথম দিনা ০-০ আৰু দ্বিতীয় দিনা ১-০ গ'লত শেষ মুহূৰ্ত্তত পৰাভূত হয়। এইখন জীৱনৰ

স্মৰণীয় আৰু শ্ৰেষ্ঠ খেল আছিল। ঘৰুৱা অসুবিধাৰ বাবে পুলিচৰ চাকৰি এৰে আৰু পৰৱৰ্ত্তী চাৰি বছৰ (১৯৭০-৭৩) গুৱাহাটী টাউন ক্লাব দলত খেলে। পুনৰ ১৯৭৪ চনৰ পৰা বৰপেটাৰ নৱৰত্ন ক্লাবত খেলিবলৈ লয়। এইখিনিতে উল্লেখ্য তেওঁ ১৯৬৬ আৰু ১৯৬৭ চনত গোলাঘাট; ১৯৭৪ চনত বৰপেটাৰ হৈ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ লৈছিল। জলেশ্বৰ স্বৰ্গীয়াৰীয়ে ১৯৭৮ চনত ফুটবলৰ পৰা অৱসৰ লয়। □□



শঙ্কৰ বৰ্মণ



কুমুদ বৰ্মণ



জলেশ্বৰ স্বৰ্গীয়াৰী



লোকাচ ৰাভা (মঙ্গলদৈ)



চামুৱেল বাগলাৰী (ওদালগুৰী)

# কলিমুদ্দিন আহমেদ



ষাঠি আৰু সত্তৰ দশকত অসম ফুটবলত অভ্যুদয় হোৱা দুৰ্দ্ধৰ্ষ গ'লৰক্ষকসকলৰ মাজত কলিমুদ্দিন আহমেদক নিঃসন্দেহে শীৰ্ষস্থানত বহুৱাব পাৰি। অসম পুলিচৰ দুৰ্ভেদ্য প্ৰাচীৰ কলিমুদ্দিন আহমেদ ১৯৫১ চনত চামতাৰ এক কৃষক পৰিয়ালত জন্ম গ্ৰহণ কৰে। কলিমুদ্দিনে চামতা হাইস্কুলত মাত্ৰ নৱমমানলৈকে পঢ়ি ১৯৬৪ চনত ৩য় অসম পুলিচ বাহিনীত ভৰ্ত্তি হয় আৰু ১৯৬৫-১৯৭৬ লৈকে অসম পুলিচ দলত খেলে।

অসম পুলিচ দলে ১৯৭১ চনত এ. টি. পি. এ. শ্বিল্ড, বৰদলৈ ট্ৰফী, ডুগাৰ শ্বিল্ড আৰু খৰচিং টেৰাং শ্বিল্ড জয় কৰাৰ উপৰি গোলাঘাটৰ পক্ষে আন্তঃ জিলা খিতাপো জয় কৰে। সেইবাৰ বৰদলৈ ট্ৰফী ফাইনেলত শক্তিশালী মহমেডান স্পৰ্টিঙক এক তীব্ৰ প্ৰতিদ্বন্দ্বিতাপূৰ্ণ খেলত ২-১ গ'লত হৰুৱায়। বিশেষকৈ গ'লৰক্ষণত কলিমুদ্দিনৰ খেল উল্লেখযোগ্য। তেওঁ ১৯৬৯, ১৯৭০, ১৯৭১ আৰু ১৯৭৩ চনত ৰাজ্যিক দলক প্ৰতিনিধিত্ব কৰিছিল। ১৯৭৫ চনত ইণ্ডিয়া ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পাইছিল। এইখিনিতে উল্লেখ্য তেওঁক ১৯৬৯ চনত মহমেডান স্পৰ্টিং আৰু ১৯৭৩ চনত মোহনবাগান দলে মাতিছিল। ১৯৭২ চনৰ প্ৰথমভাগত মোককচাঙত নাগালেণ্ড পুলিচৰ বিৰুদ্ধে খেলোতে এই গৰাকী ৫ ফুট ৯ ইঞ্চি ওখ ৬৫ কিলোগ্ৰাম ওজনৰ খেলুৱৈ কলিমুদ্দিনে বাঁও-চকুত বেয়াকৈ আঘাত পায় (ললিত লামাৰ প্ৰত্যক্ষ ভৰিৰ গোৰ লাগে) আৰু এবছৰকাল খেলপথাৰৰ পৰা আঁতৰত থাকিব লগা হয়। গোলাঘাট জিলা দলৰ হৈ ১৯৭৬ চনত ৰাণাৰ্ছ-আপ পায়। ১৯৭৭ চনত জিলা দলত আছিল যদিও তেওঁ খেলা নাছিল। ❑❑

# শনিৰাম কছাৰী

উত্তৰ কাছাৰৰ ফুটবল কলাবিদ শনিৰাম কছাৰী অসম ফুটবলৰ এটা লেখতলবলগীয়া ক্ৰীড়া চৰিত্ৰ । কিন্তু আচৰিত কথা এওঁৰ দৰে নামজ্বলা খেলুৱৈৰ সম্পৰ্কে অসমৰ গৰিষ্ঠ সংখ্যক ক্ৰীড়ামোদী আজিও অপৰিচিত । অসমৰ খ্যাতনামা ফুটবলাৰ পৰেশ মজুমদাৰৰ মতে, "এ. বি. ৰেলৱেৰ শনিৰাম কছাৰী শ্ৰেষ্ঠ চেন্টাৰ-ফৰোৱাৰ্ডসকলৰ ভিতৰত অন্যতম । আনকি কিছু ক্ষেত্ৰত সেইকালৰ প্ৰখ্যাত বিমল কৰতকৈও উচ্চস্তৰৰ আছিল । তেওঁ অতি কম স্পেচৰ ভিতৰত দুজন-তিনিজনক কাটি বল উলিয়াব পাৰিছিল । শ্বট্‌সমূহ সচৰাচৰ গ্ৰাচ শ্বট্ আছিল। বিশেষকৈ তেওঁৰ ফলচ্‌সমূহ অতি উচ্চস্তৰৰ । ফলত যি কোনো দুৰ্দ্ধৰ্ষক ফাঁকি মাৰি বল উলিয়াই দিয়াত সিদ্ধহস্ত উপৰি গ'ল কৰাৰ অপৰিসীম ক্ষমতা আছিল ।"

শনিৰাম কছাৰী হাফলঙত জন্ম গ্ৰহণ কৰে । সৈন্যবাহিনীত চাকৰি কৰোঁতে ১৯৩৪-৩৬ লৈকে চিলঙৰ ইয়ংমেন গুৰ্খা টিম, ১৯৩৭-৪৩ লৈকে মিলিটেৰী টিম, ঢাকাত খেলে । ১৯৪৩ চনত গৃহলৈ প্ৰত্যাবৰ্ত্তন কৰে । সেই বছৰতে বদৰপুৰলৈ এ. বি. ৰেলৱে দল আহোতে শনিৰাম কছাৰীৰ খেলত আকৃষ্ট হয় আৰু খেলুৱৈৰূপে দলত সন্নিৱিষ্ট কৰে । এ. বি. ৰেলৱে-ত যোগদান কৰি অতি কম সময়ৰ ভিতৰতে দলৰ নিয়মিত চেন্টাৰ-ফৰোৱাৰ্ড হৈ পৰে । ইয়াত তিনি বছৰমান খেলোতে ইষ্টবেঙ্গল, মহমেডান স্পৰ্টিং, কালীঘাট আৰু স্পৰ্টিং ইউনিয়নৰ বিৰুদ্ধে তেওঁ স্কৰ কৰাৰ কৃতিত্ব আছে । পঞ্চাশৰ দশকৰ প্ৰথম পাঁচটা বছৰ লামডিং টাউন ক্লাৱত খেলে । অৱশ্যে ১৯৪৭ চনত চিলঙত প্ৰথম আন্তঃ জিলা ফুটবল অনুষ্ঠিত হওঁতে শনিৰাম কছাৰীয়ে নগাঁৱৰ পক্ষে অংশ লয় । ১৯৬৩ চনত কৰিমগঞ্জত অনুষ্ঠিত আন্তঃ জিলাত হাফলঙৰ অধিনায়ক শনিৰাম কছাৰীয়ে শেষ খেলখনত হেট-ট্ৰিক অৰ্জন কৰে (কাৰ বিৰুদ্ধে জনা নগল) আৰু ফুটবলৰ পৰাও অৱসৰ লয় । পিচত শনিৰাম কছাৰীয়ে হাফলঙত মৃত্যু বৰণ কৰে (চনটো জানিব পৰা নগল) ।

□□

# কল্যাণ বড়ো

কল্যাণ বড়োৰ পিচত অসম ফুটবলত আৰু তেনে স্তৰৰ নিৰ্ভৰযোগ্য হাফ্ অভ্যুদয় হোৱা নাই। তেওঁ অসম পুলিচ দলত যি ক্ৰীড়া বৰগুণি আগবঢ়াই গ'ল তাৰ ফলত অসম ফুটবল জ্যোতিষ্মান হৈ আছিল। বোধকৰো শিৱ ভঁৰালী, ৰবি দেৱ আৰু চন্দ্ৰমোহন গঞ্জুৰ পিচতে পৰিশ্ৰমী ফুটবলাৰ তেওঁ।

কল্যাণ বড়ো গোৱালপাৰা জিলাৰ ধুপধৰাৰ ওচৰৰ বিমানপাৰা গাঁৱৰ এক কৃষক পৰিয়ালত ১৯৪৯ চনত জন্ম গ্ৰহণ কৰে। উইৰাম বড়ো (দুজন ল'ৰা আৰু ছজনী ছোৱালী)ৰ এওঁ তৃতীয় সন্তান। পঢ়া-শুনাৰ পাতনি দীঘলী এম. ভি. আৰু বাঘডোবা হাইস্কুলত। শেষ তিনিটা শ্ৰেণী দৰংগিৰি হাইস্কুলত অতিবাহিত কৰোঁতে দশমমানলৈকে পঢ়ি ১৯৭০ চনত শিক্ষা সামৰে। এইখিনিতে উল্লেখ্য বাঘডোবা হাইস্কুলত সপ্তমমানত পঢ়ি থাকোতেই ১৯৬৮ চনত তেওঁ গোৱালপাৰা জিলা জুনিয়ৰ দলত স্থান পায়। পিচ বছৰ ৰাজ্যিক জুনিয়ৰ দলত খেলাৰ সুযোগ পাওঁতে তেওঁ ৰাইট-বেক্ আৰু ৰাইট হাফ্ উভয় স্থানতে খেলিছিল।

কল্যাণ বড়োয়ে পঢ়া এৰি ১৯৭১ চনত কামৰূপ পুলিচত যোগদান কৰে। ১৯৭২-ৰ পৰা অসম পুলিচ দলত খেলিবলৈ লয়। নিৰ্ভৰযোগ্য লিংকমেন সলিল মাৰাক মেঘালয় পুলিচলৈ গুছি যোৱাত এই স্থান শূন্য হৈ আছিল। ১৯৭২-ৰ পৰা গোলাঘাট জিলা দলক প্ৰতিনিধিত্ব কৰাৰ উপৰি ৰাজ্যিক দলতো ১৯৭৮ লৈকে নিয়মিতৰূপে খেলে। ৰাজ্যিক দলৰ হাফ্-লাইনত কল্যাণ বড়ো আৰু ডম্বৰু খনিকৰৰ যুটী প্ৰশংসনীয়। গোলাঘাট জিলা তিনিবাৰ (১৯৭৭, ১৯৭৮ আৰু ১৯৭৯) চেম্পিয়ন হয়। তেওঁ ১৯৭৬ চনত জিলা দল আৰু ১৯৭৭ চনত অসম পুলিচৰ অধিনায়ক আছিল। এই গৰাকী ৫ ফুট ৫ ইঞ্চি ওখ, ৬১ কিলো ওজনৰ ফুটবলাৰে পুলিচ দলত দুৰ্দ্ধৰ্ষ খেল প্ৰদৰ্শন কৰাৰ উপৰি ১৯৭৬ চনত দক্ষিণ কোৰিয়াৰ হেঙ্গ য়াঙ্গ বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে গুৱাহাটীত খেলা প্ৰদৰ্শনী খেলখন তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ মেচ আছিল। সেই বছৰ বৰদলৈ ট্ৰফী ছেমি-ফাইনেলত মোহনবাগানৰ হাতত পুলিচ দল এটা বিতৰ্কিত গ'লত ১-০ ব্যৱধানত পৰাভূত হয়। এই খেলত তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ। কল্যাণ বড়োৱে ১৯৮২ চনত ফুটবলৰ পৰা অৱসৰ লয়। ◻◻

# কে. কাউলা মিজো

জন্মগত লুচাই জনগোষ্ঠীৰ কে. কাউলা মিজো ব্ৰহ্মদেশৰ জাতীয় খেলুৱৈ। এই গৰাকী ৫ ফুট ১০ ইঞ্চি ওখ ৬৩ কিলোগ্ৰাম ওজনৰ গ'লৰক্ষক ১৯৭৬ চনত অসম ৰাজ্যিক দলত নিৰ্বাচন পাওঁতে চিলঙত অনুষ্ঠিত আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত মিজোৰাম দলৰ অধিনায়ক আছিল। সেই বছৰতে তেওঁ ভাৰতীয় দলতো স্থান পায়।

কে. কাউলা মিজো ১৯৪১ চনৰ ১৭ নৱেম্বৰত মণিপুৰৰ চূড়াচান্দপুৰত জন্ম গ্ৰহণ কৰে। ডাঃ ডি. ডি. লালথানলিয়ানা (ছয়জন ল'ৰা আৰু তিনিজনী ছোৱালী)ৰ জ্যেষ্ঠ সন্তান। ১৯৫২ চনত এন. ই. আই. জি. মিছনে তেওঁৰ পিতৃক খৃষ্ঠ ধৰ্মৰ প্ৰচাৰকৰূপে ব্ৰহ্মদেশলৈ প্ৰেৰণ কৰাৰ সূত্ৰে কে. কাউলাই ব্ৰহ্মদেশতে ডাঙৰ দীঘল হয় আৰু ৰেঙ্গুনৰ ইউনাইটেড খৃষ্টিয়ান হাইস্কুলৰ পৰা ১৯৬০ চনত মেট্ৰিক পাছ কৰে। ১৯৫৮ চনত স্কুল দলৰ হৈ আন্তঃ স্কুল প্ৰতিযোগিতা জয়লাভ কৰে। ১৯৫৯ চনত চীন ৰাজ্যিক দলৰ হৈ ব্ৰহ্মদেশৰ আন্তঃ ৰাজ্যিক ফুটবল খেলে। ১৯৬০ চনত ৰেঙ্গুনৰ পোষ্ট এণ্ড টেলিকমিউনিকেচনৰ পক্ষে খেলি জেনেৰেল আঙ্গচেন ফুটবল ট্ৰফী জয়ী হয়। সেই বছৰতে এচিয় ফুটবল টুৰ্ণামেণ্টত ব্ৰহ্মদেশৰ পক্ষে খেলে। ১৯৬২ চনত ৰেঙ্গুনত অনুষ্ঠিত চাউথ ইষ্ট এচিয়ান গেমছত ব্ৰহ্মদেশৰ হৈ অংশ লয়। ব্ৰহ্মদেশৰ টেলিফোন ইন্সপেক্টৰ কে. কাউলাই ১৯৭৪ চনত ভাৰতলৈ প্ৰত্যাৱৰ্ত্তন কৰি মিজোৰাম পুলিচ দলত খেলিবলৈ লয় আৰু ১৯৭৬ চনত জাতীয় দলৰ হৈ কাবুলৰ ৰিপাব্লিক ডে ফুটবল প্ৰতিযোগিতাত ভাগ লয়। পুনৰ ১৯৭৭ চনত ঢাকাৰ আগা খান গোল্ড কাপত ভাৰতীয় একাদশত খেলি ৰাণাৰ্ছ-আপ হয়। ইয়াৰ পিচতে তেওঁ কলিকতাৰ মহমেডান স্পৰ্টিঙত যোগদান কৰে। ইয়াত এটা মৰছুম খেলি ১৯৭৯ চনত পুনৰ মিজোৰাম পুলিচত যোগ দিয়ে। এই দলত ১৯৮৫ লৈকে খেলি অৱসৰ লয়। ইয়াৰ মাজতে ১৯৮১ চনত ডিফুৰ খৰ্চিং টেৰাং ট্ৰফী জয় কৰে। □□

# হাইলাকান্দিৰ খেল-মাটিত ফুটবল



১৮৬৯ চনতে মহকুমাৰ সদৰঠাই নিৰূপণ কৰা হাইলাকান্দিত বিংশ শতিকাৰ পাতনিৰে পৰা ফুটবল খেলাৰ প্ৰমাণ পোৱা যায় আৰু স্বাধীনতাৰ আগলৈকে কেইবাটাও ফুটবল ক্লাবৰ জন্ম হয় যদিও কোনো ফুটবল সন্থা গঢ়ি উঠা নাছিল। ১৯৪৮ চনত হাইলাকান্দি ফুটবল সন্থা প্ৰতিষ্ঠা হয়। প্ৰথমজন সম্পাদক আছিল — **সন্তোষ কুমাৰ ৰায়**। ১৯৬২ চনত হাইলাকান্দি ক্ৰীড়া সন্থা জিলা ক্ৰীড়া সন্থাৰূপে অসম ফুটবল সন্থাৰ স্বীকৃতি লাভ কৰে। হাইলাকান্দিৰ ই. এ. চি. আশীষ দত্ত সভাপতি আৰু জাচাদা ৰঞ্জন চিকন্দাৰ প্ৰথম সাধাৰণ সম্পাদক আছিল। ১৯৬৩ চনত হাইলাকান্দি জিলা দলে প্ৰথমবাৰৰ বাবে আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰে। এইখিনিতে উল্লেখ্য ১৯৩৬ চনত প্ৰতিষ্ঠা হোৱা হাইলাকান্দিৰ মহমেডান স্পৰ্টিং ক্লাব স্বাধীনতাৰ পিচতে স্পৰ্টিং ইউনিয়ন ক্লাব নামেৰে জনাজাত হয় আৰু ১৯৪৯ চনৰ আই. এফ. এ. শ্বিল্ডত যোগদান কৰে। ১৯৫১ চনত হাইলাকান্দিৰ দুজন খেলুৱৈ অজয় কুমাৰ ধৰ আৰু কল্যাণ গুপ্তই গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। ১৯৫৩ চনত নিৰঞ্জন ভট্টাচাৰ্য্য; ১৯৬৩ আৰু ১৯৬৪ চনত অভিজিৎ দেৱে ৰাজ্যিক দলত খেলে। ১৯৮০ চনত জাতীয় স্কুল দলত খেলা আব্দুল আজিম লস্কৰে পিচত ৰাজ্যিক জুনিয়ৰ আৰু চিনিয়ৰ দলতো খেলিছিল। ১৯৯৮ চনত চূড়াচন্দ সিং ৰাজ্যিক দলত খেলা হাইলাকান্দিৰ পঞ্চম জন খেলুৱৈ। ইতিপূৰ্বে ফকৰুদ্দিন লস্কৰে খেলিছিল। হাইলাকান্দিৰ ক্লাবসমূহ ৱাই এম এ চি, টাউন ক্লাব, স্পৰ্টিং ইউনিয়ন ক্লাব, নৰ্থ হাইলাকান্দি এফ চি, কালীবাৰী ৰোড এ চি, ইউনাইটেড ক্লাব, ইণ্ডিয়া ক্লাব আদি। □□



# ফকৰুদ্দিন লস্কৰ



অসম পুলিচৰ গৌৰৱময় ফুটবল অন্ত পৰাৰ পিচতো যি কেইজন গৰাকী খেলুৱৈয়ে পুলিচ দলৰ ফুটবল ঐতিহ্য অচল অটল ৰাখিবলৈ যত্নপৰ হৈছিল ইয়াৰ ভিতৰতে সকলোৰে পৰিচিত ব্যক্তি গৰাকী ফকৰুদ্দিন লস্কৰ। মাত্ৰ ৫ ফুট ৬ ইঞ্চি ওখ ৫১ কিলোগ্ৰাম ওজনৰ ক্ষীণকায় লিংকমেন (কেতিয়াবা ষ্ট্ৰাইকাৰ) অসম পুলিচ দলৰ সবাতোকৈ জনপ্ৰিয় খেলুৱৈ আছিল। বিশেষকৈ ১৯৮১ চনৰ বৰদলৈ ট্ৰফীত তেওঁৰ জনপ্ৰিয়তাই চৰম শীৰ্ষত অৱতৰণ কৰা দেখা যায় বুলি কলে বঢ়াই কোৱা নহয়। কিয়নো তেওঁ সকলো সময়তে সমগ্ৰ ফিল্ড দৌৰি প্ৰতিপক্ষৰ মাজত বাধাৰ হেঙাৰৰূপে থিয় দিবলৈ চেষ্টা কৰোঁতে এই ক্ষীণকায় খেলুৱৈয়ে ক্ৰীড়ামোদীৰ মন জয় কৰিবলৈ সক্ষম হৈছিল। আচল কথা কব গলে ১৯৮১ বৰদলৈ ট্ৰফীৰ "The most entertaining football personality" আছিল অসম পুলিচ দলৰ ফকৰুদ্দিন লস্কৰ।

ফকৰুদ্দিন লস্কৰ ১৯৫৭ চনত হাইলাকান্দিৰ ওচৰৰ বৰজোৰাই গাঁৱত জন্ম গ্ৰহণ কৰে। হাইলাকান্দি পাবলিক স্কুলত পঢ়োঁতে ইয়ংমেন এথলেটিক ক্লাৱত ফুটবলৰ পাতনি মেলি ১৯৭২ আৰু ১৯৭৩ চনত অসম স্কুল দলত নিৰ্বাচন পায়। ১৯৭৪ চনত হাইলাকান্দিৰ হৈ আন্তঃ জিলা ফুটবলত অংশ লয় আৰু ১৯৭৫ চনত ১ম অসম পুলিচ বাহিনীত যোগ দি অসম পুলিচ দলত ১৯৮৬ লৈকে খেলে। বিশেষকৈ ১৯৮৫-৮৬ চনত সৰ্বভাৰত পুলিচ ফুটবলত অসম পুলিচে ৰাণাৰ্ছ-আপ পায়। তেওঁ ১৯৭৮, ১৯৭৯, ১৯৮০, ১৯৮২, ১৯৮৩ আৰু ১৯৮৪ চনত ৰাজ্যিক দলত খেলে। □□

# তিনিচুকীয়াৰ ফুটবল খতিয়ান

স্বাধীন মটক ৰাজ্যৰ ৰাজধানী বেংমৰা-ই বৰ্ত্তমানৰ তিনিচুকীয়া। শিল্প তথা বাণিজ্য প্ৰধান চহৰ তিনিচুকীয়াক বহু মতাদৰ্শীয়ে "Calcutta of the East" আৰু "Next to Calcutta" আদি আখ্যা দিয়ে। তিনিচুকীয়াত দ্বিতীয় বিশ্বযুদ্ধৰ পূৰ্বৰে পৰা ফুটবল খেলিলেও কোনো সংগঠন গঢ়ি উঠা নাছিল। স্বৰাজোত্তৰ কালত ক্ৰমে বাঢ়ি অহা ফুটবলৰ জনপ্ৰিয়তাই এক সুপ্ৰতিষ্ঠিত সংগঠনৰ আৱশ্যকতা অনুভৱ কৰি ১৯৪৯ চনৰ ১৭ ছেপ্টেম্বৰত তিনিচুকীয়া ক্ৰীড়া সন্থা গঠন কৰা হয়। সন্থাৰ প্ৰথম সভাপতি **প্ৰবোধ চন্দ্ৰ দাস** আৰু সম্পাদক **পদ্মেশ্বৰ দাস**। তিনিচুকীয়া কচুজান খেলপথাৰৰ মাটি কালি ২৭ বিঘা। ১৯৩১ চনতে চৰকাৰী আবণ্টন পোৱা এই ভূমিখণ্ড ১৯৪৯ চনৰ পৰা তিনিচুকীয়া ক্ৰীড়া সন্থাৰ সম্পত্তি হৈ পৰে। তদুপৰি ১৯৯৫ চনৰ ৩০ এপ্ৰিলত চহৰৰ উত্তৰ দিশত সৰ্বানন্দ সিংহ ষ্টেডিয়াম মুকলি কৰে। উত্তৰ পূব ভাৰতৰ এই সৰ্ব বৃহৎ ষ্টেডিয়াম খনৰ মাটি কালি ৬৭ একৰ। তিনিচুকীয়া লীগৰ সূচনা ১৯৫০ চনত। ১৯৬২ চনত কচুজান খেলপথাৰৰ চাৰিওদিশে পকা বেৰ দিয়ে। প্ৰাক্তন ঢাকা বিশ্ববিদ্যালয়ৰ অধিনায়ক তথা তিনিচুকীয়া কলেজৰ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী সন্থাৰ সভাপতি থকা কালতে (১৯৬৯-৭১) তিনিচুকীয়াৰ স্বাধীনতা দিবস কাপ ফুটবল প্ৰতিযোগিতালৈ অসমৰ বিভিন্ন দলক আমন্ত্ৰণ জনোৱা হয়। ১৯৭১ চনৰ ডিব্ৰুগড় বিশ্ববিদ্যালয় আন্তঃ কলেজ ফুটবল প্ৰতিযোগিতা তিনিচুকীয়াত অনুষ্ঠিত হয়। ১৯৭৩ চনত তিনিচুকীয়াক মহকুমা ঘোষণা কৰে। ইতিমধ্যে তিনিচুকীয়া ক্ৰীড়া সন্থাই নতুন সংবিধান গ্ৰহণ কৰি জিলা ক্ৰীড়া সন্থালৈ ৰূপান্তৰিত হয়। সেই সময়ত পদ্মেশ্বৰ দাস সভাপতি আৰু দেৱকান্ত ভূঞা সম্পাদকৰ দায়িত্বত আছিল। ১৯৭৪ চনত তিনিচুকীয়া জিলা ক্ৰীড়া সন্থাই এ. এফ. এ-ৰ স্বীকৃতি লাভ কৰি ১৯৭৫ চনত চিনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ উদ্যোক্তাৰ ভাৰ গ্ৰহণ কৰে। ইতিপূৰ্বে ১৯৭৪ চনতে নলবাৰীত অনুষ্ঠিত জুনিয়ৰ আন্তঃ জিলা ফুটবলত তিনিচুকীয়া জিলা দলে আত্ম-প্ৰকাশ কৰি ১৯৭৬, ১৯৮৬ আৰু ১৯৮৮ চনত চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে। ১৯৮২, ২০০০ আৰু ২০০৩ চনৰ চিনিয়ৰ

আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত তিনিচুকীয়া দলে ৰাণাৰ্ছ-আপ পায়। তদুপৰি ১৯৯৭ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ(২১-বছৰ অনুৰ্দ্ধ)ত তিনিচুকীয়া জিলা দলে চূড়ান্ত বিজয়ীৰ সন্মান কঢ়িয়াই আনে।

তিনিচুকীয়াৰ পৰা ৰাজ্যিক দলত স্থান পোৱা প্ৰথম খেলুৱৈ গৰাকী হ'ল অমলেন্দু 'বেচু' ধৰ (১৯৬৪-৬৫-৬৬)। অৱশ্যে সেইসময়ত তেওঁ এন এফ ৰেলৱেৰ চাকৰিয়াল আৰু খেলুৱৈ আছিল। পৰৱৰ্ত্তীকালত অমল ফুকন, ৰেৱতী ফুকন, সুশীল ফুকন, ভোগেশ্বৰ হাজৰিকা, আব্ৰহাম ৰাৰী, সুৰেন গগৈ, ঘনশ্যাম গগৈ, কল্যাণ তালুকদাৰ, জাফৰিণ পিনাৰু, ৰুদ্ৰ ফুকন, অৰুনমান সোণোৱাল, মঃ ইজাজুল্লা, মনোজ গগৈ আদিয়ে ৰাজ্যিক দলত খেলে। ইয়াৰ ভিতৰত বাবুল ফুকনে জাতীয় দলতো স্থান লাভ কৰে। উপৰি জুনিয়ৰ ৰাজ্যিক দলত শেখৰ দে, ৰবীন হাতীবৰুৱা, জয়ন্ত ফুকন, পৰেশ বৰুৱা, লক্ষ্যধৰ ফুকন আদিয়ে খেলে। অসম স্কুল দলত ৰাজীৱ দত্ত, ত্ৰিদিব শৰ্মা আৰু মাৰ্চিলিন পিনাৰুয়ে খেলে। অৱশ্যে তিনিচুকীয়াত অভ্যুদয় হোৱা সবাতোকৈ জনপ্ৰিয় খেলুৱৈ গৰাকীৰ নাম গোলাপ চন্দ্ৰ গগৈ। খেলপথাৰত "বগা দমৰা" উপনামেৰে খ্যাত এই খেলুৱৈ গৰাকী পঞ্চাশ দশকৰ শেষ আৰু ষাঠিৰ দশকত তিনিচুকীয়া একাদশৰ নিয়মীয়া খেলুৱৈ আছিল। তদুপৰি গ'লৰক্ষক সৰোজ কৰ্মকাৰ, গুণ পাচনি, নন্দো তৰাত, সুভাষ সুৰ আদি উল্লেখযোগ্য। এওঁলোকৰ উপৰি অজিত দাস, অশোক মেধি, উপেন হাজৰিকা, বৃন্দাবন বনিক, ফটিক গগৈ, দীন গগৈ, হেম ভূঞা, হৰিপ্ৰসাদ ডেকা, যোগেন দহতীয়া, ৰুদ্ৰ গোহাঁই, দীপক ভট্টাচাৰ্য্য, প্ৰবীণ বৰা, ফণী গগৈ, লুইচ ভেংৰা, দ্বীপ ৰাজখোৱা আদি উল্লেখ্য। তিনিচুকীয়া ক্ৰীড়া সন্থাৰ পৰা ডিব্ৰুগড় জিলা দলত স্থান পোৱা খেলুৱৈ দুজন হ'ল—গোলাপ চন্দ্ৰ গগৈ আৰু নন্দো তৰাত। পৰৱৰ্ত্তীকালত ৰাজ্যিক দলত স্থান পোৱা খেলুৱৈ তিনিজন অনুপ ৰাজখোৱা, প্ৰাঞ্জল প্ৰতীম নেওগ আৰু মনোজ গগৈ। প্ৰাণজিৎ প্ৰতিন নেওগ ভাৰতীয় স্কুল দল (১৯৯৩) আৰু অনুজ গগৈ ভাৰতীয় ৰেল দল (১৯৯১) তো স্থান পাইছিল। বিশেষকৈ উল্লেখ্য তিনিচুকীয়া জিলা ক্ৰীড়া সন্থাই ১৯৭৫ চনত চিনিয়ৰ আন্তঃ জিলা ফুটবল সুচাৰুৰূপে সম্পন্ন কৰি ১৯৮৫ চনত ৭ম সদৌ ভাৰত মহিলা ফেডাৰেচন কাপ প্ৰতিযোগিতা আৰু ১৯৮৭ চনত জাতীয় জুনিয়ৰ ফুটবল প্ৰতিযোগিতা পাতি ইতিহাস ৰচনা কৰে। তদুপৰি ১৯৭১, ১৯৮৩ আৰু ১৯৯১ চনত আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ পাতে। সংগঠকৰ শাৰীত জিলিকি থকা ব্যক্তিসকল — হৰনাথ বেনাৰ্জী, কুতুবুদ্দিন আহমেদ, দেৱকান্ত ভূঞা, ধীৰেন দুৱৰা আদি। □□

# সুশীল ফুকন



ডিগবৈৰ তেল উদ্যোগত গঢ় লোৱা ক্ৰীড়া পৰিবেশে কেইবা গৰাকী ৰাজ্যিক স্তৰৰ খেলুৱৈৰ জন্ম দিছে। ইয়াৰ ভিতৰত শেহতীয়াকৈ অভ্যুদয় হোৱা খেলুৱৈ গৰাকী হল আক্ৰমণ বিভাগৰ সুশীল ফুকন। এই সুশীল ফুকনৰ অধিনায়কত্বতে তিনিচুকীয়াই ১৯৮২ চনৰ চিনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপত ৰাণাৰ্চ্ছ-আপ পায়।

সুশীল ফুকন ১৯৫৬ চনত যোৰহাটত জন্ম গ্ৰহণ কৰে। পিতৃ ডিগবৈ এ. অ. চি.-ৰ কৰ্মচাৰী আছিল। তেওঁ ডিগবৈৰ বুকুত ডাঙৰ দীঘল হওঁতে ১৯৭৪ চনত সৌমাৰ বিদ্যাপীঠৰ পৰা মেট্ৰিক পাছ কৰে আৰু ডিগবৈ কলেজত ভৰ্ত্তি হয়। স্কুল টুৰ্ণামেণ্টৰ জৰিয়তে ফুটবলৰ পাতনি মেলিলেও ১৯৭৫ চনত তিনিচুকীয়াৰ হৈ জুনিয়ৰ আন্তঃ জিলাত আত্ম-প্ৰকাশ কৰি জুনিয়ৰ ৰাজ্যিক দলতো স্থান লাভ কৰে। তদুপৰি তেওঁ ১৯৭৬ চনৰ পৰা ১৯৮২ লৈকে চিনিয়ৰ আন্তঃ জিলাত অংশ লয়। ইয়াৰ ভিতৰত ১৯৭৬, ১৯৭৭, ১৯৭৮ আৰু ১৯৮২ চনত চিনিয়ৰ ৰাজ্যিক দলত খেলোতে শেষবাৰ তেওঁ অধিনায়ক আছিল। তদুপৰি তেওঁ ১৯৭৪-১৯৭৮ লৈকে পাঁচবাৰ ডিব্ৰুগড় বিশ্ববিদ্যালয় দলৰ হৈ খেলোতে ১৯৭৮ চনত তেওঁ দলৰ অধিনায়ক আছিল। সেইবাৰ ইণ্ডিয়ান ইউনিভাৰ্চিটি দল বাছনি শিবিৰলৈও আমন্ত্ৰণ পায়। ইতিমধ্যে (১৯৭৯) এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ ও ৬৫ কিলোগ্ৰাম ওজনৰ ৰাইট-উইঙ্গাৰে মাৰ্ঘেৰিটাৰ ক'ল ইণ্ডিয়াত যোগদান কৰি খেল অব্যাহত ৰাখে। ১৯৮১ চনত এন আই এছ লোৱাৰ পাঁচবছৰমানৰ পিচতে ফুটবলৰ পৰা অৱসৰ গ্ৰহণ কৰে। □□

# বাবুল ফুকন

তৎকালৰ আধুনিক ফুটবলত বাবুল ফুকনক অসমৰ সফল টোটেল ফুটবলাৰৰ আখ্যা দিব পাৰি। কিয়নো বাবুল ফুকনে জাতীয় দলত চাইড-বেক্; মহমেডান স্পৰ্টিঙত হাফ্ আৰু অসমত আক্ৰমণ বিভাগৰ খেলুৱৈৰূপে সফল ভূমিকা লবলৈ সক্ষম হৈছে। কিন্তু অধিক সময় বল নিজৰ আয়ত্তত ৰখা গুণটোৰ বাবে অসমৰ ক্ৰীড়া সমালোচক আৰু বিশেষজ্ঞসৱে এই সন্দৰ্ভত একমত হবলৈ অক্ষম হোৱা দেখা যায়। যি কি নহওঁক অতি কম বয়সৰ পৰা পোৱা ভালেমান নেচনেল কেম্পৰ প্ৰশিক্ষণে তেওঁক এগৰাকী তৎকালৰ চতুৰ মগজুৰ টেক্‌টিকেল খেলুৱৈলৈ ৰূপান্তৰিত কৰিছে। বাবুল ফুকনেও স্বকীয় শাৰীৰিক সক্ষমতাৰ ওপৰত একান্ত চিত্তে ক্ৰীড়া একাগ্ৰতা নিয়োগ কৰি তৎকালীন অসম ফুটবলৰ শ্ৰেষ্ঠ খেলুৱৈৰূপে প্ৰতিপন্ন কৰিবলৈ সক্ষম হৈছে। অসমৰ খ্যাতনামা কোচ্ আব্দুল লতিফৰ মতে, "টেক্‌নিকেলি বাবুল আমাৰ ইয়াত বহু ওপৰত। গিলবাৰ্টচন চাংমাৰ পিচতে মই স্থান দিম বাবুলক।" সেইদৰে প্ৰাক্তন ৰাজ্যিক খেলুৱৈ তথা ৰাজ্যিক বিদ্যুত পৰিষদ দলৰ প্ৰশিক্ষক গণেশ ৰায়ৰ ভাষাত, "এজন আধুনিক ফুটবলাৰ হবলৈ যিবোৰ গুণৰ (বল ৰিচিভিং, পাছিং, স্নেচিং, ড্ৰ'জিং) দৰ্কাৰ এই সকলোবোৰ গুণৰ অধিকাৰী বাবুল ফুকনে গ'লৰক্ষকৰ বাদে সকলোবোৰ স্থানতে দক্ষতা সহকাৰে খেলিব পৰা ক্ষমতা আছে। যাৰবাবে তেওঁক অসমৰ তৎকালীন কমপ্লিট ফুটবলাৰৰ আখ্যা দিব পাৰি।" দলৰ লগৰী (মহাৰাণা) হেৰম্ভ চাংমাৰ মতে, "বাবুল হল কমপ্লিট ফুটবলাৰ। ফুটবলাৰ হিচাপে প্ৰয়োজনীয় সকলোবোৰ গুণ আছে।" এই গৰাকী ৫ ফুট ৬ ইঞ্চি ওখ আৰু ৬০ কিলোগ্ৰাম ওজনৰ বাবুল ফুকনে নিজৰ ফিটনেছ সম্পৰ্কে সদায় সচেতন আৰু দৃঢ় মনোবলে সৰুসুৰা আঘাতক আওঁকান কৰি চলিছিল। আনকি তেওঁৰ ফুটবল জীৱনত খুউব কম আঘাতৰ সন্মুখীন হৈছে বা আঘাত পাই খেলপথাৰৰ পৰা আঁতৰত থাকিব লগা হোৱা নাই। কিয়নো তেওঁ ৰাফ্

টেক্‌লিঙৰ মাজতো স্বকীয় বুদ্ধিদীপ্ততাৰ জৰিয়তে খেল অব্যাহত ৰাখে। যি কি নহওঁক বাবুল ফুকন জাতীয় দলত নির্বাচন পোৱা অসমৰ সপ্তমজন খেলুৱৈ তথা ১৯৮৯ আৰু ১৯৯২ চনৰ সন্তোষ ট্ৰফীত অসম দলৰ অধিনায়ক আছিল।

Football

**Pratap Ghosh to lead India**

By A Staff Reporter

Calcutta, April 10: Pratap Ghosh will captain the Indian national [illegible] which will participate in the All Nepal Football Association Cup tournament which begins in Kathmandu on April 14.

The following are the other members of the team for the [illegible]-day tournament: [illegible] (Andhra); D. [illegible] (Maharashtra); K. Munna (Bihar); Babul Phukan (Assam); T. [illegible] Roychoudhury (Railways); Lachman [illegible] (Delhi); [illegible] (Karnataka); Anthony [illegible] (Goa); [illegible] Babu (Karnataka); Ravi Kumar (IFA); Santosh Kumar (Delhi); Anthony D Souza (Goa); [illegible] (IFA); Syed [illegible] Imam (Assam); [illegible] Sarkar (IFA); Surinder Kumar (Punjab); Vinod [illegible] (Haryana). [illegible]





বাবুল ফুকন ১৯৬৮ চনৰ ১ মে'ত তিনিচুকীয়া চহৰৰ পৰা সাতমাইল পশ্চিমে জেৰাই চকলীভৰীয়া গাঁৱত জন্ম গ্ৰহণ কৰে। পানীতোলা হাইস্কুলৰ পৰা মেট্ৰিক আৰু তিনিচুকীয়া চেনাইৰাম উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা

শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হয় ৷ কৃষক পৰিয়ালৰ সন্তান বাবুল ফুকনে জেৰাই গাওঁ আঞ্চলিক ক্ৰীড়া সন্থাৰ জৰিয়তে ফুটবলৰ শুভাৰম্ভ ঘটে ৷ ১৯৮১ চনত ধেমাজীত অনুষ্ঠিত ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত তিনিচুকীয়া জিলা ক্ৰীড়া সন্থাৰ পক্ষে আত্ম-প্ৰকাশ কৰে ৷ সেই বছৰতে নাজিৰাত অনুষ্ঠিত ৰাজ্যিক গ্ৰাম্য ফুটবল প্ৰতিযোগিতাত ডিব্ৰুগড় জিলা দলত খেলে ৷ বাবুলে ১৯৮১ জাতীয় গ্ৰাম্য ক্ৰীড়া ফুটবল আৰু ১৯৮২ জাতীয় ছাব-জুনিয়ৰ ফুটবল প্ৰতিযোগিতাত প্ৰদৰ্শিত চমকপ্ৰদ খেলৰ বাবে ১৯৮৪ চনত অসম জুনিয়ৰ দলত খেলাৰ সুযোগ পায় ৷ অৱশ্যে অসমে ছাব-জুনিয়ৰ ফুটবলত কেৰালাৰ হাতত ১-০ গ'লত পৰাভূত হৈ ৰাণাৰ্ছ-আপ পাইছিল ৷ ১৯৮৬ চনত বি. বৰুৱা কলেজে গোৱালপাৰাত আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ্ জয় কৰোঁতে ফাইনেলত প্ৰাগজ্যোতিষ কলেজক ১-০ গ'লত হৰুৱায় ৷ ইয়াৰ পিচতে কলিকতাত আন্তঃ বিশ্ববিদ্যালয় ফুটবলত অংশ লওঁতে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক আছিল ৷ তদুপৰি তেওঁ ১৯৮৬-৯৬ লৈকে মুঠ ৭ বাৰ ৰাজ্যিক চিনিয়ৰ দলত খেলে ৷ বিশেষকৈ ১৯৮৫ চনত ২৩-বছৰ অনুৰ্দ্ধ ভাৰত বনাম ইটালি খেল দুখনত অংশ লয় ; স্থান দিল্লী আৰু লক্ষ্ণৌ ৷ তদুপৰি নেপালত ১৯৮৫ চনত জাতীয় চিনিয়ৰ দলত খেলাৰ সুযোগ লাভ কৰে ৷ পুনৰ ১৯৮৬ আৰু ১৯৮৭ যথাক্ৰমে পাকিস্তান আৰু ছৌদি আৰৱত জাতীয় জুনিয়ৰ দলত খেলে ৷ ১৯৮৮ চনত SAI দল বনাম ছোভিয়েট জুনিয়ৰ একাদশ খেল দুখনত বলিষ্ঠ ফুটবলৰ অৱতাৰণা কৰে — চিলং আৰু গুৱাহাটীত ৷

বাবুল ফুকনে ১৯৮৫-১৯৮৮ লৈকে মহাৰাণা ক্লাৱত খেলি ১৯৮৯ চনত এবছৰকাল কলিকতাৰ মহমেডান স্পৰ্টিঙত কটায় আৰু প্ৰত্যাৱৰ্ত্তন কৰি ১৯৯০ চনত গুৱাহাটী টাউন ক্লাৱত যোগদান কৰে ৷ ১৯৯৩ চনত তেওঁ এবছৰ গুৱাহাটীৰ প্ৰথম ডিভিজন ইয়ং এমেচাৰ ক্লাৱত খেলি ১৯৯৪-১৯৯৮ লৈকে মহাৰাণা ক্লাৱত খেলি ১৯৯৯ চনত ডায়নামো ক্লাৱলৈ আহে৷ ২০০০ চনত কেৱল ষ্টেট বেংক দলত খেল অব্যাহত ৰাখি প্ৰথম শ্ৰেণী ফুটবলৰ পৰা আংশিকভাৱে অৱসৰ লোৱা পৰিলক্ষিত হয় ৷ □□

# কার্বি আংলঙত ফুটবল



১৯৫১ চনত সংযুক্ত উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ জিলাৰ জন্ম হয়। ১৯৭০ চনত মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ দুখন সুকীয়া জিলা লৈ ৰূপান্তৰ হয় আৰু ১৯৭৬ চনত মিকিৰ পাহাৰৰ নাম কাৰ্বি আংলং কৰে। এই খিনিতে উল্লেখ্য ১৯৫৮ চনৰ ১৭ জুলাইত "মিকিৰ পাহাৰ ক্ৰীড়া সন্থা" গঠন কৰে। প্ৰতিষ্ঠাপক সভাপতি আৰু সম্পাদক যথাক্ৰমে **পি. দাসগুপ্ত আৰু পদ্মকান্ত বৰুৱা**। সেই বছৰতে মিকিৰ পাহাৰ জিলা দলে আন্তঃ জিলা ফুটবলত প্ৰথম যোগদান কৰে। দলৰ অধিনায়ক আছিল শৰৎ ডেকা। তদুপৰি আন্তঃ জিলা স্কুল ফুটবল টুৰ্ণামেণ্টত প্ৰথম যোগদান কৰে, ১৯৬২ চনত। দলৰ অধিনায়ক আছিল ভোলা ৰংপী। **অৱশ্যে কাৰ্বি আংলং জিলা দল ১৯৯৪, ১৯৯৬, ২০০৩ জুনিয়ৰ আন্তঃ জিলা ফুটবল খিতাপ জয় কৰে।** তদুপৰি ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল চেম্পিয়নশ্বিপ তিনিবাৰ (১৯৭৮, ১৯৭৯ আৰু ১৯৮৪) আৰু ইন্দু হাজৰিকা আন্তঃ জিলা স্কুল খিতাপ এবাৰ (১৯৮৮) জয় কৰে। ১৯৮৮ চনত লাংহিন পামগাওঁ হাইস্কুলে পিলিক চৌধুৰী আন্তঃ জিলা স্কুল ফুটবল খিতাপ অৰ্জন কৰাৰ উপৰিও মাণিকপুৰ বড়ো মাধ্যমিক হাইস্কুলে ১৯৯৪ চনত দেউকণ ট্ৰফী জয় কৰে।

কাৰ্বি আংলং জিলাৰ পৰা অসম ৰাজ্যিক দলত স্থান পোৱা খেলুৱৈ সকল — দয়াৰাম বৰ্মণ (১৯৭৮), উপেন বৰ্মণ (১৯৮০), দীপক খাকলাৰী (১৯৮৬ আৰু ১৯৮৮) আৰু জুৱেল বে (১৯৮৯) আদি। ইয়াৰে জুৱেল বে জাতীয় দলতো (১৯৮৯-১৯৯৩) খেলে। জুনিয়ৰ ৰাজ্যিক দলত স্থান পোৱা প্ৰথম খেলৱৈজন - ফিলিপ কুণ্ডু (১৯৬৫)। জুনেল বসুমতাৰীয়ে ১৯৭৬ চনৰ জাতীয় গ্ৰাম্য ক্ৰীড়াত অসম ফুটবল দলত খেলে। ছাব-

জুনিয়ৰ ৰাজ্যিক দলত খেলা প্ৰথম খেলুৱৈ ৰমীন চাংমা(১৯৭৯)ই ১৯৮৩ চনত জাতীয় স্কুল দলতো স্থান পায়। তেওঁৰ পিচতে সিং ৰহাং (১৯৯৮) আৰু সঞ্জীৱা ৰংপী (২০০০) য়ে জাতীয় স্কুল দলত খেলে। এইখিনিতে উল্লেখ্য সঞ্জীৱা ৰংপীয়ে ১৯৯৯ চনত ছাব-জুনিয়ৰ জাতীয় দলতো খেলে। গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলা প্ৰথম খেলুৱৈ গৰাকী ভিক্তৰ চাংমা (১৯৭৩)। বিশেষকৈ উল্লেখ্য ফিজিকেল এডিউকেচনত এম ফিল. কৰা সুভাষ বসুমতাৰী (১৯৮৮) অসমৰ প্ৰথম তিনিজনৰ অন্তৰ্গত। □□



ৰমীন চাংমা



অসীম স্বৰ্গীয়াৰী



সিং ৰংহাং



সঞ্জীৱা ৰংপী



ক্রিচপিন ছেত্রী
(বিশ্বনাথ)



জিতেন ৰায়
(বিশ্বনাথ)

# জুৱেল বে

জুৱেল বে কার্বি আংলঙৰ পৰা ৰাজ্যিক দলত নির্বাচিত হোৱা চতুর্থজন খেলুৱৈ তথা জাতীয় দলত খেলা অসমৰ নৱমজন খেলুৱৈ। এই গৰাকী ৫ ফুট ৯১/২ ইঞ্চি ওখ ৭৬ কিলোগ্ৰাম ওজনৰ ফুটবলাৰ ১৯৮৯-১৯৯৪ লৈকে জাতীয় দলৰ নিয়মিত মিড-ফিল্ড খেলুৱৈ আছিল।

জুৱেল বে ১৯৬৯ চনৰ ২১ ডিচেম্বৰ তাৰিখে হাওৰাঘাটৰ পৰা বাৰ কিলোমিটাৰ দূৰৰ চাৰ্বে বে নামৰ এখন গাঁৱত জন্ম গ্ৰহণ কৰে। পিতৃ লক্ষণ বে-ৰ মুঠ ১০ জন(৫ জন ল'ৰা আৰু ৫ জনী ছোৱালী)ৰ এওঁ ২নং সন্তান। খেতিয়ক পৰিয়ালৰ জুৱেল বে ডিফু ডন বস্কো স্কুলত পঢ়া-শুনাৰ পাতনি মেলি ১৯৮৫ চনত দ্বিতীয় বিভাগত মেট্ৰিক পাছ কৰে। তাৰ পিচতে ডিফু গভর্ণমেণ্ট কলেজত নাম লগায় আৰু ১৯৮৭ চনত পি. ইউ. পাছ কৰি গুৱাহাটীৰ প্ৰাগজ্যোতিষ কলেজত ভৰ্ত্তি হয়।

১৯৮৩ চনত কার্বি আংলঙে ছাব-জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাত ৰাণাৰ্ছ-আপ পায় আৰু ১৯৮৪ চনত চেম্পিয়নশ্বিপ্ দখল কৰোঁতে জুৱেল বে ষ্টপাৰ পজিচনৰ খেলুৱৈ আছিল। ইতিমধ্যে তেওঁ ডিফুৰ থেঙ্গটম ক্লাৱত প্ৰথম শ্ৰেণী ফুটবলৰ পাতনি মেলে। পৰৱৰ্ত্তী দুবছৰ (১৯৮৫ আৰু ১৯৮৬) ডিফুৰ কার্বি ক্লাৱত কটায়। ১৯৮৫ চনত ডিফু কলেজে আন্তঃ কলেজ ফুটবল চেম্পিয়নশ্বিপ্ জয় কৰে। সেই বছৰতে ৰাজ্যিক দলৰ পক্ষে জাতীয় গ্ৰাম্য ক্ৰীড়াতো অংশ গ্ৰহণ কৰে। ১৯৮৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলে। ১৯৮৭ চনত গুৱাহাটীৰ শান্তিপুৰ ক্লাৱত যোগদান কৰে আৰু সেই বছৰতে তিনিচুকীয়াত অনুষ্ঠিত জুনিয়ৰ নেচনেল ফুটবল

চেম্পিয়নশ্বিপ্‌ত অসম দলৰ পক্ষে খেলোতে ছেমি-ফাইনেলত বঙ্গৰ হাতত পৰাভূত হয়। এইখিনিতে উল্লেখ্য সেই বছৰতে আন্তঃ কলেজ এথলেটিক্সত প্ৰতিদ্বন্দ্বিতা কৰি চট প্ৰুত স্বৰ্ণপদক জয় কৰে। ১৯৮৮ চনত মহাৰাণা ক্লাবত খেলি থাকোতেই ছাই (SAI) শিবিৰলৈ নিৰ্বাচন লাভ কৰি দিল্লীলৈ ঢাপলি মেলে। ছাই কেম্পত যোগদান কৰি তেওঁৰ পঞ্জীয়ন অসম ফুটবল সন্থাত থকা হেতু ১৯৮৯ চনৰ সন্তোষ ট্ৰফী গুৱাহাটীত অনুষ্ঠিত হওঁতে তেৱোঁ অসম দলত খেলে। সেই বছৰতে তেওঁ চাফ্‌ গেমছ্‌ খেলিবলৈ জাতীয় দলতো স্থান লাভ কৰে। পৰৱৰ্ত্তী বছৰ জুৱেল বে-ৰ অধিনায়কত্বত যোৱা ছাই একাদশে ছোভিয়েট ইউনিয়ন ভ্ৰমণ কৰি ৮ খন আন্তৰ্জাতিকত অংশ লয়। ২মান দিনে ষ্টপাৰ পজিচনত খেলি থকা জুৱেল বে-ক ১৯৯১ চনত হায়দৰাবাদ্ৰত অনুষ্ঠিত প্ৰি-অলিম্পিকৰ খেলত মিড-ফিল্ডাৰৰূপে নমায়। ১৯৯২ চনৰ নেহৰু গোল্ড কাপতো পুনৰ জাতীয় দলত খেলে। ১৯৯৩ চনত চাফ্‌ গেমছ্‌ আৰু প্ৰি-ৱৰ্ল্ড কাপৰ খেলত অংশ গ্ৰহণ কৰে। বিশেষকৈ চাৰ্ক (SARC) প্ৰতিযোগিতাত ভাৰতীয় ফুটবল দল চূড়ান্ত বিজয়ী হয়। ১৯৯৪ চনত নৰৱেৰ এছ কে ফ্লাইং দলৰ বিৰুদ্ধে ভাৰতীয় একাদশত খেলে, জামচেদপুৰ আৰু গোৱাত।

জুৱেল বে ১৯৮৯ চনত অসমৰ পক্ষে সন্তোষ ট্ৰফীত অংশ লোৱাৰ পিচত ১৯৯২ চনৰ ২৩-বছৰ অনুৰ্দ্ধ জাতীয় ফুটবল প্ৰতিযোগিতাত দিল্লী ৰাজ্যিক দল আৰু ১৯৯৪ চনত মহাৰাষ্ট্ৰৰ হৈ জাতীয় ফুটবল খেলে। এইখিনিতে উল্লেখ্য ১৯৯৩ আৰু ১৯৯৪ চনত তেওঁ বম্বেৰ মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ ; ১৯৯৫ চনত গোৱাৰ ডেম্প স্পৰ্টছ ক্লাবত খেলি পুনৰ মহেন্দ্ৰ এণ্ড মহেন্দ্ৰলৈ প্ৰত্যাৱৰ্ত্তন কৰি এবছৰকাল কটায়। ১৯৯৭ ছুপাৰ্ ক্লাব লীগৰ অন্তত এ. এছ. ই. বি. দলত যোগদান কৰে। ১৯৯৮ চনত গুৱাহাটী টাউন ক্লাবলৈ যায়। ১৯৯৯ চনত ইম্ফলত অনুষ্ঠিত জাতীয় ক্ৰীড়াত অসমে ৰূপৰ পদক পাওঁতে তেওঁ চেন্টাৰ-ফৰোৱাৰ্ড পজিচনত খেলে। □□

# উত্তৰ লক্ষীমপুৰৰ ফুটবল

বৃটিছ্ আমোলতে ১৮৩৯ চনত লক্ষীমপুৰ জিলা গঠন হয় । বিশেষ সূত্ৰৰ পৰা জানিব পৰা যায় যে ১৯৪০ চনত উত্তৰ লক্ষীমপুৰ জিলা ক্ৰীড়া সন্থা প্ৰতিষ্ঠা হয় যদিও পৰৱৰ্ত্তীকালত এই সন্থাই স্বকীয় সক্ৰিয়তাবোধ হেৰুৱাই যোৱাৰ একাধিক নজিৰ আছে। ১৮৪২ চনত লক্ষীমপুৰ জিলাৰ সদৰ ঢকুৱাখানাৰ পৰা ডিব্ৰুগড়লৈ নিয়ে। সেই সময়ত বৰ্ত্তমানৰ উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড় আৰু তিনিচুকীয়া জিলা এই লক্ষীমপুৰ জিলাৰ অন্তৰ্ভুক্ত আছিল । ১৯৭১ চনত উত্তৰ লক্ষীমপুৰে পূৰ্ণাঙ্গ জিলাৰ মৰ্য্যদা লাভ কৰোঁতে জিলা ক্ৰীড়া সন্থাৰ সভাপতি আছিল তোলন চন্দ্ৰ ফুকন আৰু সম্পাদক দীন শইকীয়া । ১৯৭৬ চনত উত্তৰ লক্ষীমপুৰ জিলা ক্ৰীড়া সন্থাৰ এখন তদৰ্থ কমিটি গঠন হওঁতে ছফিকূল লেতিফ বৰুৱা সম্পাদক নিৰ্বাচিত হয় । ইতিমধ্যে জিলা ক্ৰীড়া সন্থাই নতুন সংবিধান গ্ৰহণ কৰোঁতে ১৯৭৭ চনত প্ৰফুল্ল বৰুৱা সভাপতি আৰু ছফিকূল লেতিফ বৰুৱাক সম্পাদক নিৰ্বাচিত কৰি এখন পূৰ্ণাঙ্গ কমিটি গঠন কৰে । পুনৰ ১৯৮৬ চনত গঠিত সন্থাৰ তদৰ্থ কমিটিখনৰ দুলাল গঁগৈ সম্পাদক হয় । এইদৰে নিঃক্ৰিয় হৈ পৰা উত্তৰ লক্ষীমপুৰ ফুটবলত সক্ৰিয়তা প্ৰদান কৰিবলৈ ১৯৮৮ চনত কেইগৰাকীমান ক্ৰীড়া সংগঠকৰ প্ৰচেষ্টাত “লক্ষীমপুৰ ফুটবল সন্থা” নামেৰে এখন সমান্তৰাল সন্থা গঠন হয় যদিও ১৯৮৯ চনত উপায়ুক্ত জে. এছ. এল. ডাচাড্ডা-ক সভাপতি আৰু টঙ্কেশ্বৰ দত্ত-ক সম্পাদকৰূপে লৈ উত্তৰ লক্ষীমপুৰ দি. এছ. এ-ৰ এখন বাৰজনীয়া কাৰ্য্যনিৰ্বাহক কমিটি গঠন কৰে । এই নতুন কমিটি গঠন হোৱাৰ লগে লগে ইতিমধ্যে প্ৰতিষ্ঠা হোৱা লক্ষীমপুৰ ফুটবল সন্থাৰ অস্তিত্ব বিলুপ্তি ঘটি জিলা ক্ৰীড়া সন্থাৰ কাম-কাজ সুচাৰুৰূপে চলিবলৈ ধৰে ।

উত্তৰ লক্ষীমপুৰৰ ফুটবল সাফল্য বুলি কবলৈ গলে ১৯৯২ চনত ইয়াত অনুষ্ঠিত পিলিক চৌধুৰী ফুটবল চেম্পিয়নচিপ্‌ত ঘীলামৰা উচ্চতৰ মাধ্যমিক স্কুলে ৰাণাৰ্ছ- আপ খিতাপ পায়।। পুনৰ ১৯৯৪ চনত উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত আন্তঃ জিলা গ্ৰাম্য ক্ৰীড়াত ঘৰুৱা দল চূড়ান্ত বিজয়ী হয় । ইয়াৰোপৰি ১৯৯২ চনৰ ইন্দু হাজৰিকা ফুটবল টুৰ্নামেণ্টত উত্তৰ লক্ষীমপুৰ জিলা দলে ফাইনেলত উদ্যোক্তা কোকৰাঝাৰৰ হাতত ৩-০ ব্যৱধানত পৰাভূত হৈ

ৰণাৰ্চ্ছ-আপ পায়। ১৯৯২ আৰু ১৯৯৩ চনৰ পিলিক চৌধুৰী ফুটবলত চেণ্ট জিভিয়াৰ স্কুল বিজিত দল আছিল। ১৯৭৭ চনত চিনিয়ৰ আন্তঃ জিলা ফুটবল উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত হয়। উপৰি ১৯৬৭, ১৯৮৬, ১৯৯০ আৰু ১৯৯৮ চনত জুনিয়ৰ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ উদ্যোক্তা আছিল উত্তৰ লক্ষীমপুৰ। ইয়াৰ অন্তৰ্গত ১৯৯০ চনত ফাইনেল খেল নোহোৱাকৈ প্ৰতিযোগিতা অন্ত পৰে। উত্তৰ লক্ষীমপুৰ জিলা দলে চিনিয়ৰ আন্তঃ জিলা ফুটবলত দুবাৰ (১৯৮৬ আৰু ১৯৯২) আৰু জুনিয়ৰ আন্তঃ জিলা ফুটবলত দুবাৰ(১৯৯০ আৰু ১৯৯৪) ছেমি-ফাইনেললৈকে উধায়। উত্তৰ লক্ষীমপুৰৰ পৰা ৰাজ্যিক দলত নিৰ্বাচন পোৱা প্ৰথম খেলুৱৈ গৰাকী হ'ল ধীৰেন চৌধুৰী। তেওঁ ১৯৬৫ চনত ৰাজ্যিক জুনিয়ৰ দলত খেলে আৰু ১৯৬৬ চনত চিনিয়ৰ ৰাজ্যিক দলৰ হৈ ডুৰাণ্ড কাপত অংশ লয়। তেওঁৰ পিচতে যোগেন সন্দিকৈয়ে ৰাজ্যিক জুনিয়ৰ দলত নিৰ্বাচন লাভ কৰে তথা দলৰ অধিনায়ক আছিল। ধীৰেন চৌধুৰীৰ পূৰ্বে উত্তৰ লক্ষীমপুৰত অভ্যুদয় হোৱা কৃতী খেলুৱৈসকল ৰুদ্ৰ গোহাঁইবৰুৱা, যোগেশ্বৰ বৰা, কিৰণ বৰা আদি উল্লেখ্য। এইখিনিতে উল্লেখ্য ধীৰেন চৌধুৰীয়ে ডিব্ৰুগড় বিশ্ববিদ্যালয় দলতো নিৰ্বাচন লাভ কৰিছিল। তেওঁৰ পিচতে বিমল স্বৰ্গীয়াৰী, গুণ পেগু আৰু শ্যামল পাল-এ বিশ্ববিদ্যালয় দলত খেলে। □□



কিশোৰ বৰপাত্ৰগোহাঁই
(তিনিচুকীয়া)



ধীৰেন চৌধুৰী



প্ৰাণজিৎ প্ৰতিম নেওগ
(তিনিচুকীয়া)

# ইণ্ডিয়া ক্লাব

অসমৰ ক্ৰীড়া ইতিহাসত এটা ক্লাবৰ নাম সোণালী আখৰেৰে লিখা থাকিব ইণ্ডিয়া ক্লাব। ১৯০০ চনত ইণ্ডিয়া ক্লাবে জন্ম লাভ কৰে। সেই সময়ত অসমত ফুটবলৰ আদি পৰ্ব চলি আছিল। ক্লাবৰ প্ৰতিষ্ঠাপক সভাপতি এম. এছ. মাণ্ডি আৰু সম্পাদক আছিল কালীচৰণ পাণ্ডে। এওঁলোকৰ উপৰি অন্যান্য উদ্যোক্তাসকল হ'ল — জে. ডব্লিউ ট্ৰট্‌মেন, জি. জি. হিলচ্ আৰু সৌবিন্দ্ৰ মোহন এন্দ' আদি। এইখিনিতে উল্লেখ্য জন্ম লগ্নত নেচনেল স্পৰ্টছ ক্লাব অব আসাম নামধাৰী ক্ৰীড়ানুষ্ঠানটোৱেই ১৯০৩ চনৰ পৰা ইণ্ডিয়া ক্লাব নামেৰে জনাজাত হয়। যি কি নহওঁক ইণ্ডিয়া ক্লাব অসমৰ সবাতোকৈ পুৰণি ক্লাব আৰু বৰাক উপত্যকাত ইণ্ডিয়া ক্লাবৰ সমকক্ষ দ্বিতীয় অনুষ্ঠান নাই। পূৰ্বৰ সুৰমা উপত্যকাৰ আধুনিক ক্ৰীড়া সভ্যতাক চূড়ান্তৰূপ দিয়াত ইণ্ডিয়া ক্লাবৰ বৰঙণি অপৰিসীম। অসমৰ আধুনিক ক্ৰীড়া সভ্যতাকো এঢাপ আগুৱাই নিয়াত এই ক্লাব পিচপৰি থকা নাছিল। কাৰণ ইণ্ডিয়া ক্লাবে ১৯১৭ চনতে আই এফ এ শ্বিল্ডত যোগদান কৰি অসম ফুটবলত আধুনিক ক্ৰীড়া যুগৰ সূচনা কৰে আৰু আই. এফ. এ. খেলা অসমৰ প্ৰথম দলৰূপে পৰিগণিত হয়। ইণ্ডিয়া ক্লাবে অসম ফুটবলৰ চালুকীয়া অৱস্থাতে আই এফ এ শ্বিল্ডত যোগদান কৰি ভাৰতীয় ফুটবল মানচিত্ৰত অসমৰ নামটো খোদিত কৰে। কাৰণ আই. এফ. এ. শ্বিল্ডত যোগদান কৰিবলৈ যথেষ্ট পৰিমাণে প্ৰস্তুতিৰ আৱশ্যক তথা আই. এফ. এ শ্বিল্ডৰ চৌহদত পদাৰ্পণ কৰাটো এটা দলৰ পক্ষে অতি গৌৰৱৰ বিষয় আছিল। ইয়াৰ পিচতো ইণ্ডিয়া ক্লাবে ১৯১৯, ১৯২১, ১৯২৩, ১৯৪১, ১৯৪৫ আৰু ১৯৪৮ চনত আই এফ এ শ্বিল্ড খেলে। ইণ্ডিয়া ক্লাবে আই. এফ. এ. শ্বিল্ডত বেছি উধাব নোৱাৰিলেও শক্তিশালী দলসমূহৰ বিৰুদ্ধে অৱতীৰ্ণ হৈ ফুটবলৰ মানদণ্ড বৃদ্ধিৰ বাবে এই অভিযান অব্যাহত ৰাখে। যাৰফলত সুৰমা উপত্যকাৰ পৰা বহু সংখ্যক প্ৰতিভাসম্পন্ন খেলুৱৈয়ে আত্ম-প্ৰকাশৰ সুযোগ পায়। এইদৰে অসম ফুটবলৰ আদি পৰ্বৰ পৰাই ইণ্ডিয়া ক্লাবৰ জৰিয়তে শিলচৰত খেলা-ধুলাৰ এটা পৰম্পৰা গঢ়ি উঠে। এই ক্ষেত্ৰত দলৰ মধ্যমণি আছিল কেপ্টেইন এন. এম. গুপ্ত। তেওঁ ১৯১১ চনৰ পৰা একেৰাহে প্ৰায় ত্ৰিশ বছৰকাল ইণ্ডিয়া ক্লাবৰ হৈ খেলে। ফুটবলৰ

গৌৰৱময় সময়ছোৱাত সুৰমা উপত্যকা আৰু অসম ফুটবলত সংঘবদ্ধ খেলৰ পথিকৃৎ — ইণ্ডিয়া ক্লাব।

কুৰিৰ দশকত ইণ্ডিয়া ক্লাবত খেলা খেলুৱৈসকল - দ্বিজেন্দ্র চন্দ্র চক্রবর্তী, ধীৰেন্দ্র চন্দ্র দত্ত, কৃষ্ণধন ৰায়, নিত্য কর্মকাৰ, মুজুবুৰ ৰহমান, ক্ষীৰোদ চন্দ্র দত্ত, আজিজুৰ ৰহমান, আশুতোষ দত্ত, কেপ্টেইন এন এম গুপ্ত, নিৰোধ নাগ, যামিনী মোহন দাস, মোহন মিঞা, সুবোধ নাগ, বিনয় গাঙ্গুলী, সুৰেশ নন্দী আদি। ১৯৩১ চনত ইণ্ডিয়া ক্লাবে ঢাকাৰ নির্মল শ্বিল্ড ফাইনেলত ঢাকা স্পোর্টিং ক্লাবৰ হাতত ১-০ গ'লত পৰাভূত হয়। ১৯৩৯ চনত ইণ্ডিয়া ক্লাব দলে উজনি অসমৰ ডিব্রুগড়, শিৱসাগৰ, যোৰহাট আৰু লামডিঙত খেলে। চল্লিশৰ দশকক ইণ্ডিয়া ক্লাবৰ স্বর্ণযুগ বুলি কোৱা হয়। বিশেষকৈ বিশ্বযুদ্ধ চলি থাকোতেই ১৯৪১ চনত আই এফ. এ. শ্বিল্ডত যোগদান কৰে। খেলুৱৈসকল যথাক্রমে উমেশ কৰ, মকবুল হুছেইন, লোক বাহাদুৰ ছেত্রী, বীৰেন সিং, আব্দুল ৰৌফ, ভূপেন্দ্র চন্দ্র দত্ত, স্মৃতি গুপ্ত, নৰেশ সেন, পাণ্ডৱ পাল, ৰণি দেৱ, জীতেন্দ্র মোহন দাস, অজয় মোহন গুপ্ত, ইব্রাহিম মিঞা, খগেন্দ্র মজুমদাৰ, হেমেন্দ্র মজুমদাৰ, হৰি বাহাদুৰ ছেত্রী, ধীৰেশ চন্দ্র সেন আদি।

মনকৰিবলগীয়া দেশ বিভাজনৰ পিচত ইণ্ডিয়া ক্লাবত ভাল খেলুৱৈৰ পয়োভৰ ক্রমাত কমি আহে। কাৰণ স্বাধীনতাৰ পূর্বে কুমিল্লা, চিলেট, হবিগঞ্জ, মৈমনসিং আদিৰ বহু প্রতিভাশালী খেলুৱৈৰে ইণ্ডিয়া ক্লাব পুষ্ট আছিল। তথাপিও ইণ্ডিয়া ক্লাবে ১৯৫৪ চনত বৰদলৈ ট্রফী ৰাণার্ছ-আপ হওঁতে চূড়ান্ত খেলত গুৱাহাটী টাউন ক্লাবৰ হাতত ১-০ গ'লত পৰাভূত হয়। ইণ্ডিয়া ক্লাবৰ খেলুৱৈবৃন্দ— ৰঞ্জি দাস, মিহিৰ দেৱৰায়, দিলীপ গুহ, নিৰঞ্জন ভট্টাচার্য্য, ভুলু মজুমদাৰ, ৰাৱীন্দ্র সিন্‌হা, নির্মলয়া দাস, দল বাহাদুৰ ৰাণা, ৰুণু ৰাহা, অজয় মোহন গুপ্ত, ৰসেন্দ্র চুতিয়া, হৰি বাহাদুৰ ছেত্রী, বিজন গোপাল দাস (অধিনায়ক), সন্তোষ চক্রবর্তী, পৰিমল নাথ আদি। ইয়াৰে চিলেটৰ খেলুৱৈ ৰঞ্জি দাসে ১৯৫৫ আৰু ১৯৬০ চনত পূব পাকিস্তান দলত খেলে।

ইণ্ডিয়া ক্লাবে ভালে সংখ্যক ৰাজ্যিক খেলুৱৈ উপহাৰ দিছে। ইয়াৰ ভিতৰত উমেশ কৰ, অজয় মোহন গুপ্ত( দেবো),হেমেন্দ্র মজুমদাৰ(টিটো), সমীৰ মিঞা, বিজন গোপাল দাস(লুলা), নিৰঞ্জন ভট্টাচার্য্য, দল বাহাদুৰ ৰাণা, নির্মলয়া দাস(গৌতম), হৰেন্দ্র নাথ, বাৰিন্দ্র সিন্‌হা, ডাঃ পূর্ণেন্দু দাস, অভিজিৎ দেৱ(বাচ্চু), নলীনাক্ষ পাল চৌধুৰী (নিভু), জহৰ গুপ্ত, অমলেন্দু দে(ভানু), সুবীৰ চৌধুৰী, ৰমাপদ দত্ত, সুব্রত সিংহ, আদি বিশেষভাৱে উল্লেখযোগ্য। □□

# গুৱাহাটী টাউন ক্লাব



ঐতিহ্যমণ্ডিত গুৱাহাটী টাউন ক্লাব ব্ৰহ্মপুত্ৰ উপত্যকাৰ সবাতোকৈ পুৰণি ক্লাব। গুৱাহাটীত অৱস্থিত এই ক্লাবক, "Gauhati Town Club has been the Pioneer of Sporting activities in Gauhati may in Assam" বুলি আখ্যা দিছিল। এই ক্লাবৰ অগ্ৰণী ভূমিকাই অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে খিলঞ্জীয়াসকলৰ অন্তৰতো ফুটবলৰ বীজ সিঁচি দিছিল বুলি কলে বঢ়াই কোৱা নহয়। ফলস্বৰূপ গুৱাহাটী টাউন ক্লাব অসম ফুটবলৰ চকুতপৰা দলত পৰিণত হৈ এক পৃথক ক্ৰীড়া অধ্যায়ৰূপে অসমৰ ক্ৰীড়া বুৰঞ্জীত নিজৰ নাম সোণালী আখৰে খোদিত কৰি গ'ল। গুৱাহাটীৰ চিভিল চাৰ্জন কেপ্টেইন এল. বি. স্কট, আই এম. এছ., এচিচটেণ্ট চাৰ্জন ডাঃ এইচ. কে. দাস, মহম্মদ চাদুল্লা, খান চাহাব খলিলুৰ ৰহমান আদিৰ প্ৰচেষ্টাত ১৯০৬ চনত গুৱাহাটী টাউন ক্লাবৰ জন্ম হয়। ক্লাবৰ প্ৰতিষ্ঠাপক সভাপতি আছিল **কেপ্টেইন এল. বি. স্কট** আৰু প্ৰথম ছেক্ৰেটৰী **ডাঃ হৰি কৃষ্ণ দাস**। ১৯১০ চনত ডাঃ দাস ট্ৰেন্সফাৰ হোৱাত খান চাহাব খলিলুৰ ৰহমান আৰু তেওঁৰ পিচত মহম্মদ ছাদুল্লাই ১৯১৪ লৈকে এই পদত থাকে। মহম্মদ চাদুল্লাই কলিকতা হাইকৰ্টত উকালতী কৰিবলৈ যোৱাত প্ৰবোধ কুমাৰ লাহিড়ী ১৯২৩ চনলৈকে ক্লাবৰ ছেক্ৰেটৰী আছিল। তাৰ পিচতে ক্লাবৰ সদস্যসবে ৰাজেন্দ্ৰ নাৰায়ণ দেৱৰ বেলতলা গৃহত মিলিত হৈ ৰমেশ চন্দ্ৰ স্বৰস্বতী আৰু বিপিন বিহাৰী দাস-ক যুটীয়া সম্পাদক পাতে। উভয়ে ১৯৩৫ লৈকে কাৰ্য্যভাৰ চলায়। ১৯৪০-ৰ পূৰ্বলৈকে ডাঃ কনক চন্দ্ৰ বৰুৱা আৰু ডাঃ সুৰেন দাসো ক্লাবৰ ছেক্ৰেটৰী আছিল। সেইসময়ত আজিৰ দৰে সংখ্যাধিক সুসংগঠিত ক্লাব নথকা হেতু কোনো নিয়মিত টুৰ্ণামেণ্টো নাছিল কেৱল কেতিয়াবা দুই এখন ফ্ৰেণ্ডলি মেচ অনুষ্ঠিত হৈছিল। ১৯১০ চনত গুৱাহাটী টাউন ক্লাবে চিলঙত এখন ফ্ৰেণ্ডলি মেচ খেলে। সেইদৰে ১৯১১ চনত চিলঙৰ এটা দলে গুৱাহাটীত খেলিবলৈ আহিছিল। ইতিমধ্যে গুৱাহাটীৰ প্ৰথম ফুটবল প্ৰতিযোগিতা প্ৰসেনজিৎ কাপৰ সূচনা হয়

(১৯০৭)। সেই সময়ত গুৱাহাটী টাউন ক্লাবৰ উপৰি কটন কলেজ, কটন কলেজিয়েট স্কুল আৰু সোণাৰাম স্কুল আদি প্ৰতিদ্বন্দ্বী দল আছিল। যি সময়ত গুৱাহাটী টাউন ক্লাৱে সকলোৰে পৰিচিত ক্ৰীড়ানুষ্ঠানৰূপে জিলিকি উঠিছিল সেইসময়ত গুৱাহাটী আৰু চিলঙৰ বাহিৰে অসমৰ অন্য ঠাইত কোনো খেলা-ধুলাৰ পৰিবেশেই নাছিল। কুৰিৰ দশকত গুৱাহাটী টাউন ক্লাব শক্তিশালী দলৰূপে জিলিকি ১৯২৭ চনত প্ৰসেনজিৎ কাপ জয় কৰে তদুপৰি ১৯২৭, ১৯২৮ আৰু ১৯২৯ চনত নগাঁৱৰ কৃষ্ণ কুমাৰী শ্বিল্ড হস্তগত কৰে। অৱশ্যে ১৯২৯ চনৰ মাণিক চন্দ্ৰ বৰুৱা শ্বিল্ড ফাইনেলত গুৱাহাটী টাউন ক্লাব দল চিলং টাউন ক্লাবৰ হাতত ২-১ গ'লত পৰাভূত হয়। অৱশ্যে ১৯৩৩ চনত গুৱাহাটী ফুটবল সন্থা (জি এফ এ) গঠনত গুৱাহাটী টাউন ক্লাৱে অগ্ৰণী ভূমিকা লয়। সেই সময়ত গুৱাহাটী টাউন ক্লাবৰ খেলুৱৈসকল — অনিমেষ গাঙ্গুলী, হেমন্ত গুহ, মহম্মদ ছৰিফ, শৈলেন্দ্ৰ বেনাৰ্জী, ধৰিত্ৰী বৰা, নবীন শৰ্মা, উপেন নবিশ, জামিনি বৰদলৈ, মহম্মদ আজাহাৰ, ধৰণী চৌধুৰী, কৃষ্ণ চাক্সেনা, সুৰেন ৰাজমেধি, শুভ বৰুৱা আদি। তদুপৰি ক্লাবত খেলা কেইজনমান বাহিৰৰ খেলুৱৈ কোচবিহাৰৰ কুমাৰ সুৰেন, গৌৰীপুৰৰ ৰমেশ অধিকাৰী আৰু বগৰীবাৰীৰ চাৰাদিন্দু কাজি উল্লেখযোগ্য।

১৯৪০ চনত নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য গুৱাহাটী টাউন ক্লাবৰ ছেক্ৰেটৰী হয়। সেইসময়ত ক্লাব দল প্ৰভাত হাজৰিকা, অকন দাস, পুতুল দাস, বিনয় তালুকদাৰ, জীৱন দাস, অমৃত তালুকদাৰ, লোহিত দাস, ভাৰত চৌধুৰী আদি খেলুৱৈৰে পুষ্ট আছিল। এইসকলৰ লগতে সূৰ্য্য বৰা, ৰবীন নবিশৰ উপৰি মোহনবাগানৰ চেণ্টাৰ-হাফ্ এ. হামিদ আদিয়ে খেলিছিল। বিশ্ব যুদ্ধৰ সময়ত গুৱাহাটী টাউন ক্লাবৰ ছেক্ৰেটৰী আছিল লোহিত দাস। ১৯৪৫ চনত দয়াল বৰুৱা ক্লাবৰ ছেক্ৰেটৰী হয়। সেইসময়তে দয়াল বৰুৱাৰ উপৰি লোহিত দাস, পুলিন দাস আৰু প্ৰফুল্ল হাজৰিকাৰ প্ৰচেষ্টাত গুৱাহাটী টাউন ক্লাব পুনৰ প্ৰাণ পাই উঠে। ১৯৪৭-৪৮ চনত ৰেলৱে ঠিকাদাৰ ৰায় বাহাদুৰ উদ্ধৱ দাসৰ দানেৰে টাউন ক্লাবৰ পেভিলিয়ন আৰু ঘৰটো নিৰ্মাণ কৰে। ১৯৪৮ চনত নৃপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য পুনৰ গুৱাহাটী টাউন ক্লাবৰ ছেক্ৰেটৰী নিৰ্বাচিত হয়। বিশ্বযুদ্ধৰ সময়ত গুৱাহাটী টাউন ক্লাবৰ খেলপথাৰখন সৈন্যবাহিনীৰ শিবিৰলৈ পৰিবৰ্ত্তন হৈ নষ্ট হোৱাত যুদ্ধৰ অন্তত ক্লাব কৰ্তৃপক্ষৰ প্ৰচেষ্টাত পুনৰ খেলপথাৰ উন্নীত কৰি গুৱাহাটী তথা অসমৰ মূল ক্ৰীড়া কেন্দ্ৰত পৰিণত কৰে। ক্ৰমান্বয়ে গুৱাহাটীৰ বাহিৰৰ দলসমূহক প্ৰদৰ্শনী খেলৰ বাবে আমন্ত্ৰণ



গুবাহাটী টাউন ক্লাব ১৯৫৪

হৈ ওফালৰ পৰা ঃ অমু ঘোষ, তোযেশ্বৰ দত্ত, কনক বৰদলৈ, পিলিক চৌধুৰী, ভক্ত বাহাদুৰ ছেত্ৰী, প্ৰফুল্ল মেচ, পৱন গোহাঁই,
ৰ। বহি ঃ জেদ্ ৰমিঅ, প্ৰফুল্ল হাজৰিকা, শশী বৰকটকী, মহেশ গোহাঁই।

কৰা হয়।

গুৱাহাটী টাউন ক্লাবে ১৯৫০ চনত লীগ খিতাপ জয় কৰাৰ পিচৰে পৰা দলত আমূল পৰিবৰ্ত্তন পৰিলক্ষিত হয়। ১৯৫২ চনত ৰভাৰ্ছ কাপ আৰু ১৯৫৩ চনত ডি চি এম ট্ৰফীত যোগদান কৰে। পিচলৈ আই এফ এ শ্বিল্ডতো অংশ লয়। ক্লাবৰ পেট্ৰন/ উপদেষ্টা ভূবনেশ্বৰ বৰুৱাৰ প্ৰচেষ্টাত বৰদলৈ ট্ৰফীৰ শুভাৰম্ভ ঘটে। অৱশ্যে পিচলৈ গুৱাহাটী ফুটবল সন্থাই এই টুৰ্ণামেণ্ট চলোৱাৰ দায়িত্ব লয়। ১৯৫৪ চনত গুৱাহাটী টাউন ক্লাবে ত্ৰিপুল ক্ৰাউন (লীগ, বৰদলৈ ট্ৰফী আৰু এম চি বৰুৱা শ্বিল্ড) পায়। ১৯৫৬ চনত বৰদলৈ ট্ৰফী আৰু স্বাধীনতা দিৱস কাপ জয় কৰে। সেইসময়ত গুৱাহাটী টাউন ক্লাব দল - প্ৰফুল্ল হাজৰিকা, আমানুল্লা, জোবেশ্বৰ দত্ত, পৱন গোহাঁই, অমু ঘোষ, প্ৰফুল্ল মেচ, বাদল ঠাকুৰ, কনক বৰদলৈ, জেদ ৰমিঅ, পিলিক চৌধুৰী আদি তাৰকাৰে পুষ্ট আছিল। পিচত চৌ জিত গোহাঁই, ইন্দ্ৰজিৎ নামচুম, অখিল ডেকা, লুৰে চেত্ৰী, আব্দুল হামিদ, ৰিচাৰ্ড হে'ৰ প্ৰদীপ ফুকন, আব্দুল জেলিল, ভোলা ৰায়, কুমাৰেশ ঘোষ আদি উল্লেখযোগ্য। ইয়াৰে ইন্দ্ৰজিৎ নামচুমে ১৯৬৪ চনত জাতীয় জুনিয়ৰ দলত স্থান লাভ কৰি চাইগনত অনুষ্ঠিত ৪ৰ্থ এচিয় জুনিয়ৰ ফুটবল চেম্পিয়নশ্বিপ্ত অংশ লয়। তদুপৰি গুৱাহাটী টাউন ক্লাবে ১৯৬৭ আৰু ১৯৭৫ চনত ডুগৰ শ্বিল্ড জয় কৰাৰ উপৰি ২০০১-০২ অসম ক্লাব ফুটবল চেম্পিয়নচিপ অৰ্জন কৰে। এতিয়ালৈকে টাউন ক্লাবে মুঠ ৯ বাৰ লীগ খিতাপ অৰ্জন কৰিছে। বিশেষকৈ উল্লেখ্য গুৱাহাটী টাউন ক্লাবৰ প্ৰফুল্ল হাজৰিকা, চৌ জিত গোহাঁই, ইন্দ্ৰজিৎ নামচুম, মতিলাল দাস, কিশোৰ ছেত্ৰী আদিয়ে সন্তোষ ট্ৰফীত ৰাজ্যিক দলৰ অধিনায়কত্ব কৰে। তদুপৰি টাউন ক্লাবৰ দেৱাশীষ ৰায় আৰু অৰূপ দাসে চিনিয়ৰ জাতীয় দলতো খেলাৰ গৌৰৱ অৰ্জন কৰে। □□

# মহাৰাণা ক্লাব



ভাৰতৰ ফুটবল মানচিত্ৰত অসমক প্ৰতিষ্ঠিত কৰা একমাত্ৰ ফুটবল দলটো হল মহাৰাণা ক্লাব। এই ঐতিহ্যমণ্ডিত মহাৰাণা ক্লাবৰ জন্ম ১৯০৭ চনত, যি সময়ত অসমৰ ক্ৰীড়া সভ্যতা একেবাৰে চালুকীয়া অৱস্থাত আছিল বুলি কব পাৰি। এই খিনিতে উল্লেখ্য মহাৰাণা ক্লাবৰ ওপজা নাম "অৰিয়েণ্ট ক্লাব"। এই অৰিয়েণ্ট ক্লাব ঠন ধৰিবলৈ নেপাওঁতেই কেইগৰাকীমান সদস্যই ক্লাবৰ পৰা ওলাই আহি "লাগা শ্যামা " নামেৰে আন এটা ক্লাব গঠন কৰে। কিন্তু এই নামটো লৈ ক্লাবৰ গৰিষ্ঠ সংখ্যক সদস্যই সন্তুষ্ট হব পৰা নাছিল আৰু ক্লাবৰ সকলোৱে এটা নতুন নাম অন্বেষণ কৰি "মহাৰাণা" নামটো গ্ৰহণ কৰে। অৱশ্যে মহাৰাণা ক্লাবক প্ৰাণ প্ৰাচুৰ্য্যৰে পৰিপূৰ্ণ কৰাত অনিমেষ গাঙ্গুলীৰ অৱদান অসম ফুটবল তথা ক্ৰীড়া জগতত এক নজিৰ হৈ ৰব। বিশেষকৈ অসমৰ বাহিৰলৈ খেলিবলৈ যোৱা অসমৰ প্ৰথম দলৰূপে খ্যাতি অৰ্জন কৰি ১৯২৯ চনত ৰংপুৰৰ গোবিন্দলাল শ্বিল্ডত যোগদান কৰে। ইয়াৰ পিচৰে পৰা নিয়মিতৰূপে উত্তৰ বঙ্গৰ ফুটবল প্ৰতিযোগিতাসমূহত অংশ গ্ৰহণৰে মহাৰাণা ক্লাবে অভিজ্ঞতা সঞ্চয় কৰে আৰু ১৯৩৯ চনত পোন প্ৰথম আই. এফ. এ. শ্বিল্ডত যোগদান কৰাৰ গৌৰব অৰ্জন কৰে। বিশেষকৈ ১৯৪০ চনত পাঁচবাৰ লীগ জয়ী মহমেডান স্পৰ্টিঙৰ বিৰুদ্ধে বীৰোচিত খেল প্ৰদৰ্শন কৰি অসম ফুটবলত বৈপ্লৱীক তৰঙ্গ সৃষ্টি কৰাৰ লগতে ভাৰতৰ ফুটবল মানচিত্ৰত অসমৰ নামটো গদগদীয়াকৈ খোদিত কৰে। পৰৱৰ্ত্তীকালত (১৯৫৮ লৈকে) মহাৰাণা ক্লাবে মুঠ ১৯ বাৰ আই. এফ. এ. শ্বিল্ডত যোগদান কৰি ১৯৪৯ চনত ছেমি-ফাইনেল খেলি ইষ্টবেঙ্গলৰ হাতত পৰাভূত হয়। বিশেষকৈ ১৯৪৭ চনত লক্ষ্ণৌৰ আই. এফ. চি. শ্বিল্ড জয় কৰোঁতে ফাইনেলত ই. আই. ৰেলৱে দলক পৰাভূত কৰে। তদুপৰি ১৯৪৮ আন্তঃ জিলা বিজয়ী গুৱাহাটী দলৰ সকলো খেলুৱৈ মহাৰাণা ক্লাবৰ (গুৱাহাটী জিলা দলে যোগদান নকৰাত মহাৰাণা ক্লাবে গুৱাহাটীৰ পক্ষে যোগদান কৰে)। তদুপৰি ১৯৫২ চনত বেনাৰসৰ কমল কুমাৰী ট্ৰফী জয় কৰে। ১৯৫৪ চনত গুৱাহাটীত অনুষ্ঠিত প্ৰদৰ্শনী খেলত ইষ্টবেঙ্গলক



ফটো পবিত্ৰ গগৈৰ সৌজন্যত

মহাৰাণা ক্লাব ১৯৫০

ঠিয় হৈ বাওঁফালৰ পৰা - পদ্মধৰ চৌধুৰী, ৰমেশ দাস, ৰত্নহাস গোস্বামী, ভোলা চককাৰ।

চকীত বহি - নিপ বৰুৱা, পিলিক চৌধুৰী, উমেশ দাস (চিনিয়ৰ), বসন্ত মেধি।

মাটিত বহি - অক্ষয় শৰ্মা, হীৰেন মুখাৰ্জী, হাদু গাঙ্গুলী।



মহাৰাণা ক্লাব দল ১৯৫৭

চতুৰ্থ শাৰী বাঁওফালৰ পৰা - পৰেশ মজুমদাৰ, অবনি হাজৰিকা, কমলেশ্বৰ দাস, মহেন্দ্ৰ দাস(পিয়ন)। তৃতীয় শাৰী ঠিয় হৈ - প্ৰফুল্ল দাস, অখিল ডেকা, অশ্বিনী ৰাজবংশী, উমেশ দাস(জুনিয়ৰ), ৰঘুনন্দন ৰায়, উমেশ দাস(চিনিয়ৰ), গৌতম দাস, মৃনাল সেন। চকীত বহি - শচীন নাহা, নাৰায়ণ দাস, অন্নৰাম বৰুৱা, গৌৰী হিমট্টসিংকা, সোণেশ্বৰ পাটোৱাৰী, অনিমেষ গাঙ্গুলী। মাটিত বহি - ৰঞ্জিত ভূষণ, জনা নগ'ল, নাণ্টু দাস, অধীৰ ৰায়।

১-০ গ'লত হৰুৱায়। তদুপৰি মহাৰাণা ক্লাৱে ১৯৪৪ চনৰ পৰা এতিয়ালৈকে মুঠ ১৭ বাৰ গুৱাহাটীৰ প্ৰথম ডিভিজন লীগ জয়ী হৈ এক অনন্য ৰেকৰ্ড প্ৰতিষ্ঠা কৰে। অসম ফুটবলত তোলপাৰ সৃষ্টি কৰোঁতা মহাৰাণা ক্লাৱে ১৯৫৩ চনত বৰদলৈ ট্ৰফী আৰু ১৯৫৭ চনত স্বাধীনতা দিৱস কাপ আৰু ডুগৰ শ্বিল্ড জয় কৰিছিল। ইয়াৰোপৰি ১৯৯৬ চনত পুনৰ ডুগৰ শ্বিল্ড হয় কৰে আৰু ১৯৯৭ চনত প্ৰথম অসম ক্লাৱ ফুটবল খিতাপ আৰ্জে।

মহাৰাণা ক্লাৱে উপহাৰ দিয়া খ্যাতনামা খেলুৱৈসকলৰ ভিতৰত শৰৎ দাস আৰু ডাঃ টি আও সবাতোকৈ উল্লেখযোগ্য। পৰৱৰ্ত্তীকালত উভয়ে মোহনবাগান ক্লাবৰ অধিনায়ক আছিল। ইয়াৰ ভিতৰত ডাঃ টি. আৱে লণ্ডন অলিম্পিকত ভাৰতীয় ফুটবল দলৰ অধিনায়কত্ব কৰে। তদুপৰি জিতেন "পুটু" চৌধুৰী, মনোৰঞ্জন বেনাৰ্জী, নলিনী "পিলিক" চৌধুৰী, পদ্মধৰ "কুনকুন" চৌধুৰী, অজয় "সাধন" দাস, ৰঘুনন্দন ৰায়, টচেন বড়া আদি খ্যাতনামা খেলুৱৈসকলে এই দলৰ জাৰ্চি পৰিধান কৰি শোভাবৰ্দ্ধন কৰিছিল। এইখিনিতে উল্লেখ্য ক্লাৱৰে ভৱেশ "টিটো" ৰায় ১৯৬৪ চনত ৰাণাৰ্ছ-আপ প্ৰাপ্ত অসম জুনিয়ৰ দলৰ অধিনায়ক আছিল। তদুপৰি উমেশ দাস(চিনিয়ৰ), নিপ বৰুৱা, ভাৰত চৌধুৰী, নাৰায়ণ "লুলু" দাস, ভক্ত বাহাদুৰ ছেত্ৰী, অশ্বিনী ৰাজবংশী, অৱনি হাজৰিকা, অমু মুখাৰ্জী, সুনীল দাস আদি তাৰকা খেলুৱৈৰ পয়োভৰ আছিল দলটোত। মহাৰাণাৰ পক্ষে বিভিন্ন স্থানত অৱতীৰ্ণ হোৱা খেলুৱৈসকলৰ ভিতৰত চিন্ময় লাহিড়ী, গোলাপ হাজৰিকা, বসন্ত মেধি, জামাল হুছেইন, কালী ৰাহা, গোবিন্দ কলিতা, চৌকত আলি, হৰ কুমাৰ শইকীয়া, ৰত্নহাস গোস্বামী, নিৰ্মলয়া-'গৌতম' দাস, সুহাস 'হাদু' গাঙ্গুলী, চঞ্চল গুহ, পৰেশ মজুমদাৰ, অধীৰ ৰায়, কাম্পো লিনচেন, নিহাৰ নাগ, প্ৰবোধ চৌধুৰী, ক্ষীৰোদ বৈশ্য, হৰ প্ৰসাদ বেজবৰুৱা, মদন সোণোৱাল, এলেঙ্গ টাংখুল,নিকুঞ্জ ব্ৰহ্ম, পাফলুং কাবুই, পৰেশ কাকতি, হেৰল্ড চাংমা, বাবুল ফুকন আদি উল্লেখযোগ্য।

মহাৰাণা ক্লাৱে গৌৰৱময় যুগ অতিবাহিত কৰোঁতে নানান ধৰণৰ প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন হব লগীয়া হৈছে, যদিও প্ৰতি বছৰে সংখ্যাধিক খেলুৱৈৰে ৰাজ্যিক দলত অৰিহণা যোগাইছে। ক্লাবৰ অগ্ৰসৰত অৰিহণা যোগোৱা সকলৰ ভিতৰত ইকৰাম ৰছুল, কামাখ্যা নাথ ঠাকুৰ, ফণী দত্ত, অন্নৰাম বৰুৱা, গণেশ সেন, অনিমেষ গাঙ্গুলী, বিনয় বল, শশীধৰ শৰ্মা, গৌৰী হিমট্ৰসিংকা আদি বিশেষভাৱে স্মৰণীয় হৈ ৰব। তদুপৰি সমগ্ৰ জীৱন মহাৰাণাত কটাই দিয়া পিয়ন মহেন্দ্ৰ দাস (পিটি ভাই) ফুটবল তথা ক্লাৱক ভাল পোৱাৰ এক বিৰল দৃষ্টান্ত।

# অসম পুলিচৰ ফুটবল বুৰঞ্জী



বৃটিছ ৰাজত্ব কালতে অসমত ফুটবল খেলে প্ৰসাৰ লাভ কৰে। ইয়াৰ অন্তৰ্গত জিলা পুলিচ দলসমূহৰো জন্ম হয়। স্বাধীনতাৰ পিচতে যোৰহাটত অসম পুলিচ ফুটবলৰ সূত্ৰপাত হওঁতে চুপাৰিণটেণ্ডেণ্ট অব পুলিচ আতাউৰ ৰহমান (মেম্বাৰ অব পাৰ্লামেণ্ট ১৯৮৫-৮৯)এ যোৰহাট পুলিচ ফুটবল দলটো পুনৰ গঠন কৰি নতুন জীৱন দিয়ে। এয়াই আছিল ভৱিষ্যত অসম পুলিচৰ বুনিয়াদ (basic)। এই সন্দৰ্ভত তেখেতৰ বক্তব্য, "যোৰহাট পুলিচত বহু সম্ভাৱনাময় ফুটবল আকৰ (human resources) দেখি এই দলটো প্ৰবৰ্ত্তন কৰো।" বৃটেনত প্ৰকাশিত "How to play Soccer" নামৰ এখন ফুটবল কিতাপৰ ধাৰা অনুযায়ী তেওঁ খেলুৱৈসকলক তালিম দি আধুনিক টেক্‌টিচ্ ব্যৱহাৰ কৰিব শিকায়।

১৯৫৪ চনত যোৰহাট পুলিচে স্বাধীনতা দিৱস কাপ জয় কৰোঁতে শক্তিশালী ডিব্ৰুগড় ৰেলৱেক ৪-০ গ'লত ধৰাশায়ী কৰি চাঞ্চল্য সৃষ্টি কৰে। এই সাফল্যই নৱ প্ৰাণৰ সঞ্চাৰ কৰাৰ লগতে দলৰ বাবে উৎসাহ উদ্দীপনা কঢ়িয়াই আনে। ইয়াৰ লগে লগে পুলিচৰ নিয়মানুবৰ্ত্তিতাই তেওঁলোকক সফলতাৰ জখলাত উধাবলে সহায় কৰে। ১৯৫৮ চনত যোৰহাট পুলিচ দলে মোককচাং জিলা একাদশক পৰাভূত কৰি এ টি পি এ শ্বিল্ড জয়ী হয়। এই খিনিতে উল্লেখ্য ১৯৫১ চনত "নিৰ্বাচিত অসম পুলিচ" দলে কলিকতাত অনুষ্ঠিত সদৌ ভাৰত পুলিচ ক্ৰীড়াত পোন প্ৰথম অংশ গ্ৰহণ কৰে। যোৰহাট পুলিচ দলৰ খেলুৱৈসকল আছিল ক্ৰমে— সত্যভূষণ চৰকাৰ, লোকনাথ হাজৰিকা, আমানুল্লা, ভুবন গগৈ (লেফট-হাফ্), পুণ্যেশ্বৰ কছাৰী, দীনেশ চাংমা, ডিম্বেশ্বৰ বৰা, টিপেশ্বৰ মেচ, জুহন লোঠা, কেমন মেচ, কমলসিং থাপ্পা, অনন্ত ভূএগ, লীলা বৰদলৈ, নকনটিভা আও আদি।

১৯৫৯ চনত সমগ্ৰ অসমত সিচৰতি হৈ থকা বছা বছা পুলিচ খেলুৱৈসকলক একত্ৰিত কৰি ডেৰ্গাওঁ পুলিচ নামেৰে এটা দল গঠন কৰে। এই দল গঠনৰ প্ৰধান কাৰীকৰ—**আতাউৰ ৰহমান**। সেইসময়ত আতাউৰ ৰহমান, চামচুদ্দিন আহমেদ,

প্ৰবোধ বৰবৰা আদি ডেৰগাওঁ পুলিচ ট্ৰেইনিং কলেজৰ কমাণ্ডডেণ্ট আৰু আই. পি. এম. মেনন প্ৰধান অধ্যক্ষ আছিল। এই দলত যোৰহাট পুলিচৰ পুণ্যেশ্বৰ কছাৰী, ভুবন গগৈ(লেফট-বেক) আৰু আমানুল্লা; তেজপুৰ পুলিচৰ চেনাৰাম নাথ আৰু পোনা আও; নগাওঁ পুলিচৰ ৰিয়াজ আলি; কাছাৰ পুলিচৰ হৰিপ্ৰসাদ বৈদ্য; যোৰহাটৰ শিৱ ভঁৰালী, কাছাৰৰ অজয় দাস; ষ্টেট ট্ৰেন্সপৰ্টৰ নাৰায়ণ বৰা; কোকৰাঝাৰৰ বিজয় ব্ৰহ্ম আদি তথা প্ৰতিভাসম্পন্ন দুৰ্দ্ধৰ্ষ খেলুৱৈসকলক সন্নিৱিষ্ট কৰি অসমৰ ত্ৰাস সৃষ্টিকাৰী দলত পৰিণত কৰে। দলৰ বিস্ময়কৰ সাফল্যত চাৰিওগৰাকী বিষয়াৰ সৃষ্টিকামী প্ৰচেষ্টা অসম ফুটবলৰ বাবে এক নজিৰ হৈ ৰব। আনকি খেলত অধিক মনোযোগ দিয়া বাবে এবাৰ চৰকাৰৰ পৰা সতৰ্কতাসূচক বিজ্ঞ ও পাইছিল। এইখিনিতে উল্লেখ্য ১৯৫৯ চনৰ এ টি পি এ শ্বিল্ড ডেৰগাওঁ পুলিচৰ প্ৰথম ট্ৰফী। সেইবছৰ পুলিচ খেলুৱৈৰ ডিফেন্সে অসমৰ ডিফেন্সৰূপে অৱতীৰ্ণ হৈ সন্তোষ ট্ৰফীত চাঞ্চল্যকৰ ফুটবল খেলে। ৰাইট-বেক্ আমানুল্লা; লেফট বেক্ ভুবন গগৈ আৰু চেণ্টাৰ হাফ্ পুণ্যেশ্বৰ কছাৰীৰ নাম উল্লেখযোগ্য। এইখিনিতে এটা কথা উল্লেখ কৰিবলগীয়া ৰাজ্যিক দলত স্থান পোৱা প্ৰথম পুলিচ খেলুৱৈ হল—ফায়াৰ ব্ৰিগেডৰ উমেশ কৰ; চিলং পুলিচৰ মেক্সৱেল ৰয় ৰমনংগ আৰু আৰ্ণেষ্ট উইলিয়াম জাৰবা (১৯৪৭)। ১৯৬০ চনত ডেৰগাওঁ পুলিচে এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ আৰু বৰদলৈ ট্ৰফী জয় কৰি অসম ফুটবলত তোলপাৰ লগায়। তদুপৰি পুলিচ খেলুৱৈৰে পুষ্ট গোলাঘাট জিলা দলে আন্তঃ জিলা খিতাপো পোন প্ৰথমবাৰৰ বাবে পায়। ১৯৬১ চনত পুনৰ এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ আৰু ডুগৰ শ্বিল্ড জয় কৰে। কিন্তু খ্যাতি সম্পন্ন



আতাউৰ ৰহমান

বৰদলৈ ট্ৰফীৰ ছেমি-ফাইনেলত পৰাভূত হয় যদিও "অসম গঁড়" নামেৰে খ্যাত লেফট-বেক্ ভুৱন গগৈয়ে এইচ্. পি. চন্দ' মেমৰিয়েল বেষ্টমেন ট্ৰফী পায়। এই খিনিতে উল্লেখ্য জাতীয় দল গঠনৰ বাছনি শিবিৰলৈ আমন্ত্ৰণ পোৱা প্ৰথম পুলিচ খেলুৱৈ গৰাকী হল— ৰিয়াজ আলি (১৯৬১)। ১৯৬২ চনত কেপ্টেইন এন এম গুপ্ত ট্ৰফী জয় কৰে। তদুপৰি পুলিচ খেলুৱৈৰে পুষ্ট গোলাঘাট

জিলা দলে পুনৰ আন্তঃ জিলা চেম্পিয়নশ্বিপ অৰ্জন মনকৰিবলগীয়া। ১৯৬৪ চনত এ টি পি এ শ্বিল্ড জয় কৰে কিন্তু ডুগৰ শ্বিল্ডত হায়দৰাবাদ টেলিফোনৰ হাতত পৰাভূত হৈ ৰাণাৰ্চ্-আপ পায়। এই খিনিতে উল্লেখ্য এইখন খেলতে দুৰ্দ্ধৰ্ষ লেফট-আউট ৰিয়াজ আলিয়ে আঘাত পাই প্ৰথম শ্ৰেণী ফুটবলৰ সামৰণি মাৰিব লগা হয়। ডেৰগাওঁ পুলিচ দলৰ পৰা আমানুল্লাৰ ট্ৰেন্সফাৰ, নাৰায়ণ বৰাৰ অৱসৰ আৰু "আসাম টাইগাৰ" নামেৰে খ্যাত দুৰ্দ্ধৰ্ষ তথা সুন্দৰ স্বাস্থ্যৰ পাকৈত টেক্‌নিকেল লেফট-হাফ্ বিজয় ব্ৰহ্ম আঘাতপ্ৰাপ্ত হৈ তিনিবছৰ (১৯৬২-৬৪) খেলপথাৰৰ পৰা আঁতৰত থাকে। ৫ ফুট ৭ ইঞ্চি ওখ, ৬৮ কিলোগ্ৰাম ওজনৰ দুৰ্দ্ধৰ্ষ ৰাইট-হাফ্ হৰিপ্ৰসাদ বৈদ্যৰ সোঁ-ভৰি ভাগি (১৯৬৩) অৱসৰ লব লগা ঘটনাই দলীয় সাফল্যত নিষ্প্ৰভতা বিৰাজ কৰে। অৱশ্যে ১৯৬৬ চনত ডেৰগাওঁ পুলিচে পুনৰ বাতৰিৰ শিৰোনামা দখল কৰোঁতে মাদ্ৰাজ পুলিচক ৫-০ গ'লত হৰুৱাই সৰ্বভাৰতীয় পুলিচ খিতাপ জয় কৰে। এই ঐতিহাসিক ফাইনেলত চেণ্টাৰ-ফৰোৱাৰ্ড ৰবীন নেওগে হেট-ট্ৰিক অৰ্জন কৰে। এই সাফল্যৰ পিচতে ডেৰগাওঁ পুলিচক "অসম পুলিচ" ৰূপে নামকৰণ কৰা হয় (১৯৬৬)। ডেৰগাওঁ পুলিচ দলটোৰ সদস্যসকল আছিল ক্ৰমে সুশীল মাৰাক, আমানুল্লা, পোনা আও, ভুবন গগৈ, পুণ্যেশ্বৰ কছাৰী, মিদু আঙ্গামী, হৰিপ্ৰসাদ বৈদ্য, বিজয় ব্ৰহ্ম, ৰবি দেৱ, ৰসৰাজ ভট্টাচাৰ্য্য, শিৱ ভঁৰালী, কমলসিং থাপ্পা, নাৰায়ণ বৰা, অজয় দাস, ৰিয়াজ আলি, চেনাৰাম নাথ, জহন লোঠা, কুমুদ গগৈ, ৰূপেশ্বৰ গোহাঁই, মাখন হাজৰিকা, অৰবিন্দ বৰ্মণ, দানদাস মাৰাক, দীনেশ চাংমা, খৰ্গেশ্বৰ হাজৰিকা, উমেশ ৰায়, ফিলিপচন মাৰাক আদি। পিচলৈ কমলা নাথ, ৰবীন নেওগ, চন্দ্ৰমোহন গগৈ, মনোৰঞ্জন চেটাৰ্জী, সন্তোষ গোস্বামী, শচীন ৰায়, হৰেণ সোণোৱাল, প্ৰমোদ মিশ্ৰ, কন্দৰ্প বৰুৱা, মধু হাজুৱাৰী, ৰহিমুদ্দিন চৌধুৰী, পদ্মেশ্বৰ ডেকা, অনিল ৰায় আৰু পদুম বাহাদুৰ থাপ্পা আদিক সন্নিৱিষ্ট কৰে।

১৯৬৬ আই. এফ. এ. শ্বিল্ডৰ তৃতীয় ৰাউণ্ডত ইষ্টাৰ্ণ ৰেলৱেৰ হাতত অসম পুলিচে শোচনীয়ভাৱে ৯-০ ব্যৱধানত পৰাজয় বৰণ কৰাৰ পিচতে হায়দৰাবাদৰ কোচ জি. এছ. লাইকে প্ৰশিক্ষণ দিবলৈ আহে। এওঁৰ প্ৰশিক্ষণত দলত আমূল পৰিবৰ্ত্তন আনি ৪-২-৪ পদ্ধতি অৱলম্বন কৰে অৰ্থাৎ অসমত প্ৰথম এই পদ্ধতিত খেলা দলৰূপে পৰিগণিত হয়। ইতিপূৰ্বে টু-বেক্ আৰু থ্ৰি-বেক্ পদ্ধতিত খেলিছিল। অভিজ্ঞ কোচ্ লাইকে খেলুৱৈসকলৰ মাজতো আমূল পৰিবৰ্ত্তন ঘটাই কমলা



ফটো নকলটিভা আওৰ সৌজন্যত

যোৰহাট পুলিচ ১৯৫৪

নাথক ৰাইট-বেক্‌ৰ পৰা ৰাইট-আউট; ৰবীন নেওগক চেণ্টাৰ-ফৰোৱাৰ্ডৰ পৰা ষ্টপাৰ; পদ্মেশ্বৰ ডেকাক লেফট-হাফ্‌ৰ পৰা লেফট-ইনচাইড; চন্দ্ৰমোহন গঞ্জুক ৰাইট-ইনৰ পৰা ৰাইট -হাফ; সলিল মাৰাকক লেফট-ইনৰ পৰা এটেকিং লিংকমেন হিচাপে খেলিবলৈ দিয়ে। আনহাতে অনিল ৰায়ক এগৰাকী দৃঢ় প্ৰতিজ্ঞ খেলুৱৈ লৈ ৰূপান্তৰ কৰে। এই ৰূপান্তৰকৰণৰ ফলত অসম পুলিচে এক দশককাল চাঞ্চল্য সৃষ্টিকাৰী লোমহৰ্ষক ফুটবল খেলে। ৱান-টাচ ফুটবল অৰ্থাৎ কিক্‌ এণ্ড ৰাণ গেম খেলা অসম পুলিচৰ সফল ফুটবলত ৰক্ষণবিভাগ সদায় দুৰ্ভেদ্য লাগিছে হাফ্‌-লাইনৰ দুৰ্দ্ধৰ্ষতাৰ মাজত আছিল চতুৰ ক্ৰীড়া মগজু। আক্ৰমণ কৰোঁতে ধুমুহা গতিত বিপক্ষৰ ৰক্ষণবিভাগত কেইবাজনো ফৰোৱাৰ্ডে সোমাই বিভ্ৰান্তিৰ সৃষ্টি কৰিছিল। তেওঁলোকে পাতনিৰে পৰা তীব্ৰ গতিসম্পন্ন ফুটবলৰ অৱতাৰণা কৰি অন্ত নপৰা পৰ্য্যন্ত দ্ৰুততা অব্যাহত ৰখাটো সচৰাচৰ ক্ৰীড়া নীতি আছিল। ইয়াৰ মাজতে সুবিধা পালেই যিকোনো খেলুৱৈয়ে লং ৰেঞ্জ শ্বুটিং লৈছিল যাৰফলত প্ৰতিপক্ষ প্ৰতিমুহূৰ্ত্তে বিব্ৰত হৈ পৰিছিল। আচল কথা কব গলে পাৱাৰ ফুটবল খেলা অসম পুলিচৰ প্ৰতি গৰাকী খেলুৱৈ প্ৰচুৰ সহ্যশক্তিৰ অধিকাৰী আছিল।

১৯৬৭ চনত অসম পুলিচে এ টি পি এ শ্বিল্ড, স্বাধীনতা দিৱস কাপ জয় কৰাৰ উপৰি বৰদলৈ ট্ৰফীত চাঞ্চল্য সৃষ্টিকাৰী ফুটবলৰ অৱতাৰণা কৰে। তদুপৰি নিজাম গোল্ড কাপ, ৰভাৰ্ছ কাপ, ডুৰাণ্ড কাপ আৰু শ্ৰীকৃষ্ণ গোল্ড কাপ আদিত প্ৰদৰ্শন উল্লেখনীয়। কলিকতাৰ খেলপথাৰত কমলা নাথক “আসাম মেইল” নাম দিছিল। বিশেষকৈ ১৯৭১ চনত দুৰ্দ্ধৰ্ষ মহমেডান স্পৰ্টিঙক ২-১ গ'লত পৰাভূত কৰি বৰদলৈ ট্ৰফী জয় কৰোঁতে ষ্টপাৰ অনিল ৰায়ে শ্ৰেষ্ঠ খেলুৱৈৰ বঁটা পায়। সেই সময়ছোৱাত যি কোনো ফৰোৱাৰ্ডে এই ক্ৰীড়াবিদ গৰাকীৰ কাষ চাপিবলৈ চিন্তা কৰিব লগা হৈছিল। এই ঐতিহাসিক ফাইনেলখন অসম ফুটবলৰ গৌৰৱময় অধ্যায়ত সদায় জিলিকি থাকিব। তদুপৰি অসম পুলিচ দল ১৯৬৮-৭১ লৈকে একেৰাহে চাৰিবাৰ সৰ্বভাৰতীয় পুলিচ ফুটবলত ৰাণাৰ্ছ-আপ আছিল। ১৯৬৭ চনত সাত গৰাকী অসম পুলিচৰ খেলুৱৈয়ে ৰাজ্যিক দলত স্থান কৰিছিল। সন্তোষ গোস্বামী দলৰ অধিনায়ক তথা ৰাজ্যিক দলৰ অধিনায়কত্ব কৰা এওঁৱেই প্ৰথম ফুটবলাৰ। বিশেষকৈ লিঙ্কমেন, চন্দ্ৰমোহন গঞ্জু আৰু সলিল মাৰাকৰ যৌথ ক্ৰীড়া চাতুৰ্য্য অসম তথা ভাৰতৰ ফুটবলত সদায় জিলিকি থাকিব। অসম পুলিচ দলৰ মেৰুদণ্ড স্বৰূপ এই খেলুৱৈদ্বয়ৰ পাৰস্পৰিক বুজাপৰা, বিস্ফোৰক খেল তথা



ফটো নাৰায়ণ বৰাৰ সৌজন্যত

ডেৰগাঁও পুলিচ ১৯৬০

ঠিয় হৈ বাঁওফালৰ পৰা - ৰূপেশ্বৰ গোহাঁই, মাখন হাজৰিকা, হৰি প্ৰসাদ বৈদ্য, ৰিয়াজ আলি, বিজয় ব্ৰহ্মা, হেণ্ডিলচন মাৰাক, শিৱ ভঁৰালী, ৰবিন দেৱ। বহি - ভূবন গগৈ, অজয় দাস, নাৰায়ণ বৰা, এছ. কে. দেৱ (কৰ্ম্মকৰ্ত্তা), পুণ্যেশ্বৰ কছাৰী, এ. কে. দাস (কৰ্ম্মকৰ্ত্তা), চেনাৰাম নাথ। মাটিত বহি - সুশীল মাৰাক, কুমুদ গগৈ।

চতুৰ ৰণ-চাতুৰ্য্যৰ দুৰ্দ্ধৰ্ষ ক্ৰীড়াধাৰা অসমৰ বাবে এক নজিৰ হৈ ৰব। ১৯৭১ চনৰ নেচনেল ট্ৰায়েল কেম্পলৈ আমন্ত্ৰণ পোৱা অসমৰ চাৰি গৰাকী খেলুৱৈৰ দুজন অসম পুলিচৰ। ইয়াৰে চন্দ্ৰমোহন গঞ্জু অন্যতম। গঞ্জুক জাতীয় দলত স্থান নিদিয়াত কলিকতীয়া কাকতে সমালোচনা কৰিছিল। সেই সময়ৰ অসম পুলিচ দলত — প্ৰফুল্ল দাস, সুৰেশ দাস, কলিমুদ্দিন আহমেদ, জলেশ্বৰ স্বৰ্গীয়াৰী, হৰেণ সোণোৱাল, সন্তোষ গোস্বামী, জয়ৰাম বাগলাৰী, ৰবীন নেওগ, অনিল ৰায়, চন্দ্ৰমোহন গঞ্জু, সলিল মাৰাক, কমলা নাথ, খনিন গয়াৰী, বকুল বসুমতাৰী, পদ্মেশ্বৰ ডেকা, মণিৰাম বৰা, কন্দৰ্প বৰুৱা, নন্দ ভুঞা, ধৰ্মেশ্বৰ দাস, আনন্দ লস্কৰ, বিজয় সিং আদি আছিল। এইখিনিতে গ'লৰক্ষক কলিমুদ্দিন আহমেদৰ বিষয়ে উনুকিয়াটো উচিত হব। তেওঁৰ দুঃসাহসীকতাই প্ৰতিপক্ষৰ আক্ৰমণ ব্যৰ্থ কৰাত সিদ্ধহস্ত আছিল। ইয়াৰে কেইজনমানে অৱসৰ লয় অথবা অন্য দললৈ যায়। অৱশ্যে নতুনকৈ অঁহা খ্যাতনামাসকলৰ ভিতৰত সুধীৰ চৌধুৰী, অৱনি বুঢ়াগোহাঁই, তুলেন লাহন, কল্যাণ বড়ো আৰু গিলবাৰ্টচন চাংমা উল্লেখযোগ্য। বিশেষকৈ পেশীবহুল তুলেন লাহন "আইৰণ মেন" উপনামেৰে খ্যাত আছিল। দৰ্শকৰ দাৰ্লিং গিলবাৰ্টচন চাংমা সন্দৰ্ভত সলিল মাৰাকৰ মন্তব্য "যদি পুলিচ দলে তিনি চাৰিবছৰমানৰ পূৰ্বে গিলবাৰ্টচন চাংমাক তেওঁৰ উচ্চমানত পালেহেঁতেন তেতিয়া হয়তো ভাৰতৰ কোনো দলে অসম পুলিচৰ আগত ঠাৰবীব নোৱাৰিলেহেতেন!" শক্তিশালী ফুটবলাৰ সুধীৰ চৌধুৰীৰ দুৰ্দ্ধৰ্ষ খেলত মুগ্ধ হৈ সাংবাদিকে "চাইনীজ ৱাল" আখ্যা দিবলৈও কুণ্ঠাবোধ কৰা নাই। গিলবাৰ্টচন চাংমা(১৯৭৫) আৰু সুধীৰ চৌধুৰী (১৯৭৬ আৰু ১৯৭৭)য়ে জাতীয় দলতো স্থান পায়। এইখিনিতে উল্লেখ্য জাতীয় দলত স্থান পোৱা গিলবাৰ্টচন চাংমা অসমৰ তৃতীয় খেলুৱৈ। দলৰ গৰিষ্ঠ সংখ্যকে অৱসৰ লোৱাৰ পিচত তেওঁলোকৰ আক্ৰমণবিভাগত পূৰ্বৰ তীক্ষ্ণতা আৰু ফলপ্ৰসূতাৰ অভাৱ দেখা গলেও ৰক্ষণবিভাগৰ অচল অটলতা বিৰাজমান আছিল। কিন্তু কেৱল শক্তিশালী ৰক্ষণবিভাগ লৈয়ে এটা দল বৰ্ত্তী থকাটো অসম্ভৱ। ইতিমধ্যে অসম পুলিচে ১৯৮১ বৰদলৈ ট্ৰফী জয় কৰি চাঞ্চল্য সৃষ্টি কৰোঁতে ৰক্ষণত অনন্ত ৰায় আৰু আক্ৰমণ বিভাগত গিলবাৰ্টচন চাংমাৰ একক সাফল্য মনকৰিবলগীয়া। সেইসময়ত দলৰ কষ্টসহিষ্ণু ক্ষীণকায় ফুটবলাৰ ফকৰুদ্দিন লস্কৰ সবাতোকৈ জনপ্ৰিয় খেলুৱৈ আছিল। এওঁলোকৰ উপৰি গ'লৰক্ষক প্ৰহ্লাদ খাকলাৰী, চিৰাজুদ্দিন আহমেদ, মমিন বৰদলৈ আদি চিনাকি নাম আছিল। ইয়াৰ পিচত অসম পুলিচে



ফটো পোনা আওৰ সৌজন্যত

**অসম পুলিচ ১৯৭১**

**তৃতীয় শাৰী বাঁওফালৰ পৰা - বকুল বসুমতাৰী, সুৰেশ দাস, চন্দ্ৰমোহন গগৈ, হৰেন সোণোৱাল, জয়ৰাম বাগলাৰী। মাজৰ শাৰী - নেলচন মাৰাক, সুৰেন বৰদলৈ, থলেন ৰায়, কলিমুদ্দিন আহমেদ, সুবীৰ চৌধুৰী, থানোৰাম বৰদলৈ, খনিন গয়াৰী, অনিল ৰায়। বহি - পোনা আও(প্ৰশিক্ষক), কমলা নাথ(অধিনায়ক), কৰ্ম্মকৰ্ত্তাসকল - সন্তোষ চক্ৰৱৰ্ত্তী, জেহেৰুদ্দিন আহমেদ, নাৰায়ণ বৰা, গোপাল শইকীয়া।**

তেনে বিস্ফোৰক ফুটবল প্ৰদৰ্শন কৰিব পৰা নাই যদিও ১৯৮৫-৮৬ সৰ্বভাৰতীয় পুলিচ ফুটবলত ৰাণাৰ্ছ-আপ পায়। ১৯৯৭ চনত অসম বিশেষ সংৰক্ষিত বাহিনীয়ে অসম ক্লাব ফুটবল চেম্পিয়নশ্বিপ জয় কৰে আৰু ১৯৯৯ চনত অসম পুলিচে নেচনেল 'বি' ডিভিজন লীগ খেলাৰ যোগ্যতা আৰ্জে ।

বিঃদ্ৰঃ যোৰহাট পুলিচত দুজন ভুবন গগৈ আছিল। লেফট-হাফত খেলা ভুবন গগৈয়ে ষ্টেট ট্ৰেন্সপৰ্ট দললৈ যায়। লেফট-বেকৰ খেলুৱৈ ভুবন গগৈয়ে ডেবগাওঁ পুলিচত খেলি ৰাজ্যিক দলতো স্থান লাভ কৰে। □□

# গুৱাহাটী বিশ্ববিদ্যালয়ৰ ফুটবল



অসম ফুটবলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাৰ দুবছৰৰ পিচতে (১৯৫০) আলিগড়ত অনুষ্ঠিত সদৌ ভাৰত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত পোন প্ৰথম অংশ গ্ৰহণ কৰোঁতে ইয়াত অনুষ্ঠিত উত্তৰ মণ্ডল ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত পৰাভূত হয়। এই ঐতিহাসিক গুৱাহাটী বিশ্ববিদ্যালয় দলটোৰ সদস্যসকল — সুধেন্দু দাসগুপ্ত, দুৰ্গাচৰণ ভট্টাচাৰ্য্য; তোষেশ্বৰ দত্ত, কুলৰঞ্জন বৰুৱা, মহম্মদ চেৰিফ; ইন্দু হাজৰিকা, জগত বৰদলৈ, সুহাস 'হাদু' গাঙ্গুলী; কনক বৰদলৈ(অধিনায়ক), নিপ বৰুৱা, ৰত্নহাস গোস্বামী, গিৰিণ বৰুৱা, দুলাল দত্ত, শৰৎ দত্ত আদি তথা ক্ৰীড়া সম্পাদক আছিল নৱ কমল ভূঞা। সেই সময়ত আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাৰ খেল দুটা মণ্ডল(উত্তৰ মণ্ডল আৰু দক্ষিণ মণ্ডল)ত অনুষ্ঠিত হয় আৰু উভয় মণ্ডলৰ চেম্পিয়ন দল দুটাৰ মাজত চূড়ান্ত খেল অনুষ্ঠিত কৰি আন্তঃ বিশ্ববিদ্যালয় ফুটবল খিতাপ প্ৰদান কৰিছিল। ১৯৫১ চনত বেনাৰসত অনুষ্ঠিত উত্তৰ মণ্ডল ফাইনেলত গুৱাহাটী বিশ্ববিদ্যালয়ে লক্ষ্ণৌ বিশ্ববিদ্যালয়ক ২-১ গ'লত পৰাভূত কৰে। ইয়াৰ পিচতে কটকত অনুষ্ঠিত চূড়ান্ত খেলত দক্ষিণ মণ্ডলৰ চেম্পিয়ন নাগপুৰ বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে ২-১ গ'লত পৰাভূত হৈ ৰানাৰ্ছ-আপ পায়। আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত ৰানাৰ্ছ-আপ প্ৰাপ্ত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈসকল — বিনোদ গগৈ, সুধেন্দু দাসগুপ্ত; তোষেশ্বৰ দত্ত (সহ-অধিনায়ক), মহম্মদ চেৰিফ, অনিল দাস; পৱন গোহাঁই, সুশান্ত দত্ত, আগষ্টাচ ৰিচাৰ্ডছ্, কল্যাণ গুপ্ত; ফণীধৰ ডেকা, জেদ ৰছিত, ৰত্নহাস গোস্বামী(অধিনায়ক), অজয় কুমাৰ ধৰ, গিৰিণ বৰুৱা, শৰৎ দত্ত আদি। দলৰ প্ৰফেচাৰ ইন-চাৰ্জ আছিল ডাঃ চৈতেন্য শৰ্মা আৰু ক্ৰীড়া সম্পাদক আছিল নৃপেন্দ্ৰ নাৰায়ণ সিংহ।

১৯৫৩ চনটো গুৱাহাটী বিশ্ববিদ্যালয় দলে এলাহাবাদত অনুষ্ঠিত উত্তৰ মণ্ডল প্ৰতিযোগিতাৰ ফাইনেলত উপনীত হওঁতে কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ২-১ গ'লত পৰাভূত হয়। গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈ সকল – সত্যজিৎ 'মনো' দত্ত, গঙ্গাচৰণ ভট্টাচাৰ্য্য; পৱন গোহাঁই, তোষেশ্বৰ দত্ত(সহ-অধিনায়ক), পি. গুপ্ত; মদন সোণোৱাল, প্ৰফুল্ল মেচ, নিৰ্মলয়া 'গৌতম' দাস, দেৱানন্দ দাস, ফণীধৰ ডেকা, জেদ ৰমিজ, ৰত্নহাস গোস্বামী(অধিনায়ক), অজিত বৰা, হেমেন বৰুৱা, ক্ষীৰোদ বৈশ্য, গিৰিণ বৰুৱা আদি। দলৰ মেনেজাৰ আছিল মোহন চন্দ্ৰ মেচ। এইখিনিতে উল্লেখ্য ৰত্নহাস গোস্বামীয়ে একেৰাহে তিনিবাৰ(১৯৫১, ১৯৫৩ আৰু ১৯৫৪) গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়কত্ব কৰে। উপৰি গিৰিণ বৰুৱাই একেৰাহে পাঁচবাৰ(১৯৫০, ১৯৫১, ১৯৫৩, ১৯ ৫৪ আৰু ১৯৫৫) বিশ্ববিদ্যালয় দলৰ জাৰ্চি পৰিধান কৰি এক অনন্য ৰেকৰ্ড প্ৰতিষ্ঠা কৰি থৈ গৈছে। অৱশ্যে মনোজ পাত্ৰয়ো চাৰি বছৰ (১৯৫৬, ১৯৫৭, ১৯৫৮ আৰু ১৯৫৯) গুৱাহাটী বিশ্ববিদ্যালয় দলৰ গ'লৰক্ষক আছিল। ইয়াৰ অন্তৰ্গত ১৯৫৮ চনত পাটনাত অনুষ্ঠিত মাণ্ডলিক খেলৰ ফাইনেলত পাটনা বিশ্ববিদ্যালয়ৰ হাতত ৩-০ গ'লত পৰাভূত হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈসকল – মনোজ পাত্ৰ, এ. ঘোষাল; কে. দাস, কে. লিভিচেম, এন. দাস, এন. ভট্টাচাৰ্য্য, জাষ্টিচ লিংডু (অধিনায়ক), পি. মেধি, দি. বৰুৱা, এ. শৰ্মা, আৰ. দত্ত, অখিল ডেকা, হেণ্ডিলচন মাজাউ, পি. বৰকাকতি, পি. দাস আদি। এইখিনিতে উল্লেখ্য ১৯৫৮ চনৰ ৩ ছেপ্তেম্বৰত গুৱাহাটী বিশ্ববিদ্যালয় ক্ৰীড়া সন্থা গঠন হওঁতে প্ৰতিষ্ঠাপক সভাপতি আছিল বৈদ্যনাথ মুখাৰ্জী আৰু সম্পাদক ডাঃ এইচ. পি. দাস। পুনৰ ১৯৫৯ চনত কটকত অনুষ্ঠিত মাণ্ডলিক খেলৰ ফাইনেলত গুৱাহাটী বিশ্ববিদ্যালয় দল কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ১-০ গ'লত হাৰে। গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈসকল – মনোজ পাত্ৰ, শিশিৰ দাস; এ. কৰ্মকাৰ, কে. দাস, এন. গগৈ, টমলিন লামাৰে, পি. ৰায়, চৌ জিত গোহাঁই, জি. শৰ্মা, আলোক



গুৱাহাটী বিশ্ববিদ্যালয় ১৯৫১ ফটো মহম্মদ চেৰিফৰ সৌজন্যত

ঠিয় হৈ বাঁওফালৰ পৰা - ফনীধৰ ডেকা, ডাঃ অনিল দাস, মহম্মদ চেৰিফ, তোৰেশ্বৰ দত্ত, ডাঃ শৰৎ দত্ত। বহি - সুশান্ত দত্ত, আগষ্টাচ বিচাৰ্ডছ, গিৰিশ বৰুৱা, বিনোদ গগৈ, জেদ বৰ্মিঅ, ৰত্নহাস গোস্বামী (অধিনায়ক), পৰুন গোহাঁই।

শৰ্মা, মাখন হাজৰিকা, হেণ্ডিলচন মাজাউ, অখিল ডেকা(অধিনায়ক), ৰঘুনন্দন ৰায়, নৱ কুমাৰ সিং আদি। পুনৰ ১৯৬১ চনত শ্ৰীনগৰত অনুষ্ঠিত উত্তৰ মণ্ডল খেলত গুৱাহাটী বিশ্ববিদ্যালয় দলে পুনৰ ফাইনেলত উপনীত হয় আৰু চূড়ান্ত খেলত কলিকতা বিশ্ববিদ্যালয়ৰ হাতত ৪-০ ব্যৱধানত পৰাভূত হয়। দলটোৰ সদস্যসকল – শিৱ বুঢ়াগোহাঁই, খাকান আহমেদ; চেৰিং সিং, এ. কৰ্মকাৰ, ৰাজেন বৰবৰুৱা, চেতনা দাস, ৰমেশ ছেত্ৰী, জাষ্টিচ লিংডু, চৌ জিত গোহাঁই(অধিনায়ক), হেণ্ডিলচন মাজাউ, মাখন ভট্টাচাৰ্য্য, প্ৰফুল্ল শৰ্মা, ইন্দ্ৰজিৎ নামচুম, প্ৰদীপ ফুকন(সহ-অধিনায়ক), আৰ. হাজৰিকা আদি। ১৯৬২ চনটো বেনাৰসত অনুষ্ঠিত উত্তৰ মণ্ডল খেলত গুৱাহাটী বিশ্ববিদ্যালয় পুনৰ ফাইনেলত উপনীত হয়। গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈসকল – পি. গোস্বামী, জে. ৰাণা, মুবাৰক, ষ্টিভেনচন; কে. হুকাইটো ইয়েপ, হেণ্ডিলচন মাজাউ, চৌ জিত গোহাঁই(অধিনায়ক), আব্দুল জেলিল, ইন্দ্ৰজিৎ নামচুম, জে. গয়াৰী, এম. বসুমতাৰী, অসীম দত্ত, পুলক লাহিড়ী, এছ. চৌধুৰী আদি। ১৯৬৩ চনত উত্তৰ মণ্ডলৰ খেল গুৱাহাটীত অনুষ্ঠিত হয়। সেই বছৰ গুৱাহাটী বিশ্ববিদ্যালয় দলৰ অধিনায়ক আছিল নৱ কুমাৰ সিং। ইয়াত কলিকতা, বিশ্ববিদ্যালয় চেম্পিয়ন হয়।

দেখা যায় ষাঠি দশকৰ মাজভাগৰ পৰা আন্তঃ বিশ্ববিদ্যালয় ফুটবল প্ৰতিযোগিতাত দুটা মণ্ডলৰ ঠাইত চাৰিটা মণ্ডল (পূব/পশ্চিম/উত্তৰ/দক্ষিণ)ত ভাগ কৰা হয়। ১৯৭০ চনত পাটনাত অনুষ্ঠিত ইষ্ট জুন চেম্পিয়নচিপ্‌ত ৰাছী বিশ্ববিদ্যালয়ৰ হাতত পৰাভূত হয় তথা দলৰ অধিনায়ক আছিল চেলষ্টাৰ চাঙপ্লিয়াঙ্গ। ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলে ৰাছীত অনুষ্ঠিত ইষ্ট জুন ফাইনেলত কলিকতা বিশ্ববিদ্যালয়ক ৩-১ গ'লত পৰাভূত কৰি ত্ৰিবান্দ্ৰমত চূড়ান্ত খিতাপৰ বাবে উপস্থিত হয়। ইয়াত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপৰি কালিকট, পঞ্জাব আৰু বিক্ৰম বিশ্ববিদ্যালয়ে বাহৰ পাতে। চূড়ান্ত পৰ্য্যায়ৰ খেলত কালিকট বিশ্ববিদ্যালয়ে চেম্পিয়নচিপ্ অৰ্জন কৰিলেও গুৱাহাটী বিশ্ববিদ্যালয় দলে অপৰাজিত ৰানাৰ্ছ-আপ পায়। এই সাফল্যমণ্ডিত গুৱাহাটী বিশ্ববিদ্যালয় দলৰ খেলুৱৈসকল– দীপক কুমাৰ লিম্বু, দেৱী প্ৰসাদ বৰুৱা;



**গুৱাহাটী বিশ্ববিদ্যালয় ১৯৭১** ফটো নিকুঞ্জ ব্ৰহ্মৰ সৌজন্যত

ঠিয় হৈ বাঁওফালৰ পৰা - আৰ. কে. বিজয় সিং, ৰাম কুমাৰ সিং (অধিনায়ক), ইবুহাম্বি সিং, টচেন বড়া, ডিম্বেশ্বৰ ব্ৰহ্ম, সচ্চিদানন্দ চৌধুৰী, টি. এন. বৰকটকী (প্ৰফেচাৰ ইন-চাৰ্জ), মজিবুৰ ৰহমান (সম্পাদক) এছ. ইবুচৌবা সিং, শৰৎ শৰ্মা, নিকুঞ্জ ব্ৰহ্ম, দধী বৰ্মণ। বহি - দীপক কুমাৰ লিম্বু, পাফলুং কাবুই, ইবুমচা সিং, শান্তি কুমাৰ সিং, এইচ. মাইপাক শৰ্মা, লোকেন্দু লিংখুই, দেৱীপ্ৰসাদ বৰুৱা।

দধী বৰ্মণ, আৰ. কে. ৰিজয় সিং, ডিম্বেশ্বৰ ব্ৰহ্ম, ইবুহান্বি সিং, ইবুমচা সিং, শান্তি কুমাৰ সিং, টচেন বড়া, লোৰেন্দ্ৰো লিংখুই, ৰাম কুমাৰ সিং(অধিনায়ক), এছ ইবুচৌবা সিং, এইচ মাইপাক শৰ্মা, পাফলুং কাবুই, নিকুঞ্জ ব্ৰহ্ম, শৰৎ শৰ্মা, সচ্চিদানন্দ চৌধুৰী আদি। প্ৰফেচাৰ-ইন-চাৰ্জ আছিল – টি. এন. বৰকটকী আৰু জেনেৰেল ছেক্ৰেটৰী – মজিবুৰ ৰহমান। এই প্ৰতিযোগিতাত টচেন বড়া আৰু দীপক কুমাৰ লিম্বুয়ে শ্ৰেষ্ঠ খেলুৱৈৰ খ্যাতি অৰ্জন কৰে। এইখিনিতে উল্লেখ্য ১৯৬৮, ১৯৬৯, ১৯৭০ আৰু ১৯৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলত খেলা লেফ্ট-হাফ্ টচেন বড়া ১৯৬৯ চনত দলৰ অধিনায়ক আছিল। ১৯৭২ চনত দীপক কুমাৰ লিম্বু দলৰ অধিনায়ক নিৰ্বাচিত হয়। কিন্তু জাতীয় বিশ্ববিদ্যালয় নিৰ্বাচন পোৱা অসমৰ একমাত্ৰ খেলুৱৈ গৰাকী হ'ল অৰূপ দাস (১৯৮১)। ইয়াৰোপৰি ১৯৭৬ চনত গুৱাহাটী বিশ্ববিদ্যালয় দলে শিলিগুৰিত ইষ্ট জুন চেম্পিয়নচিপ্ অৰ্জন কৰাৰ পিচতো ইন্দোৰত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়ৰ খেলত অংশ গ্ৰহণ নকৰিলে। এই দলটোৰ সদস্যসকল – প্ৰেমকান্ত সিং, দিলীপ হংসবনিক; কেশু সিং, ইবুতম্বি সিং, অজিত কুমাৰ সিং, ইবুহামা সিং, অজিত কুমাৰ বসুমতাৰী, ৰঞ্জন ব্ৰহ্ম চৌধুৰী, ধৰণীধৰ গয়াৰী, পৰেশ কাকতি(অধিনায়ক), দেৱাশীষ ৰায়, মতিলাল দাস, সুৰজ দেউৰী, প্ৰদ্যুৎ বৰুৱা, গণেশ ৰায় আদি। ১৯৭৭ চনটো বালেশ্বৰত ইষ্ট জুন খিতাপ জয় কৰি কুৰুক্ষেত্ৰত চূড়ান্ত পৰ্য্যায় খেলিব যায় আৰু বোম্বাই বিশ্ববিদ্যালয়ৰ বিৰুদ্ধে ড্ৰ খেলা হলেই গুৱাহাটী বিশ্ববিদ্যালয়ে ছেমি-ফাইনেল খেলিব পাৰিলেহেতেন কিন্তু গুৱাহাটী বিশ্ববিদ্যালয় দল ১-০ গ'লত পৰাভূত হৈ বিদায় লব লগা হয়। এই দলটোৰ খেলুৱৈসকল প্ৰেমকান্ত সিং, সত্যজিৎ সিং, এদিন কাবুই, ৰঞ্জন ব্ৰহ্ম চৌধুৰী, ধৰণীধৰ গয়াৰী, অৰিঞ্জয় ব্ৰহ্ম, মাণিক বসুমতাৰী, কৈলাশ নাৰ্জাৰী, অনিল বৰুৱা, গণেশ ৰায়(অধিনায়ক), সুৰজ দেউৰী, প্ৰদ্যুৎ বৰুৱা, বীৰেন দাস, দেঘী ইতি, দিলীপ শৰ্মা, যোশেফ্ আলি আদি। পৰৱৰ্তীকালত গুৱাহাটী বিশ্ববিদ্যালয়ে তেনে সফলতা অৰ্জন কৰিব পৰা নাই। □□

# বহিঃ অসমৰ ক্লাবসমূহত অসমৰ খেলুৱৈ

১। কেপ্টেইন নলিনী মোহন গুপ্ত(কলিকতা টাউন ক্লাব) ১৯০৯-১১

২। ভূবন গগৈ(মোহনবাগান) ১৯১৩ আৰু ১৯১৪

৩। হেমুৱেল লালু(মোহনবাগান) ১৯১৫ আৰু ১৯১৬

৪। আশুতোষ দত্ত(ইষ্টবেঙ্গল / মোহনবাগান) ১৯২০-২৪

৫। নবীন চন্দ্ৰ বৰুৱা(ভবানীপুৰ) ১৯২৮-৩০

৬। অমলকান্তি গাঙ্গুলী(স্পৰ্টিং ইউনিয়ন) কুৰি দশক

৭। ৰবীন নবিশ(ট্ৰেডছ ইণ্ডিয়া, বোম্বাই) কুৰি দশক

৮। প্ৰশান্ত বৰধন (ইষ্টবেঙ্গল) কুৰি দশক

৯। প্ৰিয় বৰা(চট্টগ্ৰাম টাউন ক্লাব) ১৯৩৭-৩৮

১০। কমল গাঙ্গুলী(ইষ্টবেঙ্গল) ত্ৰিশ দশক

১১। বীৰেন কাঞ্জি (এৰিয়ান্স) ত্ৰিশ দশক

১২। দেৱান আমছেৰ আলি (মহমেডান স্পৰ্টিং) ত্ৰিশ দশক

১৩। ননী ঘোষ (ইষ্টবেঙ্গল) ত্ৰিশ দশক

১৪। ননী দে (বি. ডি. আৰ.) ত্ৰিশ দশক

১৫। ৰমেশ অধিকাৰী (ইষ্টবেঙ্গল) ত্ৰিশ দশক

১৬। আব্দুল খালেক (ভবানীপুৰ / ইষ্টবেঙ্গল / মহমেডান স্পৰ্টিং) ১৯৩২-৩৮

১৭। মকবুল 'মদন' হুছেইন (ভবানীপুৰ)/১৯৩২-৩৪

১৮। হেমন্ত 'চুনু' গুহ (ভবানীপুৰ)/১৯৩৩-৪১

১৯। প্ৰফুল্ল 'পুতুল' দাস (কুমাৰতলী)১৯৩৩-৩৫

২০। বি. ৰায়চৌধুৰী (ইষ্টবেঙ্গল / মোহনবাগান)১৯৩৪-৩৮

২১। ভাৰত চৌধুৰী (ভবানীপুৰ/ ইষ্টবেঙ্গল)১৯৩৮,৩৯,৪১

২২। মণি গাঙ্গুলী (ভবানীপুৰ) ১৯৩৯-৪২

২৩। সত্যব্ৰত 'ছুটকু' মজুমদাৰ (ইষ্টবেঙ্গল) ১৯৩৯/১৯৪০

২৪। নিৰ্মল দত্ত (মোহনবাগান) চল্লিশ দশক

২৫। অনুকূল দত্ত (স্পৰ্টিং ইউনিয়ন /মোহনবাগান) ১৯৪১/৪২

২৬। অতনু সেন (হাওৰা ইউনিয়ন /চিত্তৰঞ্জন লকুমটিভ) চল্লিশ দশক

২৭। শৰৎ দাস (মোহনবাগান)১৯৪১-৪৮

২৮। বিনয় বল (কালীঘাট) ১৯৪১-৪৩

২৯। কমল ঘোষ (কালীঘাট) ১৯৪১

৩০। ডাঃ টালিমেৰাণ আও (মোহনবাগান) ১৯৪২-৫২

৩১। শনিৰাম কছাৰী (এ.বি.আৰ.)১৯৪৩-৪৬

৩২। অজয় মোহন গুপ্ত (মোহনবাগান) ১৯৪৪-৪৬

৩৩। হেমেন্দ্ৰ 'টিটো' মজুমদাৰ (ইষ্টবেঙ্গল/মোহনবাগান/জৰ্জ টেলিগ্ৰাফ/ ভৱানীপুৰ)১৯৪৪-৪৬

৩৪। নুৰুল আমিন (মহমেডান স্পৰ্টিং)১৯৪৪-৪৫

৩৫। হৰ কুমাৰ শইকীয়া (গ্ৰিয়াৰ স্পটিং ক্লাব) ১৯৪৫-৪৭

৩৬। নিৰ্মল ঘোষ (এৰিয়ান্স) ১৯৪৭

৩৭। ডাঃ শৈলেন্দু দাসগুপ্ত (ইষ্টবেঙ্গল /এৰিয়ান্স) ১৯৫১-৫৭

৩৮। কনক বৰদলৈ (আই চি এল) ১৯৫২ আৰু ৫৩

৩৯। বাদল দে (পাৰ্ক ইউনিয়ন/ ৰাৰী ক্লাব)১৯৫৩

৪০। ইন্দু হাজৰিকা (খিদিৰপুৰ / ভৱানীপুৰ/ হাওৰা ইউনিয়ন)১৯৫২

৪১। অমূল্যহাস গোস্বামী (ৰাজস্থান ক্লাব)১৯৫৪ আৰু ১৯৫৫

৪২। গিৰিণ বৰুৱা (হিন্দু মুছলিম ক্লাব, দিল্লী)১৯৫৬ আৰু ১৯৫৭

৪৩। আবই কাবুই (মোহনবাগান) ১৯৫৬-৫৮

৪৪। চঞ্চল গুহ (ইষ্টাৰ্ণ ৰেলৱে)১৯৬৬-৭০

৪৫। তাপচ ঘোষ (ইষ্টাৰ্ণ ৰেলৱে) ১৯৬৪-

৪৬। দীপক বেনাৰ্জী (এৰিয়ান্স)১৯৬৫ আৰু ১৯৬৬

৪৭। শিবব্রত নাথ (ভাতৃসংঘ / মোহনবাগান /জৰ্জ টেলিগ্ৰাফ/ চালকীয়া ফ্ৰেণ্ডছ)১৯৭২-৭৮

৪৮। সুব্ৰত দাস (ইষ্টাৰ্ণ ৰেলৱে)১৯৭৫

৪৯। অৱনি বুঢ়াগোহাঁই (মহমেডান স্পৰ্টিং) ১৯৭৭

৫০। কে. কাউলা মিজো (মহমেডান স্পৰ্টিং) ১৯৭৮ আৰু ১৯৭৯

৫১। অৰূপ দাস (ইষ্টাৰ্ণ ৰেলৱে/ ইষ্টবেঙ্গল/ মোহন বাগান) ১৯৭৯

৫২। দেৱাশীষ ৰায় (মহমেডান স্পৰ্টিং/ইষ্টবেঙ্গল/মোহনবাগান) ১৯৮০-৮৯

৫৩। প্ৰাঞ্জল মেধি (সোণালী শিবিৰ/ জৰ্জ টেলিগ্ৰাফ)১৯৮১-৮৩

৫৪। জয়ন্ত কুমাৰ (সোণালী শিবিৰ)১৯৮২

৫৫। অনুপ ভট্টাচাৰ্য্য (টাটা স্পৰ্টছ ক্লাব/ অৰ্কে মিল/ এৰিয়ান্স/ হাওৰা ইউনিয়ন)/১৯৮২-৯০

৫৬। চৈয়দ আবিদ ইমাম (ইষ্টবেঙ্গল/ মহমেডান স্পৰ্টিং) ১৯৮৬/১৯৮৭ আৰু ১৯৮৮

৫৭। বাবুল ফুকন (মহমেডান স্পৰ্টিং) ১৯৮৯

৫৮। ফ্ৰান্সিচ বৰুৱা (মহমেডান স্পৰ্টিং/ মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ/চালগাওঁকৰ) ১৯৮৯-১৯৯৯

৫৯। সুশান্ত মজুমদাৰ (মোহনবাগান /মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ) ১৯৯২

৬০। শাৱন থাপ্পা (পিয়েৰলেছ, কলিকতা) ১৯৯৩

৬১। জুৱেল ৰে (মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ/ডেম্প স্পৰ্টছ ক্লাব) ১৯৯৩-৯৬

৬২। সন্দীপন চক্ৰৱৰ্তী (ইষ্টবেঙ্গল) ১৯৯৪-৯৫

৬৩। গুম্কে ৰীমে (মহেন্দ্ৰ এণ্ড মহেন্দ্ৰ/বেঙ্গল-মুম্বাই ক্লাব) ১৯৯৫/১৯৯৮

৬৪। বিভূতি বসুমতাৰী (এৰিয়ান্স) ১৯৯৯-২০০১

৬৫। সুভাষ ৰায় (মোহনবাগান) ২০০০

৬৬। গাইলিন ৰংমাই (ৰাজস্থান ক্লাব) ২০০০

৬৭। গুলীদাং ৰংমাই (ৰাজস্থান ক্লাব) ২০০০

৬৮। কীঁতা চুৰিন ( ৰাজস্থান ক্লাব) ২০০০

৬৯। কীমেই গেঙ্গমেই (ৰাজস্থান ক্লাব) ২০০০

৭০। ৰিংচেন মাৰ (মোহনবাগান) ২০০০

৭১। কমল থাপ্পা (ডেম্পু স্পৰ্টছ ক্লাব) ২০০০

৭২। সজল শীল (ৰাজস্থান ক্লাব) ২০০১

৭৩। চঞ্চল সেন (ৰাৰী ক্লাব) ২০০২

৭৪। চৰণ সোণাৰ (ফ্ৰাংলা এফ চি, গোৱা)২০০৩

৭৫। সুজিৎ মজুমদাৰ (এ ভাৰ-ৰেডি এ এছ এছ এন)২০০৩

৭৬। জিতু ছেত্ৰী (ইষ্টবেঙ্গল)২০০৩

৭৭। বিলিফুং নাজৰী(মোহনবাগান) ২০০৩

৭৮। শান্তনু পাত্ৰ (মোহনবাগান) ২০০৩

৭৯। ৰাজিদ আলি (এভাৰ-ৰেডি এ এছ এছ এন ) ২০০৩

- চিলঙৰ ৰাহিংদো স্পৰ্টচ ক্লাবে অসমত পোন প্ৰথম থ্ৰি-বেক্ পদ্ধতিত খেলে

- অসমৰ প্ৰথম জন ফুটবলৰ এন. আই. এচ. কোচ ডেনিচ ডান।

- ১৯৫৬ চনৰ পৰা জিলা ক্ৰীড়া সস্থাত খেলুৱৈৰ পঞ্জীকৰণ কাৰ্য্যকৰ কৰা হয়।

- ১৯৫৪ আন্তঃ জিলা ফুটবল প্ৰতিযোগিতাৰ পৰা অসমত বুট পিন্ধাটো বাধ্যতামূলক কৰে।

- খেলুৱৈ তথা প্ৰশিক্ষকৰূপে তিনিবাৰ বৰদলৈ ট্ৰফী জয় কৰা একমাত্ৰ ব্যক্তি গৰাকী হ'ল — পোনা আও।

- ১৯৫৯ চনতে সন্তোষ ট্ৰফীৰ পূব মণ্ডলৰ খেলা বাৰ্ণপুৰত অনুষ্ঠিত হওঁতে অসমে বঙ্গক ১-০ ব্যবধানত হৰুৱাই (তাং ২ অক্টোবৰ)।

# সন্তোষ ট্ৰফীত ৰাজ্যিক দলৰ খেলুৱৈ

**১৯৪৭ কলিকতা**

এছ. ধীৰেন সিং, উমেশ কৰ; আৰ্নেষ্ট উইলিয়াম জাৰবা, **জিতেন 'পুটু' চৌধুৰী**(অধিনায়ক), নুৰুল আমিন; অৰবিন্দ গুহৰায়, অজয় মোহন গুপ্ত, মনোৰঞ্জন বেনাৰ্জী, মেক্সৱেল ৰয় ৰমনংগ; কনক বৰদলৈ, বিমল কৰ, জিমি ৰেমচডেন, নলিনী 'পিলিক' চৌধুৰী, ভাৰত চৌধুৰী, অমল কৰ, মণিহাৰ সিং আদি।

মেনেজাৰঃ খগেশ চন্দ্ৰ সেন।

বিঃদ্ৰঃ নুৰুল আমিনৰ অসুখ হোৱাত তেওঁ যাব নোৱাৰিলে ফলত পুটু চৌধুৰীক অধিনায়কৰ ভাৰ দিয়ে।

**১৯৪৯ কলিকতা**

ডাঃ শৈলেন্দু দাসগুপ্ত, এছ. ধীৰেন সিং; **জিতেন 'পুটু' চৌধুৰী** (অধিনায়ক), উমেশ দাস(ডাঙৰ), নুৰুল আমিন; নাৰায়ণ দাস, অমু ঘোষ, ডেনিচ ডান, পদ্মধৰ নেওগ; কনক বৰদলৈ, প্ৰেচৱেল সিং নংখিনৰিহ, সহস্ৰদল সেনাপতি, নলিনী 'পিলিক' চৌধুৰী, ৰমেন্দ্ৰ 'নানু' দে, ভোলা মুখাৰ্জী, অমল কৰ, নিখিলৰঞ্জন গুহ আদি।

বিঃ দ্ৰঃ ফুল-বেক্ নুৰুল আমিন মেনেজাৰৰ দায়িত্বতো আছিল।

**১৯৫০ কলিকতা**

ডাঃ শৈলেন্দু দাসগুপ্ত, উমেশ কৰ, উমেশ দাস(ডাঙৰ), এ. চৌধুৰী, তোষেশ্বৰ দত্ত; এ. অধিকাৰী, এছ. চক্ৰবৰ্তী, অমু ঘোষ, নাৰায়ণ দাস; পদ্মধৰ 'কুনকুন' চৌধুৰী, হেমেন্দ্ৰ 'টিটো' মজুমদাৰ, ৰত্নহাস গোস্বামী, **নলিনী 'পিলিক' চৌধুৰী** (অধিনায়ক), ছফিকুল হুছেইন আদি।

মেনেজাৰ ঃ গৌৰী হিমৎসিংকা। প্ৰশিক্ষক ঃ কৰুণা ভট্টাচাৰ্য্য।

**১৯৫১ বোম্বাই**

পি. চৌধুৰী, ডাঃ সুধেন্দু দাসগুপ্ত; সুনীল দাস, সমীৰ মিত্ৰ, উমেশ দাস(ডাঙৰ), অমু ঘোষ, অজয় মোহন গুপ্ত(অধিনায়ক), সুহাস 'হাদু' গাঙ্গুলী, আব্দুল ৰাজাক; কনক বৰদলৈ, নিপ বৰুৱা, এছ. ৰায়, এইচ. নন্দী, নলিনী 'পিলিক' চৌধুৰী, ৰাজেন্দ্ৰ ৰায়চৌধুৰী, হেমাৰঞ্জন চক্ৰবৰ্তী আদি।

মেনেজাৰ ঃ 'সুনীল মোহন এন্দ'।

**১৯৫২ বাঙ্গালোৰ**

গোবিন্দ কলিতা, প্ৰফুল্ল হাজৰিকা; তোযেশ্বৰ দত্ত, প্ৰসন্ন ৰাজখোৱা, মহম্মদ চেৰিফ; সদা চৌধুৰী, প্ৰফুল্ল মেচ, বগা দাস, জগত বৰদলৈ; ছফিকুল হুছেইন, ভক্ত বাহাদুৰ ছেত্ৰী, ৰেব পোদ্দাৰ, বিনোদ ব্ৰহ্ম, বিজন গোপাল 'লুলা' দাস, কেষ্টন চোলাই (অধিনায়ক), এছ. কিপজেন আদি।

মেনেজাৰ ঃ কে.ডি. হাজৰিকা।

প্ৰশিক্ষক ঃ নুৰুল আমিন।

**১৯৫৩ কলিকতা**

ডাঃ সুধেন্দু দাসগুপ্ত, প্ৰফুল্ল হাজৰিকা; তোযেশ্বৰ দত্ত, জামাল হুছেইন, সুনীল দাস(সহ-অধিনায়ক); অক্ষয় ডেকা, অজয় মোহন গুপ্ত, নিৰঞ্জন ভট্টাচাৰ্য্য, বগা দাস, দেবানন্দ দাস; পদ্মধৰ 'কুনকুন' চৌধুৰী (অধিনায়ক), অশ্বিনী ৰাজবংশী, দল বাহাদুৰ ৰাণা, নিপ বৰুৱা, অবনি হাজৰিকা, ছফিকুল হুছেইন, আদি।

ৰিজাৰ্ভ ঃ চৌকত আলি, উমেশ দাস(সৰু), মহম্মদ চেৰিফ, সুহাস 'হাদু' গাঙ্গুলী, অনিল হাজৰিকা, দিল বাহাদুৰ ছেত্ৰী, নুং চাং আও আদি।

মেনেজাৰ ঃ কে. ডি . হাজৰিকা।

**১৯৫৪ মাদ্ৰাজ**

প্ৰফুল্ল হাজৰিকা, দুৰ্গাচৰণ ভট্টাচাৰ্য্য; তোযেশ্বৰ দত্ত, সুনীল দাস (অধিনায়ক), নিৰ্মলয়া 'গৌতম' দাস; পদ্মধৰ নেওগ, পৱন গোহাঁই, সুহাস 'হাদু' গাঙ্গুলী, বগা দাস; কনক বৰদলৈ, ভক্ত বাহাদুৰ ছেত্ৰী, ৰত্নহাস গোস্বামী, দিল বাহাদুৰ ছেত্ৰী, কনক বুঢ়াগোহাঁই, প্ৰফুল্ল মেচ, মৃণাল 'চিবুল' সেন আদি।



ফটো ছফিকুল হুছেইনৰ সৌজন্যত

অসম বাস্কিয়ক দল ১৯৫২

ঠিয় হৈ বাঁওফালৰ পৰা - প্ৰসন্ন ৰাজখোৱা, মহম্মদ চেৰিফ, কেপ্টেন চোলাই (অধিনায়ক), বগা দাস, ৰেৱ পোদ্দাৰ

বহি - প্ৰফুল্ল মেচ, এছ. কিপজেন, লুলা দাস, গোবিন্দ কলিতা, ছফিকুল হুছেইন, সদা চৌধুৰী।

ষ্টেণ্ড-বাই ঃ ধীৰেন ভাগৱতী, জামাল হুছেইন, নিৰঞ্জন ভট্টাচাৰ্য্য, এচ. দত্ত, বিনোদ ব্ৰহ্ম, ডাঃ শৰৎ দত্ত, নাৰায়ণ বৰা আদি।

মেনেজাৰ ঃ নুৰুল আমিন।

**১৯৫৫ আৰ্ণাকোলাম**

ডাঃ সুধেন্দু দাসগুপ্ত, সত্যজিৎ 'মনো' দত্ত; তোষেশ্বৰ দত্ত, সুনীল দাস, পৱন গোহাঁই; অমল ৰিচাৰ্ডচ্, ইন্দু হাজৰিকা(সহ-অধিনায়ক), সুহাস 'হাদু' গাঙ্গুলী, পৰেশ মজুমদাৰ; ছফিকুল হুছেইন, ভক্ত বাহাদুৰ ছেত্ৰী, বিলাস বৰুৱা, আৰ. শৰ্মা, চন্দ্ৰৰ নংব্ৰী, নাৰায়ণ বৰা, ডাঃ শৰৎ দত্ত (অধিনায়ক) আদি।

ষ্টেণ্ড-বাই ঃ প্ৰফুল্ল হাজৰিকা, মহম্মদ চেৰিফ, বি. ধৰ, পুণ্যেশ্বৰ কছাৰী, বগা দাস, বিনোদ ব্ৰহ্ম, দিল বাহাদুৰ ছেত্ৰী, অধীৰ ৰায় আদি।

মেনেজাৰ ঃ অৱনি কুমাৰ বৰুৱা।

**বিঃ দ্ৰঃ** সন্তোষ ট্ৰফীত অসম দলে চতুৰ্থস্থান দখল কৰোঁতে পোন প্ৰথম ছেমি-ফাইনেল খেলে।

**১৯৫৬ ত্ৰিবান্দ্ৰম**

প্ৰফুল্ল হাজৰিকা, হৰেন্দ্ৰ নাথ; আমানুল্লা, চিতেশ্বৰ শইকীয়া, ৰহিয়া বিশ্বাস; বাৰিন্দ্ৰ সিন্‌হা, বিলাস বৰুৱা, নিৰ্মলয়া 'গৌতম' দাস, বগা দাস; কনক বৰদলৈ (অধিনায়ক), ভক্ত বাহাদুৰ ছেত্ৰী, বিনোদ ব্ৰহ্ম, নাৰায়ণ বৰা, ছফিকুল হুছেইন, হেমেন বৰুৱা আদি।

ষ্টেণ্ড-বাই ঃ সুনীল দাস, প্ৰফুল্ল মেচ, জীৱন বৰঠাকুৰ, সুহাস 'হাদু' গাঙ্গুলী, ডাঃ পূৰ্ণেন্দু দাস, অধীৰ ৰায় আৰু আৰ্ণল্ড চাংমা আদি।

মেনেজাৰ ঃ দুলাল হাজৰিকা।

**১৯৫৭ হায়দৰাবাদ**

ডাঃ সুধেন্দু দাসগুপ্ত (অধিনায়ক), প্ৰফুল্ল হাজৰিকা; মণি ঘোষ, ৰহিয়া বিশ্বাস, চিতেশ্বৰ শইকীয়া; মদন সোণোৱাল, পৰেশ মজুমদাৰ, দীপেন চৌধুৰী, এল শ্যামা সিং ; ছফিকুল হুছেইন, ভক্ত ৰাহাদুৰ ছেত্ৰী, দিল বাহাদুৰ ছেত্ৰী, আব্দুল হামিদ, ৰঘুনন্দন ৰায়, টপাধিৰ দেৱ, ডাঃ পূৰ্ণেন্দু দাস আদি।

মেনেজাৰ ঃ সুনীল মোহন এন্দ'। সহকাৰী মেনেজাৰ ঃ সন্তোষ মোহন দেৱ।

**১৯৫৮ যোৰহাট**

**প্ৰফুল্ল হাজৰিকা** (অধিনায়ক), ডাঃ সুধেন্দু দাসগুপ্ত, সত্যজিৎ 'মনো' দত্ত; আমানুল্লা, মণি ঘোষ, ৰহিয়া বিশ্বাস; চৌ জিত গোহাঁই. নিহাৰ নাগ, টমলিন লামাৰে, পুণ্যেশ্বৰ কছাৰী, প্ৰসন্ন বৰ্মণ, হৰিপ্ৰসাদ বৈদ্য; হেমেন বৰুৱা, বিলাস বৰুৱা, আব্দুল হামিদ, ৰেব পোদ্দাৰ, নাৰায়ণ বৰা, চন্দ্ৰৰ নংত্ৰী, ভক্ত বাহাদুৰ ছেত্ৰী, অজয় দাস, ৰঘুনন্দন ৰায়, অধীৰ ৰায়, আদি।

মেনেজাৰ ঃ হৰেন বৰুৱা। প্ৰশিক্ষক ঃ অনিমেষ গাঙ্গুলী।

*বিঃ দ্ৰঃ সন্তোষ ট্ৰফীত পোন প্ৰথম মাণ্ডলিক ভিত্তি প্ৰয়োগ। যোৰহাটত অনুষ্ঠিত পূৱ মণ্ডলৰ খেলতে অসমৰ বিদায় গ্ৰহণ। ফলত মাদ্ৰাজত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়লৈ কোৱালিফাই নকৰিলে।*

**১৯৫৯ নগাওঁ**

**প্ৰফুল্ল হাজৰিকা** (অধিনায়ক), সত্যজিৎ 'মনো' দত্ত; আমানুল্লা, ভূবন গগৈ, বিজয় কোৱা; টমলিন লামাৰে, চৌ জিত গোহাঁই, নিহাৰ নাগ; পুণ্যেশ্বৰ কছাৰী, মহেন্দ্ৰ গগৈ, বিলাস বৰুৱা; শিৱ ভঁৰালী, ভক্ত বাহাদুৰ ছেত্ৰী, ৰিয়াজ আলি, নাৰায়ণ বৰা, চন্দ্ৰৰ নংত্ৰী, ৰঘুনন্দন ৰায় (সহ-অধিনায়ক), ইন্দ্ৰজিৎ নামচুম, আব্দুল হামিদ আদি।

মেনেজাৰ ঃ হৰেন বৰুৱা।

*বিঃ দ্ৰঃ কটক আৰু বাৰ্ণপুৰত পূৱ মণ্ডলৰ খেল অনুষ্ঠিত হওঁতে অসম দল চেম্পিয়ন হৈ নগাঁৱত চূড়ান্ত পৰ্য্যায় খেলে। বাৰ্ণপুৰত বঙ্গক ১-০ গ'লত হৰুৱাই।*

**১৯৬০ কালিকট**

**প্ৰফুল্ল হাজৰিকা** (অধিনায়ক), সত্যজিৎ 'মনো' দত্ত; লুৰে ছেত্ৰী, ৰহিয়া বিশ্বাস, বিজয় কোৱা; প্ৰসন্ন বৰ্মণ, চেৰিং সিং; টমলিন লামাৰে, চৌ জিত গোহাঁই, নিহাৰ নাগ; চামচুল হুছেইন, জৰ্জ লিংডু, অখিল ডেকা, পাৰ্শ্বনাথ দাস, এল. নৱ কুমাৰ সিং, জাষ্টিচ লিংডু, ৰঘুনন্দন ৰায়(সহ-অধিনায়ক) আদি।

ষ্টেণ্ড-বাই ঃ কৰীন বৰা, ৰিচাৰ্ড হে'ৰ, আব্দুল জেলিল, মাখন ভট্টাচাৰ্য্য, ইউচুফ আহমেদ (ৰিচাৰ্ড হে'ৰ, আব্দুল জেলিল আৰু মাখন ভট্টাচাৰ্য্যক দলত সন্নিৱিষ্ট কৰে)।

বিঃ দ্রঃ যোৰহাট আৰু পাটনাত সন্তোষ ট্ৰফীৰ পূৱ মণ্ডলৰ খেল অনুষ্ঠিত হওঁতে অসম দল চেম্পিয়ন হৈ কালিকটত চূড়ান্ত পৰ্য্যায় খেলি তৃতীয় স্থান দখল কৰে।

মেনেজাৰ ঃ নুৰুল আমিন। সহকাৰী মেনেজাৰ ঃ হৰেন বৰুৱা।

**১৯৬১ বোম্বাই**

প্ৰফুল্ল হাজৰিকা, মনোজ পাত্ৰ, কবীন বৰা ; দধী বৰ্মণ, লুবে ছেত্ৰী, ৰাজনী ভূএগ, অসীম দত্ত ; চৌ জিত গোহাঁই (অধিনায়ক), নিহাৰ নাগ, ৰমেশ ছেত্ৰী, জিতেন দাস; চামচুল হুছেইন, আব্দুল হামিদ, অধীৰ ৰায়, জাষ্টিচ লিংড়ু, ত্ৰিলোচন মাজাউ, আব্দুল জেলিল, পাৰ্শ্বনাথ দাস, প্ৰফুল্ল শৰ্মা, ঘনদা নাথ মণ্ডল, আনন্দ দাস, ৰঘুনন্দন ৰায় (অধিনায়ক ) আদি।

যুটীয়া মেনেজাৰ ঃ হৰিপদ কুমাৰ আৰু অৰনি বৰুৱা।

বিঃ দ্রঃ চিলং আৰু খড়গপুৰত অনুষ্ঠিত সন্তোষ ট্ৰফীৰ পূৱ মণ্ডলৰ খেলত ৰঘুনন্দন ৰায় আৰু বোম্বাইত অনুষ্ঠিত চূড়ান্ত পৰ্য্যায়ৰ খেলত চৌ জিত গোহাঁই অধিনায়ক আছিল। পূৱ মণ্ডলৰ খেলত বঙ্গ দল চেম্পিয়ন হয়। আনহাতে অসম আৰু উৰিষ্যাই সমান পইণ্ট পাওঁতে ৰাণাৰ্চ্ছ-আপ পজিচনৰ বাবে প্লে-অফ্ খেলখন কটক বা বাৰ্ণপুৰত পাতিবলৈ থিৰাং কৰে কিন্তু উৰিষ্যাই নেখেলাত অসম দল চূড়ান্ত পৰ্য্যায়লৈ কোৱালিফাই কৰে। চিলঙত অসমে উত্তৰ প্ৰদেশক ৭-১ ব্যৱধানত পৰাভূত কৰোঁতে ৰঘুনন্দন ৰায়ে হেট্ৰ্-ট্ৰিক অৰ্জন কৰে। এইখিনিতে উল্লেখ্য খড়গপুৰত অসম দলৰ মেনেজাৰ আছিল — নৃপেন্দ্ৰ নাৰায়ণ সিংহ।

**১৯৬২ বাঙ্গালোৰ** চীনা যুদ্ধৰ বাবে অসমে প্ৰতিদ্বন্দ্বিতা নকৰিলে।

**১৯৬৩ মাদ্ৰাজ**

স্পাৰ্ট ৰিদ, সমৰজিৎ সিং; খনিন শেনচোৱা, অসীম দত্ত, ভুবন গগৈ, পৰেশ মজুমদাৰ, চঞ্চল [illegible] নিহাৰ নাগ, আব্দুল হামিদ, ভবেশ ৰায়; অধীৰ ৰায়, চন্দ্ৰৰ নগ্ৰী (অধিনায়ক), অভিজিৎ [illegible] এল. নব কুমাৰ সিং, তাপস ঘোষ, অজয় দাস, ৰিয়াজ আলি (সহ-অধিনায়ক), বসন্ত কুমাৰ কাবুই আদি।

ষ্টেণ্ড-বাই ঃ কবীন বৰা, ফজল হক, চেনাৰাম নাথ, তম্বা সিং, বি. বোচ, অমলেন্দু ধৰ, শিৱ ভঁৰালী আৰু মাঠান সিং আদি।

মেনেজাৰ ঃ সন্তোষ মোহন দেব। প্ৰশিক্ষক ঃ ডেনিচ ডান।



অসম ৰাজ্যিক দল ১৯৫৯ ফটো শ্ৰীমতী লক্ষী কছাৰীৰ সৌজন্যত

ঠিয় হৈ বাঁওফালৰ পৰা - চৌ জিত গোহাঁই, ৰঘুনন্দন ৰায়, বিজয় কোৰা, ভূবন গগৈ, চন্দ্ৰ নত্ৰী, ৰিয়াজ আলি, ইন্দ্ৰজিৎ নামচুম, আব্দুল হামিদ, নিহাৰ নাগ, শিৱ ভঁৰালী। বহি - টমলিন লামাৰে, পুণ্যেশ্বৰ কছাৰী, প্ৰফুল্ল হাজৰিকা (অধিনায়ক), নুৰুল আমিন, হৰেণ বৰুৱা (মেনেজাৰ), আমানুল্লা, বিলাস বৰুৱা, ভক্ত বাহাদুৰ ছেত্ৰী।

**১৯৬৪ গুৱাহাটী**

খাকান আহমেদ, অ. ইয়াচকুল সিং, অনুকূল বিশ্বাস; ফজল হক, অসীম দত্ত, তম্বা সিং, চঞ্চল গুহ, দীপক বেনাৰ্জী; প্ৰফুল্ল শৰ্মা, ভবেশ ৰায়, অমলেন্দু ধৰ, নিহাৰ নাগ; ডাঃ গিৰিশ ফুকন, টম ৰাবিষ্ট খাৰবুদন, ইন্দ্ৰজিৎ নামচুম(অধিনায়ক), মাঠান সিং, ভোলা ৰায়, অজয় দাস, অভিজিৎ দেৱ, আনন্দ লস্কৰ আদি।

মেনেজাৰ ও প্ৰশিক্ষক ঃ ডেনিচ ডান।

বিঃ দ্ৰঃ অসমে গুজৰাটক ৮–০ ব্যৱধানত পৰাভূত কৰোঁতে অজয় দাসে হেট-ট্ৰিক অৰ্জন কৰে।

**১৯৬৫ কুইলন**

ৰুপাৰ্ট বিদ, মুকুল চাবাৰ্ছ; ফজল হক, বিজয় কোৰা, চামুৱেল কিচকু, লবিচ ৰয় মাইৰথংগ, পান্না ঘোষ, অমলেন্দু ধৰ, এলেঙ্গ টাংখুল, ভবেশ ৰায়; ৰামকুমাৰ সিং, জৰ্জ লিংডু, অজয় দাস (অধিনায়ক), ৰতন দত্ত, ডাঃ গিৰিশ ফুকন, মাঠান সিং, জয় সিং, নৃপেন সভাপণ্ডিত আদি।

মেনেজাৰ ঃ হৰিপদ কুমাৰ।

**১৯৬৬ হায়দৰাবাদ**

শৈলেন্দ্ৰ চাংমা, দীপেন মুখাৰ্জী; দধী বৰ্মণ, লুবে ছেত্ৰী, ফজল হক, তম্বা সিং; পান্না ঘোষ; অমলেন্দু ধৰ, ভবেশ ৰায়; নলীনাক্ষ পালচৌধুৰী, অমূল্য কটকী, অজয় দাস (অধিনায়ক), ৰতন দত্ত, অমল কৰ, মাঠান সিং, বসন্ত কুমাৰ কাবুই, ৰামজয় সিং আদি।

মেনেজাৰ ঃ অৱনি কুমাৰ বৰুৱা।

প্ৰশিক্ষক ঃ অধীৰ ৰায়।

**১৯৬৭ কটক**

শৈলেন্দ্ৰ চাংমা, খাকান আহমেদ; দধী বৰ্মণ, সন্তোষ গোস্বামী (অধিনায়ক), ফজল হক, তম্বা সিং, অনিল ৰায়, চন্দ্ৰমোহন গঞ্জু, ভবেশ ৰায় (সহ-অধিনায়ক); কমলা নাথ, নলীনাক্ষ পালচৌধুৰী, পদ্মেশ্বৰ ডেকা, ললিত লামা, ৰতন দত্ত, অৰুণ বৰঠাকুৰ, ৰবীন নেওগ, কন্দৰ্প বৰুৱা আদি।

মেনেজাৰ ঃ কনক বৰদলৈ। প্ৰশিক্ষক ঃ বিলাস বৰুৱা।

**১৯৬৮ বাঙ্গালোৰ**

গোপেশ্বৰ সিং, দীপেন মুখাৰ্জী; দৰ্শী বৰ্মণ (অধিনায়ক), আৰ. বি. দাস, সুবোধ চৌধুৰী, এছ বি. সিং, ৰথিন সেনগুপ্ত, জয়ন্ত দাস, গণেশ বৰুৱা, মনোৰঞ্জন চেটাৰ্জী; অৰুণ বৰঠাকুৰ, ৰাম কুমাৰ সিং, বসন্ত কুমাৰ কাবুই, অমল ফুকন, নলীনাক্ষ পালচৌধুৰী, ৰতন দত্ত, ৰামজয় সিং, এইচ. মাইপাক শৰ্মা আদি।

মেনেজাৰ ঃ নব কুমাৰ ভূঞা।

প্ৰশিক্ষক ঃ ডেনিচ ডান।

**১৯৬৯ নগাওঁ**

গোপেশ্বৰ সিং, কলিমুদ্দিন আহমেদ; ফজল হক, কমল বৰা, ৰজত বৰদলৈ, হলধৰ কছাৰী, অনিল ৰায়, মধু হাজাৰি, চন্দ্ৰমোহন গঞ্জু, টচেন বড়া; কমলা নাথ, অৰুণ বুৰঠাকুৰ, সোমৰাজ গুৰুং, বলৰাম গুৰুং, বসন্ত কুমাৰ কাবুই (অধিনায়ক), বিজয় সিং, ৰাম কুমাৰ সিং, জহৰ গুপ্ত, নলীনাক্ষ পালচৌধুৰী আদি।

মেনেজাৰ ঃ অৰুণ বৰুৱা।

প্ৰশিক্ষক ঃ বিলাস বৰুৱা।

**১৯৭০ জলন্ধৰ**

কলিমুদ্দিন আহমেদ, দোলেন চেতিয়া; ফজল হক, অনিল ৰায়, ৰাজবিহাৰী গুৱালা, জয়ৰাম বাগলাৰী, নিৰ্মল নাহা; চন্দ্ৰমোহন গঞ্জু, টচেন বড়া (অধিনায়ক), ভবেশ ৰায়; কমলা নাথ (সহ-অধিনায়ক), মণিৰাম বৰা, অৰুণ বৰঠাকুৰ, পদ্মেশ্বৰ ডেকা, সলিল মাৰাক, সোমৰাজ গুৰুং, বিজয় সিং, জহৰ গুপ্ত আদি।

ষ্টেণ্ড-বাই ঃ সাতবৰ বৰা, তাপস চেটাৰ্জী, মলয় ভট্টাচাৰ্য্য আদি।

মেনেজাৰ ঃ অবনি কুমাৰ বৰুৱা।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।

**১৯৭১ মাদ্ৰাজ**

কলিমুদ্দিন আহমেদ, দীপেন মুখাৰ্জী; অনিল ৰায়, হৰেণ সোণোৱাল, জয়ৰাম বাগলাৰী, ফজল হক, নিৰ্মল নাহা; চন্দ্ৰমোহন গঞ্জু, টচেন বড়া(অধিনায়ক), শান্তি কুমাৰ সিং, সুন্দৰ পুন; কমলা নাথ (সহ-অধিনায়ক), পদ্মেশ্বৰ ডেকা, সলিল

মাৰাক, অৰুণ বৰঠাকুৰ, সোমৰাজ গুৰুং, জহৰ গুপ্ত, বলৰাম গুৰুং, সুৰজিৎ ভৌমিক, লুঙ্গানি কাবুই আদি।

মেনেজাৰ ঃ পৱন গোহাঁই।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।

**১৯৭২ গোৱা**

দীপক কুমাৰ লিম্বু, দোলেন চেতিয়া; ৰজত বৰদলৈ, সুব্ৰত দাস, বীৰেন সিং, বিজয় কোৰা, জয়ৰাম বাগলাৰী; চন্দ্ৰমোহন গন্ধু, টচেন বড়া, উমেশ গগৈ; কমলা নাথ, অৰুণ বৰঠাকুৰ(অধিনায়ক), অমল ফুকন, লুঙ্গানি কাবুই, নিকুঞ্জ ব্ৰহ্মা, সুৰজিৎ ভৌমিক, হেমেন গোহাঁই, পাফলুং কাবুই আদি।

মেনেজাৰ ঃ নৃপেন্দ্ৰ নাৰায়ণ সিংহ।

প্ৰশিক্ষক ঃ কামিনী কুমাৰ সিং।

বিঃ দ্ৰঃ অসমে উত্তৰ প্ৰদেশক ৬-০ ব্যৱধানত পৰাভূত কৰোঁতে অৰুণ বৰঠাকুৰে হেট-ট্ৰিক অৰ্জন কৰে। ১৯৭২ সন্তোষ ট্ৰফীৰ পিচতে মণিপুৰে এ. আই. এফ. এফ.-ৰ পৰা স্বীকৃতি লাভ কৰি পৃথক ৰাজ্যিক দলৰূপে জাতীয় ফুটবলত যোগদানৰ যোগ্যতা অৰ্জন কৰে।

**১৯৭৩ কোচিন**

কলিমুদ্দিন আহমেদ, মুকুল চাৰাৰ্হ, চণ্ডন সিং; সুবীৰ চৌধুৰী, ফজল হক, জয়ৰাম বাগলাৰী, বীৰেন সিং, বিমল বৰুৱা, সুব্ৰত দাস; সুবোধ চৌধুৰী; কল্যাণ বড়ো, ডম্বৰু খনিকৰ, সলিল সেনগুপ্ত; অৰুণ বৰঠাকুৰ (অধিনায়ক), অমল ফুকন গিলবাৰ্টচন চাংমা, মলয় ভট্টাচাৰ্য্য, অমলেণ্ডু দে, জীৱন বৰুৱা, বিমল ডেকা, আদি।

ষ্টেণ্ড-বাই ঃ সত্যেন শৰ্মা, ৰজত বৰদলৈ, উমেশ গগৈ, ৰেৱতী ফুকন আদি।

মেনেজাৰ ঃ অৰুণ বৰুৱা। প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা দাস।

**১৯৭৪ জলন্ধৰ**

মুকুল চাৰাৰ্হ, জহৰলাল দাস, ৰমাপদ দত্ত; সুবীৰ চৌধুৰী, সুবোধ চৌধুৰী, চেলষ্টাৰ চাংগপ্লিয়াংগ, সুব্ৰত দাস, জয়ৰাম বাগলাৰী, স্বাধীন ডেকাৰজা; কল্যাণ বড়ো, ডম্বৰু খনিকৰ, জহৰ গুপ্ত, তুলেন লাহন; অৰুণ বৰঠাকুৰ (অধিনায়ক),

অমল ফুকন, অমলেন্দু দে, সাতবৰ বৰা, গিলবাৰ্টচন চাংমা, বিশ্বজিৎ দত্ত আদি।

ষ্টেণ্ড-বাই ঃ অবনি বুঢ়াগোহাঁই, উমেশ গগৈ, শৰৎ সিংহ, খনিন গয়াৰী আদি।

মেনেজাৰ ঃ অৰুণ বৰুৱা।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।

**১৯৭৫ কালিকট**

কলিমুদ্দিন আহমেদ, সত্যেন শৰ্মা, তিমিৰবৰণ দাসগুপ্ত; জয়ৰাম বাগলাৰী, সুবোধ চৌধুৰী, পৰেশ কাকতি, অবনি বুঢ়াগোহাঁই, ফজল হক, সুবীৰ চৌধুৰী, স্বাধীন ডেকাবৰুৱা; মতিলাল দাস, কল্যাণ বড়ো, ডম্বৰু খনিকৰ, উমেশ গগৈ; অমল ফুকন (অধিনায়ক), গিলবাৰ্টচন চাংমা, অমলেন্দু দে, দেবাশীষ ৰায়, বিপিন বসুমতাৰী, সাতবৰ বৰা, অৰুণ বৰঠাকুৰ আদি।

মেনেজাৰ ঃ পূৰ্ণানন্দ গগৈ।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।

**১৯৭৬ পাটনা**

কে. কাউলা মিজো, দিলীপ গগৈ, ৰামপ্ৰসাদ দত্ত; স্বাধীন ডেকাবৰুৱা, নিবাৰণ ব্ৰহ্ম, সুবীৰ চৌধুৰী, অবনি বুঢ়াগোহাঁই, সুবোধ চৌধুৰী, পৰেশ কাকতি, বিজয় গগৈ; কল্যাণ বড়ো, ডম্বৰু খনিকৰ, উমেশ গগৈ, মতিলাল দাস; অৰুণ বৰঠাকুৰ, অমল ফুকন (অধিনায়ক), অমলেন্দু দে, বিশ্বজিৎ দত্ত, দেবাশীষ ৰায়, সুশীল ফুকন আদি।

ষ্টেণ্ড-বাই ঃ আমজাদুৰ ৰহমান, ধীৰেন দাস আদি।

মেনেজাৰ ঃ ফজলুৰ ৰহমান।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।

সহকাৰী প্ৰশিক্ষক ঃ ফজল হক।

বিঃ দ্ৰঃ ১৯৭৬ চনত মেঘালয় ফুটবল এছ'চিয়েচনৰ জন্ম হয় ফলত চিলং আৰু জয়ন্তীয়া জিলা ক্ৰীড়া সন্থাই এ এক এ-ৰ পৰা বিদায় লৈ মেঘালয় ফুটবল সন্থাত চামিল হয়।

**১৯৭৭ কলিকতা**

দিলীপ গগৈ, ভোগেশ্বৰ হাজৰিকা; আব্ৰাহাম ৰাবী, সুবীৰ চৌধুৰী, বিমল বৰুৱা, স্বাধীন ডেকাৰজা, নিবাৰণ ব্ৰহ্ম, গন্ধেশ্বৰ পাটৰ; মতিলাল দাস, কল্যাণ বড়ো, উমেশ গগৈ, ত্ৰ্যম্বক খনিকৰ; অমল ফুকন (অধিনায়ক), অৰূপ বৰঠাকুৰ, দেবাশীষ ৰায়, মমিন বৰদলৈ, সুশীল ফুকন, গিলবাৰ্টচন চাংমা আদি।

মেনেজাৰ ঃ অৰুণ বৰুৱা।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।

**১৯৭৮ শ্ৰীনগৰ**

ভোগেশ্বৰ হাজৰিকা, দিলীপ গগৈ; স্বাধীন ডেকাৰজা, অনন্ত ৰায়, আব্ৰাহাম ৰাবী, নিবাৰণ ব্ৰহ্ম, সুৰেন গগৈ, অজিত বসুমতাৰী; মতিলাল দাস, গনেশ ৰায়, ঘনশ্যাম গগৈ, ফকৰুদ্দিন লস্কৰ; অমল ফুকন, গিলবাৰ্টচন চাংমা (অধিনায়ক) ৰমেশ ফুকন, সুশীল ফুকন, মমিন বৰদলৈ, দয়াৰাম বৰ্মণ আদি।

ষ্টেণ্ড-বাই ঃ অৰূপ কাকতি, গনেশ বড়ো, গন্ধেশ্বৰ পাটৰ, থানেশ্বৰ শইকীয়া, প্ৰদ্যুৎ বৰুৱা, চিৰাজুদ্দিন আহমেদ আদি।

মেনেজাৰ ঃ পবন গোহাঁই। সহকাৰী মেনেজাৰ ঃ দিলীপ ৰঞ্জন নন্দী।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৭৯ কইম্বাটুৰ**

দিলীপ গগৈ, লোহিত কাকতি; অনন্ত ৰায়, নিবাৰণ ব্ৰহ্ম, অনিল বৰুৱা, কয়াম বিচ্চকু, বুদ্ধেশ্বৰ বুঢ়াগোহাঁই, অজিত বসুমতাৰী; মতিলাল দাস, গণেশ ৰায়, ফকৰুদ্দিন লস্কৰ; গিলবাৰ্টচন চাংমা (অধিনায়ক), বনবীৰ দাস, মনোবিজন খাৰঘৰীয়া, আমজাদুৰ ৰহমান, প্ৰবীণ বসুমতাৰী, মমিন বৰদলৈ, ব্ৰজেন ব্ৰহ্ম আদি।

ষ্টেণ্ড-বাই ঃ ইউ. বি. ৰেড্ডি, ৰবীন গয়াৰী, চিৰাজুদ্দিন আহমেদ, দয়াৰাম বৰ্মণ, গৌৰী ৰাভা আদি।

মেনেজাৰ ঃ তোষেশ্বৰ দত্ত।

সহকাৰী মেনেজাৰ ঃ বীৰেন শৰ্মা।

প্ৰশিক্ষক ঃ বিজন গোপাল 'লুলা' দাস।



ফটো দধী বৰ্মণৰ সৌজন্যত

অসম ৰাজ্যিক দল ১৯৬৭

ঠিয় হৈ বাঁওফালৰ পৰা - দধী বৰ্মণ, অৰুণ বৰঠাকুৰ, এন. পালচৌধুৰী, কনক বৰদলৈ (মেনেজাৰ), পদ্মেশ্বৰ ডেকা, অনিল ৰায়, তম্বা সিং, ফজল হক, বিলাস বৰুৱা (প্ৰশিক্ষক), ভবেশ ৰায়, চন্দ্ৰমোহন গগৈ, সন্তোষ গোস্বামী। বহি - ললিত লামা, ৰতন দত্ত, কমলা নাথ, শৈলেন্দ্ৰ চাংমা, খাকান আহমেদ, ৰবীন নেওগ, কন্দৰ্প বৰুৱা।

**১৯৮০ কুৰকেল্লা**

**ৰবীন বৰা**, ইউ. বি. ৰেড্ডি ; অনন্ত ৰায়, ৰমনী বৰুৱা, অনিল বৰুৱা, অসিত দাস, অৱনি বুঢ়াগোহাঁই, উপেন ব্ৰহ্ম ; ফকৰুদ্দিন লস্কৰ, কিশোৰ ছেত্ৰী, মতিলাল দাস (সহ-অধিনায়ক), তৰুণ ডেকাবৰুৱা; **মমিন বৰদলৈ** (অধিনায়ক), গিলবার্টচন চাংমা, বনবীৰ দাস, প্ৰাঞ্জল মেধি, দয়াৰাম বৰ্মণ, আমজাদুৰ ৰহমান, মনোবিজন খাৰঘৰীয়া আদি।

ষ্টেণ্ড-বাই ঃ ভোগেশ্বৰ হাজৰিকা, গৌৰী ৰাভা, লক্ষেশ্বৰ বলাৰী,
সন্তোষ সিন্‌হা, ৰবীন গয়াৰী আদি।

মেনেজাৰ ঃ প্ৰফুল্ল হাজৰিকা।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৮১-৮২ ত্ৰিচুৰ**

ইউ. বি. ৰেড্ডি, ভবেন ডেকা ; অসিত দাস, সুশান্ত মুছাহাৰী, দীপক দাস, লোকেশ্বৰ বলাৰী, আজিমুদ্দিন লস্কৰ, চুবীৰ চক্ৰবৰ্তী, জীৱন কলিতা, অনিল বৰুৱা; **মতিলাল দাস**(অধিনায়ক), মাইকেল বসুমতাৰী, সুৰেশ দেউৰী; গৌৰী ৰাভা, প্ৰদ্যুৎ বৰুৱা, প্ৰবীণ বসুমতাৰী, অনন্ত স্বৰ্গীয়াৰী, বৰুণ ডেকা, বাবুল দে আদি।

মেনেজাৰ ঃ কেদাৰনাথ মৌৰ।

সহকাৰী মেনেজাৰ ঃ বীৰেন শৰ্মা।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৮৩ কলিকতা**

প্ৰহ্লাদ খাকলাৰী, ভবেন ডেকা, বাৰেন্দ্ৰ শৰ্মা; অসিত দাস, অনন্ত ৰায়, সুবীৰ দে, নিখিল দে, ৰঞ্জন কাকতি, কল্যাণ তামুলী, জিতেন্দ্ৰ সিং, বিদ্যুৎ ভূঞা, ফকৰুদ্দিন লস্কৰ, বাহাৰুল ইছলাম, জাফৰিন পিনাৰু, **সুশীল ফুকন** (অধিনায়ক), সাধুবীৰ সিং, প্ৰদ্যুৎ বৰুৱা, সুব্ৰত সিংহ, অনুপ ৰাজখোৱা, কিৰণ শইকীয়া আদি।

মেনেজাৰ ঃ মতিলাল মুনিচা।

প্ৰশিক্ষক ঃ নিখিল নন্দী।

১৯৮৪ মাদ্ৰাজ

প্ৰহ্লাদ খাকলাৰী, নবীন বৰা, ভবেন ডেকা; অনিল বৰুৱা, মিণ্টু বসুমতাৰী (অধিনায়ক), লবেন্স হে'ৰ, টাইবুদ্দিন আহমেদ, তৰণি ৰাভা, ভগবান ভঁৰালী, লুলুঘা আও; সুখময় সিং, নিপেন বড়ো, বাহাৰুল ইছলাম, জিতেন্দ্ৰ সিং, ব্ৰজেন ব্ৰহ্মা; চিৰাজুদ্দিন আহমেদ, ফকৰুদ্দিন লস্কৰ, শিৱ বৰ্মণ, নব শইকীয়া, পলিঙ্গষ্টন মমিন আদি।

মেনেজাৰ ঃ অৰুণ বৰুৱা।

প্ৰশিক্ষক ঃ ইচাহক খাকলাৰী।

১৯৮৫ বেনাৰস

প্ৰহ্লাদ. খাকলাৰী, পল্টু দাস; ৰঞ্জন কাকতি, অনিল মহিলাৰী, লোকেশ্বৰ শইকীয়া, অসিত দাস, আজিমুদ্দিন লস্কৰ, কনক টাই; বাহাৰুল ইছলাম, অকনমান সোণোৱাল, কল্যাণ তামুলী; গৌৰী ৰাভা (অধিনায়ক), ব্ৰজেন ব্ৰহ্মা, মাণিক বৰ্মণ, চিৰাজুদ্দিন আহমেদ, অনিল বৰগোহাঁই, সুভাষ ধৰ, অনন্ত স্বৰ্গীয়াৰী আদি।

মেনেজাৰ ঃ বিশু ঘোষ। সহকাৰী মেনেজাৰ ঃ অৰুণ বৰঠাকুৰ।

প্ৰশিক্ষক ঃ শঙ্কৰ চৰকাৰ।

বিঃ দ্ৰঃ অনন্ত স্বৰ্গীয়াৰীয়ে মধ্যপ্ৰদেশৰ বিৰুদ্ধে হেট-ট্ৰিক অৰ্জন কৰোঁতে খেল ৪-৪ গ'লত ড্ৰ থাকে।

১৯৮৬ বিলাসপুৰ

নবীন বৰা, কুমুদ বৰ্মণ, বাবুল মাৰাক; বাবুল ফুকন, প্ৰিয় ফুকন, হেমন্ত বসুমতাৰী, লবেন্স হে'ৰ, নাৰায়ণ দে, অনিল মহিলাৰী; কিশোৰ ছেত্ৰী (অধিনায়ক), বাহাৰুল ইছলাম, হেমন্তৰাজ গুৰুং, কুল বাহাদুৰ থাপ্পা; চণ্ডন বড়ো, কৃষ্ণ চেত্ৰী, মাণিক বৰ্মণ, অনন্ত স্বৰ্গীয়াৰী, দীপক খাকলাৰী, টুলটুল দত্ত, মহাবীৰ ৰাভা আদি।

মেনেজাৰ ঃ ক্ষীৰোদ গগৈ। প্ৰশিক্ষক ঃ দীপক কুমাৰ লিম্বু।

১৯৮৭ কলিকতা

বাবুল মাৰাক, বিধানসিং বসুমতাৰী, নবীন বৰা; ভগবান ভঁৰালী (অধিনায়ক), হেমন্ত বসুমতাৰী, আব্দুল মতিন, আব্দুল আজিম লস্কৰ, কনক টাই, ৰূপজ্যোতি বৰা; ফ্ৰান্সিচ বৰুৱা, কল্যাণ তামুলী, বাহাৰুল ইছলাম (সহ-অধিনায়ক), বাবুল

ফুকন; কৃষ্ণ চেথী, টুলটুল দত্ত, খনিন ব্ৰহ্ম, বিশ্বজিৎ ব্ৰহ্ম, প্ৰবীণ বসুমতাৰী, হেৰল্ড চাংমা, সুব্ৰত সিংহ আদি।

মেনেজাৰ ঃ পৱন গোহাঁই।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৮৮ কুইলন**

প্ৰদীপ ব্ৰহ্ম, নকুল বড়ো; জিতেন গগৈ, হেমন্ত বসুমতাৰী, আব্দুল মতিন, শান্তনু গগৈ, জগদীশ ইছুবাৰী, নবকান্ত ডেকা; বাহাৰুল ইছলাম (অধিনায়ক), কুল বাহাদুৰ থাপা, খনিন ব্ৰহ্ম, সুনীল দত্ত; সুনীল বড়ো, লোকনাথ নাইডু, মনোৰঞ্জন চৌধুৰী, ধৰণী বড়ো, দীপক খাকলাৰী আদি।

মেনেজাৰ ঃ ৰেৱ পোদ্দাৰ।

প্ৰশিক্ষক ঃ অধীৰ ৰায়।

**১৯৮৯ গুৱাহাটী**

বলিন বৰা, প্ৰশান্ত ৰাভা, বিধানসিং বসুমতাৰী; ভগৱান ভঁৰালী, জিতেন গগৈ, হেমন্ত বসুমতাৰী, লৰেন্স হে'ৰ, নিতোল শইকীয়া, আব্দুল কুদ্দুচ, জগদীশ ইছুবাৰী, নবকান্ত ডেকা, জুবেল বে, শান্তনু গগৈ; বাবুল ফুকন (অধিনায়ক), খনিন ব্ৰহ্ম, জুলেন দুৱৰা, দেৱীৰাম নাথ, বাহাৰুল ইছলাম; কৃষ্ণ চেথী, ৰজনী ফুকন, কেশব দৈমাৰী, মলং আও, বিতুল বৰুৱা, মুনিন বৰগোহাঁই, ৰুদ্ৰ ফুকন, হেৰল্ড চাংমা আদি।

মেনেজাৰ ঃ ৰেৱতী ফুকন।

প্ৰশিক্ষক ঃ আব্দুল লতিফ ।

**বিঃ দ্ৰঃ** কোৱাৰ্টাৰ-ফাইনেল ৰাউণ্ডত বিহাৰৰ বিৰুদ্ধে প্লে- অফ্ খেলখন ০-০ ভাবে অন্ত পৰাত টাই-ব্ৰেকত ৪-৩ ব্যৱধানত পৰাভূত হৈ ছেমি-ফাইনেল খেলাৰ পৰা ব্যৰ্থ হয়।

**১৯৯০ গোৱা**

প্ৰশান্ত ৰাভা, গৌতম দেৱানজী; জিতেন গগৈ (অধিনায়ক), আব্দুল কুদ্দুচ, পূৰ্ণ বৰা, ৰামচিং ইন্টি, বিশন্ন কেৰকেটা, ঢুলু বকলিয়াল; স্বাধীন দিহিঙ্গীয়া, দীপক ব্ৰহ্ম, চণ্ডন কৰ্মকাৰ, টি. ভদ্ৰ সিং; বলেন অধিকাৰী, নিমা আও, ৰঞ্জনাভা দত্ত,

কেৰল চাংমা, হীৰালাল কাবুই, সুৰেন বসুমতাৰী, ডব্লিউ. ৰাজেন সিং আদি।

মেনেজাৰ ঃ বিশু ঘোষ।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৯১ পালঘাট**

গৌতম দেৱানজী, সুনেন বসুমতাৰী; **দেৱীৰাম নাথ** (অধিনায়ক), বিবেকা বৰগয়াৰী, ৰঞ্জনাভা দত্ত (সহ-অধিনায়ক), ৰাজীৱ দত্ত, বিশন্ন কেৰকেটা, নৰেশ ব্ৰহ্ম; বিকাশ দাস, ৰজনী ফুকন, দীনেশ মমিন, দীপক ব্ৰহ্ম; বিজয় বসুমতাৰী, বলেন অধিকাৰী, ডব্লিউ. ৰাজেন সিং, বিনেন বৰুৱা, শৰৎ গয়াৰী, চাইক্লন বসুমতাৰী, তাৰকেশ্বৰ হেমৰম, ৰাজেশ দাস আদি।

মেনেজাৰ ঃ মহম্মদ চেৰিফ।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৯২ কইম্বাটুৰ**

সুমেন ৰায়, আজাদুৰ ৰহমান হাজৰিকা; জয়ন্ত বসুমতাৰী, আশীষ বোচ, ৰাজেশ দাস, মহম্মদ ইজাজুল্লা, ঢুলু বকলিয়াল, অনন্ত চুতীয়া, **বাবুল ফুকন** (অধিনায়ক), ঝুনু ব্ৰহ্ম, নৱজ্যোতি তালুকদাৰ, বাহাৰুল ইছলাম(সহ-অধিনায়ক), দীপক ব্ৰহ্ম, শাৰুন থাপ্পা, প্ৰদীপ দাস, জগত ৰাভা, অৰুণ বৰা, গিৰিশ ডেকা আদি।

মেনেজাৰ ঃ পৱন গোহাঁই।

প্ৰশিক্ষক ঃ আব্দুল লতিফ।

**১৯৯৩ কোচিন অসমে যোগদান নকৰিলে।**

**১৯৯৪ কটক**

দেৱব্ৰত কলিতা, প্ৰশান্ত ৰাভা; নৰেশ ছেত্ৰী, **বিবেকা বৰগয়াৰী** (অধিনায়ক), সন্দীপন চক্ৰ ৱতী(সহ-অধিনায়ক), মহম্মদ ইজাজুল্লা , কৰ্ণ মুছাহাৰী, প্ৰাণজিৎ, প্ৰতিম নেওগ; নৱজ্যোতি তালুকদাৰ, ৰমিজুদ্দিন আহমেদ, ঝুনু ব্ৰহ্ম, বাবুল ফুকন, মনোজ গগৈ; জগত ৰাভা, মুন্না ছেত্ৰী, ধৰণী বড়ো, ৰত্ন ফুকন, শাৰুন থাপ্পা আদি।

মেনেজাৰ ঃ পৱন গোহাঁই।

প্ৰশিক্ষক ঃ অৰুণ ঘোষ।

**১৯৯৫ মাদ্ৰাজ**

**দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰী, সুকান্ত চৰকাৰ; বিবেকা বৰগয়াৰী** (অধিনায়ক), অৰ্ঘৰাম বড়ো, নৰেশ ছেত্ৰী, অনন্ত চুতীয়া, সন্দীপন চক্ৰৱতী, কবীৰুদ্দিন আহমেদ, খুদীৰাম ৰুইদাস; নৱজ্যোতি তালুকদাৰ, ক্ৰিষ্টোফাৰ মমিন, বুধুৰাম দাস; বলৰাম চাউদাং, বাবুল ফুকন, জুনাৰাম ৰাভা, জগত ৰাভা, মুন্না ছেত্ৰী, বুলবুল হুছেইন আদি।

মেনেজাৰ ঃ মণি কৰ্মকাৰ।

প্ৰশিক্ষক ঃ আব্দুল লতিফ্।

**১৯৯৫-৯৬ ইম্ফল**

সুকান্ত চৰকাৰ, দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰী, পৰেশ নাৰ্জাৰী; **বিবেকা বৰগয়াৰী** (অধিনায়ক), নৰেশ ছেত্ৰী, খুদীৰাম ৰুইদাস, অনন্ত চুতীয়া, সুৰেন কিষান, অৰ্ঘৰাম বড়ো; নৱজ্যোতি তালুকদাৰ, এম. কে. কেণ্ডিত, মহেন্দ্ৰ ব্ৰহ্ম, ৰজনী ফুকন, বাবুল ফুকন; খগেন শইকীয়া, মনজিৎ সিং, শাৰুন থাপ্পা, মুন্না ছেত্ৰী, শৰৎ গয়াৰী, এল নাথন চোলাই আদি।

মেনেজাৰ ঃ ইবুচা সিং। প্ৰশিক্ষক ঃ অৰুণ ঘোষ।

**১৯৯৬-৯৭ কোৰ্বা**

দুৰ্জয় ব্ৰহ্ম নাৰ্জাৰী, মঞ্জু শইকীয়া, বিজয় সোণোৱাল; খুদীৰাম ৰুইদাস, কৰ্ণ মুছাহাৰী, অৰ্ঘৰাম বড়ো, প্ৰবীণ বৰুৱা, এছ. কে. আমীৰ আলি, **মহেন্দ্ৰ ব্ৰহ্ম** (অধিনায়ক) ; সুৰেন কিষান, বাবুল ফুকন, দীনেশ মমিন, কৰ্ণ ব্ৰহ্ম, কামলিন কুম; ভূপেন গগৈ, জগদীশ ৰায়, মহেন্দ্ৰ থাপ্পা, খগেন শইকীয়া (সহ-অধিনায়ক), ৰুবুল ৰাজকোঁৱৰ আদি।

মেনেজাৰ ঃ ৰমেশ ফুকন। প্ৰশিক্ষক ঃ টচেন বড়া।

**১৯৯৭-৯৮ গুৱাহাটী**

**মঞ্জু শইকীয়া** (অধিনায়ক), জৰ্জ শীল, এ. কে. জয়কুমাৰ; বিবেকা বৰগয়াৰী, এছ. কে. আমীৰ আলি, প্ৰাণজিৎ প্ৰতিম নেওগ, প্ৰবীণ বৰুৱা, ধৰ্মেশ্বৰ বাগলাৰী, ৰমেশ বড়ো, সন্দীপন চক্ৰৱতী; নৱজ্যোতি তালুকদাৰ (সহ-অধিনায়ক), এল নাথন চোলাই, মহেন্দ্ৰ ব্ৰহ্ম, কৰ্ণ ব্ৰহ্ম, সুনীল নাৰ্জাৰী; কুলেন বসুমতাৰী, ভূপেন গগৈ, ৰিয়াজুদ্দিন আনচাৰী, জগত ৰাভা, দ্বীপেন টেৰন আদি।

